# স্মৃতিলেখা

আত্মকথা আৰু পুৰণি কথা

প্ৰণেতা

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা




অসম প্ৰকাশন পৰিষদ

গুৱাহাটী—৭৮১০২১

প্ৰকাশক
চন্দ্ৰপ্ৰসাদ শইকীয়া
সচিব
অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৭৮১০২১

প্ৰথম প্ৰকাশ
মাৰ্চ, ১৯৮১

মূল্য ঃ পোন্ধৰ টকা

মুদ্ৰণ
[illegible] প্ৰিণ্টিং ৱৰ্কছ
৩২, ৰাজা ৰামমোহন সৰণী
কলিকতা-৭০০ ০০৯

# অৰ্পণ

পিতৃ ৰমাকান্ত মোৰ মাতৃ নিৰুপমা
লভিলোঁ কৃপাত যাৰ মৰ্ত্যৰ সুষমা।
নেজানো আজিনো কত আছা তোমালোক
পালানে অমৰাপুৰী নাই যত শোক ?
ফুলে য'ত, নুগুকায় দেৱ পাৰিজাত
জীৱন সুন্দৰ হয় কল্পতৰু-হাত।
নাই য'ত ক্ষুধা-তৃষ্ণা, আছে বিশ্বপিতা
অশৰীৰী বেশে তাতে হ'লানে দেৱতা
য'তেকি নেথাকা কিয়, হাত পাতি লোৱা,
স্মৃতিৰ আলেখ্যখনি চকুলোৰে ধোৱা।
বহু কথা, বহু ব্যথা, বহুতৰ স্মৃতি,
গঢ়িছো একত্ৰ কৰি স্মৃতিকন্যা এটি।
তিল তিল সৌন্দৰ্যৰ নোহে তিলোত্তমা
তথাপিতো মনোৰম্য মানস-প্ৰতিমা।
নেজানো শ্ৰাদ্ধৰ বিধি, ভজন-কীৰ্তন
সুঁৱৰি পবিত্ৰ নাম অৰ্পিলো তৰ্পণ।

# ভূমিকা

অসমীয়া ভাষা-সাহিত্যৰ একনিষ্ঠ সেৱক প্ৰবীণ সাহিত্যিক অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ 'স্মৃতিলেখা'ক অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ অৰ্ধ শতাব্দীৰ এক দীৰ্ঘ অথচ সৰল ৰূপ-লেখাৰ আখ্যা দিব পাৰি। হাজৰিকা-দেৱে 'স্মৃতিলেখা'ত আতিশয্যক স্থান দিয়া নাই। তেখেতে শদিয়াৰপৰা ধুবুৰীলৈ গঢ় লোৱা প্ৰায় প্ৰত্যেকটো অনুষ্ঠান-প্ৰতিষ্ঠান আৰু তেখেতৰ অভিজ্ঞতাৰ বিষয়ে এই গ্ৰন্থত লিপিবদ্ধ কৰিছে। প্ৰায় অনুষ্ঠানৰ জন্ম বৃত্তান্তৰে ভৰপূৰ 'স্মৃতিলেখা' কেৱল হাজৰিকাদেৱৰ সুদীৰ্ঘ জীৱনৰ এক ব্যক্তিগত কাহিনীয়েই নহয়, প্ৰকৃততে এই আত্ম-জীৱনীক অসমীয়া সাহিত্য-সংস্কৃতিৰ এক সুদীৰ্ঘ ইতিহাস বুলিও গণ্য কৰিব পাৰি।

আমাৰ সামাজিক জীৱন, আমাৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে আজীৱন অক্লান্তভাৱে ব্ৰতী হোৱা এইজনা লেখকৰ আত্ম-জীৱনীৰ দ্বাৰা অসমবাসী যথেষ্ট উপকৃত হব বুলি আমাৰ দৃঢ় বিশ্বাস।

শ্ৰীহাজৰিকাদেৱে অশেষ কষ্ট স্বীকাৰ কৰি আদিৰপৰা অন্তলৈকে কিতাপখনৰ আহি-কাকত আদি চাই আমাক সহায় কৰি দিয়াৰ বাবেও তেখেতক আমাৰ আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জনালো।

গুৱাহাটী
মাৰ্চ, ১৯৮১

চন্দ্ৰপ্ৰসাদ শইকীয়া

# মোৰ কথা

কথাতে কয় বোলে 'নোহোৱাৰ ঘৰত ল'ৰা হ'ল নাম থলে লোণাল, নিশা ৰাতি কান্দি থাকে হাঁ মোৰ কপাল'। ১৯৬৮ চনত 'মৰুলেখা'ই সাহিত্য অকাডেমীৰ বঁটা লাভ কৰাৰ খবৰ প্ৰচাৰ হোৱাৰ পিছত মোৰ ক্ষুদ্ৰ 'তপোবন'তো তেনে এটা আনন্দমুখৰ পৰিবেশৰ সৃষ্টি হৈছিল একেবাৰে কেইবাদিনো। অসম সাহিত্য সভাৰ সভাপতি হোৱাৰ পিছত সেই সময়ত মই দ্বিতীয়বাৰ ৰাককৈয়ে উমান পাইছিলো ৰাইজে মোক কিমান ভাল পায়। 'মৰুলেখা'ৰ সাফল্যই মোক আৰু এটা বোজা তুলি লবলৈ একৰকম বাধ্য কৰিলে। মোৰ দুজন প্ৰাক্তন ছাত্ৰ শ্ৰীমান হেমন্তকুমাৰ শৰ্মা আৰু শ্ৰীমান নন্দ তালুকদাৰে মোক এখন আত্মজীৱন-চৰিতত পুৰণি কথাবোৰ লিখিবলৈ অনুৰোধ জনালে। সেই অনুৰোধত মই তপতে সহাঁৰি জনোৱা নাছিলো, কিয়নো তেতিয়ালৈকে মোৰ মনত তেনে কোনো পৰিকল্পনা নাছিল। ঘহঁোতে ঘহঁোতে শিলো ক্ষয় যায়। ভ্ৰাতৃপ্ৰতিম ছাত্ৰ দুজনে নেৰোপানি লৈ লাগি থকাত এই গ্ৰন্থ লিখিবলৈ সিদ্ধান্ত ললোঁ।

মোৰ অভিজ্ঞতা সীমিত। ভাৰত-দৰ্শনৰ কথা বাদেই, চুক-কোণ মাৰি অসম-দৰ্শনৰ সৌভাগ্যই হোৱা নাই। মোৰ শিক্ষা-জীৱনত প্ৰতিভাৰ স্বাক্ষৰ নাই। কৰ্ম-জীৱনতো লেখৰ সাফল্য নাই। তবে জীৱন সাহিত্য-সংস্কৃতিৰ পথাৰত কুৰুংকোৱাং কৰি আছোঁ, ইমানেই। তথাপি এই কথাও সঁচা যে দেখিলোঁ বহুত, লিখিলোঁ বহুত আৰু তেতিয়াও লিখিবলৈ বাকী আছিল বহুত। সেই কাৰণেই ঠিক আত্মজীৱনী নহলেও আত্মকথা আৰু পুৰণি কথা জপটিয়াই লৈ, আঠটা বছৰ বিতত এই পুথি লিখিবলৈ আঁচনি ভৰি ললোঁ। কাল চলিল বিদ্যুৎ বেগে, গণেশৰ লেখনীৰ নিচিনাকৈ। লিখি আছোঁ, লিখি আছোঁ, লিখাৰ অন্তত সৃষ্টি হ'ল এখন গন্ধমাদন পৰ্বত। হয়তো নিলিখিবলগীয়া কথা লিখিলোঁ। লিখিবলগীয়া কথাও বাদ পৰিল।

পুথিখন লিখি অভাই প্ৰশ্ন কৰিছিলো, "কি নাম দি মাতিম তোমাক?" উত্তৰটো পাইছিলো মোৰ আন এজন প্ৰাক্তন ছাত্ৰ শ্ৰীমান অতুলচন্দ্ৰ বৰুৱাৰ পৰা। মোৰ প্ৰশ্নটো শুনি তেওঁ তপৰাই কৈছিল, "মৰুলেখা'ৰ ভনীয়েক 'স্মৃতিলেখা' নহৈ আৰু আন কি হব পাৰে ছাৰ?" মইও বৰুৱাৰ সমিধানমতে পুথিখনৰ নামকৰণ কৰিলো 'স্মৃতিলেখা'।

আন এটা সমস্যাই দেখা দিলে। 'স্মৃতিলেখা' পাৰে-পাৰিয়ে বৰ শকত হ'ল—পাণ্ডুলিপিতে ফুলস্কেপ কাগজৰ পিঠিত প্ৰায় নশ পৃষ্ঠা হৈছিল। সেই কাৰণে কোনো প্ৰকাশক আগবাঢ়ি নাহিল। ইমান ডাঙৰ ভাৰুকৰ সাজা এটা মূৰত তুলি লবলৈ কোনেও ভাল নেপালে। অৱশেষত অগতিৰ গতি অসম প্ৰকাশন পৰিষদৰ কাষ চাপিলোঁ। পৰিষদে সহায়ৰ হাত আগবঢ়াব খুজিছিল কিন্তু খৰছৰ বিৰাট অংকটোৱে বিধিপথালি দিলে। পৰিষদে যথাসময়ত সিদ্ধান্ত লৈ মোক জানিবলৈ দিলে গ্ৰন্থখনৰ কলেবৰ সৰু কৰি দিলেহে তেওঁলোকে ছপাব পাৰিব লব। মই বাধ্য হ'লো এইবাৰেই যে নাই মোমাইতকৈ কণা মোমায়ে ভাল। বৃহদাংশী 'স্মৃতিলেখা'ক হ্ৰস্বাংশী কৰা হ'ল।

এইখিনিতে জনাই থওঁ অতিৰিক্ত বিবেচিত হোৱা কিছু অংশৰে ইতিমধ্যে 'স্মৃতিৰ পাপৰি' নামৰ মোৰ আন এখনি গ্ৰন্থ প্ৰকাশ হৈছেই। কিছু অংশে অসম সাহিত্য সভাৰ 'বাণলেখা' নামৰ আন এখন গ্ৰন্থত সোমাইছে। সিমানতো বাদ পৰা দুটা অংশে সমন্বিতে এক নুতন অংশে 'তপোবন'ৰ জেহেৰি বোজৰা নামৰ গ্ৰন্থত সন্নিবিষ্ট হৈ প্ৰকাশৰ সুযোগৰ অপেক্ষাত আছে। ইয়াৰ উপৰিও 'মৰুলেখা'তো আছেই। এই আটাইকেইখন কিতাপৰ ইমান নিবন্ধৰ পৰিপূৰক হব বুলি আশা কৰিছো।

ওপৰত নাম লোৱা শৰ্মা, তালুকদাৰ আৰু বৰুৱা এই ত্ৰিমূৰ্তিৰ উপৰিও মিমানবিলাক এই গ্ৰন্থত প্ৰত্যক্ষভাৱে নহলেও পৰোক্ষভাৱে হলেও সহযোগ হৈছে সেই সকলোটিৰে ওচৰত মই কৃতজ্ঞ।

হাতীৰো পিচলে পায়, সজ্জনবো বুৰে নাও। অনিচ্ছাকৃত সকলো ভুল-ভ্ৰান্তিৰ বাবে মাৰ্জনা প্ৰাৰ্থনাৰে।

এইছোৱা কালতে দেশৰ বহুত ওলট-পালট হ'ল। বহুত গ'ল, বহুত আহিল। মোৰ 'স্মৃতিলেখা'ত উল্লেখ কৰা বহুত ব্যক্তিৰ 'শ্ৰী'বোৰ বিলুপ্ত হৈ সেই ঠাইত 'চন্দ্ৰবিন্দু' বহিল। পাঠকে যেন এনেবোৰ অসুবিধাৰ কথা মনত ৰাখি বিসংগতিবোৰ সুদৃষ্টিৰে চায়। মই অৱশ্যে কিতাপখনৰ ভুল-ভ্ৰান্তি আৰু আসোঁৱাহবোৰৰ নিমিত্তে কাৰো ওপৰত দোষ জাপি দিব খোজা নাই, বৰং সহৃদয়তাৰে কিতাপখন উলিয়াই দিয়াৰ বাবে পৰিষদৰ প্ৰাক্তন সভাপতি শ্ৰীহৰেন্দ্ৰনাথ তালুকদাৰ, বৰ্তমান কাৰ্যবাহী সভাপতি শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী আৰু সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া প্ৰমুখ্যে সংশ্লিষ্ট সকলোটিৰে নথৈ শলাগ লৈছোঁ।

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

গুৰুজনাৰ জন্মতিথি
'তপোবন', গুৱাহাটী-১
২০।১০।৮০

# সূচীপত্ৰ



ডেকা কালত লেখক

# প্ৰথম খণ্ড : আদি পৰ্ব

## পূৰ্বাভাস

জয়জয়তে কৈ থওঁ যে এই 'স্মৃতিলেখা' মোৰ আত্মজীৱনী নহয়। বহুতৰ জীৱনৰ স্মৃতিকথা ইয়াত সন্নিবিষ্ট কৰা হৈছে। এই গ্ৰন্থৰ সাহিত্য পৰ্ব আৰু সভা পৰ্বৰ বাদে আত্মজীৱনী লেখি জনাবলৈ মোৰ নিজৰ গতানুগতিক জীৱনত বিশেষ একো নাই। তিনিকুৰি দহবছৰীয়া জীৱন কালত মই যি দেখিলো, যি শুনিলো আৰু যি জানিলো সামান্য হলেও তাকেই এই স্মৃতিলেখাত মোৰ ইতিপূৰ্বে প্ৰকাশিত 'মঞ্চলেখা'ৰ আৰ্হিত লিপিবদ্ধ কৰিবলৈ যত্ন কৰিছো। মঞ্চলেখা আৰু স্মৃতিলেখা বাই-ভনী। স্মৃতিলেখা বয়েকৰ দৰে ধাদহী হৈছে যদিও ৰূপহী হোৱা বুলি ভাবিব নেলাগে।

মহাভাৰতত যেনেকৈ অলেখ সৰু-বৰ চৰিত্ৰ আৰু কাহিনীৰ সমাবেশ ঘটোৱা হৈছে তেনেকৈ মোৰ জীৱনৰ মহাভাৰত এই স্মৃতিলেখাতো অলেখ সৰু-বৰ ৰসাল চৰিত্ৰ আৰু কাহিনী একত্ৰিত কৰি সজাইপৰাই উলিওৱা হৈছে। দৰাচলতে মই এই গ্ৰন্থৰ নায়ক বা উপনায়ক একো নহওঁ। মই মাথোন ইয়াৰ ভিতৰত সূত্ৰধাৰৰ ভূমিকাহে গ্ৰহণ কৰিছো। তাকে কৰিবলৈ লওঁতে অ'ত ত'ত যে গ্ৰন্থখনি আত্মজীৱনীগন্ধী হোৱা নাই তেনেও নহয়। অনিচ্ছাকৃতভাৱে হলেও এইদৰে গা দেখা দিবলগীয়া হৈছে গ্ৰন্থৰ আঁত ৰাখিবৰ বাবে।

গ্ৰন্থ আৰম্ভ কৰাৰ আগতে মোৰ বিষয়ে চমুকৈ ইমানকে কওঁ যে মোৰ জন্মস্থান গুৱাহাটী। জন্মৰপৰা লতাশিলৰ কুমাৰ ভাস্কৰ নাট্য-মন্দিৰৰ অলপ দক্ষিণে থকা একেটা জন্মভেটিতে মই আজিলৈকে আছো আৰু হয়তো ইয়াতে এদিন কাড় পেলাব লাগিব, অৱশ্যে চৰণেহে জানে মৰণৰ ঠাই। মোৰ দেউতাৰ নাম ৰমাকান্ত হাজৰিকা, মাতৃ নিৰুপমা হাজৰিকানী। জন্ম হৈছিল ১৯০৩ চনৰ ভাদ মাহত (কৃষ্ণ পক্ষত, তৃতীয়া)। মোৰ পিতৃপক্ষ খাগৰিজানৰ (নগাওঁ) আৰু মাতৃপক্ষ নলবাৰীৰ-নল-খাগৰিৰ এই কাকতালীয় সংযোগ তাৎপৰ্যপূৰ্ণ নহলেও আমোদজনক। আমাৰ বংশ ইচ্ছ গণৰ মহাপুৰুষীয়া হিন্দু, গুৰুঘৰ তেজপুৰৰ নিকামুল সত্ৰ। প্ৰথমতে দেউতাৰ কালৰ কথা কওঁ।

ব্যক্তিগত জীৱন বৈচিত্ৰ্যহীন হলেও মোৰ পিতৃপক্ষ আৰু মাতৃপক্ষৰ উপৰিপুৰুষ সকলক লৈ মই গৌৰৱ কৰিব পাৰো। সেইবোৰে ক্ৰমাৎ বিস্মৃতিৰ গৰ্ভত মুখ লুকাবলৈ আৰম্ভ কৰিছে আৰু ইতিমধ্যে বহু পুৰণি কাহিনীৰ উমানকণ পাবলৈকে টান হৈছে।

সরু-বৰ আমি সকলোটি কম-বেছি পৰিমাণে দেশৰ আৰু সমাজৰ জাতীয় বুৰঞ্জীৰ আহিলা যোগনিয়াৰ। পূৰ্বপুৰুষসকলৰ কথা জানিলে গাত বল বাঢ়ে, জীৱন ধন্য হয়। মোৰ উপৰিপুৰুষ সকলৰ জনচেৰেক আজি বুৰঞ্জীমূলক চৰিত্ৰ হৈছে।

## উপৰিপুৰুষ : পিতৃবংশ

তেতিয়া আমাৰ দেশত অহোমৰ দিন। অসমৰ ৰাজপাটত স্বৰ্গদেউ গৌৰীনাথ সিংহ। এইজনা স্বৰ্গদেৱৰ ৰাজত্ব কালত (১৭৮০--৯৫ চন) যি মোৱামৰীয়া বিদ্ৰোহ হৈছিল সেই বিদ্ৰোহত ৰাজ্যৰ ধৰণী লৰিছিল, ৰাজসিংহাসন কঁপিছিল, ৰাজকাৰেঙত কাট মেলিছিল আৰু প্ৰজাবিলাকৰ পানীত হাঁহ নচৰা বিলৈ হৈছিল। সেই সময়ত বিশেষকৈ উজনি অসমত কিছু দিনলৈ এক অশান্ত অৱস্থা চলি থকা দেখি ৰাজধানী আৰু তাৰ ওচৰকাষৰীয়া ঠাইৰপৰা বহুত মানুহ ভাগি দিহিঙে-দিপাঙে নিৰাপদ ঠাইলৈ উঠি গৈছিল। এইদৰে ভাগি যোৱা লোকসকলৰ ভিতৰত নিতাই আৰু মেঘাই নামৰ দুজন ভাই-ককায়ো আছিল। নিতাইৰ গাত ৰজাদিনীয়া বৰাৰ বিষয়বাবো আছিল। তেওঁ হেনো নিজৰ ঠাইত এজন প্ৰতিপত্তিশালী লোক আছিল। এওঁলোক উজনি অসমৰ কোন ঠাইত আছিল আৰু তাত সেই বংশৰ মানুহৰ পুলি-পোখা এতিয়া কোনোবা আছে নে নাই তাক জানিবৰ উপায় নাই।

### উৰিয়া গাওঁ

দেউতাইতে কোৱা শুনিছিলো, আমাৰ বংশৰ মূল গুৰিগছজোপা হেনো গোলাঘাট অঞ্চলত কোনো এখন ঠাইত আছিল। কোনোৱে আকৌ যোৰহাটৰ কেন্দুগুৰি অঞ্চলত বুলিও কয়। সি যি নহওক নিতাই, মেঘাই আৰু সেই ঠাইৰ কেইঘৰমান মানুহে অলপ দিন ভগনীয়া হৈ অ'ত ত'ত ভাহি ফুৰিছিল। তেওঁলোকে বাটত কেবাঠাইতো থাকি শেষত আহি নগাওঁ জিলাৰ কলংপৰীয়া গাওঁ এখনত নিগাজীভাৱে খোপনি পুতি বয়। তেতিয়া নগাওঁ চহৰৰ নাম খাগৰিজান আছিল। তেওঁলোক থকা ঠাইখন আছিল বৰ্ত্তমান ট্ৰাঙ্করোডৰ দাঁতিত আৰু খাগৰিজানৰ চাৰিমাইল পূৱত। নিতাই বৰাৰ লগতে অহা আৰু দুটা পৰিয়ালক 'ৰাগ দিয়াৰ ঘৰ' আৰু 'মেৰ দিয়াৰ ঘৰ' (?) বোলা হৈছিল। এইবিলাক মানুহ উজনিৰপৰা উৰি আহি গোজেই গছ হোৱা ঠাইখনেই উৰিয়া গাওঁ নামেৰে জনাজাত হোৱাটো সম্ভৱ। বৰ্ত্তমানে উৰিয়া গাওঁ নগাওঁ জিলাৰ শিঙীয়াপোতনি মৌজাৰ অন্তৰ্গত।

### পূৰ্ণানন্দ বৰহাজৰিকা

নিতাই বৰাৰ লগতে তেওঁৰ পুতেক কৃষ্ণানন্দও আহিছিল। যথাসময়ত উৰিয়া গাওঁ অঞ্চলত কৃষ্ণানন্দ আকতজিলিকা হৈ মূৰ তুলি উঠে। সাহসী আৰু সৰবৰহী স্বভাৱৰ বুজ পাই ৰজাঘৰৰপৰা তেওঁক হাজৰিকা বিষয়-বাব দিয়া হয়। কৃষ্ণানন্দৰ ঘৰপুতেকৰ নাম পৰমানন্দ। পৰমানন্দৰ পুতেক ভৱানন্দ। ভৱানন্দৰ দুজন পুতেক, বৰজন পূৰ্ণানন্দ আৰু সৰুজন তুৰাইৰাম হাজৰিকা। মানৰ দিনৰ আগে আগে নগাওঁ

জিলাৰ দক্ষিণ কালে থকা কিছুমান কছাৰী মানুহে মাজে মাজে উজনিপাৰলৈ গৈ ডকাইতি দি মানুহৰ ঘৰবাৰ লুটিপুটি আনিছিল। ৰজাঘৰীয়া মানুহ আৰু উপদ্ৰৱকাৰী কছাৰীবিলাকৰ মাজত সময়ে সময়ে একোটা সৰুসুৰা সংঘৰ্ষ বা একোখন চুৰ্বীয়া ৰণো হৈছিল। অৱশেষত সেই উপদ্ৰৱ দমন কৰিবলৈ পূৰ্ণানন্দ হাজৰিকালৈ ৰজাঘৰৰপৰা নিৰ্দেশ আহে। স্বৰ্গদেৱৰ আদেশ শিৰোগত কৰি পূৰ্ণানন্দই বীৰত্ব দেখুৱাই উপদ্ৰৱ-কাৰীবিলাকক পৰাস্ত কৰে আৰু খেদি নি ডবক ৰাজ্যত থৈ আহেগৈ। বৰ্ত্তমানে সেই ঠাইকে ডবকা বোলা হয়। স্বৰ্গদেৱে পূৰ্ণানন্দৰ বীৰত্বব্যঞ্জক কাৰ্যত পৰম সন্তোষ লাভ কৰি তেওঁক সেই অঞ্চলৰ মূল হাজৰিকা বা বৰহাজৰিকা পাতে। এই বৰহাজৰিকাৰ বিষয়-বাব আৰু মাটি-বাৰী আদিৰ বিৱৰণ দি তেওঁক ৰজাঘৰীয়া তামৰ ফলিও দান কৰা হৈছিল।

মানৰ দিন আৰম্ভ হোৱাত পূৰ্ণানন্দই ট্ৰাকবোঙৰ দাঁতিৰপৰা ঘৰ-দুৱাৰ কিছু-দূৰ ভিতৰলৈ হোহকাই নি ভায়েকৰ লগত থাকিবলৈ লৈছিল আৰু আৰম্ভতে অনুসৰি চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱক মানৰ বিপক্ষে সহায় কৰি আছিল। শেষত যেতিয়া দেশখন একেবাৰে মানৰ কবলত পৰিল, তেতিয়া স্বৰ্গদেৱে নিজে এবাৰ মৰো-জীওঁ সোঁআধিকৈ শেষ চেষ্টা কৰি চাওঁ বুলি ভটীয়াই গৈ মানাহামুখৰ হাদিৰাচকীত কোঠ পাতি বৈছিল। পূৰ্ণানন্দ বৰহাজৰিকাই ঘৰবাৰী ভায়েক ভুৱাইৰামক গতাই দি সৈন্য-সামন্ত লৈ স্বৰ্গদেৱৰ পক্ষত যোগ দিছিলগৈ।

দুৰ্ভাগ্যৰ বিষয় চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱৰ শেষ চেষ্টাও ব্যৰ্থ হ'ল। স্বৰ্গদেৱৰ নেতৃত্বত অসমীয়া সেনাই প্ৰাণটাকি মৰো-জীওঁ সোঁআধিকৈ যুঁজিছিল যদিও মহগড়ৰ ৰণত অসমৰ স্বাধীনতা বেলি মাৰ গ'ল। দুৰ্দান্ত মানবিলাকে জয়লাভ কৰি নেওৰ কটা বাঘৰ দৰে টিখিলখিলাবলৈ ধৰিলে। ৰণত বেয়াকৈ ঘাটি স্বৰ্গদেৱে ভাটীমূৱাকৈ নাও মেলি দিলে। অসমীয়া সেনাৰ একেবাৰে ককাল ভাগিল। কোন মৰিল, কোন থাকিল আৰু ছেদেলি-ভেদেলি হৈ কোন কলৈ গ'ল হিচাপ নোহোৱা হ'ল।

পূৰ্ণানন্দ বৰহাজৰিকা সেই ৰণত মৰিল যদিও লাজে-অপমানে তেওঁ মৃত্যুতুল্য হ'ল। জীৱনৰ প্ৰতি তেওঁৰ বিতৃষ্ণা জন্মিল। 'পৰাধীনতাৰ শিকলিত বান্ধ নাখাওঁ' বুলি মনত দৃঢ়সংকল্প কৰি তেওঁ গুৱাহাটীলৈ আহি উমানন্দ মন্দিৰলৈ গৈ আশুতোষ মহা-ভৈৰৱক দৰ্শন কৰিলে আৰু তাৰ পিছত মহাবাহু ব্ৰহ্মপুত্ৰৰ বুকুত জাঁপিয়াই পৰি চিৰশান্তি লাভ কৰিলে। পূৰ্ণানন্দই তেওঁৰ আত্মবিসৰ্জনৰ খবৰটো মতৱা এজন বিশ্বস্ত বন্ধুৰ যোগেদি ভায়েক ভুৱাইৰাম হাজৰিকাক জনাই থৈ গৈছিল।

আজিকালি এইদৰে দেশৰ কাৰণে জীৱন আহুতি দিয়া মানুহক 'ছহিদ' বোলা হয়। ছহিদ হওকেই বা নহওকেই, মোৰ আজো-ককা পূৰ্ণানন্দ বৰহাজৰিকাও যে এজন বীৰ আৰু নিঃস্বাৰ্থ দেশপ্ৰেমিক আছিল সেই বিষয়ে সন্দেহৰ থল নাই।

স্বাধীন ভুৱাই ৰজাবিলাক

ভুৱাম নামটোৱেই মুখ বাগৰি ভুৱাম, ভুৱাইৰাম বা ভোৱাইৰাম হ'ব পাৰে। মই দেউতাৰ মুখত ভুৱাম নামটোহে শুনিছিলো। ভুৱামেই ভুৱাইৰাম বা ভোৱাইৰাম হোৱাটো স্বাভাৱিক। এখন চুক্তিৰ আলোচনাত ভুৱাইৰাম হাজৰিকাই নিজ যোগ্যতাৰে

পৰিয়ালৰ যশ বৃদ্ধি কৰিছিল। এওঁৱেই ইংৰাজ শাসনত নগাওঁ জিলাৰ প্ৰথম সদৰামিন বা মুন্সেফ হাকিম। এওঁ সদৰামীন হৈ তেজপুৰতো আছিলগৈ আৰু তাতো নাম-যশ আৰ্জিবলৈ সক্ষম হোৱা বুলি কোৱা শুনিছো। তেওঁ কেনেকৈ বৃটিছ চৰ্কাৰৰ দৃষ্টি গোচৰলৈ আহি হাকিমী লাভ কৰিছিল তাৰ মূলতো এটা কাহিনী আছে। কাহিনী হলেও সঁচা কথাই। ১৮২৬ চনত হোৱা য়াণ্ডাবু সন্ধিৰ অলপ আগৰ কি পিছৰ কথা। তেতিয়া মানৰ কপাল ফুলিছে, লগে লগে বৃটিছৰও কপাল ফুলিছে। মানহঁতে ইংৰাজ চিপাহীৰ শিশুপাল খেদাত ঠাৰবিব নোৱাৰি নেজ দাঙি পলাই পত্ৰং দিছিল। গোড়া চিপাহী-বিলাকক দেখা পাই অসমীয়া প্ৰজাৰো ভয়ত ভগবন্ত পলাইছিল। বগা বঙালে জাত মাৰে বুলি তেওঁলোক পেপুৱা লাগিছিল। ইংৰাজে মানে গচকি যোৱা দেশখন নকৈ গঢ়িবলৈ নথৈ যত্ন কৰিছিল কিন্তু থলুৱা লোকৰপৰা আৱশ্যকীয় সহাঁৰি পোৱা নাছিল। নিৰ্ভয় দিয়া সত্বেও তেওঁলোকে আগবাঢ়ি আহি ইংৰাজৰ লগত সহযোগ কৰা নাছিল। এবাৰ ছাৰ্জেন্টৰ জেনকিন্‌স চাহাবৰ অধীনত এটা ইংৰাজ ফৌজে উৰিয়া গাৱঁত কোঠ পাতি জিৰণি লৈ আছিলগৈ। চাহাবজন ভোকে-পিয়াহে অস্থিৰ হৈ বৰ বিপাণ্ডত পৰিছিল। গঞা মানুহে বগা বঙাল দেখা পালেই ফৰিং ছিটিকা দিয়ে। খোৱাবস্তুৰ অভাৱত জেনকিন্‌স চাহাবে চকুৰে সৰিয়হ ফুল দেখা পালে। হেন সময়তে গাঁৱৰ মুখিয়াল লোক ভূৱাইৰাম হাজৰিকাৰ লগত তেওঁৰ ভেটাভেটি হ'ল। ভূৱাইৰামে বুকু ডাঠ কৰি চাহাবজনৰ আগত থিয় দিছিলগৈ আৰু তেওঁলোকক কেনেভাৱে সহায় কৰিব লাগে জানিবলৈ বিচাৰিলে। বেচেৰা চিপাহীবিলাকৰ তেতিয়া ভোকত পেটৰ নাড়ী ভাল ভাল হৈছিল, পিয়াহত অণ্ঠকণ্ঠ শুকাই গৈছিল। ভূৱাইৰামে প্ৰকৃত অৱস্থাৰ টেৰ পাই গাৱঁলৈ গৈ পৰ্যাপ্ত পৰিমাণে গাখীৰ, স্মৰথিৰা টেঙা আদি গোটাই আনি তেওঁলোকক খাবলৈ দিলে। তেওঁ গঞা ৰাইজক বুজাইবাই ক'লে বোলে ইংৰাজ পল্টনে অসম মাৰিবলৈ অহা নাই, অসমক তাৰিবলৈহে আহিছে। সকলোৱে তেওঁ-লোকক সহায় কৰি দেশৰ অৰাজক অৱস্থাৰ অন্ত পেলোৱা যুগুত। ভূৱাইৰামে ৰাইজক বলাই আনি জেনকিন্‌স চাহাবক খাদ্যবস্তুৰ যোগান ধৰালে। সেই দিনাই নিয়তিয়ে অলক্ষিতে ভূৱাইৰামলৈ চাই এটা সন্তোষৰ হাঁহি মাৰিলে। তেওঁৰ প্ৰতি ইংৰাজ চৰ্কাৰ সুপ্ৰসন্ন হ'ল।

দেশত ইংৰাজৰ শাসন যেতিয়া গজগজীয়া হ'ল কমিছনাৰ জেনেৰেল জেনকিন্‌স চাহাবে ভূৱাইৰাম হাজৰিকাক এদিন তেওঁ কৰা উপকাৰৰ প্ৰতিদান স্বৰূপে সদৰামীন বা মুন্সেফ পদত মকৰল কৰিলে আৰু আগলৈ তেওঁৰ বংশত উপযুক্ত লোক ওলালে ভাল চাকৰিত নিযুক্তি দিয়া হ'ব বুলি এখন প্ৰশংসা পত্ৰও দিলে।*

---

*...As a true Englishman Captain Gurdon could not forget the services of his subordinate, nay he took prompt action and rewarded him with a present and in a manner which is unique in this province. This case affords a remarkable illustration of the fact that the Englishmen are too willing to acknowledge

ভূবাইবামৰ হাকিমীৰ এটা আমোদজনক সাধু এতিয়াও আমাৰ মাজত প্ৰচলিত হৈ আছে। এবাৰ জিলাৰ বৰচাহাব সদৰামীনৰ কামকাজ পৰিদৰ্শন কৰিবলৈ আহক। সদৰামীন হাকিম আমাৰ আজো-ককা ভূবাইবাম হাজৰিকা। তেতিয়াৰ দিনত হাকিমৰ এজলাছ আজিকালিৰ হাকিমৰ এজলাছতকৈ স্বকীয়া আছিল। এজলাছতে তামোলৰ বটা, পিকদানী, লোটা, চৰিয়া, তালপাতৰ বৰবিচনী আদিৰ ব্যৱস্থা আছিল। ভূবাইবাম হাকিমে তেওঁৰ আদালতৰ চাৰিওফালে তামোলৰ পিকেৰে ফুল বাছি থৈছিল। চৰ্কাৰী কাকত-পত্ৰবোৰো ছেদেলিভেদেলি হৈ পৰি আছিল। এনে এটা অবাঞ্ছনীয় পৰিবেশ দেখি এজলাছৰ কোঠা সোমায়েই বৰচাহাবৰ মূৰ গৰম হ'ল। তেওঁ তেনেদৰে চৰ্কাৰী কাকত-পত্ৰবোৰ পেলাই ৰখাৰ বাবে মৌখিকভাৱে হাকিমৰ কৈফিয়ৎ তলব কৰিলে। জোকৰ মুখত চূণ দিব জনা হাকিম হাজৰিকা ডাঙৰীয়াই ততালিকে চাহাবক জবাব দি ক'লে বোলে তেনেভাৱে কাকতবোৰ পেলাই থোৱাৰ উদ্দেশ্য আছে। চৰ্কাৰী গেজেটবোৰ তেনেদৰে চকুৰ আগত মেলি ৰাখিলে যিফালে চকু যায় সেইফালে গেজেটত থকা সিংহৰ ছবি দুটালৈ তেওঁৰ দৃষ্টি আকৰ্ষিত হয়। সেই সিংহ হৈছে বৃটিছ চৰ্কাৰ আৰু ধৰ্মাৱতাৰ মহাৰাণীৰ প্ৰতীক চিন। বিচাৰৰ ৰায় লেখিবৰ সময়ত সেই ছবি চাই ল'লে ন্যায় বিচাৰৰ সহায়ক হয়। সেই কাৰণেহে হেনো গেজেটবোৰ তেনেভাৱে এজলাছৰ মজিয়াত মেলি ৰখা হৈছে, যাতে যিফালেই চকু পৰে সেই ফালেই তেওঁ বিচাৰৰ সময়ত মহাৰাণীৰ বল পায়। হাকিম ডাঙৰীয়াৰ উত্তৰ শুনি আৰু তেওঁৰ

---

and reward good services and merit. And in this connection we would mention a most notable incident which occured more than half a century ago. The late general Jenkins first came to Assam as a surveyor. But from the nature of his duties he had to perform, he was not withstanding his extreme kindness and courtesy, looked upon not only with suspicion by the people but they shunned him as much as possible. He used to move from village to village without practically receiving any assistance from the people, but undauted, still doing his duty. He wanted to approach the people but they avoided him. On one occasion when he was resting under the shade of a tree being hungry and thirsty and could not get anything either to eat or drink, an influential man of a certain village by name Bhoysi Hazarika went over to him with some milk and oranges. After heartily drinking the milk and taking some oranges General Jenkins thanked the Assamese gentleman with the inmost of his heart and explained the object of his mission, and asked him to co-operate with him in removing the worng notion from the minds of the riots. He also took the name and the address of the Assamese gentleman in his note book. When General Jenkins next came to Assam as Commissioner he enquired of the Assamese gentleman and soon after appointed him a munsiff. —Extract from Assam, 14 and 21 December 1896.

ৰাজভক্তিৰ উমান পাই ৰবচাহাবৰ গৰম মুৰ নৰম হ'ল আৰু তেওঁ পৰিদৰ্শনত সন্তুষ্টি লাভ কৰি উলটি গ'ল। এই নিচিনা উপস্থিত বুদ্ধিৰ বাবেই ভুবাইৰাম হাজৰিকাই অলপীয়া বিস্তাৰেই গ্ৰহদোষ, চাহাব দোষ আদি বিষবোৰ খণ্ডন কৰি সুখ্যাতিৰে হাকিমি কৰি নাম জিলিকাই থৈ গৈছে। নামমাত্ৰ লেখা-পঢ়া জানিলেও তেতিয়াৰ দিনৰ অসমীয়া ডা-ডাঙৰীয়াসকল বিচক্ষণ জ্ঞান আৰু উপস্থিত-বুদ্ধিত চহকী 'আছিল। অসমৰত্ন মাণিকচন্দ্ৰ বৰুৱাৰ বিবেকবন্তী বন্ধু গুৱাহাটীৰ ৰায়বাহাদুৰ ভুবনৰাম দাসৰ নামো এই প্ৰসংগতে উল্লেখ কৰিব পৰা যায়।

ভুবাইৰামৰ কেবাজনো পুতেক আছিল। তেওঁলোকৰ নাম নাথুৰাম, মখমল, শম্ভুৰাম, চেনাইৰাম, শান্তিৰাম প্ৰভৃতি। ভুবাইৰামক হাকিমী দিয়াৰ উপৰিও বৃটিছ চৰ্কাৰে তেওঁৰ তিনজন পুত্ৰক তিনখন মৌজাও দিছিল। নাথুৰাম উৰিয়া গাওঁৰ, শম্ভুৰাম নলৈৰ আৰু মখমল হাজৰিকা গোভা মৌজাৰ মৌজাদাৰ হৈছিল। মখমলে গোভালৈ মৌজাৰ ভাৰ লবলৈ যাওঁতে আন বয়বস্তুৰ উপৰিও ৰজাদিনীয়া তামৰ ফলিখন লগত লৈ গৈছিল। দুখৰ বিষয় কলং নৈত নাও বুৰাৰ ফলত তেওঁৰ আন সা-সম্পত্তিৰ লগতে ৰজাদিনীয়া ফলিখনো নৈৰ বুকুত জাহ গ'ল। এইদৰে বহুমূলীয়া স্মৃতিফলক এখন বিলুপ্ত হোৱাটো আমাৰ বংশৰ পক্ষে দুৰ্ভাগ্যৰ কথা।

শান্তিৰাম তহছিলদাৰ

ভুবাইৰামৰ বৰপুতেক নাথুৰাম মৌজাদাৰৰ বিষয়ে লেখিবলগীয়া বিশেষ সমল মই জনাত নাই। তেওঁ স্বৰ্গী হোৱাত পুতেকবিলাক নাবালক আছিল কাৰণে তেওঁৰ উৰিয়া গাওঁৰ মৌজাখন ভায়েক শান্তিৰামৰ হাতলৈ যায়, তেতিয়া অৱশ্যে মৌজা ভাঙি তহছিল হৈছিল। শান্তিৰামে সুখ্যাতিৰে মৌজা বা তহছিল চলাই ৰজাঘৰৰপৰা ৰায়চাহাব উপাধি লাভ কৰিছিল আৰু অনাৰেৰী মেজিষ্ট্ৰেট বা অধম্ভৰা হাকিম হৈছিল; তেওঁ বৰ খিতাপী লোক আছিল। এসময়ত নগাওঁ জিলাত শান্তিৰাম তহছিলদাৰৰ নাম নজনা মানুহ নাছিল বুলিলেই হয়। পুৰণি ধৰণকৰণ আৰু খিতাপেৰে তেওঁ বিস্তৰ সা-সম্পত্তিও আৰ্জি ভোগ কৰি গ'ল। আমাৰ বংশৰ ৰজাদিনীয়া পুৰণি সা-সম্পত্তিৰ দোলা, বৰজাপি, বৰপীৰা আদিও তেওঁৰ ঘৰতে আছিল। শান্তিৰামৰ পিছত তেওঁৰ একমাত্ৰ পুতেক হৰিকান্ত হাজৰিকা মৌজাদাৰ হয়। বিলাসিতা আৰু চাহাবী চালচলনত জীৱন অতিবাহিত কৰি তেওঁ কলিকতাৰ ঘোঁৰা দৌৰত চেকুৰ মেলি বহুমূলীয়া পৈত্ৰিক সম্পত্তি আধানাৰ্জি কৰি গ'ল। বিয়াল্লিছৰ গণ আন্দোলনত ইংৰাজ চৰ্কাৰৰ লগত সক্ৰিয়ভাৱে সহযোগ কৰাৰ বাবে তেওঁ ৰাইজৰ আক্ৰা হেৰুৱাইছিল আৰু তাৰ ফলতেই তেওঁৰ মৌজাৰ কাৰ্য্যালয় পুৰি ভস্মীভূত হৈছিল। দুখৰ বিষয় সেই অগ্নিকাণ্ডত আমাৰ বংশৰ পুৰণি কাকত-পত্ৰ, বংশাৱলী আদিও পুৰি ছাই হ'ল। সৌভাগ্যক্ৰমে সেইবোৰ পঢ়ি কিছুমান কথা ৰৰদেউতাৰ ল'ৰা মোৰ ভাই শ্ৰীমান ৰমণীকান্ত হাজৰিকাই টুকি ৰাখিছিল। সেই টোকাৰ সহায় নোপোৱা হ'লে মোৰ এই প্ৰসঙ্গৰ কিছু কথা বাদ পৰিলহেঁতেন।

নাথুৰামৰ পৰিয়াল

একাধিক পত্নীৰে সেই কালৰ ডা-ডাঙৰীয়াসকলে একোখন ডাঙৰ গৃহস্থী পাতি লৈছিল। নাথুৰাম মৌজাদাৰৰ পত্নীও আছিল তিনিগৰাকী। বৰঘৈণীৰ পুতেক সোমদত্ত আৰু হৰকান্ত, মাজুঘৈণীৰ পুতেক ৰাধাকান্ত আৰু সৰুঘৈণীৰ পুতেক আছিল আমাৰ দেউতা ৰমাকান্ত। সোমদত্ত জ্যেষ্ঠ, ৰাধাকান্ত বৰমাজু, হৰকান্ত সৰুমাজু আৰু ৰমাকান্ত কনিষ্ঠ। সোমদত্ত হাজৰিকা এই শতিকাৰ প্ৰথম দশকত গুৱাহাটীৰ প্ৰতাপী নাগৰিকসকলৰ অন্যতম আছিল। তেওঁ প্ৰথমে ছিলডত আৰু পিছত গুৱাহাটী পৌৰসভাৰ অভাৰছিয়াৰ হৈ আছিল। জিলাৰ বৰচাহাব তেতিয়া চেয়াৰমেন আৰু ৰায়বাহাদুৰ ভুবনৰাম দাস ভাইচ-চেয়াৰমেন আছিল। তেতিয়াৰ দিনত কাৰ্যকৰী ব্যৱহাৰিক অভিজ্ঞতাই আছিল কামকাজৰ অৰ্হতাৰ মাপকাঠী। সোমদত্তয়ো অভাৰছিয়াৰ হিচাপে ছিলঙত ভাল কাম কৰাৰ বাবে গুৱাহাটীত নিযুক্তি পাইছিল। তেতিয়াৰ দিনত অভাৰছিয়াৰৰ গাতে আলি-পদূলি, জনস্বাস্থ্য, পানীযোগান আদি নানা ডাঙৰ কামৰ ভাৰ ন্যস্ত আছিল। সেই সময়ত মোৰ দেউতা এইজন ককাদেউতাৰ লগতে গুৱাহাটীত আছিল। এতিয়া উজানবজাৰৰ ফটিক ৰোডত প্ৰাক্তন জজ স্বৰ্গীয় ঈশ্বৰপ্ৰসাদ বৰুৱা ডাঙৰীয়া থকা হাউলিতেই দেউতাহঁত আছিল। বৰুৱাৰ দখলত থকা মাটিখিনিৰ উপৰিও পূবকালে প্ৰাক্তন জজ স্বৰ্গীয় যোগেন বৰুৱাৰ মাটিখিনিও একেলগে মহেশ্বৰ গোস্বামীৰ (দেশনেতা হৰেশ্বৰ গোস্বামীৰ ককাক) দখলত আছিল। গোস্বামীদেৱৰপৰা সেই মাটি ককাদেউতা সোমদত্ত হাজৰিকাই এহেজাৰ টকাৰে কিনি লৈছিল। তেওঁ পূবৰ কালৰ মাটিখিনি পিছত বন্ধুকান্ত বৰুৱাক এনেয়ে থাকিবলৈ দিয়ে। ১৯০৪ চনত স্বৰ্গীয় ঈশ্বৰপ্ৰসাদ বৰুৱাৰ হাউলিৰ মাটি স্বৰ্গীয় মাণিক বৰুৱাৰ বংশৰ স্বৰ্গীয় কেশৱচন্দ্ৰ বৰুৱাক এহেজাৰ টকাত বেচি অৱসৰ লৈ নগাৱঁৰ ধৰমতুললৈ মৌজাদাৰ হৈ যায়। অলপ দিনৰ পিছতে কেশৱ বৰুৱায়ো গুৱাহাটী এৰি কাশীবাসী হয়গৈ। যাবৰ সময়ত তেওঁ সেই মাটি প্ৰথমতে ককাদেউতাকে কিনা দাম এহেজাৰ টকাতে যাচিছিল, কিন্তু তেওঁ লবলৈ অমান্তি হোৱাত স্বৰ্গীয় ঈশ্বৰপ্ৰসাদ বৰুৱা ডাঙৰীয়াক ডেৰহেজাৰ টকাত বেচি থৈ গৈছিল। মহেশ্বৰ গোস্বামীৰ সেই হেজাৰ টকীয়া মাটিয়েই আজি লাখটকীয়া হৈছে। সেই সময়ত অনাহকতে চৰ্কাৰী খাজনা ভৰিব লাগে বুলি ভাবি বহুত অসমীয়া মানুহে নিজৰ দখলত থকা মাটি আনক এৰি দি নাইবা নামমাত্ৰ মূল্যত বেচি নিষ্কৃতি লাভ কৰিছিল। দুই এজন দূৰদৰ্শী অসমীয়া, বঙালী আৰু মাৰোৱাৰীয়ে এই সুযোগতে বিৰাট ভূখণ্ড দখল কৰি অসমৰ ঠায়ে ঠায়ে নেওঁৰ পাৰি বহিছিল আৰু আজি তেওঁবিলাকৰ পো-নাতিয়ে তাৰ সুফল উপভোগ কৰিছে।

মোৰ দ্বিতীয়জন ককাদেউতা ৰাধাকান্ত হাজৰিকা আন কেইজনৰ দৰে আন ঠাইলৈ নগৈ উৰিয়া গাৱঁৰ নিজৰ পৈত্ৰিক ভেটিতে জীৱনৰ শেষ দিনলৈকে আছিল। এতিয়াও বংশৰ মূল ভেটিতে থাকি তেওঁৰ পো শ্ৰীমান ৰমণীকান্ত হাজৰিকাই স্বাধীনভাৱে জীৱিকা নিৰ্বাহ কৰি আছে। তৃতীয়জন ককাদেউতা হৰকান্ত হাজৰিকাই গড়কাপ্তানী বিভাগত কাম

কৰিছিল আৰু ডিবুৰুৰ শান্তিপাৰাত নিজাকৈ এখন ঘৰ পাতি লৈছিল। তেওঁৰ পুতেক এটি অকালতে ঢুকাল, জীয়েক এজনী এতিয়াও আছে। বৰজনী পৰিছে নগাওঁৰ চৰ্কাৰী এডভোকেট শ্ৰীগোপালচন্দ্ৰ বৰাক আৰু সৰুজনী পৰিছিল তেজপুৰৰ ডেকাৰগাঁৱৰ মৌজাদাৰ স্বৰ্গীয় ললিতচন্দ্ৰ ভূঞাক। দেউতা ৰমাকান্তৰ কথা পিছত লেখা হ'ব।

### ধৰমতুলীয়া হাজৰিকা

১৯০৪ চনত সোমদত্ত হাজৰিকাই অভাৰছিয়াৰ কামৰপৰা অবসৰ লৈ ধৰমতুললৈ গৈ নকৈ ঘৰবাৰী পাতি লৈছিল। প্ৰথমতে তেওঁ চতিয়াল মৌজাৰ আৰু পিছত উত্তৰখোলা মৌজাৰ মৌজাদাৰ হৈছিল। সেই মৌজা এতিয়াও তেওঁলোকৰ ঘৰতে আছে। তেতিয়াৰ দিনত পুৰণি সম্ভ্ৰান্ত পৰিয়ালৰ মানুহে মৌজা পাইছিল। সোমদত্তৰ চাৰিপুত্ৰ—ভগদত্ত, পুষ্পদত্ত, কালিদত্ত (গণেশ) আৰু কৃষ্ণদত্ত (কাৰ্তিক)। ভগদত্ত হাজৰিকাই সুখ্যাতিৰে মৌজা চলাই ৰজা আৰু ৰাইজৰ মাজত সমানে প্ৰিয়পাত্ৰ হ'ব পাৰিছিল। বৃটিছ চৰ্কাৰে তেওঁক ৰায়চাহাব খিতাপী আৰু অধম্বৰা হাকিমৰ বাব দিছিল।

দ্বিতীয় মহাসমৰৰ আগলৈকে ধৰমতুল এখন ভোগালী ঠাই আছিল। মাছ, চৰাই উভৈনদী। ভগদাদাৰ ঘৰখন মানুহে-দুনুহে, থেতিয়ে-বাতিয়ে ভৰপুৰ। হাতত বন্দুকটো লৈ ওলাই গলেই জাকোজাকে বনৰীয়া হাঁহ, হাইঠা আদি চৰাই মাৰি আনিব পাৰি। ধৰমতুলত চিকাৰ কৰা বনৰীয়া হাঁহৰ চালান গুৱাহাটীও পাইছিলহি। মোৰ অৱশ্যে কোনো চৰাইৰ মঙহ খোৱাৰ অভ্যাস নাই।

ভগদত্ত হাজৰিকাৰ ভায়েক মোৰ বৰককাই পুষ্পদত্ত হাজৰিকাৰ অলপতে মৃত্যু হৈছে। মৃত্যুৰ সময়ত তেওঁৰ বয়স চাৰিকুৰিৰ ওচৰাউচৰি হৈছিল। তেওঁ আছিল বেৰী হোৱাইটত পাছ কৰা ডাক্তৰ। চৰ্কাৰী চাকৰিত দিহিঙে-দিপাঙে ঘূৰিফুৰি অবসৰৰ পিছত তেওঁ ছিলঙত খিতাপি লাগিছিল। এসময়ত তেওঁ এজন ভাল খেলুৱৈও আছিল। সমাজ-কল্যাণৰ কামত তেওঁ আগৰণুৱা আৰু ৰায়চৌধুৰীৰ সংৰক্ষিণী মতবাদৰ এজন উগ্ৰ সমৰ্থক আছিল। তেওঁৰ সৰু দুই যজাভাই কালিদত্ত হাজৰিকা (গণেশ) আৰু কৃষ্ণদত্ত হাজৰিকা (কাৰ্তিক) প্ৰমুখ্যে ধৰমতুলীয়া হাজৰিকা পৰিয়ালৰ সকবৰ প্ৰায় আটাইকেইজনে অসমৰ খেল-জগতত জাকত-জিলিকা। কাৰ্তিক দাদা অসমৰ খেল জগতৰ গুৰিয়ালসকলৰ অন্যতম আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্মকালৰপৰা অবসৰ লোৱা দিনলৈকে তেওঁ তাৰ পৰীক্ষা-বিভাগৰ লগত জড়িত আছিল। ধৰমতুলীয়া বৰদেউতা সোমদত্তৰ দুজন কীৰ্তিমন্ত জোঁৱাই তেজপুৰৰ ৰাধিকাকান্ত দাস আৰু ডাঃ কামিণীকান্ত দাস। দাস ভ্ৰাতৃদ্বয় ৰাণমঞ্চৰ উজ্জ্বল তৰা আছিল।

এই প্ৰসঙ্গত চৰ্কাৰী চাকৰিয়াল হলেও অসমীয়া-হিতৈষী আমাৰ পৰিয়ালৰ এজন মানুহৰ কথা উল্লেখ কৰিব পাৰি। তেওঁ হৈছে দেউতাৰ ভাগিন স্বৰ্গীয় দিলীপচন্দ্ৰ দাস। ঘৰ তেজপুৰত, শেষত ছিলঙত। বহুমূলাৰ দৰে ছিলটীয়াই ছাটি পেলোৱা অসমৰ ৰাজধানী ছিলঙত দিলীপ দাসে অসমীয়াৰ মুখ উজ্জ্বল কৰি থৈ গৈছে। এসময়ত

বৰমূৰীয়া কৰ্মচাৰীবিলাক ছিলেটীয়া হোৱা বাবে ছিলঙৰ সচিবালয় ছিলেটীয়া আমোলাৰ একচেটিয়া দখলত আছিল। দিলীপ দাস তালৈ ৰেজিষ্ট্ৰাৰ হৈ যোৱাৰ পিছৰ পৰাহে পট সলনি হ'ল। শাসক চাহাববিলাকৰ এটা ভাল গুণ আছিল এয়ে যে তেওঁলোকে ভালদৰে বুজি পালে ন্যায়বিচাৰ কৰিবলৈ পাছ নোহোহকে, অৱশ্যে যদিহে তেওঁলোকৰ নিজৰ জাতীয় স্বাৰ্থত বাধা নপৰে। দিলীপ দাসে চাহাব বৰমূৰীয়াসকলৰ আগত সুবিধা পালেই অসমীয়াৰ ন্যায্য দাবী জোৰেৰে প্ৰতিপন্ন কৰিছিল। তেজপুৰৰ বাণমঞ্চ আৰু ছিলঙৰ নাট্যশালাৰ লগতো দিলীপ দাস নিবিড়ভাৱে জড়িত আছিল।

### দেউতা ৰমাকান্ত

দেউতা ৰমাকান্ত নাথুৰাম হাজৰিকাৰ মুমলীয়া পুতেক আছিল। মাক ৰত্নী খৰঙি বৰুৱাৰ ঘৰৰ জীয়ৰী আছিল। দেউতাৰ সৰুতে মাক ঢুকায়। সেইকাৰণে তেওঁ ককায়েকহঁতৰ লগতে ডাঙৰ-দীঘল হয়। চাৰিওজন পুত্ৰ খুটি খাব পৰা নৌহওঁতেই নাথুৰাম হাজৰিকাৰ মৃত্যু হোৱাত কোনোজন পুত্ৰই উচ্চ শিক্ষা লাভ কৰিবলৈ সুবিধা পোৱা নাছিল। কোনে কিমানলৈ পঢ়িছিল সেই বিষয়ে জানিবৰো উপায় নাই। সেয়ে হলেও তিনিজনে কিছুদূৰ ইংৰাজী শিক্ষা লাভ কৰাটো সঠিকভাৱে জানিব পাৰি। মোৰ দেউতায়ো তেতিয়াৰ ছেকেণ্ড ক্লাছ নে থাৰ্ড ক্লাছলৈ (এতিয়াৰ অষ্টমমান, নৱমমান) পঢ়া বুলি কৈছিল। ভাল গুৱিয়াল নোহোৱা বাবে সিমানতে হেনো শিক্ষাৰ সামৰণি পেলাইছিল। সেয়ে হলেও মোৰ প্ৰাথমিক শিক্ষাত ঘৰুৱা শিক্ষকৰ দৰে দেউতাই যিখিনি তদাৰক কৰিছিল সেয়ে নোহোৱা হলে মোৰো বিদ্যাৰ গুৰিতে কেৰোণ লাগিলহেতেন নিশ্চয়।

মই জনাত দেউতা তেওঁৰ বৰককায়েক সোমদত্ত হাজৰিকাৰ লগত তেওঁৰ গুৱাহাটীৰ ঘৰত ১৯০২ চন মানলৈকে আছিল। আনুমানিক ১৯০০ কি ১৯০১ চনত উজান বজাৰৰ সেই ঘৰতে তেওঁৰ বিয়াও হৈছিল। তেতিয়াৰ দিনৰ সেইখন বৰ ডাঙৰ বিয়া আছিল বুলি বিহগী কবি চৌধাৰীদেৱে কেইবাদিনো আমাৰ আগত কৈছিল। কইনা আমাৰ মাতৃদেৱী স্বৰ্গীয়া নিৰুপমা, 'অভিমন্যু বধ' প্ৰণেতা ৰমাকান্ত চৌধাৰীৰ জীয়াৰী। দৰা আৰু শহুৰ দুয়োৰো একে নাম, ৰমাকান্ত। কন্যাদাতা আছিল গুৱাহাটীৰ প্ৰখ্যাত ডাঙৰীয়া দুলালচন্দ্ৰ চৌধাৰী। এই বিয়াত দৰাৰ দুলীয়া আৰু কন্যাৰ পাৰ্ক্ষীৱালা-বিলাক আছিল গুৱাহাটী পৌৰসভাৰ হৰিজনবিলাক। দলদোপ হোন্দোলদোপকৈ দৰা কইনাৰ ঘৰলৈ গৈছিল। কইনাৰ পদূলিমুখত এখন ডাঙৰ হেঙাৰে পৰিস্থিতি উত্তপ্ত কৰি তুলিছিল। সেই হেঙাৰৰ দলপতি হৈ বাট আগচিছিল তেতিয়াৰ ছাত্ৰ (কৰ্মবীৰ) নবীনচন্দ্ৰ বৰদলৈয়ে। এই সংক্ৰান্তত আলিবাটত এখন খণ্ডযুদ্ধ আৰু কইনাঘৰত শিলগুটিৰ বৰষুণো হৈছিল হেনো। পিছে মধুৰেণ সমাপয়েৎ হৈ বিয়াখন সুকলমে সম্পন্ন হৈছিল। দৰা আদৰা পীৰাখনৰ সাধুটো আমাৰ আগত কৈ বিহগী কবিয়ে বৰ আমোদ পাইছিল। এই পীৰাখনৰ দখল ল'বলৈ হেনো দৰাঘৰীয়া আৰু কইনাঘৰীয়াৰ কথা কটাকটি চলি থকাৰ মাজতে 'কোনে এই পীৰা নিয়ে চাওঁ' বুলি আভিধানিক

হেমচন্দ্ৰ বৰুৱাই পীৰাখনত বহি ললেগৈ। বুঢ়াৰ কাণ্ড দেখি এজন উটঙুৱা ডেকাই পীৰাখন টান মাৰি আনিলেগৈ। তাৰ ফলত 'লপথপীয়া দঢ়ীয়া হেম বৰুৱা' মাটিত বাগৰি পৰি গ'ল। তাকে দেখি দণ্ডায়মান বাইজৰ মাজত হাঁহিৰ খলকনি উঠিল। তাৰ লগে লগে পীৰাৰ দখলি-স্বত্বও মীমাংসা হৈ গ'ল। এনেকুৱা একোটা ঘটনাৰ কোনো এটা উত্তেজনাপূৰ্ণ মুহূৰ্ত্তই মানুহৰ মনত বহু দিনলৈ গভীৰ সাঁচ বহুৱায়, সেয়েহে বিহগী-কবিয়ে এই খুহুটীয়া সাধুটো পাহৰিব পৰা নাছিল।

বিয়াৰ পিছত দেউতাই বৰ্ত্তমানে মই থকা মাটিখিনি ডুকুৰি টকা দি উগ্ৰতাৰা দলৈৰ পৰা পট্টা কৰি লয়। তাতে এতিয়া মই ক্ষুদ্ৰ 'তপোবন' পাতি লৈ বাস কৰিছোঁ। দেউতাই কাম কৰিছিল আৰ-এম-এছ বা ৰেলৱে মেইল ছাৰ্ভিচত। ডাক বিভাগত এইটো শাখা থকা বুলি তেতিয়াৰ কথা নকওঁৱেই, এতিয়াও অসমীয়া মানুহে বৰকৈ ভু-ভা নেপায়। ইয়াৰ কাৰণ হৈছে অতীজৰেপৰা এই বিভাগৰ অসমৰ কেন্দ্ৰীয় কাৰ্যালয় আমাৰ চকুত নপৰা সিপিঠিত থকা শিলচৰ নগৰত অবস্থিত, সেইকাৰণে ছিলেটীয়া আৰু বঙালীবিলাকৰ গাধীৰতে মহৰ খুটি। এই বিভাগৰ সকবৰ চাকৰি-বাকৰিত অসমীয়া মানুহৰ সংখ্যা আজিও নিচেই তাকৰ। এই শতিকাৰ আদিতে দেউতা যেতিয়া ইয়াৰ পোন্ধৰটকীয়া 'ছৰ্টাৰ'ৰ ( sorter ) কামত সোমাইছিল তেতিয়া এই বিভাগত অসমীয়া মানুহ সমূলি নাছিল। পিছত যদিও দুই এজন সোমাইছিল তথাপি বহু দিনলৈকে এপাচি কচু-শাকত এটা আলুকৰ নিচিনা অৱস্থাই চলি আছিল। সাম্প্ৰতিক অৱস্থাৰ কথা মই বুজ নেপাওঁ। পোন্ধৰটকীয়া কামত আৰম্ভণি হৈছিল যদিও পেন্‌সনৰ সময়ত দেউতাৰ দৰ্মহা এশ সত্তৰ টকা হৈছিলগৈ। এবাৰ বেছি দৰ্মহাত প্ৰমোছন দি তেওঁক লাহোৰলৈ বদলি কৰিব খোজা হৈছিল, পিছে হাবুঙত লোণ সস্তা, দেহৰ বা কি অৱস্থা বুলি দেউতা ঘৰ এৰি সিমান আঁতৰলৈ যাবলৈ মান্তি নহ'ল। তেতিয়াৰ দিনত আজিকালিৰ দৰে পৰিবহনৰ সুচল নাছিল। অনা-অসমীয়া সকলৰ মাজত এজন অসমীয়া গৈ থাকিলে শালৰ মাজত শিঙীৰ অৱস্থা হ'ব বুলি দেউতাই ভয়ো কৰিছিল। ইয়াত আকালো নাছিল উঁৱালো নাছিল, অলপীয়া ধনেৰেই আঁতিভাহি গৈছিল। দেউতাৰ দিনত অভাৱ-অনাটনৰ মুখ দেখা মোৰ মনত নপৰে। মোৰ মনত পৰা কালত এশ টকা ধনেৰে ঘৰখন যেনেকৈ চলোৱা হৈছিল মই আজি হেজাৰ টকাৰেও সেইদৰে চলাবলৈ অসমৰ্থ হৈছোঁ।

দেউতাৰ কামটো আছিল ৰেল বা জাহাজেৰে ইঠাইৰপৰা সিঠাইলৈ ডাক অনা-নিয়া কৰা আৰু বাটৰ ষ্টেছনে ষ্টেছনে সেইবোৰ বিলাই যোৱা। তেওঁ কামত সোমোৱাৰ সময়ত অসমত ৰেলৰ চলাচল হোৱা নাছিল, জাহাজেৰে ডাক অনা-নিয়া কৰা হৈছিল। এই শতিকাৰ প্ৰথম দশকত দেউতাই প্ৰথমতে ডাকজাহাজত গুৱাহাটীৰপৰা গোৱালন্দলৈ আৰু গোৱালন্দৰপৰা গুৱাহাটীলৈ ডাক অনা-নিয়া কৰিছিল। তেওঁ মাহটোৰ পোন্ধৰ দিন জাহাজত আৰু পোন্ধৰ দিন ঘৰত কটাবলগীয়া হৈছিল। যাওঁতে আৰু আহোঁতে ঘাটে ঘাটে কিনিকুটি অনা বস্তুৰে মেটমৰা ভাৰ লৈ তেওঁ এজন সাওদ বণিজৰপৰা উলটি অহাৰি আহিছিল। যি সময়ত পইচাটোত চাৰি-পাঁচটা হাহকণী, সিকিটো বা আধলিটোত

এটা পঠা ছাগলী, টকা এটাত এমোন জহাচাউল পোৱা গৈছিল সেই দিনত দেউতাৰ পোন্ধৰ টকীয়া চাকৰি আছিল ভাল চাকৰি। এইবোৰ কথা মই পিছত সাধুকথাৰ দৰেহে শুনিছিলো।

## উপৰিপুৰুষ : মাতৃবংশ

এইবাৰ মোৰ মাতৃপক্ষৰ উপৰিপুৰুষৰ কথা ক'বলৈ লৈছোঁ। নলবাৰী ৰেলষ্টেচনৰ-পৰা এমাইলমান উত্তৰত সম্প্ৰতি জেলখানা সজা ঠাইত বতাহগিলা নামেৰে এখনি বৰ্ত্তমান গাঁও আছিল। ইয়াৰ নিচেই কাষতে গাতে গা লগাই বৈ গৈছে পাগলাধাৰা বা পাগলাদিয়া নৈ। নটৰাজ মহাদেৱৰ তাণ্ডৱ নাচত জটাৰ বান্ধোন খুলি যোৱাৰ নিচিনাকৈ বছৰি বাৰিষা কালত পাগলাদিয়াৰো দেওধা নাচি নাচি এই অঞ্চলৰ মানুহক তামাকাঁহা দেখুৱায়। এই নৈৰ বলিয়া বানত গঞা-বাইজে জীয়াতু ভুগিবলগা হয়। মৌজা আৰু গাঁওখনৰ নাম বতাহগিলা কিয় হ'ল জনা নেযায়। নলবাৰীৰ এই বতাহগিলা গাৱঁই এদিন অসমীয়া কাব্য-সাহিত্যৰ-এটি উজ্জল নক্ষত্ৰ ৰমাকান্ত চৌধাৰীক বুকুত ধাৰণ কৰি ধন্য হৈছিল। এই গাৱঁতে এদিন ৰমাকান্তৰ পূৰ্বপুৰুষে থানিকা পাতিছিল আৰু আজিও তাত তেওঁৰ পৰিয়ালৰ লোক দুই চাৰিঘৰ আছে।

### কানুসিং চুবাদাৰ

অসম বুৰঞ্জী পঢ়োতসকলে জানে স্বৰ্গদেউ গৌৰীনাথসিংহেই মোৱামৰীয়া বিদ্ৰোহ দমন কৰিবলৈ বৃটিছ চৰ্কাৰক খাটনি ধৰি এটি সৰু বৃটিছ ফৌজ অসমলৈ মাতি আনিছিল। ইংৰাজী ১৭৯২ চনত কেপ্তেন ৱালেছৰ অধীনত এই ফৌজত আহিছিল এজন পাঞ্জাব হিন্দু ডেকা। তেওঁৰ নাম কানুসিং চুবাদাৰ। ফৌজটোৱে এই দেশৰ খলুৱা অশান্তি দমন কৰি উলটি গ'ল, কিন্তু সেই ডেকাজন নগ'ল, আৰু কেতিয়াও নগ'ল। অসমৰ প্ৰাকৃতিক সৌন্দৰ্যই এই অনা-অসমীয়া লোকসকলক মৰমৰ এনাজৰীৰে বান্ধি ৰাখিলে। কানুসিং চুবাদাৰো অসমৰ মোহিনী শক্তিত ভোল গ'ল। অসমৰ চিৰসেউজীয়া পৰিবেশ আৰু অসমীয়া মানুহৰ সৰল সহজ জীৱনযাপন প্ৰণালীত মুগ্ধ হৈ তেওঁ এই দেশতে সজকুলীয়া অসমীয়া ছোৱালী বিয়া কৰাই নিগাজী হৈ নলবাৰী অঞ্চলতে থাকি গ'ল। তেওঁৰ দেউতাক কেৱলসিং আৰু বংশৰ আন মানুহ পঞ্জাবতে থাকিল। তেওঁলোক পঞ্জাবৰ উচ্চ বৰ্ণ হিন্দু। সেই কানুসিঙেই আছিল আমাৰ মাতামহ ৰমাকান্তৰ ককাদেউতাক আৰু কামৰূপৰ এটি বিখ্যাত চৌধাৰী পৰিয়ালৰ প্ৰতিষ্ঠাতা।

শুৱিতে অনা-অসমীয়া আৰু সুদূৰ পঞ্জাবৰপৰা আহিলেও অসমৰ সুবিখ্যাত আগৰৱালা পৰিয়ালৰ দৰে এই চৌধাৰী পৰিয়ালটোৱে যে হাড়ে-হিমজুৰে অসমীয়া হৈ বিৰাট অসমীয়া জাতিৰ বুকুতে সমূলকে ভাঁহ গৈছে সেই বিষয়ে সন্দেহৰ থল নাই। কেৱল যে এওঁলোকে অসমীয়াৰ লগত বিয়াবাৰুৰ সম্বন্ধ পাতি মিলি গৈছে এনে নহয়, শ্ৰীশ্ৰীআউনিআটী সত্ৰৰ বৈষ্ণৱ শিষ্যত্বৰ মাজতো এওঁবিলাকে আগশাৰীত ঠাই লৈছে। বিখ্যাত অসমীয়া বোলছবি 'মণিৰাম দেৱানো' এই চৌধাৰী পৰিয়ালেই অসমৰ কলা-লক্ষীৰ বেদীত আগবঢ়োৱা মূল্যবান বৰঙণি।

কানুসিংৰ দুটি পুত্ৰ আছিল—কমলচন্দ্ৰ আৰু লক্ষ্মীকান্ত। দেউতাক কানুসিঙে বৃটিছ ফৌজত সুখ্যাতিৰে কাম কৰাৰ বাবে তেতিয়াৰ কামৰূপ জিলাৰ বৰচাহাবে কমলচন্দ্ৰক চৈধ্যখন গাৱঁৰ সমষ্টি খাতা, ধমধমা আৰু নতুন দেহৰ মৌজাৰ চৌধাৰী পাতিলে। সেই কালত বৃটিছ চৰ্কাৰৰ খাজনা আদি তোলা বিষয়াসকলক চৌধাৰীৰ বিষয়বাব দিয়া হৈছিল। সেইকাৰণে কমলচন্দ্ৰ আৰু লক্ষ্মীকান্ত দুইজনৰে উপাধি চৌধাৰী হৈছিল। আজিকালি অৱশ্যে পূৰ্বৰ অসমীয়া চৌধাৰীসকলৰ পো-নাতিসকলে চৌধাৰী উপাধিহে লেখি ভাল পোৱা হৈছে। সি যি নহওক কমলচন্দ্ৰ চৌধাৰীৰ অহনী ৰোগত মৃত্যু হোৱাৰ সময়ত তেওঁৰ পুতেক দুলালচন্দ্ৰ চৌধাৰী নাবালক আছিল। সেইকাৰণে লক্ষ্মীকান্তই ভতিজাক দুলালচন্দ্ৰৰ হৈ মৌজা চলাবলৈ ললে আৰু ধৰ্মপুৰৰো তেৱেঁই চৌধাৰী হ'ল।

লক্ষ্মীকান্তই মৌজা চলাই বিশেষ সুখ্যাতি লাভ কৰি অনাৰেৰী মেজিষ্ট্ৰেট বা অধমুৱা হাকিমৰ বিষয়বাবো পাইছিল। ভোটান যুদ্ধত ইংৰাজ চৰ্কাৰক সহায় কৰাৰ বাবে তেওঁ গৱৰ্ণমেণ্টৰ বিশেষ প্ৰশংসাভাজন হৈছিল। তেওঁ সকলো মানুহকে সমানে বিশ্বাস কৰিছিল আৰু সেই নিমিত্তেই এবাৰ বিপদত পৰিবলগীয়াও হৈছিল। সাংসাৰিক বিষয়ত লক্ষ্মীকান্ত ভোলানাথ পুৰুষ আছিল। টকা-সিকাৰ সম্পৰ্কতো তেওঁ অতি ঢিলা আছিল। এনেকি ৰায়তৰপৰা খাজানাৰ বাবে একেলগে বেছি টকা আহিলে তেওঁ সেইবোৰ নগণাকৈ দোণেৰে জুখি ৰাখিছিল। তেওঁ বুলনীৰপৰা উঠি গলে কঠ-ঢাৰি তুলিবলৈ বন্দী-বেটীবিলাকৰ লৰাঢপৰা লাগিছিল কিয়নো কঠ-ঢাৰিৰ তলত আধলি, সিকি, আদমহীয়া, চৰতীয়া আদি প্ৰায় পৰি বৈছিল কোনো হিচাপ নথকাকৈ। পিতৃৰ উদাৰ আদৰ্শকে আগত লৈ শিশু ৰমাকান্তয়ো তেওঁৰ ভবিষ্যত জীৱন গঢ়ি তুলিছিল।

ৰমাকান্ত উপজিছিল ১৮৪৬ চনত। এই চনতেই শিৱসাগৰৰ মিছনাৰী প্ৰেছৰ-পৰা অসমীয়া সাহিত্যৰ যুগ প্ৰৱৰ্তনকাৰী 'অৰুণোদয়' আলোচনী ওলায়। তেওঁ আছিল দেউতাক লক্ষ্মীকান্তৰ ৰৰঘৈণীৰ একেটি সন্তান। ৰমাকান্ত ল'ৰাকালৰ পৰাই দেউতাকৰ নিচিনা অতি সৰল, সজ চৰিত্ৰৰ আৰু ধৰ্মপৰায়ণ আছিল।

### ৰমাকান্ত চৌধাৰী

দুখৰ বিষয় ৰমাকান্তৰ জীৱনৰ বিতং বিৱৰণ আজি পাবলৈ নাই, আনকি তেওঁৰ ছবি এখনিও সংৰক্ষিত হৈ থকা নাই। এইখিনিকে জানিব পৰা গৈছে যে তেওঁ এণ্ট্ৰেন্স মহলাত উত্তীৰ্ণ হোৱাৰ সময়ত গুৱাহাটীত কলেজিয়েট স্কুলৰ লগতে কলেজৰ শ্ৰেণীও আছিল। এই কলেজিয়েট শ্ৰেণী ১৮৬৬ চনত খোলা হৈছিল। ৰমাকান্তই প্ৰথমে তেওঁৰ বংশৰ ভিতৰত উচ্চ ইংৰাজী শিক্ষাত আগৰণুৱা হৈ এফ-এ মহলাত উত্তীৰ্ণ হৈছিল। স্বৰ্গীয় ফণিধৰ চলিহা, মছিয়ৎউল্লা, আজিজৰ ৰহমান আৰু ভিবিৰাম বৰুৱা (স্বৰ্গীয় যোগেন্দ্ৰ বৰুৱা এম-এল-এৰ দেউতাক) আদি তেওঁৰ সহপাঠী আৰু অন্তৰঙ্গ বন্ধু আছিল। এফ-এ মহলাত উঠাৰ পিছতে গুৱাহাটীত শিক্ষা সাং হোৱাত ৰমাকান্তই কলিকতালৈ যাবলৈ মন মেলিলে। জাত যোৱাৰ ভয়তেই লক্ষ্মীকান্তই আৰু তেওঁৰ পৰিয়ালৰ আন মানুহে তেওঁৰ কলিকতা যাত্ৰাৰ সজ ইচ্ছাত চেঁচা পানী ঢালিলে। তেওঁ উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱা বংশীয় দয়াৰাম বৰুৱা

ডাঙৰীয়াৰ জীয়েক নন্দীপ্ৰিয়াক বিয়া কৰায় আৰু গুৱাহাটী জিলা অফিচৰ আমোলা কামত সোমায়। অলপ দিন এই অফিচৰ কাম কৰি গোৱালপাৰাৰ মহকুমা অফিচলৈ হেডক্লাৰ্ক হৈ যায়। তাত সুখ্যাতিৰে কিছুদিন কাম কৰাৰ পিছত ধুবুৰী জিলা অফিচত হেডক্লাৰ্ক হৈ তেওঁ মৃঠতে দুবছৰ নমাহ তাত আছিল। ৰমাকান্তৰ চাকৰিয়াল জীৱনৰ বেছিভাগ কাল গোৱালপাৰা জিলাতে অতিবাহিত হৈছিল। ধুবুৰীৰপৰা নিজ ইচ্ছাৰে তেওঁ তাতকৈ কম দৰমহাত গুৱাহাটী জিলা অফিচলৈ চিৰস্তাদাৰ হৈ আহে। সেই সময়ত ককাইদেৰেক দুলালচন্দ্ৰ চৌধাৰী জজ অফিচৰ চিৰস্তাদাৰ হৈ থকাত গুৱাহাটী সদৰ একৰকম তেওঁলোক দুই ককাই-ভাইৰেই অধীন হৈছিল বুলিব পাৰি। ১৮৬৫ চনত নৰনাথ শৰ্মা নামৰ এজন লোকৰপৰা দুলাল চৌধাৰীয়ে গুৱাহাটী উজান বজাৰত বৰ্তমান স্বৰ্গীয় মাণিকচন্দ্ৰ চৌধাৰীৰ হাউলিৰ মাটি কিনি লয় আৰু তেতিয়াৰপৰা নলবাৰীৰ চৌধাৰী পৰিয়ালৰ গুৱাহাটীতো এখন আহলবহল ঘৰ হৈ উঠে। তাতে দুই ককাই-ভায়ে সুখে-স্বচ্ছন্দে থাকিবলৈ লগে।

## দুলালচন্দ্ৰ চৌধাৰী

দুলালচন্দ্ৰ চৌধাৰীও সেই সময়ত কামৰূপ জিলাৰ খ্যাতিমন্ত আৰু নেতৃস্থানীয় লোকসকলৰ ভিতৰত অন্যতম আছিল। গুৱাহাটীৰ আকত-জিলিকা ঘৰবোৰৰ ভিতৰত দুলাল চৌধাৰীৰ ঘৰখনো জিলিকি আছিল। তেওঁৰ ঘৰ উত্তৰ পাৰৰ মানুহৰ ভাতঘৰ আছিল বুলি ক'ব পাৰি। দুলালচন্দ্ৰৰ অন্তৰঙ্গ বন্ধুসকলৰ ভিতৰত সেইকালৰ গুৱাহাটীৰ সকলো কেইজন মুখিয়াল লোকেই আছিল। তাৰ ভিতৰত ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, কেশী বৰুৱা ( হেমচন্দ্ৰ গোস্বামীৰ শহুৰেক ), বলৰাম ফুকন ( দেশভক্ত ফুকনৰ দেউতাক ), মাধৱচন্দ্ৰ বৰদলৈ ( কৰ্মবীৰ বৰদলৈৰ দেউতাক ), কালিৰাম বৰুৱা ( আসাম বাকতৰ সম্পাদক), লক্ষ্মীলাল বৰুৱা ( কনকলাল বৰুৱাৰ দেউতাক ), শ্ৰীমন্ত সেন, বেণুধৰ বৰুৱা, গৰ্গ চৌধাৰী নাজিৰ আদিৰ নাম ল'ব পাৰি। এইসকলৰ ভিতৰত তেওঁ হেম বৰুৱাৰ অতিশয় বিশ্বাসী বন্ধু আছিল। সেইকাৰণে হেমচন্দ্ৰই দুলালচন্দ্ৰক তেওঁৰ হেমকোষ অভিধানৰ এজন ন্যাসৰক্ষক পাতি থৈ গৈছিল। সামাজিক বিষয়ত দুলাল চৌধাৰীৰ প্ৰতিপত্তি আৰু সুখ্যাতি বৰ বৰ গৈছিল। সকলোৱে তেওঁৰ মতত মূল্য আৰোপ কৰিছিল। তেওঁ এজন আয়ুৰ্বেদৰো সুচিকিৎসক আছিল। নিজৰ ঘৰতে কবিৰাজী দৰবজাতি তেওঁ প্ৰস্তুত কৰি ৰাখিছিল আৰু আৱশ্যকমতে তাক চুবুৰীয়া দুখীয়া মানুহৰ মাজত বিলাই দি বিনামূলীয়াকৈ চিকিৎসাৰ দিহা-পৰামৰ্শ দিছিল। তেওঁৰ পুতেক কৃষ্ণচন্দ্ৰ চৌধাৰীৰ বিয়াত এটি আকস্মিক দুৰ্ঘটনা ঘটিল। দৰা বিয়া কৰাবলৈ যোৱাৰ অলপ আগতে ফুলজাৰীৰ জুয়ে বিয়াঘৰত অগ্নিকাণ্ডৰ সৃষ্টি কৰি পয়মাল ঘটালে। তাকে দেখি তেওঁক অনেকে সেই বিয়া স্থগিত ৰাখিবলৈ নাইবা আন এজনী ছোৱালী বিয়া কৰাই আনিবলৈ পৰামৰ্শ দিছিল আৰু সেই অগ্নিকাণ্ড অমংগলৰ আগজাননী বুলি কৈছিল। তাৰ উত্তৰত তেওঁ গহীনভাৱে কৈছিল,—"তেনে কথা কেতিয়াও হ'ব নোৱাৰে। মই মোৰ ল'ৰাৰ

বাবে এজনী নতুন ছোৱালী পাম সঁচা, কিন্তু খাৰুমণি পিছোৱা ছোৱালীজনী এবা পৰিলে তাইলৈ জানো আন দৰা পোৱা যাব?" এই এটা পটন্তৰৰ পৰাই সহজে বুজিব পাৰি দুলালচন্দ্ৰৰ অন্তৰ কিমান মহান আৰু ডাঙৰ আছিল।

মানৰ দিনৰ পিছতেই বৃটিছ আমোলত আহিছিল আৰু এটা ডাঙৰ দুৰ্যোগ— মহামাৰী কালাজ্বৰ। মানে খচকি যোৱা দেশখনত মৰিহাজি যিখিনি মানুহ বাকী আছিল তাৰো বুজন অংশ এটা এই মহামাৰীৰ গৰাহত পৰিছিল। অসমীয়া ভাষা-সাহিত্যৰ পক্ষেও অতি পৰিতাপৰ বিষয় যে কালাজ্বৰ ৰাক্ষসীৰ হাতত আমাৰ কবি ৰমাকান্তও বলি পৰিবলগীয়া হ'ল। ৰমাকান্তকে প্ৰমুখ্য কৰি চৌধাৰী পৰিয়ালৰ সৰুৱে-বৰে প্ৰায় ডেৰকুৰিজন মানুহক কালাজ্বৰে গিলিছিল। ৰমাকান্তৰ তেতিয়া বয়স মাথোন ৪৩ বছৰ। অসমৰ দুৰ্ভাগ্য যে ১৮৮৯ চনৰ মাঘ মাহৰ কৃষ্ণ পঞ্চমী তিথিত সুদূৰ কলিকতা মহানগৰীত অসমৰ ৰমাকান্তই ইহলীলা সামৰিলে। গুৱাহাটীৰ মহেশ্বৰ গোস্বামী (৺হৰেশ্বৰ গোস্বামীৰ ককাদেউতাক) আৰু যোগেশ্বৰ কটকী (স্বামী সুৰেশানন্দ) আদি সেই সময়ত কলিকতাত পঢ়িবলৈ যোৱা যি কেইজন প্ৰবসুৱা অসমীয়া ছাত্ৰ আছিল তেওঁলোক সকলোটিয়ে যথাবিহিতভাৱে কবি ৰমাকান্তক নি গঙ্গাৰ পাৰত থৰি দিলে। সেই দিনত সঁচাকয়ে ই এক সৎ সাহসৰ কাৰ্য আছিল।*

একে যোগতে গুৱাহাটীত ৰমাকান্তৰ বৰপুতেক আৰু বৰবায়েক আৰু দুলাল চৌধাৰীৰ দ্বিতীয় পুতেক গণেশচন্দ্ৰৰ অকাল মৃত্যু হোৱাত ঘৰখনৰ জেউতি একেবাৰে ম্লান হৈ গ'ল। দুলালচন্দ্ৰ চৌধাৰীয়ে ভায়েক ৰমাকান্তৰ নিঠৰুৱা হোৱা পৰিয়ালটোক সামৰি ললে। তেওঁৰ আশ্ৰয়তে থাকি মোৰ দুই মোমাই শ্ৰীকান্ত-হৰকান্ত খুটি খাব পৰা হ'ল। বিয়া-বাৰু কৰোৱাৰ পিছতহে তেওঁলোক পিতৃভূমি নলবাৰীলৈ উঠি গ'ল। পিতৃ-বিয়োগৰ সময়ত আমাৰ মাতৃদেৱীৰ বয়স আছিল মাথোন ডেৰবছৰ। বৰদেউতাকৰ দেউকাৰ ছাঁত তেওঁ ডাঙৰ-দীঘল হৈছিল। ওপৰত নিৰুপমা-ৰমাকান্তৰ বিয়াৰ কথা কৈ অহা হৈছে।

মোৰ দুই মোমাই শ্ৰীকান্ত-হৰকান্তৰ জীৱনত বহুবাৰ উত্থান-পতন, জোৱাৰ-ভাটা হৈছিল। শ্ৰীকান্তই প্ৰথমতে শেৱালি-কবি ৰত্নকান্ত বৰকাকতীৰ ভনীয়েক শৰৎকুমাৰীক আৰু পিছত উত্তৰ গুৱাহাটীৰ লক্ষ্মীধৰ বৰুৱাৰ জীয়েক দেৱযানীক বিয়া কৰাইছিল। হৰকান্তই বিয়া কৰাইছিল খিওৰ শ্ৰীচন্দ্ৰকান্ত বৰকাকতীৰ ভনীয়েক কুঞ্জলতাক। এসময়ত প্ৰতাপ চন্দ্ৰ চৌধুৰী, প্ৰতাপচন্দ্ৰ গোস্বামী আৰু শ্ৰীকান্ত চৌধাৰী নলবাৰীৰ মুখ্য লোকসকলৰ ত্ৰিমূৰ্তি আছিল। শ্ৰীকান্তই নলবাৰীৰ সকলো জনহিতকৰ ৰাজহুৱা কামত আগভাগ লৈছিল। গৰ্ডন হাইস্কুল প্ৰতিষ্ঠাতে তেওঁ শ্ৰমদান কৰিছিল আৰু বুজন ধনগুণি আগবঢ়াইছিল। ইংৰাজীত ভাল বক্তৃতা দিব পৰাৰ বাবে আৰু সাহসিকতাৰে চাহাব-প্ৰশাসকৰ আগত ৰাইজৰ দাবী প্ৰতিপন্ন কৰিব পৰাৰ বাবে নলবাৰীৰ ৰাজহুৱা সভাবোৰত বক্তা হিচাপে শ্ৰীকান্ত চৌধাৰী নহলেই নহৈছিল। দেউতাকৰ দৰে শ্ৰীকান্তৰ সাহিত্যচৰ্চা আৰু অভিনয়ত ৰাপ আছিল। গুৱাহাটীত থকা কালত তেওঁ কামৰূপ নাট্য সমিতিত লোকপ্ৰিয় ৰবদলৈ আৰু মানিকচন্দ্ৰ

* 'জীৱনী-সংগ্ৰহ'ত ৰমাকান্তৰ জীৱনী দ্ৰষ্টব্য

চৌধাৰীৰ সহ-অভিনেতা হৈ যোগ দিছিল। তেওঁ নিজাকৈ 'গৃহ-বিজ্ঞান', 'কৃষি-শিল্প-বিজ্ঞান', 'স্বপ্নবিজ্ঞান' আৰু 'বত্ৰিছ পুতলা' এই চাৰিখন পুথি ৰচনা কৰিছিল্। প্ৰথম দুখনে ছপাৰ পোহৰ দেখা পাইছিল। তদুপৰি তেওঁ গজাৰাম তহছিলদাৰৰ প্ৰখ্যাৎ 'বৈদ্য অমৰ' গ্ৰন্থ সম্পাদন আৰু পৰিবৰ্দ্ধন কৰি দ্বিতীয় বাৰ ছপা কৰাইছিল। হৰকান্ত চৌধাৰী এজন নিপুণ চিকাৰী আছিল। তেওঁ কিমান বাঘ পহু, ময়ূৰ-হাঁহ্‌ মাৰিছিল আৰু কিমান বনৰীয়া হাতী ধৰিছিল তাৰ লেখ নাই।

## জন্ম আৰু শিশুকাল

### জন্ম আৰু নামকৰণ

বহুতৰ দৰে মোৰো জন্ম চন দুটা—এটা চৰ্কাৰী, এটা বেচৰ্কাৰী এটা আচল আৰু এটা নকল। প্ৰবেশিকা পৰীক্ষাৰ প্ৰমাণ-পত্ৰত বহুৱা মতে মোৰ জন্ম হৈছিল—১৯০৬ চনত আৰু সেইমতেই চৰ্কাৰী কামে-কাজে গোটেই জীৱনটো চলি গ'ল। আচলতে মোৰ জন্ম হৈছিল ১৯০৩ চনত। মোৰ জন্মৰ দিনটো আছিল ২৩ ভাদ বা ন ছেপ্তেম্বৰ কৃষ্ণপক্ষ, তৃতীয়া, ৰেৱতী নক্ষত্ৰ, বুধবাৰ, পুঁৱতি নিশা, মীন ৰাশি। এতিয়া মই য'ত আছোঁ, গুৱাহাটী যোৰপুখুৰীৰ অলপ উত্তৰে থকা 'তপোবন'ৰে এটা কুপুৰী খেৰীঘৰত মই সেই দিনা কলপাতত উপজিছিলো। মোৰ জন্ম হৈছিল যদিও তেতিয়া মোৰ 'তপোবন'ৰ জন্ম হোৱা নাছিল। মোৰ জন্ম উপলক্ষে আমাৰ সক ঘৰখনত আৰু আইদেউতা থকা ককা দুলাল চৌধাৰীৰ ঘৰখনত উছুলি-মুছুলি লাগি পৰিছিল। লাগিবৰ কথাই, কিয়নো তেতিয়া এই ঘৰ দুখনে বহুদিন কেঁচুৱাৰ মুখ দেখা নাছিল। সোঁৱৰনীমতে মোৰ নাম ৰখিছিল দেৱকান্ত আৰু ধৰণীকান্ত, সেইবাবে মীন ৰাশি হৈছিল। বৰমোমাই শ্ৰীকান্তই তেওঁৰ কোনোবা বঙালী বন্ধু ভাই-ককাইৰ নামৰ আৰ্হিত মোৰ নামকৰণ কৰিছিল, 'অতুল' বুলি আৰু এই নামেই নিগাজী হৈ পৰিল। আইদেউতাইতে মাতিছিল 'জগন্নাথ' বুলি—অজামিলে মৰণকালত পুতেক নাৰায়ণৰ নাম লৈ বৈকুণ্ঠ পোৱাৰ দৰে তেওঁলোকেও অন্তিম কালত মোৰ জগন্নাথ নাম সুঁৱৰি স্বৰ্গলাভ কৰাৰ ভৰসাত। এই জগন্নাথ নামৰপৰাই কোনোৰ মুখত 'জগ' আৰু কোনোৰ মুখত 'জগাই' হৈছিল। মোৰ ভ্ৰাতৃ তুল্য শ্ৰীজিতেন্দ্ৰ বুজৰবৰুৱাৰ দেউতাক ৺জগন্নাথ বুজৰবৰুৱাই মোক সদায় মিতা বুলি মাতিছিল আৰু ন বছৰত মোক চাই হেনো মোৰ আইৰ হাতত এখন মহটকীয়া নোট গুজি দিছিল—তেতিয়াৰ মহটকা আজিকালিৰ এশটকা বা তাতকৈয়ো বেছি। বিহগী কবিয়ে মোক 'জগ' বুলি মাতিহে ভাল পাইছিল; ঘৰুৱাভাৱে এই নামটোহে বেছিকৈ ব্যৱহাৰ হৈছিল।

### মাতৃৰ উৎস

বোপাইৰ কালৰ ককা-আইতা দুইজনৰে মোৰ জন্মৰ বহুবছৰ আগতে ভূ-ভাৰতত চাউল উঠিছিল। আইৰ ককাদেউতাক ৰমাকান্ত চৌধাৰীকো দেখা পোৱা মোৰ সৌভাগ্য নহল। মাতৃদেৱীৰ জন্মৰ পিছতেই তেওঁৰ পৰলোক হৈছিল। মাতৃদেৱীৰ মাক আইদেউতাই মোক কেঁচুৱা কালত অলপ দিন পাইছিল কিন্তু তেতিয়াৰ কোনো স্মৃতিয়েই মনত ৰাখিব

পৰা বয়স মোৰ হোৱা নাছিল। নকলেও হ'ব যে আইদেউতা আৰু মোমাই দুজনে মোক হেনো মোৰ মূৰত থলে ওকণীয়ে খায়, মাটিত থলে পকৰাই খায় বুলি আতোলতোল কৈ মৰমৰ মাজত ৰাখিছিল। ৰাতি চাইদাৰহে মই মাতৃৰ বুকুত আছিলোঁ। ৰাতি পুৱাও নৌপুৱাওতেই সৰুমোমাই হৰকান্তই নিজহাতে গাখীৰ খীৰাই মোলৈ লৈ আহে আৰু গাইৰ গুহাৰৰে তপত হৈ থকা গাখীৰ খুৱাই মোক টোপোলা বান্ধি লৈ গৈ আইদেউতাৰ কোলাত দিছিলগৈ। দুখৰ বিষয় মোৰ শিশুলীলা ভালদৰে চাবলৈ নৌপাওঁতেই আইদেউতায়ো এদিন নলবাৰীৰ বতাহগিলাত চকু মুদিলে। আইৰ বুঢ়ীমাক লক্ষ্মীপ্ৰিয়া আৰু তেওঁৰ এগৰাকী বিধবা জীয়েক চন্দ্ৰকলা বৰানী আইতাক মই বহু দিনলৈ পাইছিলোঁ আৰু এই দুগৰাকী আইতা আৰু বুঢ়ীআইতাৰ মৰমৰ উমবোৰ আজিও মোৰ গাত লিপিট খাই থকা যেন লাগে।

আইৰ মাক আৰু মাহীয়েক অৰ্থাৎ মোৰ বুঢ়ীআইতা আৰু মাহীআইতা এই দুগৰাকী বিধবা বুঢ়ীৰ চেনেহৰ ধাৰ মই কোনোদিনে শুজিব নোৱাৰিম। মই ভালদৰে উপাৰ্জনক্ষম নৌহওঁতেই তেওঁলোক বৈকুণ্ঠী হ'ল। তেওঁলোকে মোৰ লৰাকালতে মানসিক গঠন দি জীৱনৰ যি বুনিয়াদ গঢ়ি গ'ল সি মোৰ পক্ষে অমূল্য সম্পদ হৈ আছে। বুঢ়ীআইতাক আমি সকলোৱে 'বুকৰ আই' বুলি মাতিছিলোঁ। বুকৰ আই যে বুকৰ আয়েই! তৃতীয়বাৰ মানৰ আক্ৰমনৰ সময়ত তেওঁ হেনো পাটগাভৰু আছিল আৰু মানৰ ভয়ত তেওঁলোক ৰজাদুৱাৰৰ তিৰোতা মানুহ আটাইথিনি গৈ পলাই কুৰুৱা গাৱঁত আছিল। কুৰুৱালৈ অহাযোৱা কৰাটো সহজ নাছিল বুলি সেই গাওঁখন মানৰ গৰাহৰপৰা সাৰি আছিল আৰু সেই গাওঁখন লৰা তিৰোতাৰ বাবে আশ্ৰয়ৰ স্থল হৈছিল।

মই দেখাত বুঢ়ীআইতা বুকৰ আই আলৰ বুঢ়ী আছিল, তথাপি তেওঁ সদায় নমো নমো পাৰিজাত। তেওঁ লেখিব পঢ়িব নাজানিছিল কিন্তু সেইবুলি তেওঁক নিৰক্ষৰা বুলি কলেও ভুল কৰা হ'ব। গোটেইখন কীৰ্তন আৰু গোটেইখন দশমৰ পদ তেওঁৰ জিভাৰ আগত আছিল, মহাভাৰত আৰু ৰামায়ণৰ পদবোৰো কিতাপ নেদেখাকৈয়ে সৰসৰীয়াকৈ মাতিব পাৰিছিল। মাহটোৰ আধাআধি তেওঁ লঘোণ দিয়েই কটাইছিল। আজি বোলে একাদশী, কালি বোলে সংক্ৰান্তি, পৰহি বোলে দেওবাৰ, চঠাদিনা বোলে গুৰুবাৰ, তদুপৰি পূজা-পাবন, গুৰুজনৰ তিথি আদি কিবা নহয় কিবা এটা উপলক্ষ এটা আছেই। কোনো কোনো দিনা একেবাৰে নিৰম্বু উপবাস, মুখত পানী এটোপাকে নিদিয়ে। মাহীআইতাও মাকৰ লগত একেপন্থী। অৱশ্যে তেওঁৰ ধৃতি-নীতি, লাঘোন-উপবাস সীমা চেৰাই যোৱা বিধৰ নাছিল।

দুয়োজনী আইতাকে আমি নাতি-নাতিনীইতে বৰ ভাল পাইছিলোঁ। তেওঁলোকো আমাৰ মৰমতে পৰি মৰা বিধৰ আছিল। মাহীআইতাক মই কামত সোমোৱা দিনলৈকে পাইছিলো। বহু ডাঙৰলৈকে মই তেওঁৰ বুকুত সোমাই মহাভাৰত, ৰামায়ণৰ সাধু মো-পিয়াদি শুনিছিলো। শুবৰ সময়ত সদায় শ্ৰীকৃষ্ণৰ সহস্ৰ নাম তেওঁ মুখে মুখে গাইছিল। সেই নাম শুনি শুনি অজানিতভাৱে মই শ্ৰীকৃষ্ণভক্ত হৈ পৰিছিলোঁ। এই

কৃষ্ণভক্তিৰ সাক্ষীস্বৰূপে মোৰ নাট 'নন্দদুলাল'খনৰ সৃষ্টি হৈছে।' আইতা দুগৰাকীৰ ঈশ্বৰ পৰায়ণতাই, গোঁসাই ভকতৰ প্ৰতি ভক্তিয়ে আৰু মহাভাৰত, ৰামায়ণৰ কাহিনীবোৰে মোৰ শিশুমনত অসাধাৰণ প্ৰভাৱ বিস্তাৰ কৰিছিল। বৰ্তমান কালত আমি আইসকলৰ-পৰা পোৱা এনেধৰণৰ ঘৰুৱা নৈতিক শিক্ষাৰ অভাৱ হোৱাৰ বাবেই আজিৰ লৰা-ছোৱালীৰ মনবোৰ বিজাতৰীয়া হৈ পৰিছে বুলি মই ভাবোঁ। পশ্চিমীয়া গঢ়ৰ স্ত্ৰীশিক্ষাই পুৰুষৰ দৰে আমাৰ আই-ভনীসকলকো আজি নিজৰ ধৰ্ম-সংস্কৃতিৰ প্ৰতি অমনোযোগী আৰু উদাসীন কৰি তুলিছে—তাৰ ফলত পাশ্চাত্য ভাবধাৰাই আমাক 'ভিঙিৰি' ধৰিলৈকে এনেভাৱে চেপি ধৰিছে যে স্বাধীনভাৱে উশাহনিশাহ লবলৈকে আমাৰ পক্ষে আজি কষ্টকৰ হৈছে।

দুই গৰাকী আইতা উত্তৰ গুৱাহাটী ৰজাদুৱাৰৰ আছিল। ৰজাদুৱাৰৰ দৌলগোবিন্দ প্ৰভুক তেওঁলোকে মীৰাবাঈৰ দৰে মন-প্ৰাণ সঁপি দিছিল। আৰু গোঁসাইজনাৰ মাহাত্ম্য আমাৰ আগত শতমুখে ব্যক্ত কৰিছিল। দৌলগোবিন্দই হেনো সপোন দেখুৱাই মানুহৰ-পৰা পূজা-পাতল, পৰমান্নৰ ভোগ আদায় কৰে, কাৰোবাৰ গাৰীত কণ পৰিলে সপোনতে জনাই দিয়ে, হেৰোৱা গৰুৰ সন্ধান দিয়ে, মানুহৰ মনৰ সক কামনাও পূৰ কৰে। মোৰ সৰুকালত এবাৰ যোৱা খোৱা অসুখ হৈছিল—সন্নিপাত জ্বৰ। আজিকালিৰ দৰে ই ভাত-মাছ পোৱা নৰিয়া নাছিল। কোনোমতে হাড়ৰ মাজত জীউটো থাকিলেও যমৰ নগৰ চাই অহাৰ দৰে হৈছিল। দৌলগোবিন্দই হেনো মাতৃদেৱীক সপোনতে এসাজ কাপোৰ খুজিছিল। এখন এধানমান চুৰিয়া চেলেং কে দিয়া হ'ল। ৪৮ দিনৰ মূৰত জ্বৰ এৰিলে। দৌলগোবিন্দৰ মহিমা বুলিয়ে সকলোৱে ধৰি লৈছিল। এইবোৰ বিশ্বাসৰ কথা। মানিলেই ধান, নেমানিলে পতান। দৌলগোবিন্দৰ পূজাৰী ৺কমলেশ্বৰ দেৱশৰ্মা (নলবাৰী, কটপুহা) বা দীঘলা বাপুৰ লগতো আমাৰ ঘৰখনৰ ঘৰুৱা সম্পৰ্ক আছিল। তেওঁক কেৱল পুৰোহিত বুলিয়েই নহয়, আমাৰ পৰিয়ালৰ মানুহ এজন বুলিয়েই আমি ভাবিছিলোঁ। লৰাকালত মই দৌলগোবিন্দৰ ফাকুৱা, অষ্টমী আদি জাকজমকীয়া উচৱ চোৱাৰো সৌভাগ্য হৈছিল। দৌলগোবিন্দৰ নামঘৰত ৰজা-দুৱৰীয়া ৰাইজে পতা দুইএখন ভাওনাও দেখিছোঁ। এইদৰে ভেটিয়াৰপৰা আজিলৈকে দৌলগোবিন্দ প্ৰভুৰ লগত আমাৰ ঘৰখনৰ এক অবিচ্ছেদ্য সম্পৰ্ক স্থাপিত হৈছে। ভালেই কৰক বা বেয়াই কৰক মই কলীয়া ঠাকুৰ দৌলগোবিন্দৰ প্ৰতি দূৰৰপৰাই হলেও মূৰ দোৱাওঁ। মোৰ সকলো কাম তেওঁ ভালৰ কাৰণেই কৰি আছে বুলি ভাবি মনত সান্ত্বনা লাভ কৰোঁ।

### বোৰপুখুৰী আৰু উপত্যকা

নুইতৰ পাৰৰ মানুহে যেনেকৈ নুইতপৰীয়া বুলি গৌৰৱ কৰিব পাৰে মইো তেনেকৈ বোৰপুখুৰীপৰীয়া বুলি গৌৰৱ কৰিব পাৰোঁ। বোৰ পুখুৰীৰ পাৰতে মোৰ প্ৰায় সমগ্ৰ জীৱন অতিবাহিত হৈছে। মই বোৰপুখুৰীৰ জন্মকথা ভালদৰে নেজানো, বোৰ-পুখুৰীয়ে কিন্তু মোৰ জন্মকথা পৰিপাটিকৈ জানে। এতিয়া বোৰপুখুৰী হলেও পূৰ্বতেই

এটা বৰপুখুৰীহে আছিল আৰু ইয়াক গোসাঁনীৰ পুখুৰী বোলা হৈছিল। গোসাঁনী মানে উগ্ৰতাৰা গোসাঁনী। স্বৰ্গদেৱ শিৱসিংহৰ পত্নী বৰৰজা ফুলেশ্বৰী কুৱৰীয়ে উগ্ৰতাৰা মন্দিৰ সজাই গোসাঁনীৰ নামত এই পুখুৰী খন্দাইছিল আৰু পুখুৰীৰ পাৰত শিলৰ ফলিও প্ৰতিষ্ঠা কৰিছিল। এসময়ত উজানবজাৰ জাহাজঘাটত থকা ৰজাঘৰৰ পুখুৰী আৰু নাওজানৰ লগত এই পুখুৰী সংলগ্ন আছিল। লুইতৰ সোঁতা এটা যি ঠাইত নগৰ সোমাইছিল তাতে নাও বন্ধা হৈছিল আৰু সেইকাৰণেই সি নাওজান নাম পাইছিল। তেতিয়া ৰজাঘৰৰপৰা আইকুঁৱৰীসকলে পানীয়ে পানীয়ে নগৰৰ ভিতৰেদি নাৱেৰে আহি পূজাৰ সময়ত উগ্ৰতাৰা দেৱীক দৰ্শন কৰিছিল। এতিয়া সেই দিনৰ উমানকে পাবলৈ টান হেছে। গোসাঁনীৰ পুখুৰীৰ মাজেদি এটা আলিবাট হোৱাত যোৰপুখুৰীৰ সৃষ্টি হ'ল। আগৰ নল-জানবোৰ পুতি মানুহে তাত ঘৰ সজাই লৈছে। ৰজাঘৰৰ পদুমপুখুৰীটোৰো নামমাত্ৰহে অৱশেষ আছে। সেই পুখুৰীত আৰু যোৰ-পুখুৰীত শনিবাৰে মঙলবাৰে সোণৰ নাও ওলায় বুলি আমি সাধু শুনিছিলো আৰু সেই সাধু সঁচা বুলি বিশ্বাসো কৰিছিলো।

যোৰপুখুৰীৰ পশ্চিম পাৰত উগ্ৰতাৰা মন্দিৰ থিয় হৈ আছে। গোঁসানীৰ নাভি পৰিছিল। মোৰ লৰাকালৰপৰা দেখা পাই আহিছোঁ পূজাৰ সময়ত উগ্ৰতাৰা দেৱী জাগৃতা হৈ পৰে। বলি-বিধানৰ লেখ নাই, গোসাঁনী দৰ্শন কৰিবলৈ যোৱা মানুহৰ অন্ত নাই। মহাসপ্তমী, মহাঅষ্টমী আৰু মহানৱমী এই তিনদিন গোটেই চুবুৰীটো উছৱমুখৰ হয়। দিনে-ৰাতি ঢুলীয়া, ওজাপালি আৰু দেওধনী নাচ ইটোৰ পিছত সিটো লাগিয়ে থাকে। দুখৰ বিষয় আজি এই অসমীয়া সাংস্কৃতিক অনুষ্ঠানবোৰ মৰণমুখী হৈ পৰিছে। গোসাঁনীজনা আমাৰ চুবুৰীৰ অধিষ্ঠাত্ৰী দেৱীৰ নিচিনা।

#### পৰ্বতীয়া গোসাঁইৰ হাউলি

ঘৰৰ দুৱাৰমুখতে থকা পৰ্বতীয়া গোসাঁইৰ আহলবহল হাউলিটোৱে মোৰ লৰাকালত ৰজনজনাই আছিল। শান্তিপুৰীয়া গোসাঁই সকলে সেই হাউলিত বছৰি দুৰ্গাপূজা পাতিছিল, আৰু গুৱাহাটীত প্ৰথম জগদ্ধাত্ৰী পূজাও পৰ্বতীয়া গোসাঁয়েই কৰিছিল। চেমনীয়া কালত এই দুৰ্গা গোসাঁনীয়ে মোক বিশেষভাৱে আকৰ্ষণ কৰিছিল—খেৰৰ জুমুঠি সজা, মাটি মৰা, ৰং দিয়া আদি প্ৰতিমা সজাৰ বিবিধ কাম চাই মই বৰ আনন্দ পাইছিলো। স্কুলৰ ফলি-কিতাপ ঘৰত থৈয়েই প্ৰতিমা সজা চাবলৈ খোজ লৈছিলো আৰু গোটেই দিনটোৰ আজৰি সময়খিনি প্ৰতিমাৰ কাষতে কটাইছিলো। প্ৰতিমাত যেতিয়া খনিকৰে ৰং দিবলৈ আৰম্ভ কৰে, তেতিয়াৰপৰাই মোৰ পেটত ভোক-পিয়াহ নাইকিয়া হৈছিল। মাটিৰ প্ৰতিমা যেতিয়া জীউলগা প্ৰতিমাৰ দৰে হৈছিল তেতিয়া মই উলাহৰ মাদলী হৈ পৰিছিলো।

এতিয়া এই ঠাইত এচুকীয়া হৈ পৰ্বতীয়া গোসাঁইৰ ভাই-ককাই দুজন আছে, তেতিয়া কিন্তু গোসাঁইৰ হাউলিৰ উপৰিও ভালেখিনি ঠাই উদং হৈ পৰি আছিল। উদং ঠাইত এটা বৰমাময়ৰৰ মিচিমা খোলা টিনপাতৰ ঘৰ আছিল। সেই ঘৰটোত যেৰ-

খিৰিকী হ'লে দিয়া নহ'ল। তাতে দুৰ্গাপূজা হৈছিল, জগদ্ধাত্ৰী পূজা হৈছিল, একতা সভাৰ সৰস্বতী পূজা হৈছিল, আৰু যে কত কি। তাতেই কামাখ্যাৰ থিয়েটাৰো হৈছিল, কলিকতীয়া যাত্ৰাও হৈছিল। তেতিয়া বিজুলী-চাকি নাছিল। গেছ-লেম্পো, পিছতহে চলিছিল—মমবাতিৰ কাচ্চ-লণ্ঠনেই পূজাঘৰ, যাত্ৰামঞ্চ আদি আলোকিত কৰিছিল। আমাৰ ঘৰৰ মুখৰ আলিৰ দুয়ো দাঁতিত শাৰী শাৰী দোকান বহিছিল। দোকানবোৰত কেৰাচিনৰ কুপিচাকি। কটা নাৰিকল, তামোলপাণ আৰু নানাবিধৰ মিঠাইৰে সেই দোকান উপচি থকা দেখি বৰ ভাল লাগিছিল। আজিকালিৰ পূজাৰ দোকান-পোহাৰৰ দৰে সেইবোৰ ফোপোলা বেলুনৰ টোকোনা বজাৰ নাছিল। খোৱাবস্তুৰ উপৰিও পেঁপা, অসমীয়া কুমাৰে সজা গঢ়-ঠগ নোহোৱা মাটিৰ আৰু কুহিলাৰ পুতলা মালা আদিও ওলাইছিল। আজি তেনে অভজুৱা পুতলা সজা কুমাৰ নোহোৱাই হ'ল। পৰ্বতীয়া গোসাঁইৰ আগৰ পয়োভৰ; শিচসকলৰ ঘিটঘিটনি, কৰবীৰ, তগৰ, স্থলপদ্ম আদি নানা তৰহৰ ফুল আৰু আম, কঠাল গছ একোৰে একোটো নোহোৱা হ'ল। গোসাঁই-হাউলিৰ অধিক মাটিত এতিয়া দুই ফুকনৰ পৰিয়াল আৰু যোগেন্দ্ৰনাথ বৰকাকতীয়ে (মেমেৰা মেথি) ঘৰদুৱাৰ সজাই লৈছে।

### ধৰণী ডাক্তৰৰ সাধু

চাৰিজন ঘৰুৱা চিকিৎসকৰ ওচৰত মই আৰু মোৰ ঘৰখন বিশেষভাৱে কৃতজ্ঞ। সেই সকল হৈছে যথাক্ৰমে ধৰণীকান্ত দাস, দিদাৰুদ্দিন আহমেদ, ভুবনেশ্বৰ বৰুৱা আৰু শ্ৰীনলিনীকান্ত শৰ্মা। প্ৰথম তিনিজন আজি আমাৰ মাজত নাই। তেওঁলোকে এসময়ত গুৱাহাটীৰ একোটা যুগত প্ৰসিদ্ধি আৰু জনপ্ৰিয়তা লাভ কৰিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে এই শতিকাৰ মাজভাগত গুৱাহাটীত তিনিজন অসম বিখ্যাত চিকিৎসকক পোৱা গৈছিল। এলোপেথিকত ডাঃ ভুবনেশ্বৰ বৰুৱা, হোমিওপেথিকত ডাঃ ৰুদ্ৰকান্ত শৰ্মা, আৰু আয়ুৰ্বেদত পদ্মচন্দ্ৰ গোস্বামী (কুলচিলৰ গোসাঁই)। আজিকালি মেডিকেল কলেজৰ উচ্চ পৰ্যায়ৰ বৈজ্ঞানিক চিকিৎসাৰ দিনতো মানুহে এই তিনি গৰাকী চিকিৎসকৰ অভাৱ অনুভৱ কৰে তিনিওজনে আছিল নিজ নিজ বিভাগৰ ধন্বন্তৰী স্বৰূপ।

মই এতিয়া মোৰ শিশুকালৰ ঘৰুৱা চিকিৎসক ধৰণী ডাক্তৰৰ কথাহে কম। এই ধৰণী দাস সেই সময়ত গুৱাহাটীৰ বৰ সৰবৰহী চিকিৎসক আছিল। এওঁ অসমৰ কৈৱৰ্ত সম্প্ৰদায়ৰ ৰত্নস্বৰূপ, প্ৰাক্তন মন্ত্ৰী শ্ৰীধনঞ্জয় দাসৰ ভিনিহিয়েক। ধৰণী ডাক্তৰ পাছ কৰা ডাক্তৰ নহলেও নাম কৰা ডাক্তৰ আছিল। তেওঁ কম্পাউণ্ডাৰি পাছ কৰাৰ পিছত গুৱাহাটীত জাহাজ কোম্পানীৰ ডাক্তৰ হৈ কামত সোমাইছিল, আৰু গুৱাহাটীৰ বহুত পৰিয়ালৰে বিপদৰ বন্ধু ঘৰুৱা চিকিৎসক হিচাপে অন্তৰঙ্গ হৈ পৰিছিল। সেই অলপীয়া বিদ্যাৰেই তেওঁ ডাঙৰ ডাঙৰ ৰোগ-ব্যাধিও খেদি পঠিয়াব পাৰিছিল। ময়ো এবাৰ তেওঁৰ আপ্ৰাণ চেষ্টাত যমপুৰীৰ দুৱাৰমুখৰপৰা উলটি আহিছিলো। প্ৰাইমাৰী আৰু হাইস্কুলীয়া শিক্ষকৰ মোমোজাত মোক সন্নিপাত জ্বৰে একেবাৰে ৩৮ দিন পাটীত পেলাই খুঁহিয়াৰ চেষ্টা দিছিল। আচলত

চাউল নথকা হ'লে তেতিয়াই মোৰ মনুষ্য জীৱনৰ খেল খতম হ'লহেঁতেন। তথাপি প্ৰায় দুবছৰৰো অধিককাল পঢ়া শুনাত নজৰ পৰিছিল।

বৰ্তমানে উজান বজাৰখন বহা ঠাইৰ ওচৰতে পূবফালে বিৰিঞ্চি কুমাৰ বৰুৱাৰ হাউলিৰ পশ্চিমে এটা টিনৰ ঘৰৰ দুটানে তিনটা কোঠাত ধৰণী ডাক্তৰৰ নিবাস আছিল। তেওঁ পুৱাভাগত অলপ সময় জাহাজঘাটলৈ গৈ ৰোগী চাই আহে। তাৰ পিছত হাতত লাখুটি এডাল লৈ দিনটোৰ বাকীছোৱা সময় ৰোগী চাই ফুৰিছিল। তেওঁ ঘৰত সোমালেই মানুহঘৰৰ মুখলৈ পানী আহিছিল, লেমাৰ দুৱাৰচুকত সোমাইছিল। আমাৰ ঘৰলৈ আহি তেওঁ মাত দিছিল—'ভালুকী মাই, আছা নে? তামোল আনা।' ভালুকী মাই তেওঁ মোৰ এজনী ভনীক মৰমেৰে মতা নাম। তেওঁ দুপৰীয়া ঘামিজামি আহে, বাৰভচহ নিজৰ জীৱনৰ অভিজ্ঞতাৰ কথা কয়। তেওঁ হেনো মানুহৰ বাহিৰে বাঘ, শিয়াল, কুকুৰ, মেকুৰী আদি সকলো জীৱ-জন্তুৰে মঙহৰ জুতি চাইছিল— কাউৰীৰ মঙহ তিতা বুলি কৈছিল। কিছু সময় মেল মাৰি ৰোগীৰ বাহিৰেও আনবিলাকৰ খা-খবৰ লৈ বিদায় লয়। ভিজিটৰ বাবদ টকা এটা দিলেও হয়, নিদিলেও হয়। এই টকাটোতে ঔষধৰো দাম থাকে। ঔষধ তেওঁৰ বৈঠকখানাৰ দুই-তিনটা আলমাৰিতেই থাকে। কম্পাউণ্ডাৰ এজন কেতিয়াবা থাকে, কেতিয়াবা নেথাকে। নেথাকিলে তেওঁ নিজেই ঔষধ বনাই এটা চিচাত দাগ কাটি দিয়ে। কুইনাইন বড়ীৰ বাহিৰে তেতিয়া এইদৰে তৈয়াৰ কৰি দিয়া ঔষধেই চলিছিল। কাৰোবাৰ ঘৰত টান অসুখ হলেও ৰাতি পৰ দিবলৈ ধৰণী ডাক্তৰক পোৱা গৈছিল। সেইবাবে এপালি 'নিছা' খাই আহিবলৈ তেওঁ আধলি এটা খুজি লৈ গৈছিল আৰু ৰাতি সময়মতে আহি নিৰ্ভয় দি ঘৰেঘৰোৱাহকে শুৱলৈ কৈ নিজে উজাগৰী নিশা যাপন কৰিছিল। গুৱাহাটীৰ সেই সময়ৰ মাণিক বাবু, ভুবন বাবু, দুলাল বাবু প্ৰভৃতি ডাঙৰ মানুহৰ শেষ শয্যাৰ কাষত এইজন ডাক্তৰ নহলে নহৈছিল। কেৱল ডাঙৰ মানুহেই নহয়, সৰু মানুহৰো, নিৰাশ্ৰয়া বাৰী-দুখুনীৰো এইজন ডাক্তৰ পৰম বন্ধু আছিল। তেওঁৰ ডাক্তৰখানাত এইশ্ৰেণী মানুহক প্ৰায়েই দেখা গৈছিল। এইজনেই আছিল পৰোপকাৰী, দীনবন্ধু আৰু এসময়ৰ গুৱাহাটী প্ৰসিদ্ধ ধৰণী ডাক্তৰ।

ধৰণী ডাক্তৰৰ এজন কম্পাউণ্ডাৰৰ নাম আছিল টেটেৰা মিঞা। যেনে ডাক্তৰ, তেনে কম্পাউণ্ডাৰ। টেটেৰা মিঞাৰ মুখত ফৰাফৰ ইংৰাজী মিহলি অসমীয়া। কটীয়া পাৰৰ দৰে চুৰিয়াৰ মূঢ়ীয়া খোৱ মাৰি হাতবাগী এখনত টেটেৰা মিঞা তিৎপখিলাৰ দৰে ঘূৰি ফুৰে—ৰোগীৰ ঘৰত, গানৰ আচৰত, আলিবাটৰ কেঁকুৰিত, খেলৰ পথাৰত, সমাজসেৱাত, খুহটীয়া কথাত নামে-কামে টেটেৰা মিঞা জনপ্ৰিয়ও আছিল।

### ভূতৰ ৰাজ্য গুৱাহাটী

এই শতিকাৰ প্ৰথম আৰু দ্বিতীয় দশকত মই দেখা গুৱাহাটী আছিল এখন ভূতৰ ৰাজ্য। আচল ভূত আছিলনে নাই ক'ব নোৱাৰো, মনৰ ভূতেই মানুহক বিশেষকৈ তিৰোতা আৰু লৰা-ছোৱালীক ভয়ত পেপুৱা লগাইছিল। তেতিয়াৰ গুৱাহাটীৰ মানুহৰ ভূত-প্ৰেতৰ প্ৰতি দৃঢ় বিশ্বাস আছিল। প্ৰতিজোপা বৰগছতে বা প্ৰতিটো জোপোহাতে এজোটা

ভূত থকা বুলি বহুত মানুহে ভাবিছিল। বহুতে আকৌ ফুট গধূলিতে ভূতৰ ভয়ত দুৱাৰত দাং দি নিঃপালি দিছিল। জজপথাৰত থকা তেতেলী গছজোপাৰপৰা হেনো ভূতে ক'লা মেকুৰী হৈ মানুহক ভয় খুৱাইছিল। কাৰ্জন হলৰ (নবীন বৰদলৈ ভৱন) সমুখৰ কেদুগছজোপাত বুঢ়া ডাঙৰীয়া থকা বুলি চহৰত বহুতে বিশ্বাস কৰিছিল। পৰাপক্ষত মাজৰাতি মানুহ জজফিল্ডৰ গিৰ্জাঘৰৰ কাষেদি নগৈছিল। উজান বজাৰ খিয়েটাৰ ঘৰৰ পশ্চিমফালে এজোপা ওখ পলাশ গছ আছিল। সেই গছজোপাই ফুলৰ বতৰত আকাশখন ৰঙা কৰি পেলাইছিল। কোনো কোনোৱে কোৱা শুনিছিলো যোলে সেই গছৰ ওপৰত কেতিয়াবা এটা ভূত বহি থাকে। তাৰ লেং লেং কৰি ঠেং দুটা হেনো ওলমি মাটিত লাগে। পুখুৰীকেইটাত হেনো ৰাতি ঘোৰাবাকে জপং জপং কৰি মাছ ধৰি খাইছিল। পানীকলৰ পৰ্বততো বোলে সন্ধিয়াৰপৰা ভূতে পিয়াপি দি ফুৰিছিল। যোৰপুখুৰীৰ ফালে মানুহে আহিবলৈ, ৰাতি নেলাগে দিন দুপৰতো অকলশৰে ফুৰাচকা কৰিবলৈ ভয় কৰিছিল। এইবোৰ কাৰণতে বনৰ বাঘে নেখালেও মনৰ বাঘে খায় বুলি কোৱা হয় কিজানি।

আইতাই আৰু এটা ভূতৰ কথা আমাৰ আগত কৈছিল। ঘোৰাবাকৰ পোৱালি সেই ভূতটো আছিল সিপাৰৰ দিহিং সত্ৰৰ। সি আধা মানুহ, আধা ভূত। তাৰ বাপেক ঘোৰাবাক, মাক মানুহ। কেনেকৈ এই মণি-কাঞ্চনৰ সংযোগ ঘটিছিল নেজানো। সেই ঘোৰাবাকৰ পোৱালিটো হেনো দেখাশুনাতো হুবহু মানুহৰ দৰে নাছিল, ভালকৈ দুটাই মাত মাতি কথা ক'বও নেজানিছিল। সি বিৰিংবাৰাংকৈ অস্পষ্ট মাতেৰে মনৰ ভাব প্ৰকাশ কৰিছিল। এযোৰ খুটিতাল বজাই মানুহৰ পদূলিয়ে পদূলিয়ে ভিক্ষা মাগি ফুৰিছিল আৰু গাইছিল—"হৰ নিমি শ্যাম, আতাই দিলে খাম।" সি বোলে দিহিং সত্ৰৰ কোনো এজনা সত্ৰাধিকাৰ আতাৰ আশ্ৰয়ত আছিল আৰু আতাজনা বৈকুণ্ঠী হোৱাত বেচেৰা ভূত পোৱালিয়ে নিৰাশ্ৰয় মানুহৰ ঘৰত খুজিমাগি ভাত খাই ফুৰিছিল।

পিছে আজিৰ গুৱাহাটীত তাহানিৰ সেই ভূতৰ ৰাজ্য নাই। বিজ্ঞানৰ ৰশ্মিৰেখা পোহৰত মানুহৰ মনৰ খোটালিবোৰ উজ্জ্বল হৈছে; ভূত-প্ৰেতবোৰেও পলাই ফাট মাৰিছে। আনকি আজিকালি ভূতে গুৱাহাটীৰ মৰিশালিতো থাকিব ঠাই একণ নোপোৱা হৈছে। শ্মশানত যাত্ৰাভিনয়, দিন-ৰাতি যান-বাহনৰ গুমগুমনি, চাহ-জলপানৰ দোকান আদি হোৱা কথাটো সেই দিনৰ গুৱাহাটীৰ মানুহৰ সপোনৰো অগোচৰ আছিল।

# দ্বিতীয় খণ্ড ঃ উদ্যোগ পৰ্ব

## বিদ্যাৰম্ভ

আদৰত ল'ৰা নষ্ট হয় বুলি এষাৰ কথা আছে। সেইবাবেই হবলা মোৰ বিদ্যাৰম্ভত পলম হৈছিল। আজিকালি ওঁঠ চেপিলে মাকৰ পিয়াহ ওলোৱা কণ কণ অকণিহঁতো স্কুললৈ যায়। আমাৰ দিনত হ'লে ফুকলীয়া অৱস্থাত পঢ়াৰ বাবে দুটা বাধা হৈছিল—প্ৰথমটো বাধা ল'ৰাছোৱালী পাঁচবছৰীয়া নহলে সৰস্বতীৰ কলিপুথি হাতত দিব নেপায়; দ্বিতীয়টো হৈছে, ষোলবছৰ পূৰ নহলে কলিকতা বিশ্ববিদ্যালয়ে প্ৰবেশিকা পৰীক্ষা দিবলৈ নিদিয়ে।

সেইদিনত ধদডা লৰাহে স্কুললৈ গৈছিল আৰু স্কুললৈ যোৱা ছোৱালীৰ সংখ্যা আকৰ আছিল। সকলো ছোৱালীকে ঘৰত তাত-সূত বৰলৈ শিকোৱা হৈছিল। পদ্ম পণ্ডিতৰ লতাশিল প্ৰাইমাৰী স্কুলত মোৰ নাম লগাই দিয়া হৈছিল। পঢ়াশালিলৈ যোৱা প্ৰথম দিনটোৰ কথা মোৰ সমূলি মনত নাই, ঘৰত কলা ভুখনৰ শিকা দিনটোলৈ হ'লে ভালদৰে মনত পৰে। মোৰ এজন সম্বন্ধীয়া মোমাই শিৱকান্ত মহন্তই এদিন কৈছিল, "কাইলৈ তুমি মোক কলা ভুখন আওৰাই শুনাব পাৰিলে মই কিবা এটা পুৰস্কাৰ দিম।" কি লাগিব বুলি সোধাত মই হালধীয়া গোলাপ লাগিব বুলি কৈছিলোঁ। সেইমতে পিছদিনা মহন্ত মামাই এপোপা হালধীয়া গোলাপ লৈ আহিছিল। মই তেওঁক কলা ভুখন সৰসৰীয়াকৈ মাতি শুনোৱাত তেওঁ সেই হালধীয়া গোলাপ কেইপাহ মোক উপহাৰ দি গৈছিল। ভাবি চাবলৈ গ'লে সেই হালধীয়া গোলাপেই আছিল মোৰ জীৱনৰ প্ৰথম বঁটা। মোৰ ফুলৰ প্ৰতি মোহ আজিও অলপো টুটা নাই। আৰু এজন মোৰ অনিয়মীয়া ঘৰুৱা শিক্ষক আছিল। তেওঁৰ নাম গোপালচন্দ্ৰ বৰা, মোৰ মাহীআইতাৰ একমাত্ৰ পুতেক। তেওঁক মই বাবু মামা বুলি মাতিছিলো। লেখাপঢ়াত, কবিতা লেখাত, থিয়েটাৰ কৰাত মই লৰাকালিতে এই বাবু মামাৰ পৰাও পৰোক্ষভাৱে উছাহ-উদগনি আৰু অনুপ্ৰেৰণা পাইছিলো। লৰাকালত মন পথাৰখন কোনোবাই ভালদৰে চহাই দিলে সময়ত তাত নানা তৰহৰ ন-কঠীয়াৰ বীজ ভৰভৰাই গজি উঠে। পঢ়াশালিৰ শিক্ষাতকৈয়ো ঘৰৰ শিক্ষাহে অধিক মূল্যবান বুলি মই ভাবোঁ। ঘৰখন বিজতৰীয়া হ'লে শিশুৰ মন আপোনাআপুনি বিজতৰীয়া প্ৰভাৱ পৰে। সুখৰ বিষয় মই মোৰ ঘৰত এক সুস্থ ভাবতীয় পৰিবেশ পাইছিলো।

মই পঢ়া প্ৰথম স্কুলখন আছিল লতাশিল প্ৰাইমাৰী স্কুল। এসময়ত ই উচ্চ প্ৰাইমাৰী স্কুলো আছিল। এই স্কুলখন বহু পুৰণি—কিমান পুৰণি মই ক'ব নোৱাৰো। প্ৰথমতে এই স্কুলত আজিকালিৰ বহু প্ৰাইমাৰী স্কুলৰ দৰে লৰাও পঢ়িছিল, ছোৱালীয়ো পঢ়িছিল অৰ্থাৎ

সহশিক্ষা চলিছিল। পিছত এখন বালিকা স্কুল খোলা হ'লত লতাশিল স্কুল কেৱল ল'ৰাৰ স্কুলহে হ'ল। সেই বালিকা স্কুলখনেই আজিকালিৰ উজানবজাৰত থকা চৰ্কাৰী ছোৱালী মধ্য ইংৰাজী স্কুল, অৱশ্যে ইয়াত পাঠশালাৰ শ্ৰেণী কেইটাও আছে। এই বালিকা স্কুলতে ,তাহানি কিছুদিন আমাৰ বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱেও পোন্ধৰ টকা কি কুৰি টকাত শিক্ষকতা কৰিছিল। সেই কাৰণে তেতিয়া তেওঁক স্থানীয় মানুহে 'ৰঘু পণ্ডিত' বুলিহে জানিছিল। বিহগী কবিয়ে অলপ দিনৰ পিছতে সেই শিক্ষকতাৰপৰা বিদায় লৈছিল যদিও তেওঁৰ নামৰ আগৰপৰা জীৱনৰ শেষ দিনলৈকে 'পণ্ডিত' বিশেষণটো খহি পৰা নাছিল আৰু বন্ধুমহলত তেওঁ 'পণ্ডিত' বুলিয়েই জনাজাত হৈ আছিল।

সি যি কি নহওক এসময়ত বহু দিনলৈকে উজানবজাৰৰ লতাশিল পাঠশালা স্কুলখনক পদ্ম পণ্ডিতৰ স্কুল বুলিহে জনা গৈছিল কিয়নো পদ্ম দত্ত এগৰাকী ব্যক্তিত্বসম্পন্ন শিক্ষক আছিল আৰু উজানবজাৰৰ বহু পৰিয়ালৰ দুই পুৰুষক তেওঁ শিক্ষা দিছিল। মইো সেই স্কুলতে প্ৰথমতে শিক্ষা-জগতত ভৰি সুমাইছিলোঁ। মোৰ মাতৃদেৱীও এই স্কুলৰে ছাত্ৰী আছিল। পদ্ম পণ্ডিতৰ আজি বহুদিন আগতে হাড়ত বন গজিল যদিও পুৰণি চাম মানুহে তেওঁক পাহৰা নাই তেওঁৰ নামটোতে আছিল ইমানেই কালিকা।

সেই সময়ত স্কুল ঘৰটো এতিয়া মাণিকচন্দ্ৰ মাইনৰ স্কুল থকা ঠাইতে আছিল। মজলীয়া নামঘৰ এটাৰ আকৃতিৰ এটা দুচলীয়া খেৰীঘৰ। মই পঢ়া শেষৰ বছৰটোত ( অস্ত্ৰ মানত ) স্কুলখন লতাশিল থানাৰ পূবলৈ তুলি নিয়া হৈছিল আৰু এতিয়াও তাতে আছে। পুৰণি টিনৰ ঘৰ সলাই অৱশ্যে বৰ্তমান ইটাৰ পকীঘৰ হোৱাত চেহেৰাই মোট সলাইছে। আমাৰ খেৰী স্কুলটোৰ সমুখত নঙলাত দুটা ডাঙৰ ইটাৰ পুল। পুলত আউজা বেঞ্চি। খেৰী ঘৰটোৰ চালত শালিকী আৰু ঘৰচিৰিকাৰ বাহ। চৰাইবোৰে তলত কি হৈছে ভ্ৰূক্ষেপ নকৰি উৰা-উৰি কৰি বাহলৈ ওলোৱা-সোমোৱা কৰি থাকে দুটা কচিয়াই থাকে। পদ্ম পণ্ডিতে এবাৰ মোৰ বিকন্ধে ঘৰত এটা গোচৰ দিয়া বুলি আইৰ মুখত শুনা কথা মই এতিয়াও পাহৰা নাই। মই তেতিয়া তলৰ শ্ৰেণীৰ ছাত্ৰৰ পঢ়াৰ লগত ভালকৈ বাহি-বোৱা অহা নাই। পদ্ম পণ্ডিতে এদিন বাতি আমাৰ ঘৰলৈ আহি হেনো দেউতাক কৈছিল,—"বাপাচানাৰ দেখোন মেলা কিতাপ মেলাতে থাকে। সি ওপৰৰ ঘনাচিৰিকা বোৰলৈ চাই মুখৰ ভিতৰতে কিবা ভোৰভোৰাই থাকে। দেউতাইতে এই গোচৰ শুনি চাপৈ হাঁহিছিল আৰু হয়তো ভাবিছিল যে "আপুনি বয়স হৈলে বুদ্ধি হৈবে ভাল।"

হেডপণ্ডিত পদ্মধৰ দত্তৰ উপৰিও দ্বিতীয় শিক্ষক হিচাপে আজাবাৰ অভিনেতা বিমল্লি বৰুৱাৰ ভায়েক আনন্দি বৰুৱাক আৰু তৃতীয় শিক্ষক হিচাপে মহাৰাম নাথক পাইছিলো; পদ্ম পণ্ডিত বুঢ়া, আনন্দি বৰুৱা আমহীয়া আৰু মহাৰাম নাথ ডেকা ভজৰজীয়া। কোনজনে কিমান দৰমহা পাইছিল ক'ব নোৱাৰোঁ, সেই সময়ত পাঠশালাৰ শিক্ষকৰ দৰমহা মাহে বাৰ টকা আছিল। কোনোবা এজন শিক্ষকে ছাত্ৰক পৃথিৱী একেঠাইতে থাকে

আৰু বেলিটোহে ঘূৰে বুলি ভূগোলৰ ভুল শিক্ষা দিয়াত হেনো কৈফিয়ৎ দিবলগীয়া হৈছিল আৰু তেতিয়া হেনো পণ্ডিতজনে "বাৰটকাত পৃথিৱী ঘূৰে" বুলি সমিধান দিছিল। আগৰ চাময় দৰে পঢ়াশালিত বঙলা পুথি পঢ়িবলগীয়া দুৰ্ভাগ্য আমাৰ হোৱা নাছিল। তেতিয়াও অৱশ্যে অসমৰ আকাশ বতাহৰপৰা বঙলা পুথি দুই একাকি সুৱাদ পদৰ মুৰ্চ্ছনা মাৰ যোৱা নাছিল। "পাখিসব কৰে ৰব, ৰাতি পোহাইল, কাননে কুসুম কলি সকলি ফুলিল", "হাৰাধনেৰ দশটি ছেলে" আদিৰ নিচিনা মিঠা কথাবোৰ শুনি শুনিয়েই মোৰ মনত ৰৈ গৈছিল।

আজিকালিৰ দুধকণ্ঠ বালকেও নিজৰী কাপ ব্যৱহাৰ কৰে। আমি কিন্তু তলৰ শ্ৰেণীত খাগৰি কলম আৰু পাখি কলমহে ব্যৱহাৰ কৰিছিলো—মাইনৰ স্কুলতহে নিব লগোৱা কলম লৈছিলোঁ। আখৰ লিখাৰ সময়ত 'ৰিলিফ্ নিব্' আৰু অঙ্ক কৰাত 'বেড ইংক' নিব্ ব্যৱহাৰ কৰিবলৈ শিক্ষকৰপৰা অনুমতি পাইছিলোঁ। আমাৰ আগৰ চামে ফলি আৰু তুলাপাতত লেখাৰ আগতে কলাপাতত হাতৰ আখৰ লেখিছিল। কলাপাতৰ ব্যৱহাৰ ক্ৰমাৎ নাইকিয়া হে আহিছিল। মাটিত ভোলৰ গুটিৰে বা তেতেলী গুটিৰে আখৰ লেখিবলৈ দিয়া হৈছিল। পাঠশালা স্কুলৰ কিতাপ-ফলিৰ উপৰিও আমাৰ লগত শিক্ষাৰ সঁজুলি আছিল এডাল খাগৰি বা পাখিকলম, এটা মহীচুঙা বা দোৱাত, এচটা কলমাৰী বা শ্লেল আৰু একোখন তেতেলীগুটিৰ মোনা। ওপৰ শ্ৰেণীত মাৰোৱাৰী খাতাৰ দৰে এটা জমা-খৰচৰ বহীয়ো নিব লাগিছিল। এই বহী নিনিয়াৰ বাবে মোৰ লগৰীয়া বহুতে পদ্ম পণ্ডিতৰ চেকনিৰ কোব লাভ কৰিছিল। চেকনিৰ আগত বিদ্যাই আছিল সেইকালৰ শিক্ষাদানৰ মুলমন্ত্ৰ। এতিয়া সেই নিয়ম উঠি যোৱাত কোনো কোনো নিমৰমিয়াল শিক্ষকে ছাত্ৰক গৰু কোবোৱাদি কোবাব নোৱাৰা হৈছে। শাস্তি যে একেবাৰে অলাগতিয়াল এনে কথা মই নেভাবো, কিন্তু অমানুষিক শাস্তি যে বৰ্বৰতাৰ প্ৰতীক আৰু কোনো কোনো শিক্ষকে হাতত চেকনিডাল তুলি লবলৈ সুবিধা পালে যমদূতকো চেৰ পেলাব খোজে এই কথাও সঁচা।

কোন শ্ৰেণীত কি কিতাপ পাঠ্য আছিল আজি মোৰ নিভুলভাবে মনত নপৰে। ঘৰতে নে স্কুলতে পানীন্দ্ৰনাথ গগৈৰ আগছোৱা আৰু মাজছোৱাৰ তিনি আখৰীয়া, চাৰি আখৰীয়া পাঁচ আখৰীয়া শব্দবোৰ পঢ়ি হ'লে বৰ বং পাইছিলো। অসমীয়া জতুৱা ঠাচৰ সেই কালিকালগা শব্দবোৰ কম আয়াসতে মনত ৰৈ গৈছিল—আজিও পাহৰিব পৰা নাই।

গুৱাহাটী গোলাঘাট তেজপুৰ যোৰহাট
গগৈদেও অসহনি গামখাক ওলগণি
লটিঘটি বাচভৰা সেউজীয়া ঠনধৰা ইত্যাদি।

২য় আৰু ৩য় শ্ৰেণীত 'লৰাসখি' আৰু নিম্নপ্ৰাইমাৰী পাঠ পঢ়িছিলো, আটাই কেউখন পুথিৰ প্ৰকাশক মেকমিলেন কোম্পানী। 'লৰাসখি'খন মেৰেৰৰ চলিহাই যুক্ত কৰা বুলি শুনিছিলো, আন কেইখনৰ অন্তৰালত কোন প্ৰবকাৰ আছিল আজিও বুজ

পোৱা নাই। আবদুল মজিদ চাহাবৰ নাম কোনো কোনোৱে কৈছিল। লৰাকালিত পঢ়া বাবেই হবলা আটাই কেইখন কিতাপৰ পাঠবোৰ ভেতিয়া মিঠা মিঠা লাগিছিল। প্ৰথম পাঠত পঢ়া আনন্দ আগৰৱালাৰ 'বছৰত বাৰমাহ' কবিতাটো কেৱল মোৰেই নহয়, অনেকৰ জিভাত একবাৰ নোৱাৰা এঠাৰ দৰে আজিও লাগি আছে। বলদেৱ মহন্তৰ 'বিদ্যা', 'কেতিয়া কাক চিনি', 'কাৰ সমান কি নাই' দুৰ্গাপ্ৰসাদ দত্তৰ (পিছত মজিন্দাৰ বৰুৱা) মাতৃ, সাহ, পখিলা পদ্মনাথ বৰুৱাৰ পিছত গোহাঞি বৰুৱা 'বজা আৰু মকৰা' আদি কবিতাবোৰ আজিকোপতি মোৰ স্মৃতিপটত উজ্জ্বল হৈ আছে। মই পাঠশালাত পঢ়া 'সহজ ধাৰাপাত' খনৰ কথাও পাহৰিব নোৱাৰোঁ। এই ধাৰাপাত লেখিছিল উত্তৰ গুৱাহাটীৰ দেৱেন্দ্ৰনাথ বৰুৱাই। দাম খনে চৰতীয়া এটা। দেৱী বৰুৱাই লেখি উঠি পুথিখনৰ স্বত্ব বৰুৱা এজেন্সিৰ গোপাল বৰুৱাক একুৰি মান কপ লৈ বেচি দিছিল আৰু সৰিপৰা গছৰ গুটিৰ দৰে প্ৰথম বৰুৱাৰ লগত ধাৰাপাতৰ লাভালাভৰ সম্পৰ্ক নাছিল, দ্বিতীয় বৰুৱাইহে তাৰ প্ৰচুৰ সুফল উপভোগ কৰিছিল কিয়নো বছৰি বহু হেজাৰ সহজ ধাৰাপাত বেচা গৈছিল। পিছত অৱশ্যে 'গণনা শিক্ষা' আৰু আন ধাৰাপাতে বজাৰত ভুমুকি মৰাত সহজ ধাৰাপাতৰ সান্দহখোৱা বালি ভল গ'ল। ধাৰাপাতৰ আৰ্যাবোৰৰ লগতে পাঠশালাৰ 'বাবু'ৰ চেকনিলৈকো মনত পৰে। শিক্ষকসকলক 'বাবু' বোলা নিয়ম আছিল। আজিকালি অৱশ্যে কি বোলা হয় নেজানো। স্কুল ছাবইন্সপেক্টৰ বা ডেপুটী ইন্সপেক্টৰক বোলা হৈছিল স্কুল চোৱা বাবু। আন ঠাইৰ কথা ক'ব নোৱাৰোঁ গুৱাহাটীত হলে পণ্ডিত বাবু, ডাক্তৰ বাবু, গাৰ্ড বাবু, ডাক বাবু আদি তৰহে তৰহে বাবু আছিল।

'বস্ত্ৰ পাঠ' শিকাবলৈ বাবুৱে 'শিক্ষক সহচৰ' নামে এখন ডাঙৰ পুথি ব্যৱহাৰ কৰিছিল। সাধু কথাৰ দৰে তাৰ পাঠবোৰ শুনি ভাল লাগিছিল, "লাক পাকুৰ লাক-পাকুৰ কুৰ, মাত হেপাহৰ পাৰ চৰাইৰ" নিচিনা ওমলা গীতবোৰ আওৰায়ো ভাল পাইছিলো। সৌ সিদিনা দেশে স্বাধীনতা পোৱাৰ পিছতহে গণিতত দশমিক পদ্ধতি প্ৰবৰ্তন হৈছে। তাৰ আগতে গণিতৰ বিশেষকৈ ধাৰাপাতখনৰ ভিতৰতে কণ কণ লৰা-ছোৱালীবিলাকে বাঘ ভালুক থকা বুলি ভাবিছিল। মোৰো তেনে হৈছিল। কড়া-ক্ৰান্তি, বুৰী-পোণ, লোচা-দিঘা, কাচ্চা-ছটাক আদি বিবিধ ধাৰাপাতৰ আৰ্যা মুখস্থ কৰিবলগীয়া হোৱাত চকুৱে সৰিয়হৰ ফুল দেখিছিলো, তাৰ উপৰিও সৰু নেওতা, মাজু নেওতা, বৰ নেওতা আদি নেওতা তিনি খনেও তামাকীয়া দেখুৱাইছিল। বহু খোটালিৰপৰা বাহিৰ চোতাললৈ নাইবা লতাশিল খেল পথাৰলৈ ওলাই গৈ চেক লগাই নাকী সুৰীয়া মাতেৰে নেওতা আওৰাবলৈ পালে ভাল লাগিছিল। তাৰপৰা যে কিবা লাভ হৈছিল এনে মনে নধৰে। জিভাৰ আগেৰে নেওতা মতা হেছিল গীতা, কিন্তু সৰস্বতীয়ে তেনেভাবে জোৰ-জবৰদস্তিত কণ্ঠত খিতাপি ল'বলৈ টাম পাইছিল।

ঘৰত কোনোবাই সাজি দিয়া মাটিৰ আম কঠাল, বেঙেনা, লাও আদি দেখুৱাই স্কুলত হাতৰ কামৰ ঘন্টাত নাম কৰিছিলো। মই পঢ়া সময়ত বহুত

বহুৰঙী ছবি মানচিত্ৰৰ দৰে স্থুৰিয়াই থোৱা হৈছিল। স্কুল চোৱা বাবুই পৰিদৰ্শন কৰিবলৈ অহাৰ আগে আগে সেইবোৰ খোল খাই বেৰত ওলমে, পৰিদৰ্শনৰ কেইদিনমান পিছতহে আকৌ স্থুৰিয়াই থোৱা হয়। নানা তৰহৰ সেই ছবিবোৰ দেখি আমাৰ শিশু মনত বৰ ভাল লাগিছিল। পিছত বুজিব পৰিছিলোঁ যে সেই ছবিবোৰ প্ৰকৃতি পাঠ, ভূগোল পাঠ আদি শিক্ষাদানৰ সহায়ক স্বৰূপে স্কুলক দিয়া হৈছিল। আমি কিন্তু পঢ়াওঁতে কোনো শিক্ষকে পাঠদানৰ সময়ত সেই ছবি দেখুৱা মনত নপৰে।

শাৰীৰিক ব্যায়াম আৰু খেল-ধেমালিৰ কথা ক'বলৈ মোৰ পক্ষে বহুলকৈ মুখ মেমেলাই ভাল। এইবোৰৰ প্ৰতি মোৰ নিচেইকৈ ৰাপ নাছিল। তেতিয়া স্কুলত ব্যায়াম আৰু আজিকালিৰ ব্যায়াম বেলেগ। সেই দিনৰ হনুমান দন, সিংহ বৈঠক আদি কৰাটো মোৰ দৰে নিশকতীয়া লৰাৰ পক্ষে বৰ কষ্টকৰ অনুভূত হৈছিল, সেই দিনৰ ব্যায়ামবোৰ গোহাঞি বৰুৱাৰ 'দেশী কচৰৎ' নামৰ পুথিত বিতংভাৱে দিয়া আছে। সেইদিনত যান-বাহন তাকৰ আছিল আৰু আলিবাটত যান-বাহনৰ উপদ্ৰৱৰ কথা কোনো দিনে শুনা নগৈছিল। সেইকাৰণে আমি লৰাবিলাকে বিনাবাধাই ঘৰৰ দুৱাৰ মুখৰ আলিৰ ওপৰতে একোখন খেল পথাৰ কৰি লৈ টাংগুটি, ভটাগুটি, ফুটবল, বেতবল, হকি আদি বিবিধ খেল খেলিছিলো। ৰবাৰ টেঙা আৰু গুৱাহাটী ক্লাবৰ চাহব-মেমৰ পেলনীয়া টেনিচ বলেই আমাৰ খেলৰ বল আছিল। পেকিং বাকছৰ কাঠৰ বেতবলৰ 'হাতা'খন সাজি লোৱা হৈছিল আৰু গছৰ ভজুৱা ডালকে 'হকি ষ্টিক' হিচাপে ব্যৱহাৰ কৰিছিলো। 'বুঢ়ী খেল'ত মই দৰ্শক হিচাপেহে যোগ দিছিলো। ওচৰৰ থিয়েটাৰ ঘৰৰ চাৰি আলিৰ চাৰি কোণত থকা ইটাৰ পুল চাৰিটাত লৰা-ধপৰা কৰি 'পুল' খেলিছিলো। এই 'পুলখেল' 'মিউজিক চেয়াৰ'ৰে আদিম সংস্কৰণ। ঘৰৰ পদূলিমুখত খুপিত পইচা খেল আৰু মাৰ্বল খেলো আমাৰ দিনত আমোদজনক খেল আছিল।

পাঠশালা স্কুলত প্ৰতি শ্ৰেণীত মোৰ স্থান সদায় দ্বিতীয় আছিল। প্ৰথম স্থানত থকা শ্ৰীধনচন্দ্ৰ দাসক মই কোনো শ্ৰেণীতে ঘটুৱাই তেওঁৰ আগ হ'ব পৰা নাছিলো। কম হলেও আমাৰ মাজত কেইটামান নম্বৰৰ ব্যৱধান থাকিবই। 'মল্লিকা দাস'ৰ নাট্যকাৰ মোৰ বন্ধু শ্ৰীধনচন্দ্ৰ দাসেও মোৰ নিচিনাই তেতিয়াৰ পৰাই সাহিত্যত ৰাপ বহুৱাই লৈছিল। পাঠশালাৰ শিক্ষা শেষ হোৱাত তেওঁ গৈছিল হাইস্কুললৈ আৰু মই আহিলোঁ মাইনৰলৈ। পাঠশালা আৰু মাইনৰৰ দোমোজাত মোৰ এটা শকত সন্নিপাত হৈছিল। এই নৰিয়াৰ বাবে মই বৃত্তি পৰীক্ষা দিব পৰা নাছিলো, চাৰ্টিফিকেট এখনকে লৈ পাঠশালা পাঠ সমাপ্ত কৰিবলৈ বাধ্য হৈছিলো। স্কুল খটীও হৈছিল দুবছৰ। তাৰ ফলতেই মোৰ শিক্ষা বয়সো হুহকি গ'ল।

### মাণিকচন্দ্ৰ বৰুৱা ইংৰাজী স্কুল

যি জন মহান নেতাৰ নাম আগত লৈ এই স্কুলখনে জীৱনৰ জয়যাত্ৰা আৰম্ভ কৰিছিল, তেওঁ হৈছে খনামধন্ত মাণিকচন্দ্ৰ বৰুৱা ডাঙৰীয়া। এসময়ত অসমৰ সকলো

বাইজে তেওঁক অনাবেবোল মাণিকচন্দ্র বৰুৱা বুলি আৰু গুৱাহাটীৰ বাইজে মাণিক বাবু বুলিহে জানিছিল। সেই কালত মাণিকচন্দ্র বৰুৱা আৰু ৰায়বাহাদুৰ ভুবনৰাম দাসৰ নাম নজনা মানুহ গুৱাহাটীত নাছিল। এই শতিকাৰ আদি ভাগত আৰু যোৱা শতিকাৰ শেষ ভাগত মাণিকচন্দ্র বৰুৱা আছিল অসমৰ অবিসম্বাদী নেতা। ৰজা আৰু ৰাইজ দুয়োপক্ষতে তেওঁৰ মত বজিছিল অৰ্থাৎ যি সময়ত আমাৰ দেশত ৰাজহুৱা মত বুলি শক্তিশালী বস্তু এটা নাছিল তেতিয়া মাণিকচন্দ্র বৰুৱাই ৰাইজৰ হৈ মাতিছিল আৰু ৰজাঘৰেও তেওঁৰ কথাত মূল্য আৰোপ কৰিছিল। অসম আৰু অসমীয়াৰ উন্নতিৰ হকে বৰুৱা ডাঙৰীয়াই নানা তৰহৰ জনহিতকৰ কাৰ্য কৰিছিল। ষতন্তৰীয়া কামৰ আহি।

জুইশালত গঢ়িলেহে কমাৰশালত গঢ়িব পাৰি। এই লেখকৰ শিক্ষা জীৱনত মাণিকচন্দ্র বৰুৱা মাইনৰ স্কুলখনেই আছিল জুইশাল। সেইকাৰণে স্কুলৰ সাঁচ মোৰ মানসপটত মচিব নোৱাৰা হৈ আছে। এই স্কুল প্ৰথমতে তিনি চাৰিমাহ মান বহুৱা হৈছিল কামৰূপ নাট্য সমিতিৰ 'অসম ক্লাব' ঘৰত। কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ নামকৰণ পিছতহে হৈছিল। স্কুলৰ আৰম্ভণিৰ দিনা আৰু পিছতো কেইমাহমান মই গুৱাহাটীত নাছিলো। কিন্তু প্ৰথম দিনাই হাজিৰা বহীত তোলা আঠজন ছাত্ৰৰ নামৰ মাজত মোৰ নামটোও আছিল। প্ৰথম দল ছাত্ৰৰ এজন হোৱা বাবে মই গৌৰৱ অনুভৱ কৰোঁ। মোৰ সহপাঠী বিলাক আছিল শ্ৰীধৰণীধৰ চৌধুৰী (প্ৰাক্তন জজ) শ্ৰীমহেন্দ্ৰনাথ চৌধুৰী, শ্ৰীৰবীন্দ্ৰনাথ বৰুৱা (মাণিক বৰুৱাৰ নাতি), ডাঃ শ্ৰীৰাজ্যনাথ শৰ্মা, চক্ৰেশ্বৰ ভট্টাচাৰ্য, ধীৰেন্দ্ৰনাথ ফুকন (ডেকা ফুকনৰ ভায়েক), সতীশচন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ বৰুৱা, সহদেৱ সিং, নকুল সিং প্ৰভৃতি। সকলোৰে নাম আজি মনত নাই। প্ৰথমতে এই স্কুলৰ শিক্ষক আছিল তিনিজন। উত্তৰ গুৱাহাটীৰ বলীন্দ্ৰ কুমাৰ বৰুৱা হেডমাষ্টৰ, নগাওঁৰ ধীৰেন্দ্ৰনাথ মহন্ত ছেকেণ্ড মাষ্টৰ আৰু পুঠীমাৰীৰ কালৰ অমৃত ডেকা নামৰ থাৰ্ড মাষ্টৰ, কামত অসমীয়া শিক্ষক। কেইমাহ মানৰ পিছত ধীৰেন্দ্ৰ মহন্তই উকীল হৈ নগাওঁৰ নিজা ঘৰত থানিকা ললেগৈ। তেওঁৰ ঠাইত আহিল যোগেশচন্দ্ৰ তামুলী। মহন্ত আৰু তামুলী দুয়ো নগাওঁৰ মানুহ। প্ৰথম মহাসমৰৰ ভিতৰতে সামৰিক প্ৰশিক্ষণ ল'বলৈ প্ৰায় এবছৰৰ বাবে বলীন্দ্ৰ বৰুৱা আৰু যোগেশ তামুলীয়ে কলিকতালৈ যোৱাত স্কুলৰ কামত তেওঁলোকক বদল দিছিল জগৎচন্দ্ৰ বেজবৰুৱা আৰু উমেশচন্দ্ৰ চৌধাৰীয়ে। পিছত হেড্ পণ্ডিতৰ পদ এটা সৃষ্টি হোৱাত ভুবনেশ্বৰ গোস্বামীয়ে সেই পদত নিযুক্তি পালে। অমৃত ডেকা দ্বিতীয় পণ্ডিত হল। গোস্বামী অহাৰ আগতে অলপ দিন কাম কৰিছিল পলাশবাৰীৰ উপেন্দ্ৰচন্দ্ৰ গোস্বামীয়ে। এই সকলেই আছিল মোৰ মাইনৰ স্কুলৰ শিক্ষাগুৰু। ৪ৰ্থ আৰু ৫ম মানত গোহাঞি বৰুৱাৰ 'নীতি শিক্ষা' মাজছোৱা, শেষ ছোৱা আৰু ৬ষ্ঠ মানত হেমচন্দ্ৰ বৰুৱাৰ 'পাঠমালা' আৰু বিষয় বিশ্বাসীৰ 'পদ্যাৱলী আমাৰ পাঠ্য পুথি আছিল।

## সেই দিনৰ শিক্ষা প্ৰণালী

আজিৰ শিক্ষা-প্ৰণালীৰ লগত সেই দিনৰ শিক্ষা-প্ৰণালীৰ মিল নাছিল যদিও সেই প্ৰণালীৰে মাইনৰ স্কুলত মই যি শিক্ষা লাভ কৰিলোঁ তাক বেয়া বুলি কবৰ সত্ নেযায়। ইংৰাজী ব্যাকৰণ আৰু হাতৰ আখৰৰ ওপৰত প্ৰতিজন শিক্ষকে জোৰ দিছিল। ভাল কবিতা, ব্যাকৰণৰ সূত্ৰ আদি মুখস্থ দিবই লাগিছিল। শিক্ষকৰ হাতত চেকনি আৰু বুকুত মৰম আছিল। প্ৰতিজন শিক্ষককে আপোন মানুহ যেন লাগিছিল। বেতৰ কোব, বেঞ্চত থিয় হোৱা, মজিয়াত আঁঠুকঢ়া আদি শাস্তিবোৰ অবিৰামভাৱে চলিছিল। মই নিয়মিতভাৱে পঢ়াশুনা কৰাৰ বাবে এনে শাস্তি কাচিৎহে পাইছিলোঁ যদিও একেবাৰে নাই পোৱা বুলি ক'লে আসৈ মতা হ'ব। ইংৰাজীৰ সঠিক উত্তৰ দিব নোৱাৰাৰ বাবে জগৎ বেজবৰুৱাৰ বেতৰ কোব আৰু ভূগোলৰ ভুল উত্তৰ দিয়াৰ বাবে উমেশ চৌধাৰীৰ বাওঁহতীয়া বেতৰ কোবৰ কথা আজিও মনত আছে। হাতৰ আখৰত কম নম্বৰ পালে যোগেশ তামুলীৰপৰা পোৱা পেটত চিকুট কেইটাই এতিয়াও মোৰ মনত ভাকুটকুট তোলে। শাস্তিপ্ৰদান আধুনিক শিক্ষাবিধিসন্মত নহলেও মই ব্যক্তিগতভাৱে ইয়াৰ আৱশ্যকতা মুই নকৰোঁ। অৱশ্যে সীমা চেৰাই যোৱা নাইবা আসুৰিক শাস্তি মাণিক বৰুৱা মধ্য ইংৰাজী স্কুলত আমি মাজে-সময়ে দেখা পাইছিলোঁ। বলীন্দ্ৰ বৰুৱাই বেতৰ বাবে এডাল লতা নি দিয়াজনক এটা বেতৰ কোব ৰেহাই দিছিল।

### শিক্ষা গুৰুসকল

ওখই-পাখই আৰ্যসদৃশ বলীন্দ্ৰ কুমাৰ বৰুৱা স্কুলৰ হাউলিত সোমালেই হাইউৰুমি নিজম পৰিছিল। তেওঁ শ্ৰেণীত সোমালে যেনেকৈ ভয় লাগিছিল তেনেকৈ ভক্তিও উপজিছিল। বীৰেন্দ্ৰ মহন্তক বেছি দিন পোৱা নাছিলোঁ। তেওঁ শ্ৰেণীত সোমালে আমোল-মোলাই যোৱা এছেন্সৰ গোন্ধ হ'লে এতিয়াও মোৰ নাকত লাগি আছে। যোগেশ তামুলী মোৰ শিক্ষাগুৰুৰ উপৰিও সাহিত্য-ক্ষেত্ৰত পোনপ্ৰথম পথ-প্ৰদৰ্শক হৈছিল। তেওঁ আমাৰ মনত সাহিত্যৰ বীজ সিচিছিল। পাঠদানৰ মাজতে সুৰুঙা উলিয়াই আমাৰ আগত অসমীয়া সাহিত্যৰ কথা কৈছিল, বেজবৰুৱা, আগৰৱালা প্ৰভৃতি বৰেণ্য সাহিত্যিকসকলৰ প্ৰতি মনোযোগ আকৰ্ষণ কৰিছিল। সাপ্তাহিক পৰীক্ষাত প্ৰথম হোৱাজনক মাজেসময়ে একোখন সৰু অসমীয়া কিতাপ বঁটা দিছিল। তেনে এটা পৰীক্ষাত 'জিলিকনি'খন পাই মোৰ বৰ ভাল লাগিছিল। ভুবনেশ্বৰ গোস্বামীৰ মগুমাহৰ দানাৰ দৰে গোট গোট হাতৰ আখৰ আৰু মাৰ্জিত ব্যৱহাৰে আমাক মুগ্ধ কৰিছিল। শ্ৰীউপেন গোস্বামীক মই পাহৰিব নোৱাৰোঁ এটা বিশেষ কাৰণত। মই 'হাতী'ৰ বিষয়ে লেপথেপকৈ লেখা এখন ৰচনাত তেওঁ ৰঙা চিয়াহীৰে লেখি দিছিল "অভ্যাস নেৰিলে তুমি এজন প্ৰখ্যাত লেখক হ'ব পাৰিবা" বুলি। গোস্বামীদেৱৰ এই ভৱিষ্যবাণীয়ে মোৰ জীৱনত দৈৱবাণীৰ দৰে কাম কৰিছে বুলি ভাবোঁ। জগৎ বেজবৰুৱাই পঢ়াওঁতেও কথাবোৰ ভাৱৰীয়াৰ মুখৰপৰা ওলোৱা যেন লাগিছিল আৰু কোনো কোনো সময়ত অভিনয় কৰাৰ

নিচিনা হৈছিল। শ্ৰেণীত সোমাই প্ৰথমে তেওঁ আমাক এজোখৰ পঢ়িবলৈ দি খাচিয়াত বহি ওৰঘোৰ টোপনি গৈছিল আৰু অলপ সময় পিছতে খকমককৈ উঠি, আমাৰ গালৈ প্ৰশ্নবান মাৰি পঠিয়াইছিল। নোৱাৰিলে "তেন্তে হাতখন উলিয়াই দে" বুলি দুই এচাট দি নতুন পঢ়াৰ বাবে প্ৰস্তুতি কৰি লৈছিল। দিনত শিক্ষক আৰু ৰাতি বেজবৰুৱা আৰু তামুলীক কুমাৰ ভাস্কৰ নাট্যমন্দিৰত অভিনেতা হিচাপে দেখাৰ সৌভাগ্য হৈছিল।

সদৌশেষত কবলগীয়া এয়ে যে মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুলখন মোৰ মৰমৰ স্কুল—সহুতৰ মৰমৰ স্কুল। এই স্কুলত মই শিক্ষা লভিছিলো, অলপ দিন শিক্ষকো হৈছিলো আৰু এতিয়া পৰিচালনা সমিতিৰ সভাপতিৰ ভাৰখনো কান্ধত তুলি লবলগীয়া হৈছে। ইও এক সৌভাগ্যৰ কথাই। এই স্কুলৰ কৃতী প্ৰধান শিক্ষকসকল হৈছে যথাক্ৰমে বলীন্দ্ৰ কুমাৰ বৰুৱা, যোগেশচন্দ্ৰ তামুলী, উমেশচন্দ্ৰ চৌধাৰী, হৰমোহন দাস আৰু শ্ৰীভাৰতচন্দ্ৰ শৰ্মা। যাঁৰ পূজাত আমি বৰ ঋণীয়া। সোণাৰ মুখত মাখি পৰাৰ নিচিনাকৈ এই সৰু স্কুলখনেই এজন মহান নেতাৰ স্মৃতিত ধিমিকধামাককৈ এগছি বন্তি জলাই ৰাখিছে। এই বন্তি অক্ষয় বন্তি হওক।

## কলেজিয়েট স্কুল

অসমৰ হাইস্কুলবিলাকৰ ভিতৰত গুৱাহাটী কলেজিয়েট স্কুলক পিতামহ আখ্যা দিব পাৰি। ১৮৩৫ চনতে কেপ্টেন জেনকিন্স চাহাবৰ উদ্যোগত অসমৰ এইখন সৰ্বপ্ৰথম হাইস্কুলৰ জন্ম হৈছিল। আমাৰ দেশত তেতিয়া ইংৰাজ আমোলৰ কাঁচিয়লি বদ পৰিছে। অসমীয়া মানুহে পাশ্চাত্য শিক্ষাৰ গোন্ধ-ভাপ পোৱা নাই বুলিলেই হয়। সেই কাৰণে ইংৰাজ শাসনৰ ৰথখন টানিবলৈ ভাটীৰপৰা বঙালী আৰু শ্ৰীহট্টৰপৰা জাকে জাকে বঙালী কেৰাণী, মহৰী কাকতীফৰিঙৰ দৰে আহি দেশ ভৰি পৰিছিল। সেইসকলৰ তেতিয়া গাখীৰতে মহৰ খুটি। সেয়ে হলেও শেনচকুৰা ইংৰাজ শাসকৰ প্ৰতিনিধি জেনকিন্স চাহাবে উপলব্ধি কৰিছিল যে সেইদৰে দেশৰ মানুহক বঞ্চিত কৰি খলুৱা স্বাৰ্থত কুঠাৰাঘাত কৰাটো বেছি দিনলৈ সম্ভৱ হৈ নেথাকিব। দেশৰ মানুহক হাতত লৈ দেশ চলাব পাৰিলেহে শাসনত বিজুতি নলগাটো আশা কৰিব পাৰি। সেয়েহে চাহাবজনে অসমীয়া মানুহকো শিক্ষিত কৰিবলৈ ওপৰৰ ভাৰত চৰকাৰৰ লগত লেখালেখি কৰিছিল আৰু তেওঁ মূলতঃ নিজৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ বাবে হলেও গুৱাহাটীত অসমৰ পোনপ্ৰথম হাইস্কুলখন প্ৰতিষ্ঠা হৈছিল। প্ৰথমতে চৰকাৰৰ লগতে বাইজৰ ফালৰপৰা এই স্কুল প্ৰতিষ্ঠাৰ বাবে আগবঢ়োৱা দান-বৰঙণিৰপৰা সৰ্বমুঠ ১৭৪০ টকা সংগৃহীত হৈছিল। উল্লেখযোগ্য যে সেই সময়ত গুৱাহাটীৰ লোক সংখ্যা ৬০০০ ছ হজাৰৰ বেছি নাছিল। কোচবিহাৰৰ ৰজা বাহাদুৰ ৰয়াৰাম বৰুৱা আৰু গুৱাহাটীৰ সদৰ আমিন মজুৰাম বৰুৱাই একেজাৰ কপ দান স্বৰূপে আগবঢ়াইছিল, দিহিঙীয়া সত্ৰাধিকাৰৰ ৫০০ 'পাঁচশ' টকাৰ অভিহলাও আজিকালিৰ ৫০০০ টকাৰ সমান আছিল। ১৮৩৫ চনৰ শেষৰ ফালে প্ৰতিষ্ঠিত এই স্কুলত মিঃ ৰবিকান্ত মাহিলী ত্ৰিশ টকা বেতনত হেডমাষ্টৰ নিযুক্ত হৈ মিঃ ছিঙাৰৰপৰা দিহৰ

বাব বুজি লৈছিল। আৰম্ভণিতে স্কুলৰ ছাত্ৰ সংখ্যা আছিল আঢ়ৈ কুৰি আঠজন। ১৮৬২ চনত এই স্কুলৰ মূৰত আৰু দুটা কলেজৰ শ্ৰেণী জাপি দি এফ-এ তেতিয়াৰ ইণ্টাৰ মেডিয়েট শ্ৰেণী খোলা হয়।

১৯১৯ চনৰ জানুৱাৰী মাহত মই গুৱাহাটীৰ কলেজিয়েট স্কুলত নাম লগাইছিলোঁগৈ। এটা বাছনি পৰীক্ষা দি প্ৰথম তালিকাতে মোৰ সুমাবলৈ পৰাত সপ্তমমানৰ ক শাখাত ঠাই পোৱাৰ সুবিধা পাইছিলোঁ। অসমত তেতিয়াও স্বকীয়া বঙালী স্কুলৰ কৰবাত জন্ম হৈছিল যদিও নগৰে-গাঁৱে আজিৰ দৰে সেইবোৰে পুলিপোখা মেলা নাছিল। কলেজিয়েট স্কুলত অসমীয়া ল'ৰাৰ লগত বঙালী লৰায়ো পঢ়িছিল। প্ৰতি শ্ৰেণীতে দুটা শাখা—ক শাখাত কেৱল অসমীয়া আৰু খ শাখাত অসমীয়া-বঙালী সানমিহলি লৰা আছিল। শিক্ষাৰ মাধ্যম ইংৰাজী হোৱাৰ বাবে কাৰো বিশেষ অসুবিধা নহৈছিল।

বোধকৰোঁ স্কুলৰ জন্মৰ কালতে সজোৱা বুঢ়া টিনৰ ঘৰটোকে আমি পাইছিলোঁ—অৱশ্যে তাৰ পূবে আৰু পশ্চিমে মূল ঘৰটোৰ লগত নতুন ঘৰ জোৰা লগাই সজা হৈছিল। ঘৰটো আছিল এটা বিৰাট নামঘৰৰ দৰে টিন পাতৰ—বিশেষ গঢ়-ঠগ নোহোৱা মাজমূৰতে কুকুৰাৰ জটোৰ দৰে এটা সৰু টুপী ঘৰ। ভিতৰত ক্ৰছৰ দৰে কটাকটি কৰা দুটা অহাযোৱা কৰা বাট—বাটৰ দুয়োকাষে শ্ৰেণী বহা কোঠাবোৰ। দক্ষিণফালে হেডমাষ্টৰৰ অফিচ কোঠা, কেৰাণীৰ কোঠা, পুথিভঁৰাল আৰু শিক্ষকৰ কমনৰুম। প্ৰতিটো খোঁটালিতে কাপোৰৰ হাতে টনা পাখা। স্কুল হাউচিৰ উত্তৰে এজোপা বুঢ়া তেতেলী গছ, পশ্চিমে এশাৰী চেগুন গছ আৰু দক্ষিণে ঘৰৰ দুৱাৰমুখতে এজোপা বৰ ওখ নিমগছ (?)। সেই নিমগছজোপাত এডাল মাধৱীলতা। বতৰত লতাডাল উধৰপৰা মূধলৈকে যেতিয়া ফুলে গোটেই ঠাইখনৰে সৌন্দৰ্যই চকুত চাট মাৰি ধৰে, বতাহৰ গোন্ধত আমোলমোল হৈ পৰে। সেই সৌন্দৰ্য-স্মৃতি আজিও মোৰ মানস চকুৰ আগতেই আছে।

আমাৰ দিনৰ পৰাই বুঢ়া স্কুলঘৰটোৰ পৰোঁ পৰোঁ অৱস্থা, কোনদিনা ভাগি পৰিব লাগে ঠিকনা নাই, গড়কাপ্তানীয়ে হেনো আয়ুসত চাউল উঠিল বুলি মন্তব্যও দিছিল। তথাপি ই মৰণত শৰণ দি বহুবছৰ বৰ্তি আছিল আৰু আজি বছৰচেৰেক আগতেহে শিক্ষামন্ত্ৰী শ্ৰীদেৱকান্ত বৰুৱাৰ আমোলত কলেজিয়েট আৰু মাণিকচন্দ্ৰ স্কুল দুটাৰ কায়াকল্প চিকিৎসা আৰম্ভ হৈছিল। সম্প্ৰতি দুয়োটা স্কুলৰ আগৰ ঘৰৰ চিনচাব একো নাই। মূৰত টিনপাত একমাই চকুত লগা ইটাৰ দালান ঘৰ কৰা হৈছে।

মাইনৰৰপৰা গৈ হাইস্কুলত সোমোৱাত মই পুখুৰীৰপৰা গৈ বিলত পৰা যেন অনুভৱ কৰিছিলোঁ। আগৰ ঘৰুৱা পৰিবেশ এতিয়া পৰুৱা পৰুৱা যেন আচহুৱা পৰিবেশ হৈ পৰিল। শিক্ষকসকলৰ ওচৰ চাপিবলৈ সংকোচ ওপজে, লগৰীয়াবিলাকৰ লগত শঠামিতিৰ হ'বলৈ ভয় লাগে। মই পঢ়া শ্ৰেণীতে আৰু আন শ্ৰেণীতো দুই চাৰিজন অসৎ চৰিত্ৰৰ লৰা আছিল, বিয়াবাক কৰোৱা, ডাটি-গোফ গজা সহপাঠীকো লগ পালোঁ। সুবিধা পালেই কোনো কোনোৱে কামকলাৰ বক্তৃতা মেলি আমোদ কৰে। আমাৰ সেই বয়:সন্ধিৰ ক্ষণত ভৰি পিছলাটো স্বাভাৱিক। সেইবাবে মই

বৰ সতৰ্ক হৈ চলিছিলোঁ। আৰু জনচেবেকৰ বাহিৰে আন লগৰীয়া সহপাঠীবিলাকক বৰকৈ মাতবোল কৰা নাছিলো। তেওঁবিলাকেও মোক এজন হাবাং লৰা বুলি ধৰি লৈছিল আৰু মযো তেনে ভাও দিয়েই দূৰৰ টো দূৰতে মাৰ নিয়াৰ পাৰিছিলো। তাৰ সুফল স্বৰূপে চেলেউ মুখত দি নেপালোঁ আৰু আন কিছুমান সম্ভাব্য বিপদৰ পৰাও হাত সাৰি থাকিব পাৰিছিলোঁ।

নতুন হাইস্কুলীয়া জীৱনত কেবাটাও বস্তু মোৰ-ভাল লাগিছিল। তেতিয়াৰ দিনত কলেজিয়েটৰ 'মৰ্ণিং স্কুল'বোৰ বৰ আকৰ্ষণীয় হৈছিল। আজিকালিৰ নিচিনা তেতিয়া ইমান বেছি বন্ধ নাছিল, হাফ্ বা আধা ছুটীও নাছিল। নগদ ছ ঘণ্টা আৰু শনিবাৰে তিনি ঘণ্টা শ্ৰেণীত পঢ়া শুনা কৰিব লাগিছিল। লেখৰ কেইটামান আধাখটিৰ দিন, তাতকৈ বেছি দিবলগীয়া হলে ছুটা আধা ছুটীৰ বাবে এদিন বন্ধ কটা যায়। এনে কট্‌কটীয়া ছাত্ৰ জীৱনত হাফ্ বা বন্ধ এটা ওচৰ চাপি আহিলে যে কিমান ভাল লাগিছিল। সেইকাৰণে বন্ধৰ বাবে আমি সকলোৱে হামবাও কাঢ়ি আছিলোঁ। মৰ্নিং স্কুলক দৰা আদৰাদি আদৰিছিলোঁ। বিয়াৰ চিঠি ছপোৱাৰ দৰে প্ৰতিটো শ্ৰেণীয়ে চিঠি ছপাই শিক্ষকসকলক নিমন্ত্ৰণ জনোৱা প্ৰথা আছিল। জজ পথাৰ আৰু গীৰ্জা পথাৰৰ নাহৰৰ গছ আৰু কৃষ্ণচূড়া গছবোৰৰ ডাল ভাঙি নি কোনটো শ্ৰেণী বেছি ধুনীয়াকৈ সজাব পাৰি তাৰে প্ৰতিযোগিতা চলিছিল। গান গাব বা বাজনা বজাব নেজানিলেও সকলোৱে সহজে গ্ৰামোফোনটো বজাব পাৰে। তেতিয়া লাউড স্পিকাৰৰ আবিৰ্ভাব হোৱা নাছিল। কোনো কোনো শ্ৰেণীত কাৰোবাৰ ঘৰৰপৰা গ্ৰামোফোন এটা খুজিমাগি নি তাৰ ভিতৰৰপৰা গায়ক-গায়িকাৰ গীত বাহিৰ কৰা হৈছিল। শিক্ষকসকলে দুজনীয়া তিনিজনীয়া দল বান্ধি শ্ৰেণীয়ে শ্ৰেণীয়ে তামোলৰ সেলেঙী লগাই নিমন্ত্ৰণ খাই ফুৰিছিল। গুলঞ্চি ফুল বা বকুল ফুলৰ মালা পিন্ধাই তেওঁলোকক চাহপানী একোটোপা আৰু আগত এমেকেন মিঠাইৰ থাল দিয়া হৈছিল। প্ৰতি শ্ৰেণীত সক-সুৰা বিয়া একোখনৰ দৰেই আমোদ প্ৰমোদ বংধেমালি চলিছিল। জনমূৰি সিকি একোটা বৰঙণি দিছিলো, তাৰেই অতিভাহি গৈছিল।

সেই সময়ত অসমৰ কোনো স্কুল বা কলেজৰ ছপা আলোচনী নাছিল। আজিকালিৰ দৰে সেই দিনত ছাত্ৰৰপৰা আলোচনীৰ মাচুল, সৰস্বতী পূজাৰ বৰঙণি বাধ্যতামূলকভাৱে আদায় কৰাৰ নিয়ম নাছিল! কটন কলেজৰ ছাত্ৰ বিলাকে 'সেউতী' নামেৰে এখন ওখখাপৰ হাতে লেখা আলোচনী উলিয়াইছিল বুলি শুনিছিলোঁ, দেখা হলে নাছিলোঁ। সেই হাতেলেখা আলোচনীখনৰেই—সাহিত্যিক সমাজত বৰ নাম আছিল। মই পঢ়া কলেজিয়েট স্কুলৰ সপ্তম শ্ৰেণী ক শাখাৰ পৰা "আশা" আৰু আনটো খ শাখাৰ পৰা "উৎসাহ" আৰু ছয় মানৰ পৰা "কুসুম" নামৰ হাতেলিখা আলোচনী প্ৰকাশ হৈছিল। আমলোৰ শ্ৰেণীৰ পৰা কি ওলাইছিল মনত নাই। মই এইবোৰত নিয়মিতভাৱে কবিতাৰ যোগান ধৰি কেঁচা হাতৰ কঁপনি মাৰ নিয়াইছিলো। এই আলোচনীবোৰ ইটো শ্ৰেণীৰ পৰা সিটো শ্ৰেণীলৈ

পৈছিল আৰু শিক্ষকসকলে উৎসাহজনক মন্তব্য লিখি দিছিল। এনে মন্তব্যই আমাৰ শিশুমনত অনুপ্ৰেৰণা যোগাইছিল।

## মহাত্মাৰ গুৱাহাটীত প্ৰথম পদাৰ্পণ

### স্মৰণীয় দিন

এতিয়া মোৰ স্কুলীয়া জীৱনৰ আটাইতকৈ স্মৰণীয় দিনটোৰ কথা কওঁ। সেই দিনটো হৈছে ১৯২১ চনৰ ১৮ আগষ্ট মহাত্মা গান্ধীৰ গুৱাহাটি আগমনৰ দিন। তেতিয়া আমাৰ দেশ আছিল দাসৰাজ্য। ইংৰাজ চৰকাৰৰ ভয়ত চাকৰিয়ালসকল পেপুৱা লাগি আছিল, ৰায়চাহাব, ৰায়বাহাদুৰবিলাকে চাহাববিলাকক নৰদেৱতা জ্ঞান কৰিছিল, আমাৰ অভিভাৱকসকলৰ বহুতেই মহাত্মা গান্ধীৰ মাহাত্ম্য অনুভৱ কৰিব নোৱাৰি তেওঁক এজন চৰকাৰ বিৰোধী মানুহ বুলিহে ভাবিছিল। গান্ধীৰ ছাঁটোকে দেখা কৰিবলৈ তেওঁলোকৰ সাহসে মুকুলাইছিল, কেনেবাকৈ চৰকাৰৰ বিৰাসভাজন হবলগীয়াত পৰিব পাৰে সেই ভয়ত। বহুতে আকৌ গান্ধীক অলৌকিক শক্তি সম্পন্ন মানৱ দেৱতা বুলিও ভাবিছিল। হেন সময়তে মহাত্মা গান্ধীয়ে প্ৰথম বাৰলৈ সোঁ শৰীৰে অসমলৈ অহা বতৰাটো ফুটিফাটি ওলাল। আমি লৰাবিলাকৰ গাত গোঁসাই নোহোৱা হল—মহাত্মা আহি গুৱাহাটী পোৱা দিনটোলৈ আগ্ৰহেৰে বাট চাই ৰলোঁ। আন দিনাৰ দৰে সেই দিনাও সকলো ছাত্ৰ স্কুললৈ ওলাই গলোঁ যৰত অভিভাৱকে গান্ধীৰ নামত স্কুল খটি কৰিবলৈ নিদিয়ে। স্কুলত হেডমাষ্টৰ করুণা বাবু আৰু একাঠি চৰা। আমাৰ শিক্ষক কমলাকান্ত শৰ্মাই ( শিল্পী বৰদাকান্ত শৰ্মাৰ দেউতাক ) এদিন খণ্ডতে--দুখতে আমাৰ আগত কৈছিল বোলে এইজন হেড্ মাষ্টৰ নামতহে 'করুণাকান্ত,' কামত হ'লে "নিদাৰুণ চন্দ্ৰ" কিয়নো পিতৃ-শ্ৰাদ্ধৰ বাবেও তেওঁ শিক্ষকক পাবলগীয়া 'কেজুৱেল ছুটি মঞ্জুৰ নকৰে। আচৰিত কথা সেইজন করুণাকান্তই গান্ধী আগমনৰ দিনা নিজে পিতৃ শ্ৰাদ্ধৰ বাবে স্কুললৈ অহা নাছিল। কেৱল সেয়ে নহয় ওপৰত কেইবাজনো 'ছিনিয়ৰ' শিক্ষক থকা সত্ত্বেও সেইদিনা তেওঁ "জুনিয়ৰ" শিক্ষক শ্ৰীঅম্বৰাম বৰুৱাৰ ওনাৰত স্কুল পৰিচালনাৰ দায়িত্ব অৰ্পণ কৰিছিল। হেড্ মাষ্টৰৰ সেই নিৰ্দেশনামা বৰুৱাই স্কুলঘৰ সোমোৱাৰ লগে লগে সহকাৰী হেড্ মাষ্টৰ প্ৰমদা বেনাৰ্জীয়ে হাতে হাতে দিছিল। ল'ৰাবিলাকক সেইদিনা হেঙাৰ ধৰি ৰাখিবৰ সাধ্য কাৰ? স্কুল বহাৰ অলপ সময়ৰ পিছতে প্ৰায় সকলোবিলাক ছাত্ৰই গান্ধী দৰ্শনৰ বাবে পাণ্ডু ঘাটলৈ ঢাপলি মেলিলে। শিক্ষক, চকীদাৰ আৰু এমুঠি একান্ত বাধ্য ছাত্ৰহে অৱশিষ্ট থাকিল। তেতিয়া করুণা বাবুৰ পিতৃ শ্ৰাদ্ধ শেষ হৈছিল নে নাই জনা নাযায়। তেওঁ 'কেজুৱেলৰ আধা ছুটি নিজে বাতিল কৰি স্কুললৈ আহিল আৰু নিজেই ৰবচাহাবৰ ৰঙলালৈ গৈ ছাত্ৰবিলাকৰ তথাকথিত অবাধ্যতা অৰ্থাৎ বিনা অনুমতিত স্কুলৰ পঢ়া ওলাই যোৱাৰ কথা ৰিপোৰ্ট কৰিলেগৈ। অম্ব বৰুৱাকো যেনো ল'ৰাইতক পৰোক্ষভাৱে উচটনি দিয়াৰ বাবে জগৰীয়া কৰিবলৈ চেষ্টা কৰা হৈছিল কিন্তু সেই অপচেষ্টা ব্যৰ্থ হ'ল।

সেই দিনটোত আমাৰ কাৰো গাত গোঁসাই নোহোৱা ব্যৱস্থা হৈছিল। স্কুলৰ শান্তিৰ ভাবুকী, অভিভাৱকৰ কেটকেটনি একোলৈকে কোৱেণ নকৰি মহাত্মা গান্ধীৰ

আবেলি জনাৰটৈ আমি পাণ্ডু জাহাজ ঘাট পাইছিলোঁগৈ। শ্ৰীকৃষ্ণ দৰ্শনৰ বাবে বৃন্দাবনৰ নৰ-নাৰী, একিলত অধবাৰী* হোৱাৰ দৰেই সেইদিনা গুৱাহাটীবাসীৰ অৱস্থা হৈছিল। ভৰলুমুখৰ ফুকনৰ হাউলিৰপৰা পাণ্ডু ঘাটলৈ আলিৰ দুয়ো দাতিত মানুহ, মানুহ, কেৱল মানুহ। গুৱাহাটীত সেইকালত ইমান মানুহ নাছিল যদিও গুৱাহাটীৰ বাহিৰৰপৰা আৰু ওচৰৰ গাওঁ-ভূঁইৰপৰা মানুহ ভাঙি আহিছিল। বিজুলী নাছিল, মটৰ-গাড়ী আছিল যদিও পাতলীয়া, কৰবাত দুই এখনহে দেখা মনত পৰে। ঘোঁৰা গাড়ীয়েই আছিল মানুহৰ সাধাৰণ বাহন। আজিকালিৰ দৰে বাটে-ঘাটে যান-বাহনৰ উপদ্ৰৱ নাছিল। সেই কাৰণে মহাত্মাৰ দৰ্শন প্ৰাৰ্থী হাজাৰ-বিজাৰ জনতাৰ কোনো এজনেই যান-বাহনৰ যদি লগীয়া নহৈছিল। আমি সকলোটি খোজ কাটিয়ে পাণ্ডু পাইছিলোঁগৈ আৰু আমি দূৰৰপৰাই ফেৰীজাহাজত মহাত্মাক দৰ্শন কৰি উলটি আহিছিলোঁ। উলটি আহি দেশভক্ত ফুকনৰ হাউলিত অনুষ্ঠিত হোৱা ৰাজহুৱা সভা বা মুকলি ৰজমণ্ডপত যোগ দিছিলোঁ। তেতিয়া ফুকনৰ হাউলি আজিকালিৰ দৰে ঠেক নাছিল আৰু চাৰিওকালৰপৰা দালানে ঘিৰি পেলোৱা নাছিল। ৺কামাখ্যা বৰুৱাৰ হাউলি, পেট্ৰোল ডিপো আদি থকা ঠাইখিনি উদং হৈ পৰি আছিল আৰু ফুকনৰ খেৰী বঙলাটোৰ সমুখৰ আটাইখিনি ঠাইত এখন আহল-বহল ঘাঁহনি পথাৰ আছিল। সেইদিনা তাত অগণন মানুহ দেখা পাইছিলোঁ। ফুকনৰ বঙলাৰ সমুখতে আটোমটোকাৰিকৈ সজোৱা মঞ্চত মহাত্মা, মহম্মদ আলি, দেশভক্ত ফুকন, কৰ্মবীৰ বৰদলৈ আদি জননায়কসকল বহিছিল। বক্তৃতা শুনাতকৈ মহাত্মাক ভালদৰে দৰ্শন কৰাটোৱেই আমাৰ ঘাই অভিপ্ৰায় আছিল। মহম্মদ আলিৰ বিৰাট বপু দেখি আমি তবধ লাগিছিলোঁ। মহাত্মাৰ পিছতে তেওঁৱেই আমাৰ অধিক দৃষ্টি আকৰ্ষণ কৰিছিল। মঞ্চৰ ওপৰতে আলি চাহাবে ফুট লেকৰাকৈ, বাকলি বখলিয়াই একোটা গোটম্মথিৰা টেঙা মুখত ভৰাই খোৱা দৃশ্য দেখি আমি তাৰ্থপ মানিছিলোঁ। নিজৰ ভিতৰতে কোৱাকুই কৰিছিলোঁ, আলি চাহাব সভাৰ পিশাৰৰপৰা আহিছে হব পাৰে। মহাত্মাই হিন্দীত বক্তৃতা দিছিল, আলি চাহাবে উৰ্দুত। দেশভক্তই সেই বক্তৃতা তপতে তপতে পানীকৃত্য কৰি তৰল অসমীয়াতে ভাঙি সমজুৱাসকলক শুনাইছিল। প্ৰকৃত মৰ্ম বুজিব নোৱাৰিলেও আমি শুনি ৰস পাইছিলোঁ।

সভা শেষ নৌ হওঁতেই মই ঘৰলৈ উলটি আহিছিলোঁ কৈফিয়ৎ দিবলগীয়া অৱস্থাৰ হাত সাৰিবলৈ। দেউতাই স্কুলৰপৰা বাহিৰে বাহিৰে সভালৈ যোৱা কথা জানিছিল; কিন্তু স্কুলৰপৰা পলাই পাণ্ডু যোৱা কথাটো হ'লে গম পোৱা নাছিল, জনা হ'লে ভাল বেপালেহেঁতেন। মই সভা এৰি অহাৰ পিছত সেই সভাস্থলীতে বিলাতী বস্ত্ৰমেধ-যজ্ঞৰ ৰণ্‌ৰণীয়া জুই একুৰা জ্বলিছিল। পিছদিনা মই সেই জুই দেখিছিলোঁ। তিনি চাৰি দিনলৈকে হেনো সেই জুই নুমুৱা নাছিল। মহাত্মাৰ যাদুকৰী প্ৰভাৱে সেইদিনা গুৱাহাটীত অসম্ভৱকো সম্ভৱ কৰি দেখুৱালে। ফুকন চাহাব আৰু অনেক চাহাব সেইদিনা দেশীয় ভাৰতীয়া হ'ল। অসমত গুৱাহাটীতেই স্বদেশৰ যজ্ঞ সোমযজ্ঞৰ পূৰ্ণাহুতি পৰিছিল।

পিছদিনা আমাৰ স্কুলত আৰু এটা উপভোগ্য ঘটনা ঘটিছিল। আমি সৰ্বাবিলাকে

পৈ দেখা পাইছিলোঁ যে, আমাতকৈয়ো আগেয়ে অৰ্থাৎ স্কুলৰ ঘন্টা দিয়াৰ বহুত আগতে পৈ হেডমাষ্টৰ করুণা বাবু হাজিৰ হৈছিল। আগবাঢ়িও সম্ভবতঃ তেওঁৰ ভালদৰে টোপনি অহা নাছিল। জেলখানাৰপৰা আটাইবোৰ কাটেকিয়াল ওলাই গলে জেলদাৰোগাৰ যেনে মনৰ বিকাৰ হব পাৰে তেওঁৰো তেনেই হৈছিল। প্ৰতিটো শ্ৰেণীৰ খোটালিতে তেওঁ তলা লগাই ৰাখিছিল আৰু শিক্ষক ছাত্ৰ কাকো আধাঘণ্টামান ভিতৰ সোমাবলৈ দিয়া নাছিল। অনচেৰেক শিক্ষকৰো ল'ৰাৰ ফালে ভিতৰি সমৰ্থন থকা বুলি তেওঁ ধৰি লৈছিল। নহলেনো আগন্তুৰাৰত তেওঁ স্বয়ং বাটভেটা দি থকা সত্বেও গোটেইবিলাক ল'ৰা ওলাই যাব পাৰে কেনেকৈ? কিছু সময় তেওঁ হাতৰ বেতডাল জোকাৰি ল'ৰাইতক তামাকাহা দেখুৱা হব বুলি গুজৰি-গুমৰি খঙত উফৰি পৰিছিল। ভয়ত আমাৰ মুখত মাতবোল নাছিল যদিও সাহস এইখিনিতে আছিল যে আমি কোনো অকলে দোষী নহওঁ, সমূহীয়াভাবে যি হয় হব। মেঘে বৰকৈ গাজিলে বৰষুণ নহয়। করুণা বাবুৰো গাজনি-ঢেৰেকনিবোৰ মাৰ যোৱাত শ্ৰেণীৰ তলাবোৰ খোলা গল আৰু আমিও ভিতৰ সোমাই পৈ ভাল ল'ৰাৰ দৰে নিত্য-নৈমিত্তিক পাঠত মনোযোগ দিছিলোঁ।

তাৰ এসপ্তাহমান পিছত মোৰ ঘৰৰ দুৱাৰমুখতে হৰকৰাই দেউতাৰ নামত অহা এখন চৰকাৰী চিঠি মোৰ হাতত দি গুচি গ'ল। চিঠিখন খুলি চাই দেখা পাইছিলোঁ যে গান্ধী অহাৰ দিনা মই স্কুলৰ নিয়ম ভঙ্গ কৰাৰ বাবে চাৰিঅনা জৰিমনা কৰা হৈছে। আগলৈ এনে দোষ কৰিলে গুৰুতৰ দণ্ড বিহা হব। নকলেও হব যে চিঠিখন দেউতাৰ হাতত নপৰিল, মৰেই তৎমুহূৰ্তে তাৰ শৰাধ-সপিণ্ডীকৰণ কৰি গড়খাৰৈত পেলাই দিলোঁ। স্কুলৰ সকলো লৰাই তেনে চিঠি পাইছিল যদিও সৰহভাগ অভিভাৱকে হলে তাৰ ভুকে নেপালে। পোন্ধৰ তাৰিখে মাচুলৰ লগত সকলো ছাত্ৰই জৰিমনা আদায় কৰি দিছিল। দৰাচলতে ছাত্ৰৰ নামত হলেও অভিভাৱকৰ চন্দুকৰপৰাই একোটাকৈ সিকি ৰাজভঁৰাললৈ গৈছিল। করুণা বাবুৱেও ছাত্ৰৰপৰা সেইদৰে পাইকাৰী হাৰে জৰিমনা আদায় কৰিব পাৰি আত্মতৃপ্তি লাভ কৰিছিল নিশ্চয়। তেতিয়াৰ দিনত বহু ক্ষেত্ৰত ৰাইজৰ অপ্ৰিয় হৈয়ো চৰকাৰৰ ভালৰি লগোৱা কাম কৰিব পাৰিলেই ৰায়চাহাব, ৰায়বাহাদুৰ আদি ৰাজকীয় খিতাপ পোৱা দেখা গৈছিল। গান্ধীৰ নামত জুইত খেৰ নিদিয়া কাৰ্যৰো হয়তো করুণা বাবুৰ নামৰ আগত ৰায়চাহাব বিশেষণটো বহুৱাই দিছিল, লগতে অৱশ্যে আন কাৰণো থাকিব পাৰে। আমি লৰাবিলাকে জৰিমনা চাৰি অনা গান্ধী-দক্ষিণা বুলি ধৰি লৈছিলোঁ। তেতিয়ালৈকে ধৰ্মঘট, হৰতাল, যেৰাও আদিৰ অসময় আগমন হোৱা নাছিল। সেইকাৰণে আমাৰ কাৰো মনত বাদ-প্ৰতিবাদ বা বৃহৎ বেহি মনোভাবে ভুমুকি মৰা নাছিল, নহলে কিবিঙতিৰপৰাই খাণ্ডৱ দাহ হলহেঁতেন।

## শিক্ষক মণ্ডলী

মই পোৱা হেডমাষ্টৰজন আছিল করুণাকান্ত দাসগুপ্ত। দাসগুপ্তৰ হাতত বেত এডাল প্ৰায়েই দেখা পাইছিলো। মূৰত কেক্কাটুপি, গাত এবীকাপোৰৰ খলাবন্ধ কোট

আৰু পটলুং পিছি নিয়মিত সময়ত তেওঁ স্কুলত হাজিৰ হৈছিল। এওঁ খৰ কটকটীয়া নিয়মৰ শাসক আছিল, সেইবাবে স্কুলৰ শিক্ষকসকলেও তেওঁৰ প্ৰতি বিৰূপ মনোভাব পোষণ কৰিছিল। আমাৰ অন্যতম শিক্ষক ৺কমলাকান্ত শৰ্মাই (অভিনেতা ৺ফুৰকা শৰ্মাৰ দেউতাক) শ্ৰেণীতে আমাক কৈছিল যোলে এইজন হেডমাষ্টৰ নামত কৰুণাকান্ত হলেও কামত নিদাৰুণচন্দ্ৰহে। এওঁ শিক্ষক পিতৃ-শ্ৰাদ্ধৰ দিনাও কেজুৱেল ছুটী মঞ্জুৰ কৰিবলৈকো টান পায়। এওঁক মই দশমমান শ্ৰেণীৰ ইংৰাজী শিক্ষক হিচাপে পাইছিলোঁ, ভাল পঢ়াইছিল। ইংৰাজ কবি গ্ৰে'ৰ 'ইলেজী' নামৰ ৩২টা শ্ল'কৰ কবিতাটো (দিনে পাঁচটা শ্ল'কৈ) মুখস্থ কৰাইছিল, নোৱাৰিলে আমি দশমমান শ্ৰেণীৰ ছাত্ৰকো বেঞ্চত তুলিছিল। কবিতা মুখস্থ পোৱাৰ লগে লগে তেওঁ সাঙ্গীতিক তাল দি গৈছিল। তেনে ধৰণে মুখস্থ কৰোৱাৰ বাবে আমি উপকৃত হৈছিলোঁ।

আমাৰ দিনত সহকাৰী প্ৰধান শিক্ষক আছিল প্ৰমোদ বানাৰ্জী। এওঁ ডবল এম-এ (ইংৰাজী আৰু সংস্কৃত) আৰু বি-টি হোৱা সত্বেও কিবা কাৰণত প্ৰমোছন পোৱাত বিলম্ব ঘটিছিল। এওঁক মই ঠিকা শ্ৰেণীৰ শিক্ষক হিচাপেহে কেতিয়াবা পাইছিলোঁ। মানুহজনক দেখাত ভালেই লাগিছিল।

তেতিয়া উত্তৰ গুৱাহাটী আৰু এতিয়া দক্ষিণ গুৱাহাটীৰ শ্ৰীমন্নৰায় বৰুৱা আছিল মোৰ এজন প্ৰিয় শিক্ষক। মই কলেজিয়েটত নাম লগোৱাৰ পিছতেই বৰুৱাদেৱক শ্ৰেণীৰ শিক্ষক আৰু অঙ্কৰ শিক্ষক হিচাপে পাইছিলোঁ। প্ৰথম দৰ্শনতে ওপজা প্ৰেমৰ নিচিনাকৈ কলেজিয়েটত প্ৰৱেশ কৰোঁতে তেওঁৰ প্ৰতি মোৰ অন্তৰত যি শ্ৰদ্ধা আৰু মমৰ ভাব উপজিছিল আজি অনেক বছৰৰ পিছতো সি একেভাৱেই আছে। বৰুৱাদেৱ তেতিয়া ডেকা। কলেজীয়া জীৱন শেষ কৰিয়েই শিক্ষক হৈ কলেজিয়েটত সোমাইছিল। তেওঁ নিজৌ সিপাৰৰপৰা ফেৰী জাহাজত আহি স্কুল কৰিছিল। সাজপাৰত ফিটফাট, কান্তিকৰ দৰে কেকোৰা চুলি, মাতটো অলপ নাকীসুৰীয়া; গাত এখন পাটৰ চেলেং সদায় আছিল। হাতবাগীখন টানি তেওঁ আহি স্কুলভৱনত সোমালেই আমাৰ মনটো ভাল লাগিছিল। তেওঁ শিকোৱা অঙ্কৰ কৌশলবোৰ আমি সহজে আয়ত্ত কৰি লব পাৰিছিলোঁ আৰু সেই-বাবেই মই অঙ্কত ভাল নম্বৰ পাবীতে ঠাই লবলৈ সমৰ্থ হৈছিলোঁ। অৱশ্যে বৰুৱা সাধাৰণি মানুহ বৰা মাষ্টৰ আছিল। ভাল লৰাই তেওঁক ভাল পাইছিল; বেয়া লৰাও ভাল পাইছিল। দুই ল'ৰাক তেওঁ ভিৰকাৰেৰে পুৰস্কাৰ দিছিল। আকস্মিকতাবাদী গুৱাহাটীৰ এচাম বঙালী ভদ্ৰলোকে তেওঁক পেটে পেটে ভাল নেপাইছিল, কিয়নো বৰুৱা থাকিলে কলেজিয়েট স্কুলত তেওঁলোকৰ সাম্রহ খোৱা বাদি ভঙ্গ যাব পাৰে বুলি আশঙ্কা কৰিছিল।

অৱসৰ পোৱাৰ বহুবছৰ পিছতো আজিও বৰুৱাদেৱক বয়সে হৈচুকিব পৰা নাই। অব্যাহতভাৱে তেওঁৰ গাত অক্ষুণ্ণ যৌৱন চলি আছে। আজিও তেওঁ বাহিৰ স্কুলত পাঠ দিয়ে, বিয়া-সবাহত সক্ৰিয় ভাগ লয় আৰু নিয়মিতভাৱে মানুহ খবি দিবলৈ

নবগ্ৰহ শ্মশানলৈ যায়। শ্মশানত তেওঁৰ বন্ধু সমাজহিতৈষী শ্ৰীগুৰুপ্ৰসাদ বৰুৱাৰ (অজ ঈশ্বৰ বৰুৱাৰ ভায়েক) লগত দৰবা-দৰবি কৰে, সেলেভি লগাই তামোল খায়, চুপতাচুপতি কৰে, ইজনে সিজনৰ বোকোচাত জঁাপ মাৰি উঠে। তেওঁলোকৰ এই নিৰ্দোষ ৰংৰহইচবোৰ দেখি চিন্তাত ভোলা শটোৰেও হাঁহিৰ খোজে, মৰিশালিৰ ভূত-প্ৰেতবোৰো পলাই ফাট মাৰে।

'বৈৰাগী'ৰ 'মিলন মন্দিৰ', 'ছদ্মবেশিনী' প্ৰভৃতিৰ গ্ৰন্থকাৰ ৺শান্তিৰাম দাসক তেওঁ 'বাঁহী'ত লেখা কিবাকিবি দুই চাৰিটা প্ৰবন্ধ পঢ়িবলৈ পাই ভাল লাগিছিল। সাহিত্যিক হিচাপে আৰু অন্তৰ শিক্ষক হিচাপে তেওঁক মই শ্ৰদ্ধা কৰিছিলোঁ, তেৰেঁা সদায় আমাক মৰমেৰে মাতবাৰ দিছিল। তেওঁ আমাক অতিৰিক্ত অঙ্ক পঢ়াইছিল। অঙ্কত বাপ নথকা ল'ৰাবিলাকে তেওঁৰ পাছ লবলৈ টান পাইছিল।

আন এজন মই ভালপোৱা সাহিত্যিক-শিক্ষক আছিল মহম্মদ চালেহ। এওঁ অসম মুছলমান ছাত্ৰ-সন্মিলনৰ মুখপত্ৰ 'সাধনা'ৰ সম্পাদক আছিল। চালেহে আমাক ভাৰত বুৰঞ্জীৰ পাঠ দিছিল। তেওঁৰ অন্তৰঙ্গ বন্ধু আছিল ৰাজেদ আলি চাহেব। ফুৰাচকাত আৰু সভাসমিতিত দুয়োবো এৰা এৰি নহৈছিল। উদাৰ আৰু ৰমভোলা ৰাজেদ আলিৰ বজনুজনাই খোৱা কথাবোৰে, মনখোলা হাঁহিয়ে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল।

বুৰঞ্জীবিদ্ সৰ্বেশ্বৰ শৰ্মা কটকীদেৱকো শিক্ষক হিচাপে মই ভাল পাইছিলোঁ। 'মুৰলী'ৰ অন্তত 'বজাৰ আগত লাচিত বৰফুকন' আৰু 'মোৰ দেশ' নামৰ সেই সময়ৰ দুটা জনপ্ৰিয় কবিতাই মোক মুগ্ধ কৰিছিল। কামৰূপ অনুসন্ধান সমিতিয়ে ৰাজহুৱাভাৱে পতা বছৰেকীয়া সভাত কটকীদেৱৰ কৰ্মতৎপৰতা দেখা পাইছিলোঁ। মেজিক লণ্ঠনত তেওঁ যুগুত কৰা প্ৰাচীন অসমৰ ভাস্কৰ্য নিদৰ্শনবোৰত কেবাখনো আপুৰুগীয়া ছবি দেখি ৰৰ ভাল লাগিছিল। তাৰে এখন আছিল ছয়গাঁৱত থকা চান্দো সাউদৰ মেৰঘৰৰ ছবি, এখন আছিল উত্তৰ গুৱাহাটীৰ শিলশাকোৰ ছবি। এই লণ্ঠন চিত্ৰাৱলী এতিয়া ক'ৰবাত আছেনে নাই কব নোৱাৰো। কটকীদেৱ আছিল ওখ-পাখ আৰ্যগঢ়ী মানুহ এজন। গাত বগলীৰ পাখি যেন বগা চুৰিয়া, টুইলৰ কামিজ, আৰু এখন কপাহী চেলেং, কেতিয়াবা গলাবন্ধ কোট। তেওঁ আমাক ইংৰাজী পঢ়াইছিল, সময়ৰ সুবিধা উলিয়াই তেওঁ আমাৰ আগত অসমীয়া সাহিত্যৰ কথাও কৈছিল। ইংৰাজী অনুবাদৰ শ্ৰেণীত পৰোক্ষভাৱে অসমীয়া শিক্ষাও দিছিল। Zigzag, full to the brim আদি শব্দৰ প্ৰতিশব্দ অকীয়াপকীয়া, চপচপীয়া আদিৰ নিচিনা আদি ব্যৱহাৰ কৰিবলৈ পাহৰা অসমীয়া শব্দ, যোজনা, শটন্থৰ আদিলৈ আমাৰ মনোযোগ আকৰ্ষণ কৰিছিল। মোৰ শিক্ষাজীৱন শেষ হোৱাৰ পিছতো কটকীদেৱৰ মৃত্যুৰ সময়লৈকে সাহিত্যৰ অনেক ক্ষেত্ৰত আমাৰ লগালগি হৈছিল।

অনন্তিৰাম মহন্তকো মৰমিয়াল আৰু কৰ্মঠ শিক্ষক হিচাপে আমি লৰাবিলাকে ভাল পাইছিলোঁ। তেওঁ 'চেতনা'ত লেখা 'ওবে মিশা প্ৰভু মই কটায় উভত' আৰু শংকৰাচাৰ্যৰ জীৱনীমূলক প্ৰবন্ধৰ বাবে মোৰ বিশেষ শ্ৰদ্ধাৰ পাত্ৰ হৈছিল। এওঁ ঢাকাত এম, ডি, পৰীক্ষা পাছ কৰা শিক্ষক আছিল। কিন্তু তেওঁৰ সম্পৰ্কে ৰচিত "অনন্তিৰাম

ল'ৰাৰ বাবে বেলৰ চাকৰি সহজলভ্য আছিল। সেই কাৰণে তেওঁ সত্তৰে দুই ল'ৰাবোৰক স্কুল এৰি লামডিঙলৈ গৈ বেলৰ চাকৰি লবলৈ গাজনি মাৰি কৈছিল—অৱশ্যে মুখেৰেহে, পেটেৰে নহয়। তেওঁৰ অন্তৰখন নিকা আছিল বাবে গালি খোৱা বিলাকেও তেওঁক ভাল পাইছিল আৰু ভুটালি কৰি গালি খুজি লৈছিল। এবছৰ নিউফিল্ডত অনুষ্ঠিত হোৱা স্কুল টুৰ্ণামেণ্টত কলেজিয়েটৰ লগত আন এখন স্কুলৰ বেতবলৰ যুঁজ হৈছিল। এবাৰ কলেজিয়েটৰ ধৰিত্ৰী বৰা নামৰ ৬ষ্ঠ মানৰ ছাত্ৰ এজনে বহু ওপৰৰপৰা অহা বলটো খোপ ধৰাৰ দৰে ওপৰতে ধৰা দেখি চাৰিওফালৰপৰা হাত চাপৰিৰ জাউৰি উঠিল। তাকে দেখি হেম বাবুৱে টপৰাই মাত দিলে, "ক্লেপ দিচ্ছেন কেন? ঐ জন্তুইত এই গুণ্ডাটাকে স্কুলে বাধা হয়েছে।" হেম বাবুৰ এই মন্তব্য শুনি ওচৰত বহি থকা বিশিষ্ট দৰ্শকসকলেও ঢেকঢেক্ কৈ হাঁহি দিছিল। স্কুলত কাম কৰাৰ উপৰিও হেম বাবু বহুবছৰ ধৰি গুৱাহাটী টাউন বেঙ্কৰ ছেক্ৰেটাৰী আছিল আৰু তেওঁ দক্ষতাৰে সেই বেঙ্ক পৰিচালনা কৰিছিল। মোৰ দেউতাই এবাৰ তেওঁৰ বেঙ্কৰপৰা চাৰিশনে পাঁচশ টকা ধাৰলৈ আনি ভনী এজনীৰ বিয়া পাতিছিল। জামিন হৈছিল ৺মাণিক চৌধাৰী। সেইকেইটা টকাৰে এখন ভাল বিয়াই হৈছিল কিয়নো তেতিয়া মানুহ আছিল কম, বস্ত আছিল উভৈনদী আৰু তাৰ দামো আছিল নামমাত্ৰ। দেউতাই খটি নকৰাকৈ প্ৰতিমাহে কুৰিটকা নে পঁচিশ টকাকৈ দি সেই ধাৰ পৰিশোধ কৰি হেমবাবুৰ বিশ্বাসভাজন হৈছিল। তেনে নিৰ্ভৰযোগ্য ধৰুৱা বেঙ্কত পোৱাটো টান বুলি তেওঁ এটি মন্তব্য লেখি থৈছিল আৰু দেউতাই দ্বিতীয়বাৰ আৰু এখন বিয়ালৈ ধন বিচৰাত হেম বাবুৱে সেইবাৰ বিনা জামিনে ধাৰ দিছিল। মুঠতে হেম বাবুৰ নিচিনা সদাশয় ব্যক্তি অতি বিৰল। মই স্কুল এৰাৰ পিছতো লগ পালেই তেওঁ বিত্তংভাৱে মোৰ খা-খবৰ লৈছিল আৰু আশীৰ্বাদ দিছিল—অৱশ্যে তেওঁৰ মৰমৰ গুণ্ডা শব্দটোৰে বিভূষিত হবলৈ মোৰ সৌভাগ্য নঘটিল।

কেশৱ বৰঠাকুৰীয়া অধ্যাপক শ্ৰীঅপূৰ্ব বৰঠাকুৰীয়াৰ দেউতাক। মই মাহেকে-পৰেকে দুই-এদিন এওঁক শিক্ষক হিচাপে পাইছিলোঁ; কিয়নো মই পঢ়া শ্ৰেণীৰ কোনো বিষয়ৰ দায়িত্ব এওঁ নাছিল। বৰঠাকুৰীয়া সংস্কৃতত টিখৰ আছিল, সেয়েহে তেওঁৰ পুতেক শ্ৰীমান অপূৰ্বও সংস্কৃতত বিদগ্ধ পণ্ডিত হৈছে। এইজন শিক্ষকৰ কথাবতৰা আৰু যুক্তিবোৰ অলপ বেলেগ ধৰণৰ আছিল। এদিন তুজনমান খিতিঙা ছাত্ৰক এসেকা দিওঁ বুলি তেওঁ হাতত বেত তুলি লৈছিল। সাত ঘাটৰ সৈয়াকণী ছাত্ৰকেইজনে বেত্ৰাঘাত পাত নৌপৰোতেই স্কুল-হাউলিৰপৰা ওলাই লৰ মাৰিছিল। ল'ৰাইত বাটে বাটে লৰি গৈ আছিল আৰু পাছে পাছে হাতত বেত লৈ পিছ পাল খেদা দি গৈছিল বৰঠাকুৰীয়া। পাণবজাৰৰ বে কোম্পানীৰ ওচৰৰপৰাহে তেওঁ ল'ৰাইতৰ পাছ এৰি উলটি আহিছিল। দৃশ্যটো উপভোগ্য আছিল বাবেহে উল্লেখিয়ালোঁ—শিক্ষকজনলৈ বিহিত শ্ৰদ্ধাৰে।

ৰণম মানত আন এজন সৰৰৰহী শিক্ষক লগ পাইছিলোঁ। তেওঁ হৈছে কামৰূপৰ ৰঙিয়াৰ বিতাধৰ বুৰবৰুৱা। এওঁ গুৱাহাটীত মোৰ দুৱাৰ মুখতে ঘৰ সজাই বাস কৰিছিল। যোৰহাটৰ মৰ্ধাল স্কুলৰপৰা বদলি হৈ তেওঁ গুৱাহাটীলৈ আহিছিল। বুৰবৰুৱা তেতিয়া-

পেকনৰ দুৱাৰদলিত—বুঢ়া মানুহ, জপং জপং টোপনিয়াই থাকে। [illegible] হৰ মৰম কৰে। আমাৰ সহপাঠী শ্ৰীসুৰেন্দ্ৰ বৰ্[illegible]য়ে তেওঁক আ[illegible] দিবলৈ চেষ্টা কৰে, কিন্তু তেওঁ নিৰ্বিকাৰ হৈ সেই আমনি গ্ৰহণ কৰে। ৰাজমেধিয়ে [illegible] ৰামমূৰ্তিৰ খেল দেখুৱাইছিল। দীঘল দি পৰি বুকুৰ ওপৰত এখন বেঞ্চি লৈ তাত তিনি চাৰিজন ছাত্ৰক তুলি শাৰীৰিক শক্তি প্ৰদৰ্শন কৰে। বুজৰবৰুৱাদেৱ কোঠাত সোমোৱাৰ আগতে তেওঁ এখন বেঞ্চত খোৱাং দি পৰি থাকে। বুজৰবৰুৱাই তেওঁক "এই গুখোঁৱা উঠ" বুলি গোঁফত ধৰি তুলি দিয়ে। ৰাজমেধি কোনোমতে হুঠেহে হুঠে। বহু পৰৰ মূৰত তেওঁ এডামুৰি দি উঠি বহে। ধেমালিখন চাই আমাৰ ভাল লাগে। পৰীক্ষাৰ পিছত ৰাজমেধি বুজৰবৰুৱা[illegible]ৰ ঘৰলৈ আহি নম্বৰৰ কথা সোধে। নোকোৱাত "আজ্ঞে! আপুনি মোক পাছ নম্বৰ নিদিলে মই মৰিম এতিয়া" বুলি জোৰেৰে বুকুত ভুকুৱাবলৈ ধৰে। বুজৰবৰুৱা[illegible] সুহৃৰ কোৰ দেখি কিবা অঘটন ঘটে বুলি আশংকা কৰি কয়,—"যা গু খোৱা! তই পাছ হৈছ।" তেনেকৈ কাম হাচিল কৰি হুঁহালিৰ হাঁহি মাৰি ৰাজমেধি ঘৰলৈ উলটি যায়। বুজৰবৰুৱাদেৱক মোৰ মহৎ এজন হিতাকাঙ্ক্ষী চুবুৰীয়া হিচাপেও পাইছিলোঁ। তেওঁ প্ৰায়েই আমাৰ ঘৰলৈ আহি বাৰীৰ শ্ৰীফল আৰু পকাপাণ নিজহাতে দি গৈছিল, আনকো দিছিল। আমি সেই পকা বেলৰ চৰ্বত খাই বৰ তৃপ্তি পাইছিলোঁ। সেই বেলৰ গছজালি এটা আজিও তেওঁলোকৰ ঘৰত আছে। তেওঁৰ দুই পুতেক ৺বসুধৰ বুজৰবৰুৱা আৰু ৺হংসধৰ বুজৰবৰুৱা মোৰ লৰাকালৰ লগৰীয়া আছিল। দুয়োজন অকালতে মৃত্যুৰ গৰাহত পৰে। বিদ্যাধৰ বুজৰবৰুৱা যোৰহাট নৰ্মাল স্কুলতো বৰ সৰবৰহী শিক্ষক আছিল বুলি শুনিছিলোঁ। উপন্যাসৰ লেখক ৰজনীকান্ত বৰদলৈয়ে তেওঁৰ প্ৰথম উপন্যাস 'মিৰি জীয়ৰী' মিত্ৰ বিদ্যাধৰৰ হাতত তুলি দিছিল। সত্যনাথ বৰাও বিদ্যাধৰৰ নলেগলে লগা বন্ধু আছিল। সত্যনাথৰ সত্যনিষ্ঠ স্বভাৱে বিদ্যাধৰকো প্ৰভাৱান্বিত কৰিছিল। এদিন হেনো তেওঁ টানত পৰি সত্যনাথৰপৰা একুৰি ৰূপ ধাৰলৈ বিচৰাত সত্যনাথে টকা দহোটা তেওঁৰ হাতত গুজি দি কৈছিল, "ভাই বিদ্যা! তুমি জানাই দেখোন, মই কাকো টকা ধাৰলৈ নিদিওঁ আৰু আনৰপৰা ধাৰলৈকো নলওঁ। এই টকা দহোটা মই তোমাক ধাৰ বুলি দিয়া নাই, দান বুলিহে দিছোঁ। তুমি যদি কেতিয়াবা ধাৰ সুধিবলৈ আহা, আমাৰ বন্ধুতা নেথাকিব।" বিদ্যাধৰো বৰাৰ দৰে নিকাপটী আছিল। তেওঁ আমাৰ ঘৰৰপৰা মাজেসময়ে দুই এটকা ৰূপ ধাৰলৈ নিছিল; কিন্তু পহিলা তাৰিখে দৰমহা পোৱাৰ পিছতে নিজে আহি সেই ঋণ পৰিশোধ কৰিছিল, লাগিলে সি টকা এটাই হওক বা মহা এটাই হওক।

প্ৰাক্তন ৰাজহমন্ত্ৰী সিদ্ধিনাথ শৰ্মা ডাঙৰীয়াও মোৰ দিনত চেগাচোৰোকাকৈ পোৱা এজন ঠিকাৰ শিক্ষক আছিল অৰ্থাৎ তেওঁ পুৰা আইন কলেজত পঢ়িছিল আৰু কোনোবা শিক্ষকে ছুটী ললে সেই ঠাইত দুপৰীয়া কলেজিয়েটৰ মাষ্টৰ হৈছিলগৈ। আমি নাম লগোৱাৰ পূৰ্বতে তেওঁ কলেজিয়েটৰ নিগাজী শিক্ষকৰ পদ ইস্তফা দি জোৰাহুনত বনবিভাগৰ কলেজত ভৰ্তি হৈছিলগৈ। সেই কলেজতে তেওঁ আৰু ৺লক্ষ্মীনাথ দাসে (ভোলানাথ দাসৰ পুত্ৰ) কিবা কথাত কলেজ কৰ্তৃপক্ষৰ লগত বাহি নহাত পেনচোৰ দৰে সৈ কেঁকোটোৰ দৰে উলটি আহিছিল। ঈশ্বৰে যি কৰে ভাললৈকে কৰে বোলা কথাষাৰ শৰ্মাৰ গাত খাটিছিল। তেওঁ

সেইদৰে গুটি নাহি বনৰীয়া কলেজতে লাগি থকা হলে হয়েতো অসম চৰকাৰৰ এজন হাবিয়াল বিষয়া হৈ কৰ্মজীৱন সমাপ্ত কৰিলেহেঁতেন ; কিন্তু সেয়ে হলে দেশনেতা সিদ্ধি শৰ্মাক আমি নেপালোহেঁতেন। প্ৰাক্তন ছাত্ৰবিলাকৰ মুখত ভাল অঙ্কৰ শিক্ষক হিচাপে শৰ্মাদেৱৰ খুব সুখ্যাতি আছিল।

শ্ৰদ্ধাচৰণ চৌধুৰীৰ ঘৰ হাজোত। তেওঁ কলেজিয়েট হিন্দু ছাত্ৰাবাসৰ এটা কোঠাত নিগাজীভাৱে থাকি লবাবৰীয়াও হৈ আছিল। তেওঁ শৰৎ গোসাঁইক পঢ়াইছিল। শৰৎ গোসাঁইৰ শিক্ষক হোৱাৰ বাবেই হেম বাবুৰ নিচিনাকৈ শ্ৰদ্ধা বাবুও কলেজিয়েট স্কুলত প্ৰায় গোটেই চাকৰি জীৱন গোজ মাৰি থাকিব পাৰিছিল আৰু আন আন লগৰীয়া শিক্ষকৰ দৰে ইঠাইৰপৰা সিঠাইলৈ গৈ অলোগুটি টলোগুটি খেলিবলগীয়া নহৈছিল।

মই সপ্তমমানত ভৰ্তি হৈছিলোঁ। সেইকাৰণে তলৰ শ্ৰেণীত পঢ়োৱা শিক্ষকসকলৰ বিষয়ে নগৈ গড়গাঁৱৰ কথা নকওঁ। মই শ্ৰেণীত শিক্ষক হিচাপে নেপালেও তলৰ শ্ৰেণীৰ অঙ্কৰ বৰ ভাল শিক্ষক হিচাপে শ্ৰীদণ্ডিৰাম মেধিৰ নাম লগৰীয়াবিলাকৰ মুখত প্ৰায়েই শুনিছিলোঁ। এওঁ শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াৰ ককায়েক। চুটিচাপৰ, মুখত একোছা গোঁফ, তজবজীয়া। হাতত 'দাত্তাৰ' পাত লৈ ঘূৰি ফুৰে। দেখিলেই কৰ্মব্যস্ত শিক্ষক বুলি ধৰি লব পাৰি।

## শতবাৰ্ষিকী

কলেজিয়েটৰ শিক্ষা মোৰ গতানুগতিকভাৱেই শেষ হৈছিল—উল্লেখযোগ্য কৃতিত্বও নাই, বিফলতাও নাই। কোনো শ্ৰেণীতে ৰবলগীয়া হোৱা নাছিল, প্ৰথম দহজনৰ ভিতৰত স্থান আছিল যদিও আগৰ কেইজনৰ লগ ধৰি কোনো বছৰে বছৰেকীয়া বঁটাৰ মুখ দেখা-লোক নাছিলোঁ। প্ৰৱেশিকা পৰীক্ষাত প্ৰথম বিভাগত উঠি এই স্কুলৰ অনেক মধুৰ স্মৃতি বুকুত বান্ধি স্কুলীয়া জীৱন সমাপ্ত কৰিছিলোঁ।

স্কুল এৰাৰ প্ৰায় এযুগ পিছত কলেজিয়েট স্কুলৰ শতবাৰ্ষিকী উছৱ মহাসমাৰোহেৰে সম্পন্ন হৈছিল। সেই বাৰী উছৱত এজন প্ৰাক্তন ছাত্ৰ হিচাপে সক্ৰিয়ভাৱে যোগ দিবলৈ পাই মযো নিজকে গৌৰবান্বিত অনুভৱ কৰিছিলোঁ। কলেজিয়েট ছাত্ৰ শিক্ষকৰ সকলোৰেপক্ষে সেই গৌৰৱৰ দিনটো আছিল ১৯৩৫ চনৰ ৫ নবেম্বৰ। শতায়ু হৈ পুৰাবপৰা গধূলিলৈকে বুঢ়া স্কুলঘৰটো যেন ডেকা হৈ উঠিছিল, ৰমকজমককৈ সজোৱা হৈছিল, ৰাতি দীপাৱলী পতা হৈছিল। হেডমাষ্টৰ দাসগুপ্তই বহু কষ্ট কৰি স্কুলটোৰ এশ বছৰীয়া জীৱনৰ ভালেখিনি দুষ্প্ৰাপ্য সমল গোটাই দীঘলীয়া প্ৰতিবেদন পাঠ কৰিছিল। ইংৰাজী টাইপ কৰা সেই পুস্তিকাখনি এতিয়া আছে নে নাই কব নোৱাৰো, নাই যদি এখন আপূৰুলীয়া দলিল হেৰাল বুলি কব লাগিব। এশ বছৰীয়া সভাৰ আৰম্ভণিতে এগজন লৰাই 'শিৱ কল্পতৰু' নামৰ শিৱস্তোত্ৰ আবৃত্তি কৰি আকাশ বতাহ কঁপাই তুলিছিল —সেই স্তৱৰ প্ৰতিধ্বনি কিজানি অলপ নিলগত লুইতৰ মাজত থকা উমানন্দ মহাভৈৰৱৰ গাতো লাগিছিলগৈ। 'শতবাৰ্ষিকী' নামৰ কবিতা এটা ৰচনা কৰি মই সেই সভাত পাঠ কৰিছিলোঁ।

# দ্বিতীয় অধ্যায়

## কটন কলেজ

### উপক্ৰমণিকা

কটন কলেজ অসমৰ শিক্ষাজগতত বাণীতীৰ্থ বা জ্ঞানপীঠ। এই বাণীতীৰ্থৰ সেৱক আৰু পূজাৰী হ'বলৈ পাই মই গৌৰৱান্বিত। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপিত হোৱাৰ পূৰ্বে যেনেকৈ আমাৰ দেশত এম-এ পাছ আৰু ডক্টৰ উপাধিধাৰী লোকৰ সংখ্যা নিচেই তাকৰ আছিল তেনেকৈ কটন কলেজ স্থাপিত হোৱাৰ পূৰ্বে গ্ৰেজুৱেটৰ সংখ্যাও তাৰ বেছি নাছিল চমুকৈ ক'বলৈ হ'লে যোৱা শতিকাৰ শেষলৈকে আমাৰ অসম দেশত পাশ্চাত্য শিক্ষাৰ ক্ষেত্ৰত অন্ধকাৰ যুগ চলিছিল বুলিয়েই ক'ব পাৰি। ১৯০১ চনত গুৱাহাটীত কটন কলেজ প্ৰতিষ্ঠা হোৱাত যি এগছি অক্ষয় বন্তি জ্বলি উঠিল তাৰ পোহৰত অসমৰ চুকে-কোণে যিন যেন পোহৰ হৈ পৰিল। শিক্ষিতৰ সংখ্যা বাঢ়িল, শিক্ষাৰ পৰিসৰ বাঢ়িল। গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠা হোৱাৰ আগলৈকে প্ৰায় আধাশতিকা কাল কটন কলেজেই অসমৰ সৰ্ববৃহৎ আকৰ্ষণীয় শিক্ষাকেন্দ্ৰ আছিল। অসমৰ সকলো ঠাইৰ ছাত্ৰই ইয়াত পঢ়িবলৈ হামৰাও কাঢ়ি আহিছিল।

উনৈছ শতিকাৰ শেষৰ ফালে অসমৰ নেতৃস্থানীয় শিক্ষিত লোকৰ মাজত এটা প্ৰশ্নত মতভেদ হৈছিল। প্ৰশ্নটো আছিল—অসমত উচ্চশিক্ষাৰ বাবে গুৱাহাটীত এখন কলেজ লাগে নে কলিকতাত এটি অসমীয়া ছাত্ৰনিবাস লাগে। আব্দুল মজিদ, বি. এ. জগন্নাথ প্ৰভৃতি নেতৃস্থানীয় লোকসকলে গুৱাহাটীত কলেজ পতাৰ পোষকতা কৰা নাছিল আৰু কলিকতাত ছাত্ৰনিবাসৰ সপক্ষে মত দিছিল। তেতিয়াৰ শিক্ষা-সঞ্চালক উইলিয়াম বুথ প্ৰমুখ্যে এচাম লোকেও গুৱাহাটীত কলেজ পতাটোৰ বিৰোধিতা কৰিছিল। এনেবোৰ গদাহুৰাৰ চলি থকাৰ মূৰকত ১৮৯৯ চনত দুৰদৃষ্টিসম্পন্ন মাণিকচন্দ্ৰ বৰুৱাই গুৱাহাটীত কলেজ প্ৰতিষ্ঠাৰ দাবী জোৰেৰে প্ৰতিপন্ন কৰি চীফ কমিছনাৰ ছাৰ হেনৰি কটন চাহাবৰ ওচৰত এখন স্মাৰক-পত্ৰ দাখিল কৰিছিল। তাত তেওঁ লেখিছিল,—**Assam is the only province which has not got a College. Indeed, it has not a high institution worth the name, A College at Gauhati with a European Principal will be better appreciated by the students than similar private institution in Calcutta.**

বৰুৱা ডাঙৰীয়াই স্মাৰক-পত্ৰৰ শেষত সম্ভৱতে তেতিয়া কলেজ স্থাপন সম্ভৱ নহ'লেও কলিকতাত অসমীয়া ছাত্ৰৰ হোষ্টেল এটা দিবলৈকে পৰামৰ্শ আগবঢ়াইছিল। আৰ্থিক অনাটন আৰু অন্যান্য কাৰণত কটন চাহাবো প্ৰথমতে গুৱাহাটীত কলেজৰ পক্ষপাতী নাছিল। তেওঁ কলিকতাত হোষ্টেল এটা দিবলৈকে মন মেলিছিল আৰু তাৰ পূৰ্বতে এখন চিঠিৰ যোগেদি ৰাজহুৱা মত আহ্বান কৰি জানিব খুজিছিল ৰাইজক কলেজ লাগেনে হোষ্টেল লাগে?

অসমৰ সকলো ঠাইৰ বাইজে গুৱাহাটীত কলেজ লাগে বুলি একবাক্যে জনোৱাত কলিকতাত হোষ্টেলৰ দাবী তল পৰিল আৰু চীফ কমিছনাৰ ছাৰ জন হেন্‌ৰী ষ্টেদমেন কটন চাহাবে বাইজৰ মতকে হয়ভৰ দি গুৱাহাটীত কলেজ প্ৰতিষ্ঠা কৰিলে আৰু ৰাজভক্ত বাইজেও মহানুভৱ কটনৰ নামেৰে কলেজখনৰ নামকৰণ কৰিলে। সেয়ে হলেও কটন কলেজ প্ৰতিষ্ঠাৰ গুৰিত দুজন স্মৰণীয় ব্যক্তি—মাণিকচন্দ্ৰ বৰুৱা আৰু কটন চাহাব।

১৯০১ চনৰ ২৭ মেইত কটন কলেজ উদ্বোধন কৰিছিল স্বয়ং চীফ কমিছনাৰ কটন চাহাবে। উদ্বোধনী সভাত বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে গীত গাইছিল, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈয়ে হাৰ্মোনিয়াম বজাইছিল। কলেজখনক যে সমূহ বাইজে নিজৰ আকাঙ্ক্ষিত জাতীয় অনুষ্ঠান হিচাপে গ্ৰহণ কৰিছিল এয়ে তাৰ প্ৰমাণ। এই উদ্বোধনী সভাত গৌৰীপুৰৰ ৰজা-বাহাদুৰ প্ৰভাতচন্দ্ৰ বৰুৱায়ো তেওঁৰ সভাৰ বাদ্যকৰৰ দল এটাৰে যোগ দিছিল। সেই ওস্তাদবিলাকে পাখোৱাজ বজাইছিল। গাম্ভীৰ্যপূৰ্ণ পৰিবেশত সভাৰ সামৰণি পৰিল। কটন কলেজৰ জয়যাত্ৰা সেই দিনাই যি আৰম্ভ হ'ল—অব্যাহতভাবে আজিও সি চলি আছে। চমুকৈ ক'বলৈ এই শতিকাৰ প্ৰথম দশকত কটনৰ বিভিন্ন বিভাগত অধ্যাপক হিচাপে আছিল—

ইংৰাজী: এফ-ডব্লিউ চুদমাৰ্চেন (১৯০১), (অধ্যক্ষ) আশুতোষ চট্টোপাধ্যায় (১৯০৯-৩০), নৰেন্দ্ৰনাথ ৰায় (১৯০৩), পি, চি, ৰায় (১৯১০)।

লজিক আৰু ফিলছফী: বনমালী চক্ৰবৰ্তী বেদান্ততীৰ্থ (১৯০৮)।

বুৰঞ্জী: পৰেশনাথ লাহিড়ী (১৯০১-৫), বিজয়চন্দ্ৰ সেনগুপ্ত (১৯০৯-৪২)।

সংস্কৃত: কুঞ্জিলাল বামলাল (১৯০৫-৩৩), পি. এন. লাহিড়ী (১৯০১-৫), পদ্মনাথ ভট্টাচাৰ্য (১৯০৫)।

ইছলামী বিভাগ: আবু নাছাৰ আহ্‌মেদ (১৯০১-৫), মহম্মদ (১৯০৫-৮)।

অংক: ইন্দুভূষণ ব্ৰহ্মচাৰী (১৯০১-৫), ৰজনীকান্ত বৰাত (১৯০৫), হৰ্ষনাথ সেন (১৯১০-৪৩)।

ৰসায়ণ: চুণীলাল দে (১৯০১), আনন্দকিশোৰ দাস (১৯০৯-৩৭), ছৈয়দ মহম্মদ ছাদুল্লা (১৯০৮-৯)।

পদাৰ্থবিজ্ঞান: সুৰেন চট্টোপাধ্যায় (১৯০৫-৩৫)।

এই সকলেই আছিল কটনৰ বাটকটীয়া। ইয়াৰ পিছতো নতুন বিভাগ হৈছে, নতুন অধ্যাপক আহিছে আৰু গৈছে—কটন কলেজ গঢ়াত এই সকলোৱে কম-বেছি পৰিমাণে অৰিহণা আগবঢ়াই গৈছে নিশ্চয়।

প্ৰথম পৰিচালনা সমিতি: ১৯০৮ চনত গঠিত এই কলেজৰ প্ৰথম পৰিচালনা সমিতিত আছিল তিনিজন সদস্য—(১) কৰ্ণেল পি. আৰ. টি. গৰ্ডন (সভাপতি), (২) এফ, ডব্লিউ-চুদমাৰ্চেন (উপ-সভাপতি আৰু সচিব), (৩) চুণীলাল দে (সদস্য)।

মোৰ কটন-প্ৰবেশ

১৯২৩ চনত মই প্ৰবেশিকা পৰীক্ষাত উঠিলোঁ। প্ৰথম বিভাগত—অসমতে তিনিটা বিষয়ত

আখৰো পালোঁ। M.m. Mc. কিন্তু অসমীয়া আৰু সংস্কৃতত কম নম্বৰ পোৱাৰ বাবে জলপানীৰ নম্বৰ নেপালো আৰু স্থান বহুতভৰিকৈ তললৈ নামিল। সংস্কৃতত পাইছিলোঁ কাণে কাণ মাৰি তেৰকুৰি আৰু অসমীয়াত ৪২ নম্বৰ। তেতিয়া যে মোৰ সেই দুই বিষয়ত তাতকৈ বেছি নম্বৰ পোৱাৰ যোগ্যতা নাছিল, পিছত নিজেই অনুভৱ কৰিছিলোঁ। কিন্তু সকলোৰে দৰে মোৰো বিজ্ঞান শ্ৰেণীত নাম লেখিবলৈ প্ৰবল ধাউতি আছিল। দেউতাই ভাবিছিল আই. এছ. চি. পাছ কৰিলে ডাক্তৰি পঢ়ুৱাম বুলি। কিন্তু প্ৰথম বিভাগত পাছ কৰিলেও মোতকৈ বেছি নম্বৰ পোৱা ভালেমান ছাত্ৰ থকাৰ বাবে বিজ্ঞান শ্ৰেণীত ঠাই পোৱাটো মোৰ পক্ষে পৰ্বতত কাছকণীৰ নিচিনা হৈছিল। দেউতাই পৰামৰ্শ বিচাৰি ডঃ সূৰ্যকুমাৰ ভূঞাৰ কাষ চাপিলগৈ। ভূঞা ডাঙৰীয়া কলেজৰ পৰিচালনা সমিতিৰো সদস্য। সেইকাৰণে তেওঁ হয়তো কিবা প্ৰকাৰে মোৰ বিজ্ঞান পঢ়াৰ মনোবাঞ্ছা পূৰণ কৰিব পাৰে। সকলো কথা শুনি তেওঁ দেউতাক ক'লে বোলে প্ৰথমতে প্ৰতিখন জিলাৰপৰা তিনিজনকৈ ছাত্ৰ ভৰ্তি কৰা হব আৰু তাৰ পিছতহে নম্বৰৰ ক্ৰমানুসৰি আসনৰ ভাগ-বটোৱাৰা হব। তেওঁ দৰ্খাস্তৰ ফৰমত মোক নগাৱৰ মানুহ বুলি লিখিবলৈ দিহা দিলে। সেইমতে মই দৰ্খাস্তত মোৰ নিজা জিলা কামৰূপৰ সলনি নগাও বুলি লিখিলোঁ। কথাটো 'অশ্বথমা হত ইতি গজ'ৰ নিচিনা হ'ল। মই গুৱাহাটীত উপজিছিলোঁ যদিও দেউতাইহঁতো নগাৱৰেই মানুহ। নগাও জিলাৰপৰা বিজ্ঞানৰ বাবে শ্ৰীহিৰণ্যচন্দ্ৰ ভূঞা আৰু শ্ৰীসুশীলকুমাৰ বৰুৱাইহে আবেদন কৰিছিল, মই তৃতীয়জন আবেদনকাৰী হলোঁ। সেইকাৰণে বিজ্ঞানৰ আসন পোৱা প্ৰাৰ্থীৰ প্ৰথম তালিকাতে মোৰ নামটোও ওলালে। মোৰ লগৰীয়া কামৰূপৰ বহুতো ভাল ল'ৰাই বিজ্ঞানৰ আশা এৰি কলাত নাম লেখিবলৈ বাধ্য হ'ল। কিছুমানে মিশ্ৰ-শ্ৰেণীত নাম লগাই (ৰসায়ন আৰু অঙ্ক সহ) লৈ মন টাপৰি থাকিল। মই ভূঞাদেৱৰ পৰামৰ্শমতে কেনেকৈ সন্ধিৰ বাহ বুজিৰে কাটি হেলাৰঙে বৈতৰণী পাৰ হলোঁ। সেই কথা বহুতৰ মনত সাঁথৰ হৈয়েই থাকিল।

এইখিনিতে এটা কথা কৈ থোৱা ভাল যে কটনত পঢ়িলেও যিসকলে হোষ্টেলত থকা নাছিল সেইসকলে ৰসাল কলেজীয়া জীৱনৰ সম্পূৰ্ণ স্ফূৰ্তি পোৱা ক'ব নোৱাৰে, ময়ো নোৱাৰো। তথাপি মোৰ মনত সামান্য হলেও এই কলেজৰ যিখিনি স্মৃতি সঞ্চিত হৈ আছে সেয়ে অমূল্য। এই কটন কলেজৰ ছাত্ৰ হৈ কটনিয়ান হবলৈ পোৱাটো মোৰ বাবে পৰম সৌভাগ্যৰ কথা আছিল। ছিলঙৰ মিছনেৰী কলেজ দুখনমান বাদ দিলে তেতিয়া বেচৰকাৰী কলেজো নাছিল বুলিলেই হয়। কলেজ বুলিলে মানুহে বৰ ডাঙৰ শিক্ষানুষ্ঠান বুলি ভাবিছিল আৰু অসমত কটন কলেজেই প্ৰায় অৰ্দ্ধ শতিকাকাল বিশ্ববিদ্যালয়ৰ কাম কৰিছিল।

মই স্কুলৰপৰা কলেজত সোমাই বৰবিলৰপৰা সাগৰত পৰা যেন অনুভৱ কৰিলোঁ। লগৰীয়াৰ সংখ্যা বাঢ়িল, গোটেই অসমৰে ছাত্ৰবন্ধু পালোঁ। বন্ধু মহলত পাঠশালাত 'তই তই' আছিল, হাইস্কুলত 'তুমি তুমি' হৈছিল আৰু কলেজত তুমিবোৰ 'আপুনি আপুনি' হ'ল। পৰম সৌভাগ্যৰ কথা আমি পঢ়া সময়ত কলেজত বিলাসিতা নাছিল। তাৰ পূৰ্বে

এতিয়াৰ দৰে তেতিয়াও বহুত ল'ৰাৰ 'ৰক্ত নাই ছাল-বাকলি, মদ খায় তিনি টেকেলি' অৱস্থা হৈছিল। দামী বিলাতী কাপোৰ, বিলাতী চেনেণ্ট আদিৰ অবাধ ব্যৱহাৰ চলিছিল। কিন্তু ১৯২১ চনৰ অসহযোগ আন্দোলনৰ ফলত মহাত্মা গান্ধীৰ যাদুকৰী প্ৰভাৱত বিলাসিতাৰ ওলোটা সোঁত বৰলৈ ধৰিছিল। কটনিয়ানবিলাকৰো আছিল বিলাসবিহীন অনাড়ম্বৰ জীৱন। সাধাৰণ চুৰিয়া-চোলাই প্ৰায় সকলোৰে গাত দেখা গৈছিল। ল'ৰাৰ মাজত ঠেঙা পিন্ধা প্ৰফেচাৰসকলক চিনিবলৈ টান নহৈছিল। ওকোন্দা ভেম মৰা কোপজহী বন্ডাইবোৰ কিছুদিনলৈ হলেও ছাত্ৰসমাজৰপৰা আঁতৰি আছিল। পিন্ধাউৰাত কম খৰচ হোৱাৰ বাবে অভিভাৱকৰ গাতো বেছি হেঁচা নপৰিছিল। তদুপৰি জলে-স্থলে নানাবিধ বাধ্যতামূলক বৰঙণীও দিবলগীয়া নহৈছিল। সেয়া আছিল সঁচাকৈয়ে সোণালী দিন।

### তেতিয়াৰ কটন কলেজ

আজিৰ কটন কলেজৰ লগত সেই দিনৰ কটন কলেজৰ ৰজিতা নেখায়। তেতিয়া এই কলেজৰ আজিৰ দৰে বিৰাট বপু নাছিল, এশৰ ওপৰ অধ্যাপক-অধ্যাপিকা নাছিল, সহশিক্ষা নাছিল, কোনজন ছাত্ৰ কোনজন অধ্যাপক চিনি পাবলৈ অলপো টান নহৈছিল। বৰ্তমানে প্ৰিন্সিপালৰ মূল ঘৰটোৰ ওচৰে-পাজৰে এতিয়া বহুত নতুন ঘৰ হ'ল। কলেজৰ গাতে লগা ছাত্ৰাবাস কেইটাৰ উপৰি মই পঢ়া সময়ত আন ঠাইত ছাত্ৰাবাস নাছিল। দীঘলী পুখুৰীৰ পশ্চিম পাৰে আজিকালি য'ত য'ত বটানী, জুলজী, আদি বিষয়বোৰৰ থানথিত লগোৱা হৈছে আৰু য'ত ৰাধাকান্ত সন্দিকৈ কলেজ পতা হৈছে সেই ঠাইত তেতিয়া চাৰিটা চাহাবী ধৰণৰ বঙলা আছিল। তাত অধ্যাপক ব্ৰাউন, অধ্যাপক ডঃ থমছন, অধ্যাপক ৰবাৰ্টছ আৰু অধ্যাপক গফিন চাহাব আছিল। এতিয়া য'ত কছ্‌মপলিটান হোষ্টেল আছে তাত এটা খেৰী চাংবঙলা আছিল আৰু তাত সপৰিয়ালে অধ্যাপক পি. চি. ৰায়ে চাহাবী চালচলনেৰে বাস কৰিছিল।

সেই সময়ত এতিয়া নিউ হোষ্টেল আৰু ছুৰহলা হোষ্টেল থকা ঠাইখিনি উদং হৈ পৰি আছিল। সেই ঠাইত কেবাজোপাও বগৰী গছ আছিল। সেই ঠাইৰ দক্ষিণাংশত আছিল ললিতমোহন লাহিড়ী আৰু তেওঁৰ পুত্ৰসকল। হোষ্টেল বা ছাত্ৰাবাস আছিল চাৰিটা। কলেজ হাউচিৰ ভিতৰত এক নং মেছটো এটা ডাঙৰ খেৰীঘৰ আছিল। সেইটো বোধকৰো আগতে সজা হৈছিল সেইবাবেই পুৰণি ছাত্ৰাবাস বোলা হৈছিল। সেই ছাত্ৰাবাসৰ ৰক্ষী আছিল অধ্যাপক ভুৱনমোহন সেন আৰু বিজয় সেনগুপ্ত। মুছলমান ছাত্ৰাবাসত বোধকৰো অধ্যাপক মহিমুল্লা চাহাব আছিল। ছাত্ৰাবাসকেইটা এটা জেলখানাৰ ভিতৰত থকাৰ দৰে আছিল—চাৰিওফালে ওখ লোহাৰ জেওৰা, বেলি মাৰ যোৱাৰ লগে লগেই দুৱাৰত তলা-চাবি লাগে। চকীদাৰ, ৰক্ষী, অধ্যাপক আদিৰ উপৰিও প্ৰিন্সিপাল ছুৰমাৰ্ছে'ন চাহাবৰ চোকা পহৰা অব্যাহতভাবে চলি থাকে। চোৰকো খোৰে পায়। ওখ লৌহ আবেষ্টনী পাৰ হৈয়ো ৰাতি কোনো কোনো ল'ৰাই থিয়েটাৰ চাবলৈ যায়, থিয়েটাৰ কৰিবলৈ যায়, লোকৰ বাৰীৰ কল আৰু খাজুৰি গছত ওলমি থকা চাৰি কলহ চুৰ কৰিবলৈ যায়। পলস্তীয়াবিলাকে

খিচনাত গাৰুকেইটাকে চাকিচুকি অৱাই থৈ যায় যাতে বাহিৰৰপৰা কোনোবাই জুমি চালে মানুহহে শুই আছে বুলি ভাবে। ... মানুহহনে গাৰু ত'ত থবিব নোৱাৰে। মোৰ বন্ধু শ্ৰীশিৱকুমাৰ বৰুৱা আৰু হৰি প্ৰসাদ বাওনে কামৰূপ নাট্য মন্দিৰত ছুটা যাই ভাও লৈ আমি পৰ্ত্তা 'কনৌজ কুঁৱৰী' অভিনয়ত ভাও দি গৈছিল কলেজৰ হোষ্টেল ৰখীয়াৰ চকুত ধূলি মাৰি।

## অধ্যাপকমণ্ডলী

মই কলেজ সোমাই যিসকল অধ্যাপকক পাইছিলোঁ সেইসকলৰ প্ৰতিজনেই আছিল একোজন দিগ্‌গজ পণ্ডিত—নিজ নিজ বিষয়ত সব্যসাচী। বেছিভাগেই আছিল ব্যক্তিত্ব-সম্পন্ন. ছাত্ৰৰ ওপৰত সহজতে প্ৰভাব বিস্তাৰ কৰিব পৰা গুণ সেইসকলৰ প্ৰচুৰ আছিল। এই অধ্যাপকসকলৰ কোনো কোনোৰ বিষয়ে আগৰেপৰা কিছুমান গল্প প্ৰচলিত হৈ আহিছিল, ছাত্ৰ হিচাপে সেইবোৰৰ আভাসো পাইছিলোঁ আৰু পিছত কলেজৰ শিক্ষক হৈ তেনে খুহতীয়া গল্প ডঃ বাণীকান্ত কাকতি আৰু মহিবুল্লা চাহাবৰ মুখত শুনিছিলোঁ। তেওঁলোকৰ মুখত সেই গল্পবোৰ সাধুকথা যেনহে লাগিছিল।

প্ৰথমতে ছুনমাৰ্ছেন চাহাবৰ কথা কওঁ। এতিয়া আমোলেও কটন কলেজৰ নিয়ম-শৃঙ্খলা আছিল বৰ কটকটীয়া, পৰীক্ষাৰ ফলাফল আছিল সদায় ওপৰত। ছুনমাৰ্ছেন চাহাব যেন প্ৰতিজন ছাত্ৰৰ পাছে পাছে অদৃশ্যভাবে ঘূৰি ফুৰিছিল। কাৰো তেওঁ বিপথগামী হবলৈ সুবিধা নিদিছিল। ছাত্ৰ আৰু শিক্ষক উভয়ে তেওঁৰ শেনচকুৰ দৃষ্টি এৰাই ফুৰিবলৈ যত্ন কৰিছিল। কলেজত সোমায়েই মই তেওঁৰ এটা জোকাৰণি সন্দিখ্ন কৈছিল। সেইদিনা খিড়িকীৰ কাষত ভলমুৰ কৰি চিঠি চাই আছিলো। হঠাতে দেখোঁন তেওঁ মোৰ পাছফালৰ পৰা জোকাৰি হৌ হৌ কৈ কিবা দলকিবলৈ ধৰিলে। কি কৈছিল একো বুজি পোৱা নাছিলোঁ। বাস্তৱৰপৰা অনচেৰেক পুৰণি ছাত্ৰই সেই দৃশ্য দেখা পাই মোক চেলাৰ দি 'গুড্ মৰ্ণিং' দিবলৈ চাহাবৰ পাছফালৰপৰা সংকেত দিছিল। মই গুড্ মৰ্ণিং বুলি কোৱাতহে চাহাবে হৌ হৌৱাই কিবা বক্তৃতা দি আন এফালে গুচি গৈছিল। আলিৰ দাঁতিত দক পাৰী ছুৰবলৈ বহা ছাত্ৰকো তেওঁ পাছফালৰপৰা ধৰি তুলি দিছিল। এইদৰে তেওঁ ছাত্ৰ বিলাকক বাহিৰে-ভিতৰে সকলো ঠাইতে শৃঙ্খলা জানৰ শিক্ষা দিছিল। প্ৰিন্সিপাল ছুনমাৰ্ছেন চাহাবে আমৰচাম ছাত্ৰক যেনো ছেক্সপীয়েৰৰ নাটক পঢ়াইছিল। মই তেওঁক শিক্ষক হিচাপে পোৱা নাছিলোঁ, পোৱা হলে মাত-কথা বুজাৰ বাবে বক্তৃতাৰ খাত ধৰিবলৈ টান হলহেঁতেন নিশ্চয়। তেওঁৰ মাতষৰা মাতকথাত অভ্যস্ত হোৱাৰ পিছত তেওঁৰ নাটকৰ পাঠ হেনো অতিশয় চিত্তাকৰ্ষক হৈছিল। ছেক্সপীয়েৰৰ নাটকীয় চৰিত্ৰবোৰ তেওঁ শ্ৰেণীত বিশেষ দক্ষতাৰে অভিনেতাৰ দৰে উপস্থাপন কৰিছিল। মই দেখা সময়ত বৃহৎ বঙ্গলাটোত তেওঁ নিঃসঙ্গ জীৱন যাপন কৰিছিল আৰু কলেজখনকে তেওঁৰ পৰিয়াল বুলি ধৰি লৈ দিনে-ৰাতি কলেজৰ বাহিৰে-ভিতৰে টহলি ফুৰিছিল। তেওঁৰ একমাত্ৰ হেনো পুত্ৰৰত্ন হেনো ছিলংৰপৰা গুৱাহাটীলৈ হাতবাগী চলাই আহোঁতে মাজবাটতে দুৰ্ঘটনাত পতিত হৈ

মৃত্যুৰ পৰাহত পৰে। সেই পুত্ৰশোকে তেওঁৰ অন্তৰত গভীৰ ৰেখাপাত কৰিছিল। প্ৰতি দেওবাৰে চেনিকুঠি কবৰখানলৈ গৈ তেওঁ পুত্ৰৰ কবৰত পুষ্পাঞ্জলি প্ৰদান কৰাটো নিয়ম কৰি লৈছিল। ইংলেণ্ডত বসবাস কৰিলেও তেওঁ হেনো জাৰ্মান কুলোদ্ভৱহে। সেই-কাৰণে ইংৰাজ-জাৰ্মানৰ মাজত হোৱা প্ৰথম মহাসমৰত তেওঁৰ প্ৰতি তেতিয়াৰ বৃটিছ চৰকাৰে হেনো চোকা নজৰ ৰাখিছিল কটন কলেজৰ প্ৰতিষ্ঠাতা অধ্যক্ষ হিচাপে তেওঁ অসমলৈ আহিছিল আৰু এই কলেজখনকে মোৰ বুলি বুকুত সাৱটি লৈছিল। বৃহত্তৰ বঙ্গই অসমীয়া ভাষাক টোটোলাত ভৰাব খোজা দেখি অসমীয়া এটা স্বতন্ত্ৰ ভাষা সাব্যস্ত কৰি তেওঁ এখন সাৰুৱা ইংৰাজী পুস্তিকা উলিয়াইছিল—নাম A few Remarks on the Assamese Language. পি. চি. ৰায়ে কৈছিল বোলে চুদমাৰ্চ্‌ন শুবুলি ছিদমাৰ্চ্‌ন বুলিলেহে তেওঁৰ নামৰ শুদ্ধ উচ্চাৰণ কৰা হয়। প্ৰিন্সিপালৰ ৰবকেৰেণীজনৰ নাম আছিল নিধিৰাম বৰদলৈ। তেওঁ নিতৌ সিপাৰৰপৰা আহি কলেজৰ কাম চলাইছিল। কথাই-বতৰাই মানুহজন বৰ গহীন আছিল। কলেজত নতুনকৈ সোমোৱা ল'ৰাবোৰে প্ৰথমতে তেওঁকে প্ৰিন্সিপাল বুলি ভুল কৰিছিল, দুই একে চেলামো দিছিল আৰু বৰদলৈ দেৱেও নিৰ্বিবাদে চাহাবৰ মাননিধিনি গ্ৰহণ কৰি গহীন বেশ ধাৰণ কৰি কামত ব্যস্ত হৈ পৰিছিল। চকীদাৰ জহৰমল ছুদমাৰ্চ্‌ন চাহাবৰ বিশ্বাসী আলধৰা আৰু অবিচ্ছেদ্য অঙ্গৰ নিচিনা আছিল। জহৰমলে চাহাবৰ মন বুজি চলিব জানিছিল আৰু সেইবাবে তেওঁৰ পেট পাইছিল। এবাৰ হেনো জহৰমলক তেওঁ ছুটীত যাওঁতে বিলাতৰপৰাও ঘূৰাই আনিছিলগৈ। ছাত্ৰ হিচাপে মই জহৰমলক পাইছিলোঁ আৰু পিছত অধ্যাপক হৈয়ো পাইছিলোঁ। জহৰমলে প্ৰায় ৫৭ বছৰ চাকৰি জীৱনও (১৯০২-১৯৫৮) তিনি পুৰুষক চেলাম ঠুকিছিল। মানুহজন সঁচাকৈয়ে বৰ ভাল আছিল, কামলৈ এলাহ নাছিল। কলেজখনৰ তালুৰপৰা তলোনলৈকে নাড়ী-নক্ষত্ৰ ভালদৰে জানিছিল আৰু সেইদৰে টাকুৰি ঘূৰি ঘূৰাদি কাম কৰিছিল। ফাকি-ফুকা নিদিছিল কিবা এটা কৰিব কলে ৰংমনে কৰি দিছিল।

প্ৰফেছাৰ পি. চি. ৰায়েই আমাৰ সৰ্বাধিক দৃষ্টি আকৰ্ষণ কৰিছিল। ছাত্ৰ হওকে বা নহওকে গুৱাহাটীৰ সকলো মানুহে এইজন প্ৰফেছাৰক চিনি পাইছিল। কলেজৰ বাহিৰৰ খেলৰ পথাৰতো কটনৰ হিতাকাঙ্ক্ষী হিচাপে তেওঁৰ নাম আছিল আৰু খেলপথাৰতে গুৱাহাটীৰ বাইজে তেওঁক চিনি পাবলৈ সুবিধা পাইছিল। তেওঁ আই. এছ. চিত আমাক গোল্ডেন ট্ৰেজাৰী' পঢ়াইছিল, বি. এত পঢ়াইছিল বাইবেল। ৰায়ে তেওঁৰ শ্ৰেণীটো ৰসাল কৰিবলৈ নথৈ যত্ন কৰিছিল আৰু দুই ইংৰাজী, বঙলা, হিন্দী, উড়িয়া, আদি নানা ভৰহৰ সমভাবাপন্ন উদ্ধৃতি দি বিষয়বস্তুৰ চোক বঢ়াইছিল। মাজে মাজে একোটা খুহুটীয়া সাধু কৈ ছাত্ৰবিলাকক পাৰেমানে হঁহুৱাইছিল আৰু নিজেও হাঁহিছিল। হাঁহি যাৰ গলেহে তেওঁ পঢ়া আৰম্ভ কৰিছিল। গুকান জেওৱা চেপি ৰস উলিওৱাৰ নিচিনাকৈ আমাৰ বাইবেলৰ শ্ৰেণী-তোতে ৰস উলিয়াব পাৰিছিল। সদায় তেওঁ বিচিত্ৰ চাহাবী সাজপাৰ পিন্ধি শ্ৰেণীলৈ আহিছিল। কমালেই যে কেইখন! কোনোখন উলিয়ায় চোলাৰ ওপৰৰ যোনাৰপৰা, কোনখন ভিতৰৰ যোনাৰপৰা, কোনখন চোলাৰ হাতৰ মাজৰপৰা। এইদৰে নানা প্ৰকাৰে

কিবা এটা আমোদী পৰিবেশ সৃষ্টি কৰি লৈহে পাঠ দিছিল। কিমান জানিছিল ক'ব নোৱাৰো, কিন্তু যিখিনি জানিছিল পানীৰ দৰে কটকটীয়াকৈ বুজাব জানিছিল। খেলুৱৈ ল'ৰাবিলাকে তেওঁৰ বিশেষ মৰম পাইছিল।

আমি ভালপোৱা আৰু এজন ইংৰাজীৰ অধ্যাপক আছিল আশুতোষ চেটাৰ্জী। আশুবাবুৱে পাঠবোৰ খুটিনাটি মাৰি পঢ়াইছিল আৰু লগে লগে কিছুমান প্ৰসঙ্গ-পুথিৰ নামো কৈ গৈছিল টুকি লবলৈ। সেইবোৰ পুথি লগে লগে পঢ়ি যাব পৰা হলে জ্ঞানৰ পৰিসৰ বহুত বাঢ়িলহেঁতেন। ভাল ল'ৰাবিলাকে অৱশ্যে সেইবোৰ নপঢ়াকৈ থকা নাছিল আৰু কোনো কোনোৱে তাতকৈও বহুত বেছি পঢ়ি আমাৰ মাজত 'পুথিভঁৰালৰ পোক' আখ্যা পাইছিল। আশুবাবুৰ দুই পুতেক সন্তোষ আৰু মন্তোষে কলিকতা বিশ্ববিদ্যালয়ৰ মুখ ফুটাইছিল। মন্তোষ কলেজিয়েটত মোৰ সহপাঠী আছিল। আশুবাবুৰ হাতত সদায় পুথিভঁৰালৰ এজাপ কিতাপ দেখা পাইছিলোঁ। লোকক পঢ়াবলৈ হলে যে নিজেও পঢ়িব লাগে এইসকল অধ্যাপকেই আছিল তাৰ সাক্ষী।

অনা অসমীয়া এজাক অধ্যাপকৰ মাজত দুজন অসমীয়া অধ্যাপক ডঃ সূৰ্য্যকুমাৰ ভূঞা আৰু ডঃ বাণীকান্ত কাকতীক ইংৰাজীৰ অধ্যাপক হিচাপে পাই আমাৰ মনত সাহ বাঢ়িছিল। তেতিয়া কোনোজন ডক্টৰ হোৱা নাছিল। ভূঞাই বৰ খৰকৈ পঢ়াইছিল আৰু কম দিনতে একোখন কিতাপ শেষ কৰি দিছিল। ইংৰাজীৰ মুখ্য অধ্যাপক পক্লিন চাহাবে ধীৰ গতিত পঢ়াই কোনোখন কিতাপ আধকৰাকৈ পঢ়ালে বাকীখিনি ভূঞাক শেষ কৰি দিবলৈ দিছিল। ভূঞাৰ পঢ়োৱাত আমি বেছি ৰস পোৱা নাছিলো। যলৈ গলে তেওঁক সদায় কৰ্মব্যস্ত হৈ পৰিপাটি জীৱন কটোৱা দেখা পাইছিলোঁ। অসমীয়া সাহিত্য চৰ্চা কৰিবলৈ তেওঁ আমাক সততে অনুপ্ৰেৰণা যোগাইছিল। ভাল হাতৰ আখৰৰ ল'ৰাক নিজা কাম-কাজবোৰ নকল কৰিবলৈ দিছিল, সকলোকে মিঠা মুখেৰে মাতিছিল আৰু কাম কৰিবলৈ উপদেশ দিছিল। মোৰ দুজন সহপাঠী মাধৱচন্দ্ৰ বৰুৱা আৰু ৺প্ৰমোদকান্ত বৰুৱাই তেওঁৰ কেবাখনো কিতাপ নকল কৰি দিছিল। এনেদৰে ছাত্ৰজীৱনতে গঢ় লৈ পিছত বৰুৱা আৰু মোৰ আন এজন সহপাঠী বৰপেটাৰ শ্ৰীবাসুদেৱ মিশ্ৰ বুৰঞ্জী আৰু পুৰাতত্ব বিভাগত সহকাৰী হিচাপে তেওঁৰ সোঁহাত স্বৰূপ হৈছিল। ভূঞা ডাঙৰীয়াক আকৌ সভাপৰ্বত লগ পাম।

ডঃ কাকতী মানুহজন বাহিৰৰপৰা গহীন কিন্তু ওচৰৰপৰা ৰসাল। আগৰেপৰা তেওঁলৈ আমাৰ শ্ৰদ্ধা আছিল আৰু ওচৰ চপাৰ আগলৈকে ভয়ো আছিল। কলেজৰ প্ৰথম বছেৰেকীয়া পৰীক্ষাৰ ফলাফল ঘোষণা কৰাৰ আগতে আমি বৰ চিন্তাকুল হৈছিলোঁ। পেটে-মনিয়ামত কাৰ ভাগ্যত কি ঘটে কোনে জানে। আগতে আমি কলেজৰ বছেৰেকীয়া পৰীক্ষা দি পোৱা নাছিলো, সেইবাবে উত্তৰবোৰ পৰীক্ষকৰ মনত লগা হৈছেনে নাই একো তত ধৰিব পৰা নাছিলো। বেছিভয় লাগিছিল ইংৰাজীৰ বাবেহে। কিয়নো বাকীবোৰ বিষয়ত সৰকিব পাৰিম বুলি ধাৰণা হৈছিল। আমাৰ ইংৰাজীৰ কাকত কাকতীয়ে পোৱা বুলি জানিব পাৰিছিলোঁ। সংকোচ হৈছিল যদিও অগত্যা আমি তিনি চাৰিজন বন্ধুৱে মৰণত শৰণ দি নম্বৰ সুধিবলৈ কাকতীৰ তালৈ যোৱাটোকে থিৰ কৰিলোঁ। এইদৰে ফলাফল বাহিৰ

হোৱাৰ আগতে নম্বৰ দিয়াটো অনিয়ম। সেই কাৰণে কাকতীৰপৰা নম্বৰ পালেও পাব, চেৰেকনি পালেও পাব বুলি সাজু হৈ গৈছিলোঁ। তেতিয়া কাকতী ডাঙৰীয়া জুবিলী পথাৰৰ (এতিয়া পানীকল) দক্ষিণে এটা কেৰেয়া ঘৰত আছিল। চ'ৰাঘৰটো আড়ম্বৰহীন—কেইখনমান মাচিয়া, এখন মেজ আৰু কিতাপৰ এটা দম। আমি গৈ এখন বেঞ্চত বহিলোঁ আৰু তিনিজন কলেজৰ ল'ৰা দেখা কৰিবলৈ খোজা বুলি ভিতৰলৈ খবৰ পঠালোঁ। খবৰ গৈ পোৱাৰ অলপ পিছতে আমালৈ এটা তামোলৰ বটা আহিল। বটাটো দেখি আমাৰ ভয় ভাগিল। তাৰ অলপ পিছতে কাকতীদেৱ ওলাই আহি তেওঁৰ মাচিয়াখনত বহিল। আহিয়েই তেওঁ আমি প্ৰতিজনৰ লগত চা-চিনাকি হৈ ললে। তাৰ পিছত আমি যোৱাৰ কাৰণ সুধিলে। তেওঁ আমাৰ লগত এনে ঘৰুৱাভাৱে কথা পাতিছিল যে তেতিয়া আৰু পৰীক্ষাৰ নম্বৰৰ কথা সুধিবলৈ অলপো ভয়লগা নাছিল। তেওঁ ভিতৰলৈ গৈ পৰীক্ষাৰ বহী এজাপ উলিয়াই আনি আমাৰ বোল নম্বৰবোৰ সুধি ললে। সেইমতে বহীবোৰ উলিয়াই আমাক নম্বৰ চাবলৈ দিলে। আমি আটাইকেইজনেই পাছ কৰিছিলোঁ, মযো দেখোন ভাল নম্বৰেই পাইছিলোঁ। নম্বৰ দেখি মুখলৈ পানী আহিল। আৰু অলপ সময় কথা পাতি কৰযোৰে কাকতীদেৱৰপৰা বিদায় লৈ ঘৰ পালোঁহি আৰু যেন পৰীক্ষাৰ আগতীয়া গুভ ফলহে পালোঁ, মনত এনে ধাৰণা হৈছিল।

কাকতীক মই কলেজৰ শিক্ষক হিচাপে চাৰিবছৰ পাইছিলোঁ। আই. এচ. চি. শ্ৰেণীতকৈ বি. এ. শ্ৰেণীত তেওঁৰ পাঠদান আমাৰ বাবে অধিক গ্ৰহণযোগ্য হৈছিল। মাতটো সৰু হোৱাৰ বাবে এখন বজাৰৰ নিচিনা তলৰ শ্ৰেণীবোৰত বহু সময়ত তেওঁ কি পঢ়াইছিল ভলানলা পোৱা নাছিলোঁ। তেওঁ যেতিয়া হাঁহিছিল, লগতে গোটেই শ্ৰেণীটোৱে হাঁহিছিল অৱশ্যে কাচিৎহে এনে হাঁহিৰ সুবিধা পোৱা হৈছিল। কাকতীৰ এই হাঁহিটো আছিল ঐতিহাসিক হাঁহি। কিবা এটা ভয়ানক ঘটনা হলেহে তেওঁ শ্ৰেণীত হাঁহিছিল। মনত আছে এদিন তেওঁ শ্ৰেণীলৈ আহি কিতাপ মেলিয়েই কেইমিনিটমান ছাত্ৰৰ উচ্ছৃঙ্খলতাৰ কথা কৈ হাঁহিছিল, অৱশ্যে বিদ্ৰূপৰ হাঁহি। তাৰ আগদিনা নিউফিল্ডত কলেজৰ ছাত্ৰ আৰু দৰ্শক-বেহাৰীৰ মাজত এখন মৰামৰি হৈছিল, সেই মৰামৰিয়েই কাকতীৰ সেইদিনাৰ হাঁহিৰ জন্ম দিছিল।

তৃতীয় বাৰ্ষিকত কাকতীৰ পঢ়োৱাৰ খাঁত ধৰিবলৈ সক্ষম হৈছিলোঁ। শুনিছিলোঁ যিমানে ওপৰলৈ যাব সিমানে হেনো তেওঁৰ পাঠদানো ভাল হৈ গৈ থাকে। কিন্তু শ্ৰেণীত তেতিয়া ছাত্ৰৰ সংখ্যা সৰহ নাছিল, বিকেইজন আছিল তাকো তেওঁ দমন কৰিবলৈ এটা সহজ কৌশল অবলম্বন কৰে। মাজে মাজে পাঠৰপৰা তেওঁ দুলীয়া ল'ৰাক সোধাৰ হবে একোজনক একোটা ইংৰাজী শব্দৰ অৰ্থ আৰু আখৰজোটনি সোধে। নোৱাৰিলে বিশেষ একো নকয় যদিও শ্ৰেণীত ভূচং পছ হৈ থিয় দিবলৈ কোনেও ভাল পোৱা নাছিলোঁ আৰু প্ৰশ্নৰ উত্তৰ দিব নোৱাৰাটো লাজৰ কথা হৈছিল। সেইকাৰণে প্ৰতিদিনে কাকতীৰ পাঠ লবলৈ পৰাপক্ষত আমি সাজু হৈ গৈছিলোঁ আৰু তাৰপৰা লাজমানেই হৈছিলোঁ নিশ্চয়।

ইংৰাজীৰ মুখ্য অধ্যাপক হিচাপে পাইছিলোঁ খলিল চাহাবক। এওঁ এজন ব্যক্তিত

কচিৰ ইংৰাজ ভদ্ৰলোক। চাহাবৰ হাঁহি-কথা বুজিবলৈ টান, মেমৰ আৰু টান। লিখে এটা কয় এটা। পঢ়িলে চাহাবৰ কথাবোৰ বুজিবলৈ মই আমি অলপো টান পোৱা নাছিলোঁ, ইংৰাজী কথাৰ শুদ্ধ উচ্চাৰণ তেওঁৰ কথাৰপৰা শিকিব পাৰিছিলোঁ। সাধাৰণ ইংৰাজী শব্দ একোটাৰ উচ্চাৰণ আৰু অৰ্থ তেওঁ আমাক বৰ পৰিপাটিকৈ বুজাই দিছিল। মনত আছে এদিন তেওঁ Statesman আৰু Politician এই দুটা শব্দৰ পাৰ্থক্য বুজাই দি কৈছিল, যাকে তাকে ষ্টেট্‌চ্‌মেন্ বুলিবলৈ আমি ইংৰাজবিলাকে ভাল নেপাওঁ—ৰবাৰ্টচনক ভাৰতবাসীৰ politician এই statesman। গান্ধীক politician বুলি ক'লে খাপ নেখায় যদিও আমি ইংৰাজবিলাকে তেওঁক Statesman ৰ শাৰীলৈ তুলিবলৈ টান পাওঁ। পঢ়িলে চাহাবে অৱসৰ লোৱাত তেওঁৰ ঠাইত মুখ্য অধ্যাপক হৈ আহিছিল এজন পশ্চিম ভাৰতীয় খৃষ্টান ডেকা অক্সফোৰ্ডৰ এম. এ. নাম এব্ৰাহাম। এওঁ ল'ৰামতীয়া আছিল যদিও বৰ ভালদৰে পঢ়াব জানিছিল আৰু পাঠদানত পাণ্ডিত্য ফুটি ওলাইছিল। মই কলেজত পঢ়ি থকাঁতে শ্ৰীসুৰেন্দ্ৰকুমাৰ চৌধুৰী-য়েও ইংৰাজী অধ্যাপকৰ নিযুক্তি পাইছিল। চৌধুৰীয়ে অসমীয়াতো দুই এটা মধুৰ প্ৰবন্ধ লিখিছে। অধ্যাপক হিচাপেও আমাৰ ভাল লাগিছিল।

অংকৰ শিক্ষক হিচাপে মই কলেজত তিনিজন অধ্যাপকৰ শিক্ষাদান লাভ কৰিছিলোঁ। অধ্যাপক ৰজনীকান্ত বৰাটক প্ৰথম বাৰ্ষিকত কেইমাহমানহে পাইছিলোঁ। তেওঁ অৱসৰ লোৱাত সেই ঠাই পূৰাইছিল শ্ৰীৰাধাকান্ত দাসে। বৰাট মহাশয় সঁচাকৈয়ে এটা ঘড়ীৰ দৰেহে নিয়মিত আছিল। তেওঁ আহি কলেজ হাউচিত ভৰি দিলেই কলেজৰ দহলগৰে ঘণ্টাৰ কোব পৰে। ছুদমাৰ্চে'ন চাহাবে কোন কেতিয়া আহে, কেতিয়া যায় চাই থাকে। এদিন বৰাট মহাশয় কলেজ সোমোৱাৰ লগে লগে দহ বাজি পাঁচ মিনিট গৈছিল। নিয়মানুৱৰ্তী বৰাট মহাশয়ৰ নিয়মভঙ্গ হোৱা দেখি ছুদমাৰ্চে'ন চাহাবে হেনো তেওঁক কৈছিল--Mr. Barat, you are late by 5 minutes. বৰাটে ক'লে—No Sudmerson, I am just in time. Your Collage clock is wrong. তত্তালিকে ঘড়ী মিলাবলৈ জহৰমলক টেলিগ্ৰাফ অফিচলৈ পঠাই দিয়া হ'ল। জহৰমলে যথাসময়ত আহি ক'লে বোলে সেইদিনা কলেজৰ ঘড়ীটো টেলিগ্ৰাফৰ ঘড়ীতকৈ পাঁচ মিনিট আগ হৈ চলিছে। ছুদমাৰ্চে'ন চাহাবে হাৰ মানি হোঁ হোঁ কৰি হাঁহি অফিচৰ কোঠাত সোমালগৈ।

ভাল ল'ৰাবিলাকে বৰাট মহাশয়ৰ শিক্ষাদানৰপৰা উপকৃত হৈছিল আৰু তেওঁ শিকোৱা কৌশলবোৰ আয়ত্ত কৰি টপাটপ অংক কৰি গৈছিল। এনে ভাল ল'ৰাৰ ভিতৰত হিৰণ্য ফুকন, শ্ৰীনৰেশ বসু প্ৰভৃতি আছিল। ফুকন আৰু বসু অংকত সমানে টিপৰ। আমি মজলীয়া থাপৰ ল'ৰাবিলাকৰ বাবে বৰাটৰ পাছ লোৱাটো টান হৈছিল। বৰৰ কাম সদায় থাকিবই। বহী দাখিল নকৰিলে হাজিৰা বহীত অনুপস্থিত অৰ্থাৎ চাৰিঅনা বাধ্যতামূলক জৰিমনা। জৰিমনাৰ হাত সাৰিবলৈ আমি আগতে কলেজলৈ গৈ আনৰ বহীৰপৰা কেইটামান অংক তুলি দাখিল কৰো। পানবজাৰত নামকটা পুখুৰীৰ বিপৰীত কাষে বৰাট মহাশয়ৰ এটা সৰু চুবুৰীয়া ঘৰ আছিল। এতিয়া সেই ঘৰ ভাঙি তাত ধুনীয়াকৈ আন দালান সজা হৈছে।

সেইদিনৰ কলেজৰ সৰবৰহী শিক্ষকসকলৰ ভিতৰত হৰনাথ সেনো অন্যতম। এওঁ

আমাৰ সকলোৰে মনত লগাকৈ অংকৰ শিক্ষা দিছিল আৰু বোৰ্ডত বৰ ভালদৰে বুজাই দিছিল। আজৰি সময়তো তেওঁ অংক কৰি সময় কটাইছিল, আবেলি টেনিছ খেলিছিল আৰু মাজে-সময়ে ফুটবলৰ ৰেফাৰী হৈছিল। ফুটবল পথাৰতো তেওঁ অংকৰ জোখমাখবোৰ প্ৰয়োগ কৰিছিল। লৰি গৈ বলৰ স্থান নিৰ্দ্ধাৰণ কৰি দিছিল। ঘণ্টা পৰাৰ লগে লগে তেওঁ আহি শ্ৰেণীত সোমায়, হাজিৰা বহীত নামবোৰ মাতি যায়। হাজিৰা বহীখন চিত্ৰগুপ্তৰ খাতাৰ দৰে। দ্বিতীয়বাৰ তেওঁ কাৰো নাম নেমাতে। কেতিয়াবা আমাৰ আন শ্ৰেণীৰপৰা আহোঁতে পলম হয়। ইতিমধ্যে হাজিৰা কৰা হৈ গলে অনুপস্থিত বুলি ধৰা হয়—জৰিমনা চাৰিঅনাৰ মাফ নাই। তেতিয়াৰ দিনত এনেবোৰ কটকটীয়া নিয়ম প্ৰণালীৰপৰা শিক্ষাৰ মানদণ্ড নিঃসন্দেহে উন্নীত হৈছিল।

শ্ৰীৰাধাকান্ত দাসে আমাৰ দিনত নতুনকৈ কলেজত লেক্‌চাৰাৰ হৈ সোমাইছিল। সেই দিনত সকলো অধ্যাপকৰে ইংৰাজী সাজপাৰ—কোট পটলুং। ইংৰাজী সাজপাৰেৰে যে জনচেৰেকক আপচু দেখা নগৈছিল এনেও নহয়। তথাপি ইংৰাজ ৰজাৰ আমোল। ইংৰাজ সাজ পাৰ পিন্ধাটো এটা সাধাৰণ নিয়ম আছিল। ৰাধাবাবুৱে কিন্তু সেই নিয়ম ভঙ্গ কৰি চুৰিয়া-চোলা পিন্ধি আৰু গাত পাটৰ চেলেং লৈ কলেজ কৰা দেখি আচৰিত আচৰিত যেন লাগিছিল। ৰাধাবাবুৰ শিক্ষা প্ৰণালী হৰ্ষবাবুৰ অনুৰূপ আছিল। তেওঁৰ ইংৰাজী শব্দৰ উচ্চাৰণতো আমি বৰপেটীয়া ঢেক লক্ষ্য কৰিছিলোঁ। সকলো ছাত্ৰৰ লগত তেওঁ অতি আপোন মানুহৰ দৰে ব্যৱহাৰ কৰিছিল। শ্ৰীদাসে দুখনমান অসমীয়াত অংকৰ পাঠ্য পুথিও লেখিছে। এতিয়াও মই তেওঁৰ প্ৰিয় ছাত্ৰ হৈয়েই আছো।

মই কলেজীয়া হোৱাৰ আগৰপৰাই চুণীবাবুক জানিছিলোঁ। ৰসায়নৰ মুখ্য অধ্যাপক চুনীলাল দে। সেই সময়ত চুণীবাবুৰ দুৰ্গা প্ৰতিমাই গুৱাহাটীত সৰ্বশ্ৰেষ্ঠ স্থান অধিকাৰ কৰিছিল আৰু এই পূজাৰপৰা গুৱাহাটীত ল'ৰাৰপৰা বুঢ়ালৈকে সকলোৱে চুণীবাবুক জানিছিল, শ্ৰদ্ধা কৰিছিল। ময়ো জানিছিলোঁ। এইজন শক্তিসাধক অধ্যাপকে ধৰ্ম আৰু বিজ্ঞানৰ সমন্বয় ঘটাইছিল। শ্ৰেণীত পাঠ দি থাকোঁতে কোনোবাই যদি ঈশ্বৰৰ প্ৰতি অবিশ্বাসৰ কথা উলিয়ায় তেন্তে তেওঁ কিতাপৰ কথা পাছ কৰি ধৰ্মৰ বকলা মেলে। শ্ৰেণীত তেওঁ প্ৰশ্ন সুধিছিল, উত্তৰ দিব নোৱাৰিলে তেওঁ উপস্থিতকো অনুপস্থিত কৰিছিল। যিদিনা টান পঢ়া থাকে সেইদিনা আগৰেপৰা যুক্তি কৰি ঈশ্বৰৰ বিষয়ে এটা ওভোতা প্ৰশ্ন সোধা হয় যেনে, মানুহ মৰিলে 'বোন চাৰ্কোল'ত পৰিণত হয় আৰু সেই হাড়ৰ এঙাৰবোৰতে সকলো শেষ। What do you say বুলি তাৰ উত্তৰ দিবলৈ তেওঁ আৰম্ভ কৰে, ঘণ্টা শেষ হৈ যায়, তথাপি ঈশ্বৰৰ ভাৱত তন্ময় হৈ থাকে। মাজেসময়ে তেওঁ সন্ধিয়া কলেজ প্ৰাঙ্গণত "বিজ্ঞান আৰু ধৰ্ম" সম্পৰ্কে দীঘলীয়া বক্তৃতা দিয়ে। সেই বক্তৃতা শুনিবলৈ কলেজৰ সকলো শিক্ষক-ছাত্ৰৰ যায়, বাহিৰা মানুহো যায়। তেওঁ যুক্তি-তত্ত্বেৰে প্ৰতিপন্ন কৰে যে দৰাচলতে ধৰ্ম আৰু বিজ্ঞানৰ বিৰোধ নাই। বিজ্ঞানে চুকি নোপোৱা কথাবো ধৰ্মই সন্ধান দিব পাৰে। তেওঁ কৈছিল—কৰাচী দেশৰ এজন বৰ ডাঙৰ বিজ্ঞানী আছিল, তেওঁ নাস্তিক, ঈশ্বৰৰ অস্তিত্ব স্বীকাৰ নকৰে। সেই বিজ্ঞানীজনেও হেনো মৰিবৰ সময়ত কৈছিল—Oh God I do not

believe you. If you are really existing, come just now and help me, help me. এনেবোৰ মনখোৱা উদাহৰণে আৰু বক্তা পটুত্বৰে বক্তৃতাৰ চোক বঢ়াইছিল।

চুণীবাবুৱে আমাক ৰসায়ন পঢ়াইছিল যদিও আৰম্ভণীতে তেওঁ ৰসায়ন আৰু পদাৰ্থ বিজ্ঞান দুয়োটা বিভাগৰে অধ্যাপক হিচাপেহে নিযুক্তি লৈ আহিছিল আৰু বিজ্ঞান বিভাগত যোগ্যতাৰে তেওঁৰ কাৰ্য নিৰ্বাহ কৰিছিল। কটনৰ প্ৰথম দলৰ এজন কটনিয়ান ৺গিৰীশচন্দ্ৰ বৰদলৈয়ে লেখি থৈ গৈছে—I should think failure in University Examination in Chuni Babus' subject must have been the minimum. On occasions he used to give general lecture to both the classes delineating on wonderful discoveries of science. On such occasions he would go from molecule to atom, atom to eon, and then vibrations finally connecting everything to the Supreme head of all Knowledge, God He was intensely religious. He used to have Debi Puja in his house and I have seen him standing before the Goddess on Bijoya days with tears trickling down his cheeks.

ৰসায়নৰ আমাৰ প্ৰথম দিনৰ শ্ৰেণীটোতে অধ্যাপক শৰৎ চেটাৰ্জী আৰু অধ্যাপক ইন্দুমোহন সৰকাৰে বিজ্ঞানৰ মেজিক দেখুৱাই ৰসায়ন বিষয়টোৰ প্ৰতি ছাত্ৰবিলাকৰ আকৰ্ষণ বঢ়াইছিল। শৰৎ বাবু আৰু ইন্দুবাবু এই দুজনো আমি ভালপোৱা শিক্ষক আছিল।

এতিয়া অসমীয়া সাহিত্যৰ বিভাগটোৰ বিষয়ে কওঁ। আমাৰ দিনত স্কুল কলেজত আৰু বিশ্ববিদ্যালয়ত অসমীয়া বিভাগটো এটা এলাগী বিষয় আছিল। স্কুলত অসমীয়াৰ বাবে অৰ্হতাসম্পন্ন শিক্ষক দিয়া নহৈছিল। সাধাৰণতে আন বিষয় পঢ়াবলৈ অনুপযুক্ত নাইবা অৱসৰ পাবলগীয়া হোৱা শিক্ষকক অসমীয়া পঢ়াবলৈ দিয়া হৈছিল। ভাল পাঠ্যপুথি নাছিল, ভাল শিক্ষকো নাছিল আৰু বিশ্ববিদ্যালয়ত তেতিয়া অসমীয়া সাহিত্যই আজিৰ নিচিনা ওখ স্থান পোৱা নাছিল। কটন কলেজত অসমীয়া বিভাগটোক সংস্কৃত বিভাগৰ লগত সাঙুৰি ৰখা হৈছিল। এই বিষয়টোৱে তেতিয়াবলৈ পাবলগীয়া মৰ্যাদাৰপৰা বঞ্চিত হৈয়েই আছিল। অসমীয়া আৰু বঙলা পঢ়াবলৈ আন বিভাগৰ দৰে পূৰ্ণ মৰ্যাদা-সম্পন্ন অধ্যাপক নিয়োগ কৰা হোৱা নাছিল। আমি কলেজত পঢ়া দিনত অসমীয়া বিভাগটো আছিল যদিও এতিয়াৰ দৰে বিকল্প অসমীয়া, দ্বিতীয় ভাষা, অনাৰ্ছ আদি বিষয়বোৰৰ নাম-গোন্ধেই নাছিল। নামত পাঠ্যপুথি এনচেৰেক আছিল যদিও তাৰপৰা প্ৰশ্ন কৰা নহৈছিল। প্ৰশ্নকৰ্তাৰ ইচ্ছামতেই প্ৰশ্ন কৰা হৈছিল। ৰচনাখন ভালকৈ লেখিব পাৰিলেই পৰীক্ষকে পাছ নম্বৰ দিছিল। কটনত অসমীয়াৰ দৰে বঙলাৰ বাবে সুকীয়া বিভাগ নথাকিলেও লক্ষ্মীনাৰায়ণ চেটাৰ্জী আৰু শ্ৰীনাথ চক্ৰৱৰ্তীয়েই বঙলা পঢ়াইছিল। কলিকতাত বঙলা সাহিত্যৰ যি উচ্চ স্থান আছিল অসমীয়া সাহিত্যই তেতিয়াও সেই স্থান চুবি পাৰপৰা হোৱা নাছিল। মই কটনত সোমাই সত্যনাথ বৰা ডাঙৰীয়াক

অংশকালীন অধ্যাপক হিচাপে পাইছিলোঁ। ওকালতিহে তেওঁৰ মাই ব্যৱসায় আছিল, অধ্যাপনা নহয়। প্ৰতি শুকুৰবাৰে তেওঁ এঘণ্টা আমাৰ অসমীয়া শ্ৰেণীত বক্তৃতা দি আকৌ কাছাৰী ঘৰৰ ফালে খোজ লৈছিল। পোনপ্ৰথমে বৰা ডাঙৰীয়াৰ শিক্ষাদানতহে মই উপলব্ধি কৰিব পাৰিছিলোঁ যে অসমীয়াও আন বিভাগৰ দৰে এটা শিকিবলগীয়া বিষয়। স্কুলত মই যিকণ অসমীয়া শিক্ষা লভিছিলোঁ সি প্ৰকৃত শিক্ষা নাছিল। কলেজতহে মই অসমীয়া সাহিত্যৰ কালিকা হৃদয়ঙ্গম কৰিব পাৰিছিলোঁ। স্কুলত দুই চাৰিখন অসমীয়া কিতাপ পঢ়ি আৰু হোৱাই নোহোৱাই কিছুমান কবিতা লেখি বহুত জানো বুলি গপতে ওকন্দি গঙাটোপ হৈ আছিলোঁ। সেইবাবেই প্ৰবেশিকা পৰীক্ষাত ভাল নম্বৰ ধৰিব নোৱাৰি অনুতাপ কৰিবলগীয়া হৈছিল। বৰাডাঙৰীয়াই মোৰ আৰু বহুতৰ ভুল ভাঙি দিলে। প্ৰথমটো মাহেকীয়া পৰীক্ষাতে বৰাই কটা অসমীয়া প্ৰশ্ন দেখি চকু থৰ হৈছিল। তাত কিছুমান শব্দৰ নিভাজ অসমীয়া প্ৰতিশব্দ (Pure Assamese equivocals) লেখিবলৈ দিয়া হৈছিল। তেনে কেইটামান শব্দ আছিল বাৰোৱাৰী, লেপ, আইনা আদি। এইবোৰ দেখোন আমি সদায় ব্যৱহাৰ কৰি থকা শব্দ? ইয়াৰ আকৌ নিভাঁজ বা ভেজাল কি? ভকলা, দেওধনী আদি শব্দৰ বিপৰীত লিঙ্গ লেখিব দিয়া হৈছিল। উত্তৰত লেখিছিলোঁ ভকলানী, মতা দেওধনী, নম্বৰত উঠিছিল হাঁহকণী। সেই পৰীক্ষাৰ পিছৰপৰা মই অসমীয়া মাত-কথাৰ বিষয়ে নতুনকৈ ভাবিবলৈ শিকিলোঁ, পুৰণি জগৎখন ন চকুৰে চাব লাগিব বুলি অনুভৱ কৰিলোঁ। বৰা ডাঙৰীয়াই শ্ৰেণীত দিয়া বক্তৃতাবোৰ কাণ পাতি শুনি লাভৱান হলোঁ। পিছত ছপা হৈ ওলোৱা 'বহল ব্যাকৰণ'খন আছিল বৰাৰ অসমীয়া বক্তৃতাৰ পুথি। তেওঁৰ শ্ৰেণীটো বৰ হুলস্থুলীয়া আছিল। অহা আহিছিল, যোৱা গৈছিল, কোনো হকাবধা নোপোৱাকৈ। বৰাৰ মাতটো ডাঙৰ নাছিল। সেই-কাৰণে তেওঁৰ বক্তৃতা শুনিবলৈ আমি এক্কুৰিমান ছাত্ৰই আগৰ বেঞ্চিত বহি লৈছিলোঁ। বৰা ডাঙৰীয়াই পাঠ দি উঠি আমাৰপৰা প্ৰশ্ন আহ্বান কৰিছিল আৰু খোকোজাবোৰ ভাঙি দিছিল। আমাৰ এজন সহপাঠি সুৰেন্দ্ৰ নাথ ৰাজমেধি মাজে মাজে তেওঁক সুধিব-লগীয়া প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰিবলৈ চেষ্টা কৰিছিল। ৰাজমেধিয়ে সুধিছিল,—"ছাৰ আমি ৰবমুণ নোবোলো, ৰবিহান বোলো। আমাৰ কথা আপুনি ভুল বুলি কব খোজেনেকি?" বৰাই কৈছিল,—"তুমি কোৱা কথাবোৰ মই ভুল বুলি নকওঁ। পিছে ক'লেই নহব, চলাব পাৰিব লাগিব, চলিব লাগিব, তেতিয়াহে সি সকলোৰে গ্ৰহণযোগ্য হব পাৰে। ভুল শব্দ এটাও বহুদিন কওঁতে কওঁতে শুদ্ধ হৈ চলি যায় আৰু শুদ্ধটোও ভুল যেন লাগে। উদাহৰণ স্বৰূপে প্ৰতিকাৰ আৰু নিয়ৰ শব্দ দুটালৈ চোৱা। মূল সংস্কৃতত দুই ঠাইতে দীৰ্ঘ ঈকাৰ, অসমীয়াত বহুদিন লেখোতে লেখোতে হ্ৰস্বইকাৰ হ'ল।" এইদৰে তেওঁ আমাক ভাটৌক পঢ়োৱাদি কথাবোৰ শিকাইছিল।

মোক পঢ়োৱা শিক্ষক নহলেও অধ্যাপক আৰ-আৰ টমাছৰ কথা স্মৰণ কৰিবই লাগিব। এওঁৰ পুৰা নাম বায় বোপেন্ড টমাছ, প্ৰাক্তন মন্ত্ৰী নিকলছ ৰায়ৰ ভায়েক। তেওঁ আছিল ডাঃ স্বৰ্ণ কুমাৰ ভূঞাৰ দুৱাৰমুখতে এটা কাঠৰ দুমহলা ঘৰত। বাহুটীৰ

প্ৰেমটাদ বৃত্তিধাৰী এইজন অধ্যাপক কটন কলেজৰ দৰ্শন বিভাগটোৰ বিশেষ ভাবে মৰ্য্যদা বঢ়াইছিল। তেওঁৰ ছাত্ৰবিলাকৰ মাজত টম্যাচ চাহাব অতিশয় জনপ্ৰিয় আছিল। তেওঁ আৰু তেওঁৰ সহকৰ্মী সুৰেশ দত্তই ছাত্ৰবিলাকৰ কাৰণে অতি মূল্যবান কলেজীয়া পাঠ্যপুথি ৰচনা কৰিছিল। টমাছৰ পাঠ টোকাবোৰ পঢ়িয়েই কটনৰ ছাত্ৰই অনাৰ্চত ভাল ফল লাভ কৰিবলৈ সক্ষম হৈছিল। কলিকতা বিশ্ববিদ্যালয়ত দৰ্শনত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি টমাছৰ কেবাজনো ছাত্ৰই কটনৰ সন্মান বঢ়াইছিল, অসমৰ সন্মান বঢ়াইছিল। সেই সকলৰ ভিতৰত মহম্মদ চুলতান, হৰেন্দ্ৰ নাথ ডেকা, লক্ষেশ্বৰ শৰ্মা, মফিজুৰ ৰহমান প্ৰভৃতি আছিল। অসহযোগ আন্দোলনত ঠেকেচা খাই উঠিব নোৱাৰা হোৱা অসম ছাত্ৰ সন্মিলনৰ টমাছ চাহাবৰ পৌৰহিত্যই জীপ দি তুলাই উঠি বহিব পৰা কৰিছিল। তেওঁৰ অভিভাষণখনি ছাত্ৰক উদ্দেশ্য কৰি লেখা সাৰুৱা কথাৰে ভৰপূৰ আছিল।

দুজন ধানপুৰীয়া কঠাল এতিয়াও পাতৰ আঁৰতে ৰৈ গৈছে। এই দুজনে মোক পাঠ দিয়া নাছিল যদিও এওঁলোকৰ কথা অলপ নকলে মোৰ বক্তব্য অসম্পূৰ্ণ হৈ ৰয়। দুয়োজন সংস্কৃত বিভাগৰ—মহামহোপাধ্যায় পদ্মনাথ বিদ্যাবিনোদ আৰু লক্ষীনাৰায়ণ চট্টোপাধ্যায়। দুয়োজন সন্মানিত ব্যক্তি আৰু সংস্কৃতত বিদগ্ধ পণ্ডিত। অসমৰ পুৰাতত্ত্ব গৱেষণাতো বিদ্যাবিনোদৰ অৰিহণা বিশেষ মূল্যবান। কামৰূপ শাসনাৱলী নামৰ গ্ৰন্থখনিয়ে তেওঁৰ পাণ্ডিত্য প্ৰকাশ কৰাৰ উপৰিও অসমৰ বুৰঞ্জী সাহিত্যতো আলোকপাত কৰিছে। মই কলেজত সোমোৱাৰ লগে লগেই বিদ্যাবিনোদে কলেজৰপৰা অৱসৰ লৈছিল; কিন্তু তেওঁৰ স্মৃতি কলেজ প্ৰাঙ্গণত সেউজীয়া হৈ আছিল। ভট্টাচাৰ্য নিকপকটীয়া সনাতনী আছিল। তেওঁ হেনো পাওকটি খোৱাৰ বাবে পুত্ৰেকক আৰু পুত্ৰেকক পাণ খাবত প্ৰশ্ৰয় দিয়াৰ বাবে বোৱাৰীয়েকক ঘৰৰপৰা উলিয়াই দিছিল। তেওঁ আৰু লক্ষীবাবুৱে নিতৌ লুইতত স্নান কৰি তিতাবুৰা গাৰে একো কলহ পানী ঘৰলৈ আনিছিল। টমাছে ন চাহাবৰপৰা বিভাটিৰে হেনো কালৰি কাটি আঁতৰি ফুৰিছিল কেনেবাকৈ খৃষ্টান-স্পৰ্শত গাটো চুৱা যায় বুলি। অসমত বৃহত্তৰ বঙৰ সপোন দেখোঁতা সকলৰ ভিতৰত ভট্টাচাৰ্য মহাশয়ো আছিল এজন ডাঙৰ পাণ্ডা। গৌৰীপুৰত বহা বঙ্গ সাহিত্য সভাত তেওঁ দিখন অভিভাষণ পাঠ কৰিছিল তাত অসমীয়াবিলাকক চহকী বঙভাষা গ্ৰহণ কৰিবলৈ বিনামূলীয়া উপদেশ দিছিল। সাহিত্যৰথী বেজবৰুৱাই অৱশ্যে সেই ভাষণৰ জোৱাই-জোখাই উত্তৰ দি 'বাঁহী'ৰ পাততে চুণ চাই লোপা দিছিল। লক্ষীনাথ চেটাৰ্জীৰ তলত পাঠ লবলৈ মোৰ সৌভাগ্য হোৱা নাছিল যদিও সংস্কৃত পঢ়া লগৰীয়াবিলাকৰ মুখত তেওঁৰ উচ্ছসিত প্ৰশংসা শুনিছিলোঁ। কালিদাসৰ শকুন্তলা নাট তেওঁ হেনো এনে মনোগ্ৰাহীকৈ উপস্থাপন কৰিছিল যে ছাত্ৰবিলাকে চকুৰ আগতে যেন শকুন্তলা নাটৰ অভিনয় দেখা যেন অনুভৱ কৰিছিল। নিয়মিতভাৱে তেওঁ প্ৰতি দেওবাৰে ঘৰত আৰু সনাতন ধৰ্মসভাত গীতা ভাগৱত ব্যাখ্যা কৰিছিল। কেতিয়াবা দুই এটা বক্তৃতাও হয়তো শুনিছিলোঁ; কিন্তু কলেজত কোনোদিনে মই তেওঁৰ সান্নিধ্যলৈ অহা নাছিলোঁ আৰু তেওঁ মোক চিনি পাই বুলিও কবা নাছিলোঁ—চিনি পাবৰ হেতুও নাছিল। কিয়নো কলেজৰ কোনো ক্ষেত্ৰতে মই জাকত-জিলিকা হব পৰা

নাছিলোঁ। মই কলেজ এবাৰ তিনি চাৰি বছৰমান পিছত এটি সৰু ঘটনাই মোক বিস্ময়াভিভূত কৰি তুলিছিল। দিনৰ এঘাৰমান বজাত মই পাণবজাৰৰ ফালে গৈছিলোঁ। কলেজৰ এটা ঘণ্টা পৰিছে। শ্ৰেণীবোৰত ল'ৰা সালসলনি হৈছে। কোনোবোৰ মূল কলেজৰপৰা গৈছে, কোনোবোৰ আহিছে। এজাক ল'ৰাৰ মাজত ময়ো সোমাই পৰিলোঁ। আচম্বিতভাৱে পাছফালৰপৰা কোনোবাই পিঠিত চাপৰ মৰাত ঘূৰি চাই দেখা পালোঁ লক্ষ্মীবাবুক। তেওঁ মোক ক'লে-"অতুল! আমি তোমার লেখা পড়েছি। পড়ে আনন্দ পাই। আশীর্বাদ করছি বড় লেখক হও।" এনেভাৱে অপ্ৰত্যাশিত আশীৰ্বাদ পাই সেইদিনা লক্ষ্মীবাবুলৈ মোৰ শ্ৰদ্ধাত মূৰ দোঁ খাই পৰিছিল। মই তেওঁৰ ছাত্ৰ নাছিলোঁ, বঙালী লেখকো নাছিলোঁ, তথাপি এজন প্ৰাক্তন কটনিয়ান আৰু নগণ্য অসমীয়া লেখকক আশীৰ্বাদ দিব পৰাটো নিশ্চয় মহানুভৱতাৰ পৰিচায়ক। কলেজৰপৰা অৱসৰ লৈ গৈ তেওঁ ডাটীৰ ফালে আছিলগৈ। তাতে গীতাৰ বঙলা অনুবাদ আৰু ব্যাখ্যা সহ এখন সকলোৱে বুজিব পৰাকৈ ভগবদ্গীতা সম্পাদন আৰু প্ৰকাশ কৰি উলিয়াই গীতাপ্ৰেমীসকলৰ মাজত বিনামূলীয়াকৈ বিতৰণ কৰিছিল। মোলৈকো সেই মনোৰম গীতা এখনি ৰেজিষ্টি ডাকযোগে গাঁঠিৰ ধন ভাঙি পঠাই দিছিল। সেই পুথিখন মই আজিও আটোমটোকাৰিকৈ সাঁচি ৰাখিছোঁ।

## স্মৰণীয় প্ৰসঙ্গ

আমি কলেজত সোমোৱাৰ লগে লগেই মই কটনৰ বিখ্যাত 'মান্থ্লি' বা মাহেকীয়া পৰীক্ষাৰ লগত ভেটাভেটি হ'বলগীয়া হৈছিল। এটা পৰীক্ষাৰ উত্তৰৰ কাকতবোৰ পাওঁ নো পাওঁতেই আন এটা পৰীক্ষা হাজিৰ হয়। পৰীক্ষা নিদিলেও বিপদ। জৰিমনাটো আছেই, তদুপৰি বছেৰকীয়া পৰীক্ষাতো বিপদৰ আশঙ্কা। "পড়ে, পড়ায়, বোৱে পাণ, ই তিনি নিচিন্তে আন।" আমাৰ দিনত কটন কলেজত এই কথাষাৰ আখৰে আখৰে প্ৰতিফলিত হৈছিল। খেল-ধেমালি, গান-বাজনা, সভা-সমিতি সকলো গৌণ, পঢ়াটোহে মুখ্য। বহুবাই কাৰখানাত কাম কৰাৰ দৰে ছাত্ৰয়ো কেৱল পঢ়িবহে লাগিছিল। সাংস্কৃতিক অনুষ্ঠান, সঙ্গীত সন্মিলন আদি ছমাহে তিনিমাহে পতা হৈছিল যদিও সেইবোৰৰ দিন ধাৰ্য কৰা হৈছিল শনিবাৰ বা আন কোনো বন্ধৰ আগদিনাহে যাতে কলেজৰ দিনেকীয়া পাঠ প্ৰস্তুত কৰাৰ কোনো অসুবিধা নহয়। সেইদিনত আজিকালিৰ দৰে কলেজ সপ্তাহ নাছিল, আলোচনা চক্ৰ নাছিল, হুলস্থূলীয়া নিৰ্বাচনী অভিযান নাছিল, বিভিন্ন দিবস নাছিল, বাৰটা নাহত তেৰটা উছৱ নাছিল। কলেজৰ অধ্যাপকসকলে মাজে মাজে তেওঁলোকৰ বিষয়ৰ লগত সঙ্গতি থকা একোটা বক্তৃতা দিছিল আৰু লণ্ঠন ছবিৰ যোগেদি ছেক্সপীয়েৰৰ মেকবেথ, ৰোমিও-জুলিয়েট, এজ ইউ লাইক ইট্ আদি নাটবোৰ প্ৰদৰ্শন কৰিছিল আৰু লগে লগে ব্যাখ্যা কৰি গৈছিল। সেইদিনত বোলছবি নাছিল সেইকাৰণে শিক্ষাপ্ৰদ ছাঁয়াছবিবোৰ আমি আগ্ৰহেৰে উপভোগ কৰিছিলোঁ।

### এ. এচ. এল. ক্লাব

গৈয়েই দেখা পাইছিলোঁ এদিন সন্ধিয়া এ. এচ. এল. ক্লাবৰ আড়ম্বৰপূৰ্ণ বছেৰেকীয়া

অধিবেশন পতা হৈছিল পশ্চিম গেলেৰীত। গীত, বক্তৃতা, আবৃত্তি, ধুহতীয়া অভিনয় আদিৰে সভাখন বৰ উপভোগ্য হৈছিল। সভাপতি হৈছিল শ্ৰীপূৰ্ণ গোহাঞি, সম্পাদক আছিল শ্ৰীহৰিনাথ শৰ্মা। সেই সময়ত এই এ. এছ. এল. ক্লাবৰ গোটেই অসমতে বৰ নাম আছিল। ইয়াৰ বছেৰেকীয়া অধিবেশনবোৰ সাহিত্য সভাৰ অধিবেশনৰ দিচিনাই চকুত লগা হৈছিল। এ. এছ. এল. ক্লাবৰ হাতেলেখা মুখপত্ৰখনৰ নাম আছিল সেউতী। সেই সভাত সেউতীৰ পাঁচজনীয়া সম্পাদনা সমিতি এখনো গঠন কৰি দিয়া হৈছিল। মোৰ নামটোও প্ৰস্তাৱিত হৈছিল যদিও ছাত্ৰাবাসৰ ছাত্ৰবিলাকে সৰহীয়া ভোটেৰে তেওঁলোকৰ প্ৰাৰ্থীকে বাছনিত তোলাত মোৰ নামটো তল পৰিল।

## সৰস্বতী পূজা

সেই সময়ত কটনৰ সৰস্বতী পূজায়ো নগৰৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। নগৰত তেতিয়া আজিকালিৰ দৰে চুবুৰীয়ে চুবুৰীয়ে আৰু কটনৰ প্ৰতিখন ছাত্ৰাবাসতে সৰস্বতী পূজা পতা নহৈছিল। কলেজৰ দুই নম্বৰ মেছৰ চোতালত পতা পূজাখনেই আছিল আটাইকেইখন ছাত্ৰাবাসৰে পূজা, গোটেই কলেজখনৰে পূজা। অধ্যাপকসকলৰো পূজা। পূজাৰ দিনা আবেলি পতা সাৰস্বত অধিবেশনখনি বিশেষভাৱে চমকপ্ৰদ হৈছিল। ছাত্ৰৰ উপৰিও কলেজৰ প্ৰায়বিলাক অধ্যাপক আৰু নগৰৰ বিশিষ্ট দৰ্শকে তাত যোগ দিছিল। এই সভাখন শিক্ষক-ছাত্ৰৰ জাতীয় সভাৰ দিচিনা হৈছিল। চাহাব অধ্যাপকসকলেও সৰস্বতীৰ মাহ-চাউলৰ ভাগ লৈছিল, হোমৰ ছাঁইৰ ফোট লৈছিল, সেলেঙী লগাই খিলি তামোল খাইছিল, মুঠতে সেইদিনা তেওঁলোকে যেন বাণী দেৱীৰ উপাসক হৈ পৰিছিল। ব্ৰাউন চাহাবে তেওঁৰ বঙলাত পায়স বন্ধায়ো সেই উপাদেয় খাদ্যৰ জুতি চাইছিল। হাস্য-ৰসাত্মক ৰচনা, আবৃত্তি, বৈত সঙ্গীত আদিয়ে সকলোকে আমোদ দিছিল। খাচী-গাৰো-মিজো আদি জনজাতীয় ছাত্ৰবিলাকেও এই অনুষ্ঠানত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ধুহতীয়া ৰচনা লেখকসকলৰ ভিতৰত মোৰ লগৰীয়া দেৰগাঁৱৰ হৰিপ্ৰসাদ খাউণ্ড আৰু ফণী দত্তও (ৰেজিষ্ট্ৰাৰজন নহয়) আছিল। অভিবাবুৰেও (অভিৰাম দাস) হাঁহিৰ খোৰাক যোগাইছিল। এজন মদন বৰুৱা আৰু নগেন গগৈৰ ধুহতীয়া বৈত নৃত্যগীত বৰ উপভোগ্য হৈছিল। নগেন গগৈয়ে নেপালী গীত এটি গাইছিল। তেওঁক আচল নেপালী যেনেই লাগিছিল। এইবোৰ নিৰ্দোষ ৰং-ধেমালি চাই প্ৰফেছৰসকল আৰু সপত্নীক পি. চি. ৰায় চাহাব উলাহৰ মাদলী হৈ পৰিছিল। পি. চি. ৰায়ে লগৰীয়া অধ্যাপকসকলৰ মাজে মাজে টিপ্পনী দি বুজাই দিছিল আৰু চেহ্ চেহ্ কৈ হাঁহিৰ খলকনি তুলিছিল।

এ. এছ. এল. ক্লাবে মহাপুৰুষ দুজনাৰ তিথিও বৰ নিষ্ঠাৰে পাতিছিল, অৱশ্যে এই সভাত সকলো ছাত্ৰই সম্প্ৰদায়নিৰ্বিশেষে যোগ দিয়া নাছিল। তেওঁলোকে বছৰ দিনত সভাত যোগ নিদি উজনীয়া গৰুৰ দৰে ইকালে সিকালে ওলাই গৈছিল। এনেবোৰ সভালৈ দাৰ্শনিক কবি কমলাকান্ত ভট্টাচাৰ্য ডাঙৰীয়া প্ৰায়েই গৈছিল আৰু সমঝুৱাই শুনক বা নুশুনকেই, বুজক বা নুবুজকেই তালৈ ভ্ৰুক্ষেপ নকৰি একোটা দীঘলীয়া বক্তৃতা দিছিল। আমাৰ

যেঞ্চি মুখনমানৰ বাহিৰে আৰু চার্জত থকা অধ্যাপক শ্রীদিবাকৰ গোস্বামীৰ বাহিৰে শেষৰ ফালে দর্শক প্রায় নোহোৱাই হৈছিল। তথাপি ভট্টাচাৰ্যই অনর্গলভাৱে বক্তৃতা দি আছিল। আঁমি বান্দৰবিলাকে তেতিয়া নাৰিকলৰ মোল বুজা নাছিলোঁ।

### পেণ্ডোমোনিয়াম

বছেৰেকীয়া পৰীক্ষা আৰু বাছনি পৰীক্ষাৰ অধ্যাপকসকলৰ সভাখনক পেণ্ডো-মোনিয়াম বা 'নৰকৰ সভা' বোলা হৈছিল। এইটো অৱশ্যে ছাত্ৰৰ মাজত প্রচলিত নামহে আছিল। এই সভাত হেনো কোনো এজন অধ্যাপকে কোনো এটা বিষয়ত 'ভেটো' প্রয়োগ কৰিলে সেই লৰাঁজনৰ সেই বছৰলৈ চিলিম ছিগে। তেতিয়া অধ্যাপকে ছাত্রক বৰকৈ আসৈ দিয়া নাছিল আৰু কোনোবাই কিবা গর্হিত কৰিলে পেণ্ডোমোনিয়ামত তাৰ পোতক তুলিছিল। এইবোৰ অৱশ্যে শুনা কথাহে, কিমানদূৰ সঁচা ক'বনোৱাৰো। এইটো হ'লে ঠিক যে আমাৰ দিনত পৰীক্ষাত অলপ বেয়া কৰা ল'ৰাবোৰৰ ভয়ত মুখ শুকাই টেমী যেন হৈছিল। হাতীৰ দাঁত এবাৰহে ওলায়। পেণ্ডোমোনিয়ামত বহি স্থিৰ কৰা ফলাফল কেতিয়াও লৰচৰ নহয়।

### খেল-ধেমালি

সকৰেপৰা কোনো খেল-ধেমালিৰে মই সক্রিয় অংশীদাৰ নাছিলোঁ। যদিও খেল-ধেমালিৰ প্রতি যে মোৰ ধাউতি নাছিল বা নাই এনে নহয়। তাহানি জজপথাৰ আৰু নিউফিল্ডত হোৱা বিভিন্ন খেল আৰু টুৰ্ণামেণ্টৰ নিয়মিত দর্শক নহলেও প্রায়েই গৈছিলোঁ। খেলপথাৰত টিকট প্রবর্তনত শ্রেণীবিভাগ হোৱাত আৰু দর্শকৰ হেচাঠেলাত পেটু ওলাব-লগীয়া অৱস্থাৰ পৰাহে মই খেল চাবলৈ এৰিছোঁ, তথাপি খেল-জগতৰ খা-খবৰবোৰ অনাতাঁৰ আৰু বাতৰি কাকতৰ যোগেদিয়ে আহৰণ কৰি আজিও ভাল পাওঁ।

মই পঢ়া দিনত অসমৰ খেল-জগতত কটন কলেজ সদায় শীর্ষস্থানত আছিল—গুৱাহাটীৰ খেলমাটিতো কটন কলেজেই দর্শকৰ অধিক দৃষ্টি আকর্ষণ কৰিছিল। কটন কলেজৰ খেলত অধ্যাপক পি. চি. ৰায় মছগুল হৈ পৰিছিল। কটনৰ দলক জিকাবলৈ তেওঁ আপ্রাণ চেষ্টা কৰিছিল, খেলত থকা নামকৰা ল'ৰাবিলাকক নানাপ্রকাৰে উদগণি দিছিল। কটনৰ বেছিভাগ অধ্যাপকেই কটনৰ দল বিজয়ী হোৱাৰ প্রতি চকু ৰাখিছিল। জনচেৰেকে ল'ৰাৰ লগতে মাজেসময়ে নিজেও খেলত নামিছিল। পি. চি. ৰায়, আনন্দ বাবু, হৰ্ষবাবু আৰু ৰাধাবাবুৰে ৰেফাৰী হৈ খেল পৰিচালনা কৰিছিল। তেতিয়াৰ দিনত পৰীক্ষা পাছ কৰি ৰেফাৰী হোৱাৰ নিয়ম নাছিল। গুৱাহাটীৰ বিশিষ্ট লোকসকলৰ মাজৰপৰাই ৰেফাৰী বছা হৈছিল। ফুটবল খেলতে অধিক গুৰুত্ব আৰোপ কৰা হৈছিল, তাৰ পিছতে টেনিচ আৰু ক্রিকেট। হকীখেল কাচিৎহে হৈছিল। নিউফিল্ডখন আছিল কটন কলেজ আৰু কলেজিয়েট স্কুলৰ উমৈহতীয়া। জজফিল্ড টাউন ক্লাবৰ আৰু লতাশিল ফিল্ড যুনিয়ন ক্লাবৰ। টুৰ্ণামেণ্ট হৈছিল নিউফিল্ডত। আৰু আনবোৰ তাতৰ খেল হৈছিল জজ পথাৰত। খেলজনা ল'ৰাই কলেজত বহুত ওপৰঞ্চি সুবিধা পাইছিল আৰু বাইকৈ পি. চি. ৰায়ৰ শুভ দৃষ্টি লাভ কৰিছিল। কলেজৰ খেলৰ বাবে কলেজ আধাচুটী মইছিল

কিন্তু খেলুৱৈবিলাকক প্ৰকৃতিৰ মাজে একটামান আগতে যাবলৈ দিয়া হৈছিল। ছুদৰাচে'ন চাহাবে পঢ়াশুনাতে সৰ্বাধিক গুৰুত্ব আৰোপ কৰিছিল যাবে খেল-ধেমালিৰ ক্ষেত্ৰতো কলেজক আগলৈ হেঁচুকি দিছিল অধ্যাপক পি. চি. ৰায়ৰ যোগেদি।

মই কলেজত সোমায়েই এখন উপভোগ্য খেল দেখা পাইছিলোঁ। সেই খেলখন হৈছিল কটন কলেজ আৰু ভিক্টোৰিয়া ক্লাবৰ মাজত। নকৈ গঠিত ভিক্টোৰিয়া ক্লাবৰ নিজা শক্তি নাছিল। কটনৰ খেলুৱৈ দলত স্থান নোপোৱা দৈৱচন্দ্ৰ তালুকদাৰ, ৰত্নেশ্বৰ বৰদলৈ প্ৰমুখ্যে জনচেৰেক কটনিয়ানে তলে তলে এই দলটো পুৰঠ কৰি তুলিছিল। খেল-পথাৰত কটনৰ বিপক্ষে কেইজনমান কটনিয়ানে বিদ্ৰোহৰ নিচান তোলা দেখি পি চি. ৰায় চাহাবে প্ৰমাদ গণিলে। তেওঁ ততালিকে কটনিয়ান কেইজনক খেলৰপৰা বিৰত কৰিবলৈ এনে কাম দণ্ডনীয় বুলি এখন জাননী অহৰমলৰ যোগেদি পঠাই দিলে। কটনিয়ান কেইজনে "কলেজৰ জাননী কলেজত দেখুৱাবি, খেলপথাৰত নহয়" বুলি সেই জাননী ঘূৰাই পঠালে। তুমুল প্ৰতিদ্বন্দ্বিতাৰ মাজেদি খেল চলিবলৈ ধৰিলে। দৈৱ তালুকদাৰেই সেইদিনা বল লৈ এনে একোটা চোচা লৈছিল যে কোনোমতেহে কটন ৰক্ষা পৰিল। পি চি. ৰায়ৰ মুখলৈ পানী আহিল। খেল অমীমাংসিতভাৱে শেষ হ'ল। পিছদিনা অৱশ্যে নিষেধাজ্ঞা জাৰি হোৱাত বিদ্ৰোহী কটনিয়ান কেইজনে খেলিব নোৱাৰিলে আৰু হেলাৰঙে কটনে জয়লাভ কৰিলে।

মই কলেজত পঢ়া দিনত বিশেষভাৱে উল্লেখযোগ্য আৰু তিনিখন তীব্ৰ প্ৰতিদ্বন্দ্বিতা-মূলক খেল হৈছিল। এখন হৈছিল কটন কলেজ আৰু ডিব্ৰুগড়ৰ বেৰি হোৱাইট স্কুলৰ মাজত। যেন গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ চাৰিদিন একেৰাহে তুমুল প্ৰতিযোগীতাৰ মাজত এই খেল চলিছিল। অৱশেষত বেৰি হোৱাইটে অমীমাংসিতভাৱে খেল এৰি গুচি যাবলগীয়া হৈছিল ঘৰৰপৰা ডাক পৰাত। আন দুখন প্ৰদৰ্শনীমূলক খেল হৈছিল কটন কলেজ আৰু ঢাকাৰ জগন্নাথ কলেজ, কটন কলেজ আৰু ৰাজছাহী কলেজৰ মাজত। তেতিয়াৰ দিনত আজিকালিৰ দৰে আন্তঃৰাজ্যিক খেল অসমত নহৈছিল। বঙ্গদেশৰ দুৰ্দ্ধৰ্ষ দল দুটাই উত্তৰ বঙ্গ জয় কৰি কটনৰ লগত ফেৰ পাতিছিলহি। কটনক জয় কৰিব পাৰিলেই অসম জয় কৰাৰ নিচিনা হয়। দুয়োখন খেল চাবলৈ খেলপথাৰত অগণন দৰ্শকৰ সমাবেশ হৈছিল। গুৱাহাটীৰ সকলো ৰাইজে কটনৰ ফালেই অনুপ্ৰেৰণা যোগাইছিল। কটনৰ খেলুৱৈবিলাকেও কটনৰ সন্মান, অসমৰ সন্মান ৰাখিবলৈ মৰো জীউ সো আধিকৈ যুঁজিছিল। দুখৰ বিষয় দুদিনকৈ খেলি কটন কলেজে দুয়োখন খেলতে দ্বিতীয় দিনা জয়সূচক গ'ল এটা দিবলৈ সক্ষম হৈছিল।

সেই সময়ত বছৰি তিনিখন ডাঙৰ খেল এই পথাৰত অনুষ্ঠিত হৈছিল। প্ৰথমখন হৈছে প্ৰসেনজিৎ কাপ। পি. চি. ৰায়ে তেওঁৰ পুতেক প্ৰসেনজিৎ ৰায়ৰ নামত এই কাপটো দিছিল। দ্বিতীয়খন আছিল ৰায়চাহাব শিল্ড। কটন কলেজিয়েট স্কুলৰপৰা সৰবৰহী হেডমাষ্টৰ মহেন্দ্ৰ গুপ্তৰ অৱসৰ উপলক্ষে কলেজিয়েট স্কুলৰপৰা এইখন শিল্ড

আগবঢ়োৱা হৈছিল। অসমৰত্ন মাণিকচন্দ্ৰ বৰুৱা স্বৰ্গী হোৱাত বৰুৱাদেৱৰ স্মৃতিৰক্ষাৰ বাবে কটন কলেজৰ উদ্যোগতে মাণিকচন্দ্ৰ বৰুৱা শিল্ড প্ৰতিযোগিতাৰ দিহা কৰা হৈছিল। এই খেল বহু বছৰ ধৰি গুৱাহাটীত বিপুল উৎসাহ-উদ্দীপনাৰ মাজেদি অনুষ্ঠিত হৈছিল আৰু অসমৰ আন ঠাইৰ খেলুৱৈৰ দলেও আহি বল-যুদ্ধত অৱতীৰ্ণ হৈছিল। তেতিয়াৰ দিনত বৰদলৈ ট্ৰফী, স্বাধীনতা দিবস কাপ আদিৰ জন্ম হোৱা নাছিল। এই কেইখন খেল উপলক্ষে গুৱাহাটী ক্ৰীড়া জগতত দলদোপ হেন্দোলদোপ লাগিছিল। এতিয়া ৰণত পৰি কলীয়া, তেল নেপাই ফপৰীয়া হলেও কটন কলেজেই খেল-জগতত দুৰ্দ্ধৰ্ষ আৰু প্ৰায়েই অপৰাজেয় আছিল। দ্বিতীয় মহাসমৰৰ পিছৰপৰাহে সকলো ওলটপালট হৈ গ'ল। বয়স বাঢ়ি অহাৰ লগে লগে কটন কলেজৰো কঙ্কাল পৰিল, অসমৰ খেল-জগতলৈকো পৰিবৰ্ত্তন আহিল। এতিয়া কলেজীয়া শিক্ষাৰ বিকেন্দ্ৰীকৰণে কটনক নিশকতীয়া কৰিলে। বৰদলৈ ট্ৰফী, স্বাধীনতা দিবস কাপ আদিয়ে এসময়ৰ শিৰফুটা মাণিক বৰুৱা শিল্ড, প্ৰসেনজিৎ কাপ আদিক হাতে নেমাৰিলেও ভাতে মাৰিলে বুলি কব পৰা যায়।

সেই সময়ত মোৰ লগৰীয়া নামজলা খেলুৱৈ কেবাজনো আছিল। টেনিচত কৃষ্ণকুমাৰ ছেত্ৰেনা, গৌৰী কটকী, হিৰণ্য ভূঞা প্ৰভৃতিয়ে নাম কৰিছিল। এওঁলোকৰ লগত প্ৰফেছাৰসকলে আৰু চাহাবৰিলাকেও মাজে সময়ে প্ৰদৰ্শনী খেল খেলিছিল। ফুটবলত মোৰ তিনিজন সহপাঠী কণক পাঠক ৰত্নপাল দাস আৰু কণী পাঠকক পি. চি. ৰায়ে 'চাইনিজ ৱাল' চীনৰ প্ৰাচীৰ বুলি আখ্যা দিছিল। এই তিনিজন হাফবেকৰ মাজেদি বল সৰকাই নিব পৰাটো সহজ কথা নাছিল। তিতপখিলা হেমন্ত গুহই বল পালে বগিয়া-বগিকৈ চকুৰ পলকতে বল নি গলত সুমাই দিছিল। ঘুটমুটীয়া দৈব তালুকদাৰে ওখ খেলুৱৈৰ ভৰৰাভৰিৰ মাজেদি সৰকি কোনেও টলকিব নোৱাৰাকৈ গলত বল ভৰাইছিল। দক্ষিণ দেউকাত কল নবীন শৰ্মাই তেজী ঘোঁৰাৰ দৰে চেকুৰ মেলিছিল। কুল বৰুৱাই ভৰিত বল পৰিলে কোনোবা লম্বালৈ মাৰি পঠিয়াইছিল। কদ্ৰ বৰুৱাই বলটো পালে চেলা-পেটী জোকে ধৰাদি লাগি নিজৰ সীমাৰপৰা' বাহিৰ উলিয়াই দিহে এৰিছিল।

**কটন কলেজ মেগাজিন**

ছপা মুখপত্ৰ প্ৰকাশ হোৱাৰ পূৰ্বে আৰু কিছুদিন পিছলৈকো হাতেলেখা অসমীয়া আলোচনী 'সেউতী'য়েই কটনিয়ান বিলাকৰ সাহিত্যৰ জেউতি আছিল। ১৯১৮ চনৰে পৰা কটন কলেজৰ ছপা মুখপত্ৰ এখন উলিয়াবলৈ গুণাগঁথা কৰা হৈছিল যদিও ভাষা-সমস্তাই বাটভেটি ধৰাত আলোচনীখন প্ৰকাশৰ প্ৰস্তাবটো ১৯২২ চনলৈকে ওল পৰি আছিল। অৱশেষত কেৱল ইংৰাজী ভাষাৰেই কাকতখনি প্ৰকাশ কৰিবলৈ সিদ্ধান্ত লোৱা হয় আৰু ১৯২২ চনৰ ১ ডিচেম্বৰত অধ্যাপক আৰ. চি. গফিন চাহাবৰ সম্পাদনাত প্ৰথম সংখ্যা 'কটন কলেজ মেগাজিন' ছপা হৈ ওলায়। ১৯৩৩ চনত আলোচনীখনৰ নাম সলাই 'কটনিয়ান' কৰা হয় আৰু ইয়াৰ সম্পাদনাৰ ভাৰ অধ্যাপকৰ হাতৰপৰা ছাত্ৰৰ হাতলৈ আহে। ইংৰাজী ভাষাত আলোচনীখন প্ৰকাশ হোৱাত সাময়িকভাৱে বাক-বিতণ্ডাৰ ওৰ পৰিছিল যদিও

তাত অসমীয়া ভাষাই ন্যায্য স্থান নোপোৱাৰ বাবে অসমীয়া ছাত্ৰবিলাকৰ মনত অসন্তুষ্টিৰ ভাব তুঁহজুইৰ দৰে তলে তলে উমিউমি জ্বলি আছিল। অসমীয়া ছাত্ৰবিলাকে আলোচনীত ইংৰাজীৰ লগতে অসমীয়া ভাষা থকাটোও বিচাৰিছিল; কিন্তু জনচেৰেক বঙালী অধ্যাপকে অসমীয়াৰ সমানে বঙলা ভাষাকো আলোচনীখনত ঠাই দিবলৈ ভলংঘুচবীয়াভাৱে চেষ্টা চলাই আছিল আৰু প্ৰিন্সিপাল টমছন চাহাবকো ভিতৰি কাণৰ কাষত মন্ত্ৰ দি আছিল।

১৯২৭ চনত ছাত্ৰৰ অসন্তুষ্টিয়ে প্ৰকাশ্য ৰূপ ধাৰণ কৰিলে। কটন কলেজ ইউনিয়নৰ পৰা জোৰেৰে দাবী জনোৱা হ'ল যে আলোচনীখনত ইংৰাজীৰ লগতে একমাত্ৰ অসমীয়া ভাষাকহে স্থান দিব লাগে। এই ন্যায়সঙ্গত দাবী মানি নললে কটন কলেজ ৰিপোজন নিখয়ে বৰ্জন কৰা হব বুলিও প্ৰিন্সিপালক স্পষ্টভাৱে জনাই দিয়া হ'ল। সমূহ কলেজীয়া ছাত্ৰই শান্তিপূৰ্ণভাৱে বিক্ষোভ চলাবলৈ সাজু হৈছিল। ছাত্ৰবিলাকে মূৰ দাঙি থিয় হোৱা দেখি প্ৰিন্সিপাল টমছন চাহাবৰ ধৈৰ্য্যচ্যুতি ঘটিল। তেওঁ ছাত্ৰসকলৰ এই আন্দোলনৰ মূলত এমুঠি অসমীয়া ছাত্ৰ থকা বুলি ধৰি লৈ সেইসকলক শাস্তি দিবলৈ উঠিপৰি লাগিল। আগন্তুক ছাত্ৰবিদ্ৰোহ দমন কৰিবলৈ তেওঁ কটনৰ সমূহ ছাত্ৰ আৰু অধ্যাপকক এখন সভাত গোটাইলৈ এটা গৰম বক্তৃতা দি অনুশাসন নমনা ছাত্ৰবিলাকক কঠোৰ শাস্তি দিয়া হব বুলি ভাবুকি দিলে। হিতে বিপৰীত হ'ল। সেই বক্তৃতাৰ প্ৰতিক্ৰিয়া স্বৰূপে ছাত্ৰশক্তি অধিক সজ্ঘবদ্ধ হ'ল। শ্ৰীঅমিয় কুমাৰ দাস সম্পাদিত অসমীয়া কাকতত (১৭ নবেম্বৰ ১৯২৭ চন) প্ৰকাশিত এখন চিঠি এই প্ৰসঙ্গতে তুলি দিছোঁ, কিয়নো তাতেই সকলো কথা জলজল পটপটভাৱে ওলাই আছে। 'হাইলেণ্ডাৰৰ সিংহগৰ্জন' শিৰোনামাৰে প্ৰকাশিত চিঠিখনত লেখা হৈছিল—

"যোৱা ২১ তাৰিখ (১৯২৭) সোমবাৰে কটন কলেজৰ প্ৰিন্সিপাল ডঃ থমছনে ছাত্ৰসকলক গোটাই লৈ কলেজত পৰকটৰ আন্দোলন চলোৱা বাবে হাইলেণ্ডাৰৰ স্বভাৱোচিত সিংহগৰ্জনেৰে ছাত্ৰসকলক 'ৰাষ্টিকেট' আদি কৰিম বুলি ভয় দেখুৱাই থাকতে এজাউৰি ধমধমনি দিলে। ছাত্ৰসকলৰ আন্দোলন ন্যায়সঙ্গত হৈছেনে নাই এই সম্পৰ্কে আমি আলোচনা নকৰো, কিন্তু discipline-ৰ নাম লৈ সদায় ছাত্ৰসকলক সকলো কথাতেই কঠোৰ শাসন কৰাৰ পক্ষপাতী আমি নহওঁ। এইজন প্ৰিন্সিপালৰ কঠোৰ শাসনত কিছুমান ছাত্ৰ কঠোৰ শাস্তি হব বুলি আমাৰ আশঙ্কা। দুখৰ বিষয় দুজনমান বঙালী অধ্যাপকে ছাত্ৰক বুজনি দিয়া দূৰত থাওক, ঘৰত বঙালী ছাত্ৰসকলক গোটাই যেনি পথ্‌নি সভা পাতি আছে। ছাত্ৰ আৰু অধ্যাপকৰ মাজত সম্ভাৱ নোহোৱাটো বৰ বেজাৰৰ কথা। ছাত্ৰই কিবা দোষ কৰিলেও অধ্যাপকে ক্ষমা কৰি সকলো দোষ গুধৰাবলৈকে চেষ্টা কৰা উচিত। তেওঁলোকৰ মাজত জাতিবিদ্বেষ ভাব শোচনীয় কথা। অসমীয়া ছাত্ৰসকলেও আন্দোলন চলাওঁতে যেন মূল নীতিলৈ লক্ষ্য ৰাখিবলৈ চেষ্টা কৰে যেন। কোনো এটা আন্দোলনে নৈতিক বল গোটাবলৈ হলে ত্যাগ আৰু সাহৰ প্ৰয়োজন' এই কথাষাৰলৈকো ছাত্ৰসকলে লক্ষ্য ৰাখে যেন। সিদিনা প্ৰফেছাৰ আশুতোষ চট্টোপাধ্যায়ৰ এটা 'লেক্‌চাৰ' ছাত্ৰসকলে 'বয়কট'

কৰিলে, কিন্তু এই কথাষাৰেৰে তেখেতলৈ ব্যক্তিগত অশ্ৰদ্ধা দেখুৱা ছাত্ৰসকলৰ উদ্দেশ্য নহয়, কেৱল মাত্ৰ এটা নীতিৰ বাবে এইখিনি দুঃখজনক কাম ছাত্ৰসকলে কৰিবলগীয়া হৈছে বুলি চিঠিৰে জনোৱা হলে ভাল হলহেঁতেন। নিষ্ক্ৰিয় প্ৰতিবোধক মূল ভেটি হৈছে নৈতিক বল এই কথালৈকো ছাত্ৰসকলে লক্ষ্য ৰখা উচিত।"

আন এখন চিঠিত প্ৰকাশ হৈছিল—"প্ৰিন্সিপালৰ যুক্তিবিহীন অমূলক কথাৰ প্ৰত্যুত্তৰ দিবলৈ কটন কলেজৰ অসমীয়া ছাত্ৰসকলে যেন কেতিয়াও পিছ নপৰে। এই বছৰলৈ কলেজ মেগাজিন বয়কট কৰাৰ ছাত্ৰসকলৰ একান্ত কৰ্তব্য হৈছে। প্ৰিন্সিপালে যেন নাভাবে কটন কলেজৰ মেগাজিনত অসমীয়া ভাষাৰ লগত বঙলা ভাষা দিলে কেৱল অসমীয়া ছাত্ৰই আন্দোলন কৰিব আৰু তেওঁ স্বচ হাইলেণ্ডাৰৰ দৰে অগ্নিমূৰ্তি ধাৰণ কৰি ছাত্ৰৰ বিদ্ৰোহ দমন কৰিব। তেখেতক আমি জনাই থওঁ ইয়াৰ দ্বাৰা গোটেই দেশত তেখেতে এটা তুমুল আন্দোলনৰ সৃষ্টি কৰিব মাথোন।" (অসমীয়া, ২১ ডিচেম্বৰ ১৯২৭)।

আমাৰেই দুৰ্ভাগ্য যে অসমত ৰাজ্যিক ভাষা স্বৰূপে অসমীয়া ভাষাৰ স্বীকৃতি লাভৰ বাবে যেনেকৈ ৰাজ্যজুৰি তীব্ৰ আন্দোলন চলাবলগীয়া হৈছিল কটন কলেজৰ আলোচনীত অসমীয়া ভাষাক ঠাই দিবলৈকো একেভাৱে স্বস্ত স্বাৰ্থৰ লগত যুজিবলগীয়া হৈছিল। কটনিয়ানবিলাকৰ এই ন্যায্য দাবীত সমগ্ৰ অসমবাসী সহাৰি জনোৱা হৈছিল আৰু কলিকতাৰ এ. এচ. এল ক্লাবৰ সদস্য সকলেও বিশেষ অধিবেশন পাতি এটা সহানুভূতিসূচক প্ৰস্তাৱ গ্ৰহণ কৰি জনাইছিল—"কটন কলেজ মেগাজিনত এটা ভাৰ্ণাকুলাৰ বিভাগ খুলিবলৈ কৰা দাবী এই সভাই বিশেষভাৱে সমৰ্থন কৰে। আৰু কটন কলেজৰ কৰ্তৃপক্ষই উক্ত ভাৰ্ণাকুলাৰ বিভাগত কেৱল অসমীয়া ভাষাকহে ঠাই দিবৰ কাৰণে কৰা কটন কলেজৰ অসমীয়া ছাত্ৰসকলৰ ন্যায্য দাবী অগ্ৰাহ্য কৰাৰ বাবে প্ৰিন্সিপালৰ কাৰ্যৰ বিৰুদ্ধে ঘোৰ প্ৰতিবাদ কৰি কটন কলেজৰ ছাত্ৰসকলৰ যত্ন আৰু চেষ্টাত সহানুভূতি জনোৱা হয়।" (অসমীয়া, ২১ ডিচেম্বৰ, ১৯২৭)।

শেষ ভালেই সকলো ভাল। সৰ্বোশেষত সজ্ঘবদ্ধ ছাত্ৰশক্তিৰ দৃঢ়তা আৰু অসমীয়া ৰাইজৰ জনমতক উলাই কৰিব নোৱাৰি প্ৰিন্সিপাল টমছন চাহাবে কটনিয়ানসকলৰ মতকে হয়ভৰ দিবলৈ বাধ্য হ'ল। 'কটন কলেজ মেগাজিনত অসমীয়া ভাষা-সাহিত্যয়ো আসন লাভ কৰিলে। অধ্যাপক আশুতোষ চেটাৰ্জীয়ে সম্পাদকৰ পদৰপৰা অব্যাহতি লোৱাত ১৯২৮ চনৰ ছেপ্টেম্বৰ মাহত অধ্যাপক সূৰ্যকুমাৰ ভূঞাই সেই ভাৰ লৈছিল। অসমীয়া ছোৱাৰ সম্পাদনাৰ দায়িত্ব বহন কৰিছিল অধ্যাপক শ্ৰীদিবাকৰ গোস্বামীদেৱে। এই কাকতৰ প্ৰথম অসমীয়া কবিতা হিচাপে ঠাই পাইছিল এই লেখকৰ 'বশিষ্ঠ' নামৰ চৈধ্যপদীৰ কবিতাটো।

### উপসংহাৰ

দুবছৰ পঢ়ি মই আই. এচ. চি. পৰীক্ষাত বহিছিলো। পৰীক্ষা ভালেই হৈছিল; কিন্তু পদাৰ্থবিজ্ঞানৰ প্ৰথম কাকতখনত কেৰোণ লাগিছিল। এই বিভাগটোৰ সকলোকেইটা বিষয় মই সমানে ভাল পোৱা নাছিলো বিশেষকৈ 'ছাউণ্ড' (শব্দ) আৰু 'হিট' (তাপ) এই

ছুখন কিতাপৰ লগত মোৰ বাহিৰোৱা ইমান নাছিল। সেইকাৰণে এইখন কাকতৰ কৌচল পোৱাৰ নম্বৰযানৰ উত্তৰ লেখি গুচি আহিলোঁ। জনপ্ৰতি ল'ৰা হোৱা হলে নিযানতে কিতাপ উলিয়াই দিলেহেঁতেন আৰু দ্বিতীয়বাৰ পৰীক্ষাত বহিবলৈ আগবাঢ়ি নগলহেঁতেন। মোৰ কিন্তু ফলাফললৈ আশা নকৰি শেষলৈ কাম কৰি যোৱা স্বভাৱ। সেইকাৰণে হতাশ নহলোঁ। দুবুৰে মানে বাবা, নমৰে মানে চাবা। যথাসময়ত দ্বিতীয় কাকতৰ উত্তৰ লেখিবলৈ বহিলোঁগৈ। প্ৰথম কাকতত মোৰ কপাল ফুটিছিল যদিও দ্বিতীয় কাকতত কপাল ফুলিল। এইবাৰ নটাৰ নম্বৰৰ উত্তৰ লেখিবলৈ সমৰ্থ হৈছিলোঁ। পৰীক্ষাৰ ফল প্ৰকাশ হোৱাত দেখা পালোঁ যে পদাৰ্থবিজ্ঞানত মই প্ৰথমখন কাকতত ১২ আৰু দ্বিতীয়খন কাকতত ৮৯ নম্বৰ পাইছিলোঁ। মুঠতে আই. এছ. চিও প্ৰথম বিভাগত পাছ কৰিবলৈ সমৰ্থ হৈছিলোঁ। পূৰ্বৰ সঙ্কল্প মতে কলিকতাত ডাক্তৰি পঢ়িবলৈ জলপানীৰ বাবে দৰ্খাস্ত এখন পেলাই থৈছিলোঁ। এটা মাথোন বৃত্তি সেইবাৰ লাভ কৰিছিল ডাঃ পৰেশনাথ বৰুৱাই। বৰুৱাই সেইবাৰ ৰসায়নত অনাৰ্চ সহ বি. এছ. চি পাছ কৰিছিল। জলপানী নেপালেও মই কলিকতাৰ মেডিকেল কলেজত 'ছিট' এটা পালোহেঁতেন যদিহে কলিকতাত ল'ৰা পঢ়ুৱা দেউতাৰ আৰ্থিক সামৰ্থ নাছিল। সেইকাৰণে ডাক্তৰি শিক্ষাৰ মায়া পাৰি এৰি দি কটনতে বি. এছ. চি. শ্ৰেণীত নামটো লগালোঁ। অনাৰ্চ লৈছিলোঁ ৰসায়নত। এবছৰ বিজ্ঞান পঢ়ি একেবাৰে অজ্ঞান হলোঁ, চকুৰে ধোঁৱাকোৱা দেখিবলৈ ধৰিলোঁ। সকলো বিষয়তে মুখস্থ, মুখস্থ, কেবল মুখস্থ। 'ফৰ্মুলা'বোৰ কিতাপ আগত নেথাকিলে কোনো বিষয়তে আগবাঢ়িব নোৱাৰি। এইদৰে দিনে-ৰাতি পঢ়ি মুখস্থ কৰাৰ অভ্যাস মোৰ সমূলি নাছিল। তাৰ ফলস্বৰূপে তৃতীয় বাৰ্ষিক বিজ্ঞান শ্ৰেণীৰ বছেৰেকীয়া পৰীক্ষাত নম্বৰ পৰিল। স্কুল আৰু কলেজীয়া শিক্ষাত (ল পৰীক্ষাৰ কথা বাদ দিলে) জীৱনত এইটোৱে আছিল মোৰ একমাত্ৰ অকৃতকাৰ্যতা। এই অকৃতকাৰ্যতাই অৱশ্যে মোক গোৰ মাৰি গদাতেহে পেলালে কিয়নো মই এই সুবিধাত শিক্ষাৰ গতি-মোট সলাই নোলোৱা হলে বি. এছ. চি. পৰীক্ষা যে মোৰ কাৰণে ভালুকৰ সাঙী হলহেঁতেন এই কথা খাটাং। সেই বছৰ মোৰ অগ্ৰজ বন্ধু ভিক্ষেশ্বৰ নেওগ আৰু দৈৱচন্দ্ৰ তালুকদাৰ দুয়োজনৰে বি. এছ. চি. পৰীক্ষাত নাও বুৰিছিল। নেওগে দ্বিতীয়বাৰ পৰীক্ষা দি পাৰত নাও চপালে, তালুকদাৰ কিন্তু দ্বিতীয়বাৰো বিফল হ'ল। বৃত্তিধাৰী হোৱা স্বত্তেও তেওঁ গ্ৰেজুৱেট হব নোৱাৰিলে। বি. এছ. চি. পৰীক্ষা দিবলগীয়া হ'লে মোৰো একে দশাই নিশ্চয় হলহেঁতেন। মাছৰ মাৰ দেখি তিলে বেত মেলাৰ দিচিনাকৈ নিযানতে মই বিজ্ঞানৰ দুৰ্গম পথ পৰিহাৰ কৰি তৃতীয় বাৰ্ষিক কলা শ্ৰেণীত ভৰ্তি হৈ সুগম পথ বিচাৰি পালোঁ। ইংৰাজী আৰু অসমীয়াৰ উপৰি অৰ্থ আৰু বুৰঞ্জী লৈছিলোঁ। সচৰাচৰ অৰ্থ আৰু বুৰঞ্জী এই চুটা বিষয়ৰ প্ৰতি বহুতৰ কিন্তু মোক এই চুটা বিষয়েই ভৰালে। ১৯২৫ চনত অপেক্ষাকৃতভাৱে কম প্ৰযত্নে বি. এ. বহলাত উটি গ্ৰেজুৱেট হলোঁ।

বুৰঞ্জী পঢ়াইছিল বিজয়বাবু আৰু ভুবনবাবুৱে। দুয়োজনে লোৱা পৰীক্ষাবোৰত মই এটা আমোদজনক অভিজ্ঞতা লাভ কৰিছিলোঁ। ১০০ নম্বৰৰ কাকতখনত ৫০ নম্বৰ বিজয়বাবুৰ ভাগত আৰু ৫০ নম্বৰ ভুবনবাবুৰ ভাগত পৰে। বিজয়বাবুৰ কাকতত মই পাওঁ চৈধ্য শ যোল

নম্বৰ, ভুবনবাবুৰ কাকতত পাওঁ ৪৪ বা তাৰ ওচৰাউচৰি নম্বৰ। সমানভাৱে উত্তৰ কৰা কাকত দুখনত এনেদৰে নম্বৰৰ হেৰফেৰ হয় কিয়? পিছত উপলব্ধি কৰিব পাৰিছিলোঁ যে অধ্যাপক দুজনৰ পৰীক্ষা কৰাৰ স্বকীয়া পদ্ধতিৰ বাবে এনে হৈছিল। বিজয়বাবুৱে বিচাৰিছিল হুবহু কিতাপত থকাৰ দৰে নাইবা তেওঁ দিয়া টোকাৰ দৰে উত্তৰ লেখাটো। সেইদৰে নিলেখি নিজৰ কথাৰে লেখিলে তেওঁ নম্বৰ দিবলৈ টান পাইছিল। ভুবনবাবু কিন্তু আছিল ওলোটা। মূল কথাখিনি স্বকীয় বুদ্ধি-বৃত্তি খটাই নিজাকৈ লেখিব পাৰিলেহে তেওঁ ভাল পাইছিল আৰু তেনে উত্তৰত সৰহকৈ নম্বৰো দিছিল। তেওঁ ল'ৰাক পাছুলৈ নেহেচুকি পৰাপক্ষত আগলৈহে ঠেলিছিল। পিছৰ জীৱনতো বিশ্ববিদ্যালয়ৰ কাকতত মই এই নিচিনা চিকটা পৰীক্ষক বহুত দেখা পাইছোঁ। তেওঁলোকে নম্বৰ দুটা বেছিকৈ দিব লাগিলে গাঁথিৰপৰা ধন দিবলগীয়া হয় বুলি ভাবে। ওৰাদানিকৈ নম্বৰ দিয়া পৰীক্ষকো নোহোৱা নহয়। দুইবিধেই বেয়া। মাজামাজি বাট লোৱাটোৱেই প্ৰশস্ত। বিশেষ কাৰণ নেথাকিলে দিবলগীয়া নম্বৰ কেইটাৰপৰা কাকো বঞ্চিৎ কৰা অনুচিত।

### সহপাঠী

মোৰ কলেজীয়া সহপাঠীবিলাকৰ ভিতৰত বহুতেই ডাঙৰ মানুহ হৈছে, বহুতেই বিভিন্ন ক্ষেত্ৰত দেশৰ গৌৰৱ বৃদ্ধি কৰিছে আৰু জনচেৰেক প্ৰচুৰ সম্ভাৱনাপূৰ্ণ জীৱনৰ পাতনি মেলি ভালকৈ ফুলিবলৈ নৌপাওঁতেই মৰহি গৈছে। তেওঁলোকৰ কথা মাজেসময়ে চেৰেংচেৰেংকৈ মনত পৰে। প্ৰথম বাৰ্ষিক শ্ৰেণীত গলেৰীলৈ সোমাই আহোঁতে এজন ছাত্ৰই আমাৰ সকলোৰে মনোযোগ আকৰ্ষণ কৰিছিল আৰু তেওঁ যে এলাপেচা বিধৰ ল'ৰা নাছিল সেই কথা ধৰিব পাৰিছিলোঁ। চকুত প্ৰখৰ দৃষ্টি, ধকধককৈ বগা, পোজকাটল আনতকৈ বেলেগ। তেওঁ আছিল ৰজনীকান্ত বৰুৱা, পুলিচ বিষয়া শ্ৰীভবানীকান্ত বৰুৱাৰ ককায়েক। এদিন অপ্ৰত্যাশিতভাৱে কলেজলৈ গৈ বতৰা পালোঁ যে আগৰাতি ৰজনী বৰুৱা কলেজৰ ছাত্ৰাবাসৰপৰা অন্তৰ্দ্ধান হৈছে। নাই যে নায়েই, কোনো চিন-মোকামো খৈ যোৱা নাছিল। এইজন ল'ৰাই এনে কিবা এটা অঘটন ঘটাব বুলি আমি আগেয়ে শঙ্কা কৰিছিলোঁ। আন এজন মোৰ সহপাঠি দেৱপ্ৰসাদ দুৱৰা—বিষ্ণুপ্ৰসাদ দুৱৰা ডাঙৰীয়াৰ ৰৰপুতেক। কটনৰপৰা সুখ্যাতিৰে আই. এছ. চি. পাছ কৰি কলিকতাৰ ডাক্তৰি কলেজত নাম লগাইছিলগৈ আৰু তাতে শীতজ্বৰত আক্ৰান্ত হৈ মৃত্যুৰ মুখত পৰিল। অমায়িক, বিনয়ী দেৱপ্ৰসাদ দুৱৰাও দেশৰ এটি উজ্জল ৰত্ন হোৱাৰ সম্ভাৱনা আছিল। প্ৰমোদকান্ত শৰ্মা বৰুৱা নামেৰ মোৰ এজন নলেগলে লগা বন্ধু আছিল, ঘৰ উত্তৰ গুৱাহাটীত, হাতৰ আখৰকেইটা বাখৰৰ দৰে, দুই এটা কবিতাও লেখিছিল। এওঁকো কলিতে ল'ৰা বয়ে লৰি আহি হৰি লৈ গ'ল। মোৰ আন এজন সাহিত্যিক বন্ধু আছিল ডাঃ উমেশচন্দ্ৰ শৰ্মা বৰদলৈ। এওঁ কেবাখনো নাটক লেখিছিল কিন্তু এখনো ছপা প্ৰকাশ কৰি নগল। আই. এছ. চিত ৰসায়ন আৰু পদাৰ্থ বিজ্ঞানত 'পাৰ্টনাৰ' বা সহযোগী আছিল ধৰণীধৰ দাস। এওঁ পিছত ডাঙৰ কৃষি-বিষয়া হৈছিল।

ডঃ হিৰণ্যচন্দ্ৰ ভূঞা আৰু ডঃ মথুৰানাথ গোস্বামী আমাৰ শ্ৰেণীটোৰ উজ্জল নক্ষত্ৰ

আছিল। দুয়োজনে আন ক্ষেত্ৰত (কলিকতা অৰ্থাৎ উপৰিও গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্যৰ পদ অলংকৃত কৰিছিল। ভূঞাৰ বিজ্ঞান-প্ৰতিভা আৰু স্মৰণশক্তি অসাধাৰণ। বহুবছৰৰ পিছত এদিন তেওঁ মোক আই. এছ. চি.-ৰ কোনো নম্বৰটোৰ কথা মনত পেলাই দিছিল, মই কিন্তু হাপুৰ দিনত বাপুৰ বিয়াৰ কথা একেবাৰে পাহৰি গৈছিলো। হৰ্ষবাবু-ৱেও তেওঁৰ অঙ্কৰ পৰীক্ষাৰ বহীত নম্বৰ বঢ়াই দিবলৈ বাধ্য হৈছিল। এটা পৰীক্ষাত হৰ্ষবাবুৱে ভূঞাৰ এটা অঙ্ক ভুল বুলি শূন্য দিছিল আৰু নৰেশ বসু নামৰ বঙালী ছাত্ৰ এজনক ভুল উত্তৰতে পূৰা নম্বৰ দি অঙ্কত প্ৰথম কৰিছিল। হিৰণ্য ভূঞাও সদাই এৰা ভকত নাছিল। তেওঁ পিছদিনা সেই অঙ্কটো কৰি থোৱা ছপা পাঠ্যপুথি এখন আনি হৰ্ষবাবুক দেখুৱাই তেওঁৰ অঙ্কটো কেনেকৈ ভুল হ'ল জানিবলৈ বিচাৰিলে। হৰ্ষবাবুৱে বিমোৰত পৰি নম্বৰ কেইটা দিলে যদিও নৰেশ বসুৰ উত্তৰটো শুদ্ধ বুলি ৰায় দিলে। দুয়োটা উত্তৰেই হেনো শুদ্ধ। আমি তেতিয়া ভাবিছিলোঁ যে কলিকতা বিশ্ববিদ্যালয়ত এইদৰেই অসমীয়া ল'ৰাৰ প্ৰশ্ন কাকতত মাহীমাকৰ আচৰণ কৰা হয় হবলা। জানিব পৰিছিলো এইবাবেই সংস্কৃতত ভাল কৰা জনৰিয়েক টেঙৰ অসমীয়া ছাত্ৰই পৰীক্ষাৰ পংক্ত ৰবোৰৰ পেট নেকাটি তলত ফুট দি অসমীয়া ৰক বঙালী ৰ কৰিছিল যাতে পৰীক্ষকে বহীখন বঙালী ল'ৰাৰ বুলিহে জানে। মোৰ লগৰ শ্ৰীসুশীল কুমাৰ শৰ্মাই (বিবিক শৰ্মাৰ ককায়েক) ভূতত্ত্ব বিজ্ঞানত উচ্চস্থান লভিছিল। শ্ৰীযজ্ঞেশ্বৰ শৰ্মা (প্ৰাক্তন অধ্যক্ষ) আই. এত কলিকতা বিশ্ববিদ্যালয়ত সংস্কৃতত প্ৰথম হৈছিল। ৺মহীচন্দ্ৰ মিৰিয়ে (শ্ৰীমতী ইন্দিৰা মিৰিৰ স্বামী) বন-বিভাগৰ বিষয়া হৈ নাম কৰিছিল। গোৱালপাৰাৰ জ্ঞানেন্দ্ৰ মোহন দাসে জাৰ্মানীলৈ গৈ ডাঙৰ ইঞ্জিনিয়াৰ হৈ আহিছিল, পিছত কি হ'ল নেজানো। আব্দুল হাই আৰু ধৰণীধৰ চৌধুৰী জজ হৈছিল। আৰু বহুত আছে, দুই চাৰিজনৰ নামহে উল্লেখ কৰা হ'ল।

কলেজ এৰাৰ পিছত কোন কলৈ গ'ল আৰু কাৰ কি হ'ল সবিশেষ মই নেজানো। মোৰ সমনীয়া আৰু মোতকৈ সৰু বহুতেই ইতিমধ্যে সংসাৰ এৰি গৈছে। যিবিলাকক অন্তৰঙ্গ হিচাপে পাইছিলোঁ, সেইবিলাকৰ বিয়োগ বাতৰি কাণত পৰিলে বুকু হমহমাই যায়। বহুতৰ জীৱন সফল হ'ল বহুতৰ বিফল হ'ল। নানান বাধা বিঘিনিৰ মাজেৰে পাৰ হ'বলগীয়া হৈছে যদিও মই নিজে মোৰ জীৱন বিফল হোৱা বুলি নেভাবো। ছাত্ৰজীৱনৰ স্মৃতি, কটন কলেজৰ স্মৃতি মোৰ মানসপটৰপৰা কোনোদিনে মচা নেযায়। আজিও আকৌ ছাত্ৰ হ'বলৈ মন যায়, কিন্তু হেৰোৱা দিনবোৰ যে ঘূৰি নাহে—বয়সৰ অনুশাসন, সময়ৰ অনুশাসন অৱজ্ঞা কৰিবলৈ সাধ্য কাৰ? মৃত্যু-দেৱতাই সৌৱা তেওঁৰ কাষলৈহে হাতবাউল দি মাতিব লাগিছে।

## আৰ্ল ল কলেজ

১৯২৮ চনত মই গুৱাহাটী কটন কলেজৰপৰা বি. এ. মহলাত উঠিলোঁ। তাৰ পিছত আজিকালিৰ দৰে আনুকবাবীলৈ লব ধৰিবলৈ সেইদিনত সা-সুবিধা থকা নাছিল আৰু মোৰ দৰে মফচলীয়া ছাত্ৰ এজনৰ পক্ষে কলিকতালৈ গৈ এম. এ. শ্ৰেণীত নাম লগাবলৈ থাউকি

নখকাটো স্বাভাবিক ধনীৰ ঘৰৰ ল'ৰাৰ কথাটো অৱশ্যে স্বকীয়া। তেওঁলোকে লক্ষীৰ সহযোগত কলিকতাত বা আন কোনো নৰদুৰ্লভ ঠাইৰ সৰস্বতীৰ মন্দিৰত সোমাবলৈ ওপজাৰ লগে লগে একোখন পাৰপত্ৰ লৈ আহে। মেধাবী ছাত্ৰসকলৰ দুই চাৰিজনে জলপানী লৈ আৰু আন কিবা প্ৰকাৰে কলিকতালৈ গলেও বেছিভাগেই ইয়াতে কিবা এটা কামত মূৰ গুজিবলৈ যত্ন কৰিছিল। ইয়াৰ উপৰিও সেইদিনত এম. এ. মহলাত উঠিব পৰাটো আজিকালিৰ দৰে ভাতমাছ খোৱা সহজ কথা নাছিল। বি. এ. উপাধিৰ নেজডাল গজাৰ পিছতে তপতে তপতে চাকৰি এটা পোৱাটো জোনাকী যুগত সম্ভৱ হলেও পিছলৈ চাকৰিৰ বজাৰখন মহঙা হৈ উঠিছিল আৰু আমাৰ দিনত দুই এজন ভাগ্যৱন্তৰ বাহিৰে বহুতেই অলপ দিনলৈ হলেও ল কলেজত খৰলি খাবলগীয়া হৈছিল। হয়তো সেইকাৰণেই মুখে মুখে এসাৰ প্ৰবাদ বাক্য চলি আহিছিল, বোলে 'যাৰ নাই অন্য গতি, সি পঢ়ে ওকালতি'। সেয়েহে গুৱাহাটীৰ দীঘলী পুখুৰীৰ পাৰত থকা আৰ্ল ল কলেজখনেই আছিল বহুতৰ পক্ষে তিনি বছৰীয়া জিৰণি ঘৰ।

আকাল-ভঁৰাল নোহোৱাকৈ স্কুলৰ শিক্ষকতা কৰি নীৰৱে সাহিত্য সেৱা কৰাটোৱেই আছিল মোৰ জীৱনৰ একমাত্ৰ হাবিলাষ—লেখৰ ধনী মানুহ হৈ মাটিবাৰী আজি ভাল ঘৰ-দুৱাৰ সজাই লৈ মটৰগাড়ীত উঠি ভ্ৰমণ বিলাসত জীৱন কটোৱা ধাউতি মোৰ কোনো দিনেই নাছিল আৰু আজিও না উকীল হৈ আইন ব্যৱসায় চলোৱাটো মোৰ উদ্দেশ্য নাছিল যদিও ঘৰৰ ভাতমুঠি খাই, দেউতাৰ উপদেশমতে মযো ল কলেজত নামটো লগাই ছাত্ৰজীৱনৰ মিয়াদ আৰু তিনি বছৰলৈ বঢ়াই ললোঁ। উকীল হওঁ বা নহওঁ, ল কলেজত জে. বৰুৱাৰ ছাত্ৰ হবলৈ পোৱাটোও এটা সৌভাগ্যৰ কথা বুলি ভাবিছিলোঁ।

গুৱাহাটীৰ যোৰপুখুৰীৰ পাৰত থকা আমাৰ সৰু ঘৰখনৰপৰা দীঘলীপুখুৰীৰ পাৰত থকা আৰ্ল ল কলেজখন বৰ বেছি দূৰৈত নাছিল। সকৰেপৰা আমাৰ বহুতৰে এই কলেজখনৰ প্ৰতি এটা বিশেষ আকৰ্ষণ আছিল—এই কলেজত এটা আশ্ৰমৰ পৰিবেশ থকাৰ বাবে। আশ্ৰমৰ কুলপতিৰ নিচিনা আৰ্ল ল কলেজৰ অধ্যক্ষ বা মুখ্য আচাৰ্য আছিল জে. বৰুৱা চাহাব বা জ্ঞানদাভিৰাম বৰুৱা ডাঙৰীয়া। এই কলেজখন গুৱাহাটী বিশ্ববিদ্যালয়লৈ হস্তান্তৰিত হোৱাৰ আগলৈকে ইয়াৰ যি স্বকীয় বৈশিষ্ট্য আছিল, বৰ্তমান হুলস্থুলীয়া গুৱাহাটী মহানগৰীৰ মাজত তেনে বিশুদ্ধ পৰিবেশ ক'তো পাবলৈ নাইকিয়া হ'ল।

দীঘলী পুখুৰীৰ পূবপাৰে এতিয়া য'ত সত্যনাথ বৰাৰ হাউলিৰ উত্তৰে গাতে গা লগাই কটন কলেজৰ আৰু সন্দিকৈ কলেজৰ যি নতুন ছাত্ৰী আবাস গঢ় লৈ উঠিছে, তাতেই আছিল এদিন বুৰঞ্জীপ্ৰসিদ্ধ আৰ্ল ল কলেজ। ১৯১৪ চনত অসমৰ চীফ কমিছনাৰ আৰ্চডেল আৰ্ল চাহাবৰ পৃষ্ঠপোষকতাত এই কলেজখনৰ জন্ম হৈছিল। আৰু তেতিয়াৰ দিনৰ চাহাব-প্ৰীতিৰ ৰীতি অনুসৰি কলেজখনৰ নামৰ আগত লাটচাহাবৰ নামটো বহুৱাই দি আৰ্ল ল কলেজ নামকৰণ কৰা হৈছিল। তেতিয়াই কলেজটোৰ পশ্চিম কালেদি যোৱা আলিটোৰ নামো হৈছিল আৰ্ল ৰোড বুলি। তেতিয়াৰ দিনৰ সৰবৰহী বিচাৰক জ্ঞানদাভিৰাম বৰুৱাক অধ্যক্ষৰ পদত মকৰল কৰি এই নৱজাতকৰ লালন-পালনৰ ভাৰ দিয়া

হৈছিল। কলেজৰ দখললৈ অহাৰ পূৰ্বতে এই অকলটোৰ গৰাকী আছিল পৈতৃকসূত্ৰে লোকৰ এজন মাটিগিৰি। জে. বৰুৱাৰ উপৰিও বেণুধৰ অকৰ্ব্যাম ফুকন, সত্যনাথ বৰা আৰু ব্ৰাউন চাহাবে এই কলেজৰ প্ৰথম অধ্যাপক হিচাপে আসন অলংকৃত কৰিছিল। বেণুধৰ ফুকন আৰু বৰাৰ সলনি মই শিক্ষক হিচাপে পাইছিলোঁ ৰমেশচন্দ্ৰ দাস আৰু তীৰ্থনাথ ফুকন ডাঙৰীয়াক। এই সকলৰ কোনোজনেই আমাৰ মাজত নাই যদিও, তেওঁলোকৰ পুণ্যস্মৃতি অসমৰ ইমূৰে সিমূৰে সিঁচৰতি হৈ থকা নবীন-প্ৰবীণ জ্ঞানেমান আইনজ্ঞৰ অন্তৰত মচ নোখোৱাকৈ অংকিত হৈ আছে। তেওঁলোকৰ ছাত্ৰসকলৰ অনেকে জীৱনৰ মাজ শীৰ্ষস্থানত অধিষ্ঠিত হৈছে। লতাশিল থানাৰ সমান্তৰালভাৱে থকা বাপৰিৰে সজা পুৰণি কলেজ ভৱনটো, অলেখ স্মৃতি বিজড়িত জে. বৰুৱাৰ সৰু বঙলাটো আৰু হিন্দু ছাত্ৰ নিবাসৰ টিনৰ ঘৰকেইটা আজিও একেভাৱেই আছে। বিশ্ববিদ্যালয়ে এই কলেজ হাউচটো অধিগ্ৰহণ কৰাৰ পিছত আৰ্ল চাহাবৰ নামটো মচা গ'ল। গড়খাইৰ কাষতে এটা চহৰত নোহোৱা টিনৰ ঘৰ নতুনকৈ উঠিল। পুৰণি কলেজভৱন আৰু এই ঘৰত বিশ্ববিদ্যালয়ৰ প্ৰথম কেইটামানৰ সচিবালয়ো হৈছিল। তাৰেই এটা বোটানীত বিশ্ববিদ্যালয়ৰ অসম একাডেমীয়ে খিতাপি লৈছিল। বিশ্ববিদ্যালয়ে এৰি যোৱাত নামনি অসমৰ ইন্সপেক্টৰ আৰু ডেপুটি ইন্সপেক্টৰৰ কাৰ্যালয়ো ইয়াতে পতা হৈছিল। চাওঁতে চাওঁতে শিক্ষাৰ কাৰ্যালয়বোৰো স্থানান্তৰিত হ'ল আৰু হ্যণ ছোৱালী কলেজৰ ছাত্ৰী নিবাসৰ পকী ঘৰ দুটাই মুকলি পঁহাৰিৰ ওপৰত মূৰ দাঙি থিয় হ'ল। ঘৰৰ কাষতে ঘৰ, বেৰৰ কাষতে বেৰ হ'ল; এতিয়া আৰু আগৰ মুকলি পৰিবেশ অকণো নাই।

জে-বৰুৱা চাহাব

আজিকালি আমাৰ পক্ষে বিলাত আৰু আমেৰিকা দেশ পাকতে ঘূৰি আহিব পৰা ভাতঘৰৰ নিচিনা হৈছে। কিন্তু তাহানি বেতিয়া বোৱা-অহাৰ একো সুচল নাছিল, বিমান-যাত্ৰাটো নাছিলেই, তেতিয়াই জে-বৰুৱা তিনিবাৰকৈ বিলাতলৈ গৈছিল—শিক্ষা-জীৱন আৰু উচ্চ মানসিক জীৱন গঢ়িবলৈ। জীৱনৰ বাল্যকালকে ধৰি এটা দুৰন্ত অংশ সেইবাবে তেওঁ চাহাব-মেমৰ মাজত কটাবলগীয়া হৈছিল। তেওঁ সেই দেশৰ ভালখিনি ললে, বেয়াখিনি এৰিলে; শিষ্টাচাৰ আৰু নিয়মানুবৰ্তিতাৰে জীৱন গঢ়িলে; অকতাৰে ইংৰাজী মাতকথা কবলৈ অভ্যস্ত হ'ল। বেৰিষ্টাৰ জে-বৰুৱা হৈ তেওঁ ভাৰতবৰ্ষলৈ ঘূৰি আহিল। ইচ্ছা কৰা হলে তেওঁ কলিকতাতে থাকি বেৰিষ্টাৰী কৰি প্ৰচুৰ অৰ্থ উপাৰ্জন কৰিব পাৰিলেহেঁতেন। কিন্তু তাকে নকৰি তেওঁ ঘৰৰ দ'ৰা ঘৰলৈ আহি নিজৰ জন্মভূমি এই অসমতে প্ৰথমতে অসম চৰকাৰৰ পৰা 'মুন্সিফ' আৰু এটা দৈ জনসমাজৰ মাজত আৱকৰা হাকিম ( জে-বৰুৱা ) নামেৰে প্ৰখ্যাত হ'ল। তাৰ আগলত বহি আচামীৰ তেওঁ অৰ্থলৈ দিহিছিল কিন্তু তেঁৱেই আকৌ কোনো আচামীয়ে আৰ্থিকতাই হাকেতৰিৰে থকিলে সেই অৰ্থদণ্ডৰ ধন নিজৰ জেপৰ মোনাৰ পৰা পৰিশোধ কৰিছিল। তেওঁৰ হাতত পৰিলে কৰিয়ালীয়ে প্ৰমাদ গণিছিল, আচামীৰ দুখলৈ শাৰী আহিছিল। এনেদৰেই আছিল জে-বৰুৱাৰ হাকিমী জীৱন। বৰুৱা ডাঙৰীয়া কলিকতাৰ বিখ্যাত ঠাকুৰ পৰিয়ালৰ জীয়াৰী

এটি উচ্চ অভিজাত বঙালী পৰিয়ালৰ লগত বিবাহসূত্ৰেৰে আবদ্ধ হৈছিল। ইংৰাজ আৰু বঙালী ব্ৰাহ্মসমাজৰ মাজতো তেখেতৰ জীৱনৰ এছোৱা অতিবাহিত হৈছিল। তথাপি তেখেতে চিৰকালে আন্তেপাতে হাড়েহিমজুৱে অসমৰ অসমীয়া আনন্দাভিৰাম বৰুৱা হৈয়ে থাকিল। 'অসম বুৰঞ্জী' আৰু 'আসাম বন্ধু'ৰ মহাৰথী গুণাভিৰাম বৰুৱা যাৰ সুযোগ্য পিতৃ, চিকুণী দেশৰ সুৰীয়া মাতৰ জন্মদিওঁতা ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা অগ্ৰজপ্ৰতিম দলে-পলে লগা বন্ধু সেই আনন্দাভিৰাম বৰুৱা ইয়াতকৈ বেলেগ কি হব পাৰে? সেইবুলি যে তেওঁ বঙালী আৰু ব্ৰাহ্মসমাজৰ ভালখিনি গ্ৰহণ কৰি তাক অসমীয়া ঠাঁচত ঢালি লোৱা নাছিল এনে কথা ভাবিলে ভুল কৰা হব।

### জে-বৰুৱাৰ শ্ৰেণী

কটন কলেজৰ কটকটীয়া নিয়ম-প্ৰণালীৰ বান্ধৰপৰা মুকলি হৈ মই ল কলেজৰ চাৰিবেৰৰ মাজত সোমাই এক মুকলিমুৰীয়া পৰিবেশৰ মাজত এখন আশ্ৰমত সোমোৱা যেন লাগিছিল। অধ্যক্ষ, অধ্যাপক, আনকি কেৰাণী মুক্তানাথ শৰ্মাদেৱো ব্যক্তিত্বসম্পন্ন সদালাপী আৰু মৰমিয়াল লোক। প্ৰতিজনেই আমাৰ শ্ৰদ্ধা-ভক্তি আকৰ্ষণ কৰিছিল। মই ল কলেজত পঢ়িম বুলি যোৱা নাছিলো, নামটো ৰেজিষ্ট্ৰী বহীত ৰাখি মাহে আঠ টকা মাচুল ভৰি ছাত্ৰ নাম লৈ দিন কটাইছিলো, ইমানেই। আজিকালি কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰৰ অনেক বৃত্তিধাৰী ছাত্ৰই জলপান কেইটকী সৰকাৰৰ উদ্দেশ্যে এখন কলেজত নামটো ওলোমাই থোৱাৰ নিচিনাই মোৰো অৱস্থা আছিল; অৱশ্যে জলপানীৰ মুখ দেখা ভাগ্য মোৰ কোনো দিনে হোৱা নাছিল। ল কলেজত ভৰণিও মোৰ পক্ষে লাভ বুলি ধৰি লৈছিলোঁ। জে-বৰুৱাই লোৱা শ্ৰেণীটো বহিছিল কলেজ ভৱনৰ দক্ষিণ-পশ্চিম বাৰান্দাত। আমি ওপৰত পাৰি থোৱা আৰামী বেঞ্চত বহিছিলো আৰু তেওঁ তলত মাটিত থিয় হৈহে বক্তৃতা দিছিল—কাচিৎ বৰষুণীয়া বতৰতহে ঘৰৰ ভেটিৰ ওপৰলৈ উঠিছিল। বাৰান্দাৰ ওচৰতে এজোপা শেৱালি গছ আছিল। শৰৎ কালত গোটেই শ্ৰেণীটো শেৱালি ফুলৰ গোন্ধেৰে আমোলমোল হৈ পৰিছিল—মোৰ নাকত আজিও সেই শেৱালিৰ সুবাস লাগি আছে। জাৰকালি শ্ৰেণীটো তাৰপৰা স্থানান্তৰ কৰা হৈছিল—মুকলি ঘাঁহনিলৈ। তাতে শুকান ঘাঁহপাত গোটাই একুৰা দপদপীয়া জুই ধৰা হৈছিল বাঘৰ যেজিৰ নিচিনাকৈ। সেই অগ্নিৰ চৌপাশে থিয় হৈ আমি পাঠ লৈছিলোঁ। বৰুৱা ডাঙৰীয়াই বক্তৃতাও দিছিল—মাজে মাজে শুকান গছপাত আনি জাপি দি জুইকুৰাও জলাই ৰাখিছিল; ঠিক যেন তপোবনৰ ঋষি এজনাৰ অগ্নিগৃহত সোমাই আমি মন্ত্ৰ শুনিছিলোঁ।

### জে-বৰুৱাৰ বঙলা

সেইদিনতে আটোম-টোকাৰিকৈ সজোৱা প্ৰিন্সিপালৰ সৰু বঙলা ঘৰটোৰ আজিও বিশেষ একো পৰিবৰ্তন হোৱা নাই। অৱশ্যে এতিয়া আৰু ই প্ৰিন্সিপালৰ বঙলা হৈ থকা নাই। জে-বৰুৱাৰ উপৰিও এই বঙলাত শ্ৰীশৰৎকুমাৰ দত্ত, ৺ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱা, শ্ৰীঅৰিনী বৰকাকতী, শ্ৰীগণেশৰ গগৈ প্ৰভৃতি নামজ্বলা ব্যক্তিয়ে সময়ে সময়ে অৱস্থান কৰিছিল। তথাপিতো আজিও পুৰণিচাম অসমৰ মানুহে ইয়াক জে-বৰুৱাৰ বঙলা বুলিহে

জানে। জে. বৰুৱাৰ নামৰ ইমানেই মহিমা আছিল। এসময়ত এই সৰু বঙলাটোৱে ভালেকেইজন দেশবৰেণ্য লোকলৈ আতিথ্য আগবঢ়াইছিল। সেইসকলৰ ভিতৰত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰ, চাৰ আশুতোষ মুখোপাধ্যায় আৰু সপৰিয়ালে সাহিত্যৰথী বেজবৰুৱাৰ নাম লব পাৰি। তিনিবাৰ মাতৃমুখ দৰ্শন কৰিবলৈ আহোঁতে বেজবৰুৱা ডাঙৰীয়াই এই বঙলাৰ জেউতি চৰাইছিল। তেওঁ ছাত্ৰ আৰু সাহিত্যিকসকলক এই বঙলালৈ চুম্বকৰ দৰে আকৰ্ষণ কৰিছিল। প্ৰায় নিতৌ জে-বৰুৱাৰ চাহপানীৰ মেজত মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্যক দেখা পৈছিল। 'প্ৰতিমা'ৰ ধনিকৰ চন্দ্ৰকুমাৰ, কৰ্মবীৰ বৰদলৈ, দেশভক্ত ফুকন প্ৰভৃতিয়ে এই বঙলাত সঘনে পদধূলা পেলাইছিল আৰু কিমান ইয়ালৈ আহিছিল, গৈছিল তাৰ হিচাপ কোনেও ৰখা নাই। জে. বৰুৱাৰ বঙলা বীমা এজেণ্টবিলাকৰ চিকাৰভূমি আছিল কিয়নো তালৈ অনেক লোকৰ আহযাহ হৈছিল।

## অধ্যাপক মণ্ডলী

অধ্যাপক ৰমেশচন্দ্ৰ দাস গুৱাহাটীৰ সম্ভ্ৰান্ত বণিক্‌ পৰিয়ালৰ এগৰাকী উচ্চ শিক্ষিত লোক আছিল। তেওঁৰ বিৰাট বপুৱে বাটৰ বাটৰুৱাৰো দৃষ্টি আকৰ্ষণ কৰিছিল। ৰমেশ দাসৰ ভাগিন শ্ৰীহেমন্ত কাকতী কুমাৰ ভাস্কৰত আমাৰ লগৰীয়া অভিনেতা আছিল। যেনে মোমাই, তেনে ভাগিন। শাৰীৰিক অৱয়ৱত ইজনতকৈ সিজন একাঠি চৰা। ৰমেশ দাসো আমাৰ শ্ৰদ্ধাভাজন অধ্যাপক আছিল। আমাৰ সহপাঠী শ্ৰীসুৰেন্দ্ৰ ৰাজমেধিয়ে 'মক কোৰ্ট'ৰ শ্ৰেণীত অখালি-পখালিকৈ ওভোতা প্ৰশ্ন সুধি তেওঁক মাজে-সময়ে বিব্ৰত কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু কোনোদিনে তেওঁৰ ধৈৰ্যচ্যুতি ঘটা নাছিল। মাৰ্জিত ৰুচি ল কলেজৰ সকলো কেইজন অধ্যাপকৰেই সাধাৰণ লক্ষণ আছিল। দোহাৰিব লাগিব কটনত মই বমভোলা ব্ৰাউন চাহাবৰ শ্ৰেণীৰ ছাত্ৰ নাছিলোঁ। ল কলেজৰ শ্ৰেণীত যিবোৰ বক্তৃতা শুনিছিলোঁ সেইবোৰৰ কোনোটো বাক্যই বুজি পোৱা নাছিলোঁ। এই আইৰিছ চাহাবজনৰ ইংৰাজী উচ্চাৰণ আৰু কোৱাৰ ধৰণ অলপ সুকীয়া আছিল। সকলোৰে দৰে ময়ো বুজি পোৱা নাছিলোঁ—অৱশ্যে এওঁৰ মিঠা ব্যৱহাৰে আমাক মুগ্ধ কৰিছিল।

জে-বৰুৱাৰ পিছতে তীৰ্থনাথ ফুকন ডাঙৰীয়াই আমাৰ বিশেষ শ্ৰদ্ধা-ভক্তি লাভ কৰিছিল। এওঁ প্ৰসিদ্ধ 'অসম বুৰঞ্জী' লেখক কাশীনাথ তামুলী ফুকনৰ বংশধৰ। জোনাকী যুগৰ অগ্ৰণী সাহিত্যিক ৰাধানাথ ফুকন এওঁৰ বৰককাই ( সৰদেউতাকৰ পুতেক )। তীৰ্থনাথ ফুকনৰ দেউতাক কেশৱকান্ত ফুকন হেনো বৃটিছ আমোলৰ প্ৰথম অসমীয়া হেডমাষ্টৰ আছিল। এওঁৰ এটা বিশেষত্ব আছিল এয়ে যে অতি কম বয়সীয়া হলেও কোনো ছাত্ৰকে তেওঁ আপোনাৰ বাহিৰে তুমি বুলি সম্বোধন কৰা নাছিল। হাজিৰা বহীৰ নাম মতা কেইমিনিটৰ বাহিৰে তেওঁ পুৰা এঘণ্টা বক্তৃতা দিছিল, কোৱা কথাকে ঘূৰাই পকাই বৈ বিষয়-বস্তু বিতংভাবে বুজাই দিছিল। কিন্তু বক্তৃতাৰ বিষয়-বস্তু নাইবা আইনৰ কিতাপৰ লগত সম্পৰ্ক নথকাৰ বাবে একেবাৰে একেটা নিৰোকাচামোন হৈ বহি থাকিবলৈ আমি টান পাইছিলোঁ—তথাপি বহি আছিলোঁ, কিয়নো ফুকনদেৱৰ মেজৰ আগত থিয় হলেই

কোনো প্ৰশ্ন নোসোধাকৈ থাকিলৈ অনুমতি দিয়ে। সেইকাৰণে কোনো ছাত্ৰই কোনো-দিনে তেওঁক আমনি দিয়া নাছিল। কেৱল অধ্যাপক হিচাপেই নহয়, মই থকা চুবুৰীটোৰ এগৰাকী পৰোপকাৰী অভিভাৱক হিচাপেও আমি কোনেও তেওঁক পাহৰিব নোৱাৰোঁ। ন্যায়নিষ্ঠ, কৰ্ত্তব্যপৰায়ণ এনে এজন লোক সততকাই আমাৰ মাজত পাবলৈ টান। যে-ফকৰাৰ মৃত্যুত তেওঁ এনেভাৱে শোকাভিভূত হৈ পৰিছিল যে কুমাৰ ভাস্কৰত পতা শোকসভাত উপস্থিত যে আছিলেই, এটা মৰ্মস্পৰ্শী বক্তৃতাৰে বৰুৱা ডাঙৰীয়াৰ স্মৃতি-তৰ্পণো আগবঢ়াইছিল স্বতঃস্ফূৰ্তভাৱে।

**ল কলেজৰ অভিনয়**

কামৰূপ নাট্য সমিতি আৰু ল কলেজৰ অভিনয়বোৰেই মোৰ মনত নাটকৰ প্ৰতি, অভিনয়ৰ প্ৰতি অনুৰাগ জন্মাইছিল। মই ল কলেজত পঢ়া তিনি বছৰৰ ভিতৰতে দুখন অভিনয় হৈছিল—এখন ৺চন্দ্ৰধৰ বৰুৱাৰ 'ভাগ্য-পৰীক্ষা' আৰু আনখন শ্ৰীআনন্দ বৰুৱাৰ 'বিসৰ্জন'। দুয়োখন অভিনয়েই দৰ্শকৰ মনোৰঞ্জন কৰিবলৈ সমৰ্থ হৈছিল। 'বিসৰ্জন, নাট ৰাইজৰ অনুৰোধত দ্বিতীয়বাৰ মঞ্চত তুলিবলগীয়া হৈছিল।

'ভাগ্য-পৰীক্ষা'ত অতিথি শিল্পী হিচাপে পানীৰামৰ ভূমিকাত ওলাইছিল শিশুপ্ৰেমী নবীন শৰ্মা। এওঁ গুৱাহাটীৰ শিশুসকলৰ মৰমৰ নবীন ছাৰ। মাণিকীৰ ভাও দিছিল যোৰহাটৰ শ্ৰীসুৰেন্দ্ৰ নাথ ভড়ালীয়ে। মই শ্ৰীদুৰ্গানাথ হাজৰিকাৰ (প্ৰাক্তন জজ) লগত কিবা এটা সৰু ভাও দিছিলো, মনত নাই। আটাইতকৈ উপভোগ্য হৈছিল বন্ধুবৰ শ্ৰীমোহনচন্দ্ৰ মহন্তৰ (যোৰহাট) ভকতৰ ভাওটো। মহন্ত সাইলাখ এজন ভকত হৈয়েই ওলাইছিল। নেজানি আলিৰ দাঁতিত অপকৰ্ম কৰাৰ বাবে তেওঁক বঙা পাগুৰিয়ে ধৰিছিল। ভকতৰ অভতালিবোৰ তেওঁ বঢ়িয়াকৈ ফুটাই তুলি দৰ্শকৰ মাজত হাঁহিৰ ৰোল তুলিছিল। অভিনয়ৰ কেইদিনমান পিছত সঁচাকৈয়ে এদিন মহন্তক বঙা পাগুৰিয়ে পাকৰিলে। বঙা পাগুৰি মানে কনিষ্টবল। আজি কিছুদিন আগতহে বঙা পাগুৰিৰ সলনি কনিষ্টবলৰ মূৰত বগা টুপী উঠিছে। চুটি চাপৰ মহন্তই দুকুৰিনে আঠৈকুৰি টকা ধাৰত পি. চি. ৰায়ৰ জীয়েকৰ চাপৰ লেডী চাইকেলখন কিনি লৈছিল আৰু তাতে উঠি গুৱাহাটীৰ আলিবাট চলোপাত কৰিছিল। এদিন সন্ধিয়া আচৰিতভাৱে পাণবজাৰৰ মাজত মহন্তক দেখা পালোঁ।—সে চাইকেলখন টানি লৈ যোৱা—কাষত দুটা বঙা পাগুৰি—লগে লগে ৰং চাবলৈ যোৱা এটা লৰাৰ সৰু সমদল। ঘটনা কি বুলি সোধাত মহন্তই ক'লে,—"নকৰ বুইছেনে, আজি অভিনয় নহয়, সঁচাকৈয়ে মোক বঙা পাগুৰিয়ে পাকৰিছে। হাতবাত্তিখনত চাকি নাই। সেইবাবে হেনো থানালৈ গৈ কিবা এটা ৰিপৰ্ট লেখি দি আহিব লাগে।" সেইদিনাৰ এই অনৰ্থক লটিঘটিৰ দৃশ্যটোৰ কথা মনত পৰিলে আজিও মোৰ হাঁহি উঠে, মহন্তয়ো হাঁহিব নিশ্চয়।

'বিসৰ্জন' অভিনয়ৰ স্মৃতি মনৰপৰা বিসৰ্জন দিব নোৱাৰো, শ্ৰীৰাধানাথ হাজৰিকাই নোৱাৰে, আৰু সেই অভিনয়ত অংশ লোৱা আন কাকো নোৱাৰে। কিয়নো তাৰ লগত সামান্যভাৱে হলেও দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ স্মৃতি বিজড়িত হৈ আছে। "আইবো বাৰ্তা গধাবো ৰাজা" হওক বুলি আমি অভিনয় কৰি ৰংৰহইচ কৰাৰ উপৰিও দৰ্শকৰপৰা লোৱা

ধনেৰে কাৰ্জন হল পুখিউৰালত চন্দ্ৰনাথ শৰ্মাৰ এখন তৈল-চিত্ৰ দান কৰিম বুলি মনস্থ লৈছিলোঁ। সেই উদ্দেশ্যে আমি দল বান্ধি গৈ মানুহৰ ঘৰে ঘৰে টিকট বেচি ধন সংগ্ৰহ কৰিছিলোঁ৷ আৰু অভিনয়ৰ বাবে যি খৰচ হৈছিল, টিকটৰ পৰাই পচা তুলি তাৰ যোগান ধৰা হৈছিল। ধনতোলা অভিযানত আগভাগ লৈছিল যোৰহাটৰ শ্ৰীৰাধানাথ হাজৰিকাই। বাইৰৰপৰা সক্ৰিয় সঁহাৰি পোৱা গৈছিল আৰু পৰিকল্পিত মতে চন্দ্ৰনাথ শৰ্মাদেৱৰ ছবি এখন আন আন নেতা, সাহিত্যিকসকলৰ শাৰীতে কাৰ্জন হলত ধৰলৈ পাই আমাৰ ভাল লাগিছিল। একেলগে অভিনয়ো হ'ল, বীৰপূজাও হ'ল।

এই অভিনয়ত নাম ভূমিকাত নামিছিল প্ৰথমবাৰ সুদৰ্শন-শিল্পী শ্ৰীশৰৎচন্দ্ৰ বৰুৱা আৰু দ্বিতীয়বাৰ নাট্যকাৰ শ্ৰীআনন্দ বৰুৱা নিজেই—দুয়োজনে আলহী-শিল্পী হিচাপে আমাৰ লগত যোগ দিছিল। এতিয়া ডিব্ৰুগড়ৰ চৰ্কাৰী এডভোকেট পুষ্প বৰকটকীয়ে ৰামৰ চৰিত্ৰ অতি সফলভাৱে ৰূপায়িত কৰিছিল। অভিনয়ৰ কেইদিনমান আগৰ পৰাই বৰকটকীয়ে নিজকে ৰাম বুলি ধৰি লৈ ৰামৰ বচন আওৰাইছিল, যোজকাটল দিছিল, নানা ভংগী প্ৰকাশ কৰিবলৈ নথৈ যত্ন কৰিছিল। কালপুৰুষৰ ভাও দিছিল জীৱনচন্দ্ৰ নাথে আৰু খজাল দুৰ্বাসা হৈ মঞ্চেই নাটঘৰ কঁপাই তুলিছিলোঁ। মোৰ ভাও সকলোৱে পছন্দ কৰিছিল আৰু মোৰ শিল্পী জীৱনৰ বেছিভাগ ডেউকাপটৰ কাষতেই অতিবাহিত হৈছিল যদিও মিকেইটা সফল চৰিত্ৰ মাজে সময়ে ভাগত পৰিছিল তাৰ ভিতৰত এই দুৰ্বাসা চৰিত্ৰ ৰূপায়ণেই সৰ্বোৎকৃষ্ট হোৱা বুলি বন্ধুবান্ধৱবিলাকে কৈছিল আৰু ময়ো তেনেদৰেই ভাবোঁ।

ল কলেজৰ অভিনয়ৰ আন এটা উল্লেখযোগ্য দিশ আছিল অধ্যাপক, ছাত্ৰৰ সকলোৱে সমানে যোগদান। অধ্যক্ষ জে. বৰুৱাই সপৰিয়ালে সক্ৰিয়ভাৱে যোগ দিছিল। তেওঁ আৰু তেওঁৰ পুতেক মনো (৺মনোভিৰাম বৰুৱা) আছিল শিল্পী। এনেই বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়াৰ দৰে ল কলেজৰ অভিনয় হলে বৰুৱা চাহাব উলাহৰ মাৰলী হয়। এবাৰ ল কলেজৰ 'লহঙা' অভিনয়ত মনো বৰুৱা হৈছিল নায়িকা লহঙা আৰু তেওঁৰ বাপেক বাপুৰাম পেকাৰ হৈছিল দেউতাক জে. বৰুৱা নিজেই। অভিনয়ৰ সময়ত পিতা-পুত্ৰৰ প্ৰভেদ নেথাকে, ছাত্ৰ-শিক্ষকৰ ব্যৱধান নেথাকে—বংশৰ কালিকাই নেলেগ, শিল্পীৰ পৃথিৱীখনৰ বাছুই বেলেগে।

## সাতৰঙি

ল কলেজৰ তিনিটা পৰীক্ষা আদি, মধ্য আৰু অন্ত্য। এই পৰীক্ষা কেইটাত গাছুৰি পাৰ হব পাৰিলে উকিলখানাত মাচিয়া এখন লব পাৰি। কলেজত অৱশ্যে বহুতেকীয়া পৰীক্ষাৰ মুখ নেদেখোৱাকৈয়ে এযোগ, দুযোগকৈ তিনিযোগত উঠি পাঠ্যক্ৰম শেষ কৰিব পাৰি। ওপৰত কৈ অহা হৈছে যে আইনজ্ঞ হৈ জীৱিকা নিৰ্বাহ কৰা মোৰ উদ্দেশ্য নাছিল আৰু মোৰ লক্ষ্যস্থানো উকিলখানা নাছিল। সেইকাৰণে ল পৰীক্ষা কেইটাক মই আন্তৰিকতাৰে গ্ৰহণ কৰা নাছিলোঁ। কেৱাবাৰো পৰীক্ষা ঘৰত বহি পৰীক্ষা দিছিলোঁ৷ ইয়ানেই আৰু পৰীক্ষাৰ ফলাফল নিজেই পৰীক্ষা ঘৰতে জানিব পাৰিছিলোঁ। পিছে বিধাৰেই আচলতে পৰীক্ষা দিম বুলি স্থিৰ কৰিছিলোঁ৷ সেইবাৰেই পৰীক্ষাৰ আগতে দুখাহমান দিনে মহ-বাৰ

ঘণ্টাকৈ ভাটৌৰ দৰে সম্ভাব্য প্ৰশ্নৰ উত্তৰবোৰ আওৰাই কৃতকাৰ্য হৈছিলোঁ। আৰু চেষ্টাৰ অসাধ্য নাই বুলি ঠাৱৰকৈ বুজিছিলোঁ। আগৰ দুটা পৰীক্ষা পাছ কৰিছিলোঁ যদিও আলমগলমকৈ ‘শেষৰটো পৰীক্ষা বহুদিন পিছ পেলাই থৈছিলোঁ। সেয়েহে মানুহে হেলাই কৰ্মনাশ কৰে বুলি কয়। ময়ো হেলাৰ প্ৰতিফল পাওঁ পাওঁ হৈছিলোঁ। সেই বছৰ কলিকতা বিশ্ববিদ্যালয়ৰপৰা ফটোৱা জাৰি কৰা হৈছিল বোলে সেইটোৱে আমাৰ বাবে শেষ সুবিধা। যি সেই সুবিধাত সৰকিব নোৱাৰে তেওঁ আকৌ এবছৰ কলেজত নাম লগাই পঢ়িব লাগিব। মোৰ সেই দুৰ্ভাগ্য নহল যদিও বহুতৰে সিমানতে আইনৰ শিক্ষাৰ যবনিকাপাত হল। ১৯৩৫ চনত শেষ পৰীক্ষাত উঠি মই নামৰ পাছত বাখৰ খুৰাই লবলৈ বি. এল আখৰ দুটা লাভ কৰিলোঁ। তাতকৈ বেছি বিচৰা নাছিলোঁ পোৱাও নাছিলো। এজন বৰ উকিলৰ তলত ছমাহ প্ৰশিক্ষণ লোৱাৰ নিয়ম আছিল গজগজীয়া উকিল হবলৈ, মোক কলিকতা হাইকোৰ্টে যেতিয়াই ইচ্ছা তেতিয়াই প্ৰশিক্ষণ আৰম্ভ কৰিবলৈ অনুমতিও দিছিল। সেই অনুমতিপত্ৰ আজিও বাকচুতে ভেকুৰি আছে।

## এভমাণ্ড কলেজ, ছিলং

কটন কলেজৰ নিচিনা বি. টি কলেজৰ লগতো মোৰ জীৱনত দুবাৰ সম্বন্ধ ঘটিছিল— এবাৰ ছাত্ৰ হিচাপে, এবাৰ শিক্ষক হিচাপে। সৌভাগ্যক্ৰমে দুয়োবাৰৰ মধুৰ অভিজ্ঞতাই মোৰ স্মৃতিভঁৰালত সাঁচতীয়া হৈ বৈছে। শিক্ষকৰ কামত নিগাজী হোৱাৰ পিছতেই ১৯৪০ চনত বৰপেটাৰপৰা ছিলঙলৈ গৈ, বি. টি প্ৰশিক্ষণ লবলগীয়া হৈছিল—আগতে ভিতৰুৱাভাৱে চিঠি-পত্ৰ দি মই আৰামবাগ ছিলং প্ৰবাসৰ উপৰিও আৰু এবাৰ ছাত্ৰজীৱনৰ সোৱাদ চাকি চাবলৈ যত্ন কৰিছিলোঁ। মোৰ পূৰ্বৱৰ্তী শিক্ষকসকলে এই প্ৰশিক্ষণ ঢাকাৰ কলেজত লবলগীয়া হৈছিল। সেইসকলৰ বহুতৰ মুখে ঢাকা প্ৰশিক্ষণ কলেজৰ চোকা অনুশাসনৰ কথা শুনিছিলোঁ। বঙলা ভাষা আৰু ইংৰাজী ভাষা ভালকৈ জানিলে হেনো তাত হেলাৰঙে বৈতৰণী পাৰ হব পাৰি। কিন্তু ভালকৈ বঙলা ভাষা ক’ব নোৱাৰাৰ বাবে হেনো কোনো কোনো অসমীয়া শিক্ষক ‘আছামী ভূত’ সাজি ভুচংপহ হবলগীয়া হৈছিল। যিবোৰ স্কুলত পঢ়াবলৈ প্ৰশিক্ষণ দিয়া হয় তাৰ আটাইবিলাক লৰা-শিক্ষক বঙালী, তদুপৰি বেছিভাগ ছাত্ৰই নেওৰকটা বাঘ। সিঁহতে ভালকৈ জানে যে বি. টি পঢ়িবলৈ আৰু পঢ়াবলৈ অহা শিক্ষকসকল সিঁহতৰ গৰাকী নহয়, সিঁহতহে তেওঁলোকৰ ভাগ্যনিয়ন্তা। “মাষ্টাৰ মশায়, পাছ কৰাই দিতে হইলে আমাকে মিঠাই খাওয়াইতে হইবে” বুলি সিঁহতে কোনো কোনো শিক্ষকৰপৰা মিঠাই আদায় কৰি খোৱা সাধুও শুনিছিলোঁ। অধ্যক্ষ ডঃ ৱেষ্ট, তেওঁৰ পত্নী, উপাধ্যক্ষ গুৰুশৰণ ভট্টাচাৰ্য, অশ্বিনী বাবু প্ৰভৃতি ব্যক্তিত্বসম্পন্ন অধ্যাপকসকল হেনো ভালত ভাল, বেয়াত যমকাল। কোন টলকত শ্ৰেণীলৈ আহি চোৰাংচোৱাৰ দৰে অলক্ষিতভাৱে পঢ়োৱাৰ গতি-বিধি নিৰীক্ষণ কৰি কাৰ ভাগ্যত কি লেখি থয়, সেইকথাও কৰপৰা নেযায়। ঢাকা প্ৰশিক্ষণ কলেজৰ নানা তৰহৰ ভয়লগা কাহিনী শুনি মোৰ গা চেৰাই আছিল, ছিলঙত বা কি হয়—হাবুডুব লোণ সভা, দেহাৰ বা কি অৱস্থা! তথাপি মুহূৰ্ততে তয়ৰ ভাব পৰিহাৰ কৰি বৰপেটাৰ কলীয়া ঠাকুৰৰ উদ্দেশ্যে মনতে এটি প্ৰণিপাত জনাই—

হৰমূৰ যাত্ৰা, কি কৰে বিধাতা বুলি 'টোপোলা-টুপলি' বান্ধি এদিন ছিলঙলৈ অভিযাত্ৰা কৰি ওলালোঁ। তাৰ আগতেও মই ছিলঙলৈ কেবাবাৰো গৈছিলোঁ। প্ৰতিবাৰতে দুই-তিনিদিন ৰাতিও খপিছিলোঁ কিন্তু তেতিয়া কোনোবাৰেই মই ছিলংখন চুক-কোণ মাৰি চাবলৈ সুবিধা পোৱা নাছিলোঁ। ছিলঙৰ বাৰমহীয়া প্ৰকৃতিৰ ভিন্নৰূপ নিৰীক্ষণ কৰিবলৈ তেতিয়া কোনোবাৰেই সেই চেগ মিলা নাছিল। বি. টি. প্ৰশিক্ষণ উপলক্ষে প্ৰায় এবছৰীয়া ছিলং প্ৰবাসে মোক পুৰণি ছিলংখন নতুন চকুৰে চাবলৈ সুবিধা লগাই দিলে। বহুত দেখিলোঁ, বহুত শুনিলোঁ। প্ৰকৃতিৰ যৌৱন দেখিলোঁ, বাৰ্দ্ধক্য দেখিলোঁ, জৰা দেখিলোঁ, মৰা প্ৰকৃতিয়ে সাৰ পাই চকু মেলা দেখিলোঁ আৰু দেখিলোঁ নৰ-দেৱতা সকলৰ বিচিত্ৰ লীলা-খেলা, মানবী-দেৱীসকলৰ প্ৰমোদ বিহাৰ। এক কথাত ক'বলৈ গলে ছিলং অমৰৰ মধুপুৰী। তাত বছৰটোত দুমাহ অৰ্থাৎ বৰফশীতল ডিচেম্বৰ আৰু জানুৱাৰী মাহৰ বাহিৰে বাকী দহোটা মাহেই আৰাম। আইবো বাৰ্তা, পঢ়াবো বাত্ৰা হোৱাৰ নিচিনাকৈ বি. টি. প্ৰশিক্ষণৰ লগতে এই আৰামৰ সোৱাদ ময়ো পাইছিলোঁ। ছিলঙত থাকিলে তলত ভৈয়ামত থকা মানুহলৈ, ভৈয়ামৰ মহ-ডাঁহ, জ্বৰপানী, ৰোগব্যাধি আদি দুখ-কষ্টলৈ সতকাই মনত নপৰে। তদুপৰি ভাগ্যবন্তসকলে ছিলঙত ওপৰঞ্চি সা-সুবিধাও লাভ কৰে। সেইবাবেই হবলা ছিলঙৰ মমূৰীয়া বিষয়াসকলে তাতে গজালখুটি মাৰি বহিবলৈ ভাল পাইছিল আৰু ৰাজধানী তললৈ নযোৱাৰ পক্ষপাতী নাছিল বুলি সততে শুনা যায়। ছিলং ফুলৰ ৰাজ্য, ছিলং ভোগৰ ৰাজ্য, ছিলং লাহ-বিলাহৰ ৰাজ্য।

ইয়াতে মানুহে আহি দেখি নন্দনৰ হাঁহি
মায়া-ইন্দ্ৰজাল
পাহৰে দেশৰ প্ৰথা পাহৰে নিজৰ কথা
বংশ-পৰিয়াল।
ইয়াতে প্ৰমীলা দেশ বৰ্ণনাৰ নাই শেষ
ছিলং পৰ্বত,
প্ৰেয়সী কবিতা মোৰ গীতি-ছন্দে সুমধুৰ
লীলীময়ী ৰত।

( তপোৱন )

### ছিলঙৰ পূৰ্বস্মৃতি

মোৰ মনত পৰা দিনৰ পৰাই ছিলঙলৈ গুৱাহাটীৰপৰা মটৰ চলিছিল। শুনিছিলোঁ মটৰৰ চলাচল হোৱাৰ পূৰ্বতে ঘোঁৰাই টনা টঙাগাড়ীত উঠি ছিলঙলৈ যোৱাৰ ব্যৱস্থা আছিল আৰু বাটৰ কেবাঠাইতো গাড়ীৰ ঘোঁৰা সলাই লোৱাৰ দিহা আছিল। ছিলং পাওঁতে অৱশ্যে তেতিয়া তিনি-চাৰিদিন লাগিছিল হেনো আৰু বাটে বাটে চৌকী পাতি ৰাতি বঞ্চিবলগীয়া হৈছিল। মই প্ৰথমবাৰ কমাৰ্চিয়েল কেৰিং কোম্পানীৰ মটৰগাড়ী এখনত তৃতীয় শ্ৰেণীৰ যাত্ৰী হৈ ছিলঙলৈ গৈছিলোঁ ১৯২৯ কি ৩০ চনৰ কোনোবা এদিন। তেতিয়া

ছিলঙৰ যি ছবি দেখিছিলোঁ। ক্ৰমাৎ সেই ছবিখন আঁইকিয়া হৈ গৈছিল। নংপু হৈয়েই এখন নতুন ৰাজ্যত প্ৰৱেশ কৰা যেন লাগিছিল। আজি কেইবছৰমান আগলৈকে নংপু আছিল দুইকালৰপৰা অহাযোৱা কৰা মটৰগাড়ীৰ কেন্দ্ৰ। ওপৰমুৱা আৰু নামনিমুৱা গাড়ীবোৰে টাইম কীপাৰৰ নিৰ্দেশ নোপোৱা পৰ্যন্ত সীমাৰেখাৰ দুয়োকালে খাপ দি থাকে। যাত্ৰীবিলাকে নামি গৈ দোকানে দোকানে সোমাই চাহপানীৰে ভিডি তিয়াই হাত-ভৰিৰ জঠৰতা গুচাই লয়। টোপোলাবপৰা গৰম কানিকাপোৰ উলিয়াই গাত লয় বাস্তে জাৰে লাই নেপায়। মই নংপু পাৰ হৈ ছিলঙীয়া সেমেকা জাৰৰ পিৰপিৰনি অনুভৱ কৰিছিলোঁ। যদিও ভালেই লাগিছিল—জহতকৈ জাৰ ভাল লাগে সেই বাবে। কেৰেলুৱাৰ দৰে অকোৱাপকোৱা পৰ্বতীয়া আলিৰে মটৰ ওপৰলৈ উঠিছিল। ঠাইতে ৰ'দ, ঠাইতে বৰষুণ। কোনো কোনো সময়ত মেঘবোৰ যেন আমাৰ মটৰ গাড়ীৰ ভিতৰলৈকে উৰি আহিছিল। প্ৰকৃতিৰ কি বিচিত্ৰ লীলা। আলিৰ দুয়ো দাঁতিত শাৰী শাৰী পৰ্বত, মাজাতাৰ আমোলৰ একোজোপা বৰগছ, নিজৰাৰ কলকলনি খলখলনি, শিলৰ ওপৰত পানীৰ পাকঘূৰণি। চকুৰ নিমিষ নমৰাকৈ চাই গৈছিলোঁ। চাই হেঁপাহ পলোৱা নাছিল। কোনো কোনো ঠাইত একেলগে কেবাখনো বশিষ্ঠাশ্ৰমৰ দৃশ্য দেখা যেন লাগিছিল। কেৱল তিনিজনীয়েই নহয়, কেবাজনীও সন্ধ্যা-ললিতা-কান্তাই ঠায়ে ঠায়ে মটৰ যাত্ৰীবিলাকক হাতবাও দি যেন কাষলৈ মাতিছিল।

"হে পথিক ! জুৰোৱাহি তাপিত পৰাণ
ক্ষন্তেক বহিলে হিয়া পৰিব শীতল।" (মাধৱী)

ওপৰলৈ উঠি গৈ আছিলোঁ—মেঘৰ মাজেদি যোৱা ইন্দ্ৰসাৰথি মাতলিৰ ৰথখনলৈ মনত পৰিছিল। গৈ গৈ এশাৰী টকলা পৰ্বত দেখা পাইছিলোঁ—তাত গছ-গছনিৰ সঁচ নাই। সেউজীয়া ঘাঁহৰ চোলা একোটা যেন পিন্ধি আছে। এইবোৰ লঠামুৱা পৰ্বতৰ প্ৰকৃত ৰহস্য ভূতাত্ত্বিকসকলেহে ক'ব পাৰিব। এঠাইত ৰহত বাওনা খাজুৰী গছ দেখা পালো। এহাত দুহাতমান ওখতে ঠোকবোৰ থোক খা থোক খা কৰি উলমি আছে। তাৰ পিছত। এডাল দুডালকৈ সৰল গছ চকুত পৰিবলৈ ধৰিলে। ক্ৰমাৎ সৰলৰ সংখ্যা বাঢ়ি আহিল। বুজিব পাৰিছিলোঁ ছিলং ওচৰ চাপি অহা বুলি।

নিৰ্দিষ্ট সময়ত ছিলং পাই মন-প্ৰাণ পুলকিত হৈ উঠিছিল—যেন এখন প্ৰমীলাৰ ৰাজ্যতহে সোমাইছিলোঁ গৈ। বেহা-বেপাৰ, সাজ-বেশ, বাহিৰ-ভিতৰ সকলোতে মুনিহতকৈ মহিলাৰহে প্ৰাধান্য। ছিলঙত মই সেইবাৰ দিলীপ দাদাৰ লাবানৰ ঘৰত দুৰাতিমান আছিলোঁ। ৰাতি শুই শুই কাণৰ কাষতে সৰল গছৰ বতাহৰ হো-হোৱনি আৰু নিজৰাৰ পানীৰ কলকলনি শুনি কিবে ভাল লাগিছিল! সেইবাৰ কো-অপাৰেটিভৰ কাম এটাৰ বাবে অকিচত দৰ্খাস্ত এখন দেলাই থৈ আহিছিলোঁ। কামটো যেপালোঁ, পাম বুলি আশা কৰি বোৱাও নাছিলোঁ। তেতিয়াৰ ছিলং আছিল—

শৈলশৃঙ্গ ছিলঙত সৰলে ধৱল শাৰী
প্ৰকৃতিক কৰিছে সজাই,

বতাহে সুহৰি মাজু   পৰ্বতে কিৰীটি পাৰে
নিজৰাই নেপূৰ বজায়।
টিঙে টিঙে ৰিং মাৰি   জাপে খেপে লুকালুকি
ৰবষুণ আছে আৰু যাঁৰ,
. বদাপিত চুলি মেলি   উলাহতে মিলিজুলি
খেলা খেলে বৰুণ বালাই।
ডালভৰা নাচপতি   সুমথিৰা কলৱতী
গোলাপীৰ মোহিনী ভঙ্গিমা,
ভোমোৰাৰ গুণ গুণ   বনবালা কণকুণ
মূৰ্তিমতী ৰম্ভা তিলোত্তমা।
য'তে ত'তে ফুলে ফুল   বই যায় মউজোল
গন্ধহীনা কুসুমকুমাৰী,
পুৰুষ প্ৰকৃতি মেলি   ঘাটেঘাটে ধৰে ঢালি
ভেদাভেদ ভাব পৰিহৰি।

( তপোবন )

কলেজ খবৰ কথা

বুঢ়া কালত বাতৰ থাক, ডেকা হৰৰ কাক বাক। আমি অনুচেবেং, বয়সীয়া শিক্ষকবো সেয়ে হৈছিস, কেবা বছৰৰ মূৰত ছিলঙৰ এডমাণ্ড কলেজৰ বি. টি. শ্ৰেণীৰ ছাত্ৰৰ হৰলৈ সুবিধা পাই। সেইদিনত ঢাকা, কলিকতা আদিত বি. টি. প্ৰশিক্ষণ দিয়া হৈছিল। তাত শিক্ষা লবলৈ সকলোৰে পক্ষে সম্ভৱ নাছিল কিয়নো সেইবোৰ কলেজত আসনৰ সংখ্যা তাকৰ আছিল, সীমাবদ্ধ আৰু বাধ্যবাধকতাৰ হেঙাৰো আছিলো অলঙ্ঘ্য। ছিলঙৰ যাজকসকলে সাধু এডমাণ্ডৰ নামত স্থাপন কৰা কলেজৰ লগতে যেতিয়া বি. টি. শ্ৰেণীটো খোলা হ'ল, বহুত শিক্ষাৰ্থীৰ মুখলৈ পানী আহিল। *অসমৰ শিক্ষকসকলে ঢাকালৈ গৈ বাঘচকা খাবলৈ আৱশ্যক নোহোৱা হ'ল, অসমৰ বাহিৰৰ ছাত্ৰবো ছিলঙৰ শৈল শিখৰলৈ চাপলি মেলি আহিছিল। *আমি পঢ়া বছৰটোত প্ৰায় ছুশমান ছাত্ৰ আছিল কিজানি। পৰিচালক যাজকসকল শিক্ষা-দানৰ উপৰিও ধন-আহৰণৰ প্ৰতিও উদাসীন আছিল বুলি ক'ব নোৱাৰি। সেই কাৰণে এইটো শিক্ষা-মন্দিৰত প্ৰবেশ-দুৱাৰ প্ৰায় সকলোৰে বাবে মুকলি আছিল। কবিয়ে কৈ গৈছে—বিচিত্ৰ এই ভাৰতবৰ্ষ! এই বিচিত্ৰতা আমি ছিলঙৰ বি. টি. শ্ৰেণীৰ ছাত্ৰসকলৰ মাজতে দেখা পাইছিলোঁ। উত্তৰ-দক্ষিণ, পূব-পশ্চিম ভাৰতৰ সকলো ৰাজ্যৰে নানা ভাষী আৰু নানাধৰ্মী ছাত্ৰ আমাৰ মাজত আছিল—কোয়েটা, পেলুচিস্তান, ত্ৰিবান্দ্ৰম, কালিকট কোনো ঠায়েই বাদ পৰা নাছিল। ছাত্ৰসকলৰ মাজতে অনধিয়েক 'ৰাদাৰ' আৰু

* St. Edmund's College, which is under the management of the Christian Brothers in India—a Registered Society—was founded by Sir Archdale Earle, Chief Commissioner of Assam, and was opened in 1916 as a Secondary School. In 1924, the College Authorities, responding to public demand, introduced the I. A. and I. Sc.

এগৰাকী 'ফাদাৰ' ধৰ্মযাজকো আছিল। লাহোৰৰ এজন এম. বি. পাছ কৰা ডাক্তৰি নকৰা ডাক্তৰো আছিলো, তেওঁ কিবা খোছ উঠি আমাৰ লগত বি. টি. পঢ়িবলৈ গৈছিল। সকলোবিলাক যে পঢ়িবলৈ গৈছিল তেনেও নহয়, জনদিয়েক পূৰ্বপ্ৰান্তৰ ভূস্বৰ্গ ছিলঙত আৰাম বিচাৰি গৈছিল আৰু কেৱল তাকে কৰিলে হাৰাম হয় বুলিহে কলেজৰ ছাত্ৰৰ তালিকাত নামটো ওলোমাই থৈছিল। সেই কথা বাৰু থাওক।

কেইবছৰমান আগতে দেখি অহা ছিলঙখন সেইবাৰ মই দেখা পোৱা নাছিলোঁ। এতিয়া তাৰ একেবাৰেই জাত মৰা হৈছে। 'নিৰ্বাপিতা' প্ৰকৃতিয়ে এদিন যেন মোৰ কাণে কাণে কৈছিল—

পঢ়াশুনাৰ বাবে ছিলঙৰ প্ৰাকৃতিক পৰিবেশ আৰামদায়ক। ভৈয়ামৰ স্কুলবুল আৰু বাৰটা মাহত তেৰটা উছৱ তাত নাই। চোলাৰ মোনাত জোখাৰে ধন থাকিলে কথাই নাই। স্নিগ্ধ সেউজীয়া পটভূমিত বহল শিক্ষা আৰু ধৰ্মৰ এটা আহলবহল হাউলিৰ মাজত আটো-মটোকাৰিকৈ সজোৱা হৈছে কলেজৰ ঘৰ দুৱাৰবোৰ। কেৱল কলেজেই নহয়, লগতে স্কুল, খেলপথাৰ, নাট্যমন্দিৰ, গিৰ্জা, অধ্যাপক আৰু ছাত্ৰনিবাসো ভাগে ভাগে আছে। হাউলিটোৰ ভিতৰত সোমালে বাহিৰৰ জঞ্জালীয়া কথাবোৰলৈ সতকাই মনত নপৰে। এঠাইত এটা শিলাকুঞ্জৰ ভিতৰত মেৰী মাতাৰ মূৰ্তি—দেখিলে আই সৰস্বতীৰ প্ৰতিমা বুলি ভুল হব খোজে। বি. টি. শ্ৰেণীটো বহিছিল এটা আহল-বহল কোঠাত। প্ৰতিজন ছাত্ৰৰ কাৰণে এখন সৰু মেজ আৰু এখন সৰু মাচিয়া। একেলগে ছাত্ৰও, শিক্ষকো। ওচৰতে পুথিভঁৰাল, পঢ়াকোঠা আৰু ক্লাব। নিজ চেষ্টাতে পঢ়িবলৈ বেচ সুবিধা।

### অধ্যাপক মণ্ডলী

মোৰ মনত ৰেখাপাত কৰা শিক্ষকসকল আছিল প্ৰিন্সিপাল ব্ৰাদাৰ অলিয়াৰী, অধ্যাপক অনীল ৰায় আৰু অধ্যাপক দীনেশ মুখাৰ্জী। আৰু এজন পাঞ্জাবী অধ্যাপকে বুৰঞ্জী পঢ়াইছিল, নামটো পাহৰিলো। মানুহজন চটফটীয়া, ভালেই লাগিছিল। ব্ৰাদাৰ অলিয়াৰী চাহাব অমায়িক, মৰমিয়াল। ছাত্ৰই কিবা ওজৰ-আপত্তিৰ কথা ক'লে

---

classes, after having obtained affiliation from Calcutta University. St. Edmund's was thus the first institution in Assam's capital to off College education to students in Shillong. Situated in spacious and well-laid out grounds it affords an ideal environment for student life. The object of this institution is to train young men in habits of discipline, inspire them with respect for religion and love for the service of God and the neighbour, and to prepare them for their future careers. In 1936, B. A. and B. T. Courses were opened, after a new block of buildings were put up. The B. T. Classes catered for students from all the Provinces ( such was the division of India in those days ) of the country.

*The list of the Principals of the College is :*

| | | | |
|---|---|---|---|
| Rev. Br. J. E. McCann | ...1924-29 | Rev. Br. E. B. Mickler | 1941-44 |
| Rev. Br. M. B. Power | ...1929-31 | Rev. Br. J. I. O' Leary | 1944-52 |
| Rev. Br. J. C. Roe | ...1931-37 | Rev. Br. E. X. Leonard | 1952-58 |
| Rev. Br. J. M. McGee | ...1237-41 | Rev. Br. J. N. Foley | 1958-63 |
| | | Rev. Br. R. B. Vieyra | 1964... |

কাণ পাতি শুনে। আমাক পঢ়াইছিল মনোবিজ্ঞান আৰু শিক্ষা-নীতি। ব্লেক, চেণ্ডি ফোৰ্ড আৰু ৱেটছৰ কিতাপবোৰৰ মাজে মাজে একোটা অধ্যায় হঠাৎ পাই যাওঁ, আজিও নকল কৰি লব লাগে। কলেজত আমাৰ কিলচফি নাছিল, সেইকাৰণে মনোবিজ্ঞান বিষয়টো টান পাইছিলোঁ। তাতে অলিয়াৰী চাহাবে প্ৰথমতে এমাহমান 'নাৰ্ভাছ ছিষ্টেম' পঢ়াই, বোৰ্ডত ছবি আঁকি আমাক একপ্ৰকাৰ নাৰ্ভাছ কৰি দিছিলেই বুলিব পাৰি। পিছত অৱশ্যে বুজিব পাৰিছিলোঁ যে শৰীৰ বিজ্ঞানৰ এই অধ্যায়টো নিৰ্বিবাদে বাদ দি পঢ়িলেই লেঠা মৰে। চাহাবজন নম্বৰ দিয়াত হোলোকাদানী। পৰীক্ষাত কাকো কম নম্বৰ দিবলৈ ভাল নেপায়। এওঁক আমি সকলোৱে শ্ৰদ্ধা কৰিছিলোঁ। অধ্যাপক শ্ৰীলক্ষী চৌধাৰীৰ জোঁৱায়েক দীনেশ মুখাৰ্জী। আগেয়ে কটনত বটানীৰ অধ্যাপক আছিল। আমাক তেওঁ ৰুছো, ফ্ৰবেল, পেষ্টালজী, মণ্টেছৰী আৰু হাৰ্বাৰ্ট এই পাঁচ গৰাকী শিক্ষাগুৰুৰ বিষয়ে আৰু প্ৰাথমিক শিক্ষাৰ বিষয়ে পাঠ দিছিল। অধ্যাপক অনীল ৰায়ক আমি বৰ ভাল পাইছিলোঁ। তেওঁ বৰ পৰিশ্ৰমী শিক্ষক আছিল। শিক্ষাৰ বুৰঞ্জী আৰু শ্ৰেণী পৰিচালনাৰ বিষয়ে পঢ়াইছিল। শিক্ষাৰ বুৰঞ্জীৰ বিষয়টো এখন সৰুসুৰা মহাভাৰতৰ নিচিনা—বছৰে বছৰে তাৰ কলেৱৰ বাঢ়ি গৈ আছে। অলপ পৰিসৰতে নাইবা চুটিকীয়া প্ৰশিক্ষণ কালত এই বিষয়টো খৰচি মাৰি পঢ়া সহজ-সাধ্য নহয়। অধ্যাপক ৰায়ে নানা কিতাপ, আলোচনী, বাতৰিকাকত আদিবোৰ আহিলা গোটাই আনি টোকা যুগুত কৰি আমাক লেখিবলৈ দিছিল আৰু তাৰ সহায়তে আমি বৃহৎ শিক্ষা-বুৰঞ্জীৰ মাজৰ সুগম পথ বিচাৰি লৈছিলোঁ। পৰীক্ষাৰ আগে আগেও তেওঁ বাতৰি কাকতৰ শিক্ষাবিষয়ক টোকা নটিছ বোৰ্ডত আঁৰি দি আমাৰ দৃষ্টিগোচৰ কৰিছিল—ইয়ানেই আছিল ছাত্ৰৰ প্ৰতি তেওঁৰ দৰদ। অধ্যাপক শ্ৰীনলিনীকুমাৰ মিত্ৰ আছিল নামত আমাৰ অসমীয়াৰ অধ্যাপক, কামত আলোচনা চক্ৰৰ সভাপতি। শ্ৰেণীলৈ গৈ তেওঁ ছুবৰা, বেজবৰুৱা বা চৌধুৰীৰ ৰচনা কিবা এটা লৈ গৈ আলোচনাৰ বাবে আগবঢ়াইছিল। মই, শ্ৰীঈশ্বৰ চৌধুৰী, শ্ৰীযোগেন শইকীয়া, শ্ৰীপ্ৰবোধ গোস্বামী প্ৰভৃতিয়ে আগভাগ লৈছিলোঁ। নানা প্ৰসঙ্গৰ সজীৱ আলোচনা হৈছিল। কাৰ্যোপলক্ষে শ্ৰীমিত্ৰ এমাহমান কলিকতাত থাকিবলগীয়া হোৱাত মোকে এই শ্ৰেণীটোৰ দায়িত্ব দি থৈ গৈছিল। মই একে সময়তে ছাত্ৰও হৈছিলোঁ, শিক্ষকো হৈছিলোঁ। তেতিয়া অসমীয়াৰ কোনো নিৰ্দিষ্ট পাঠ্যক্ৰম নাছিল। সেই কাৰণে খুটীকা বাত, হাতীকা দাত। যাৰ মগজুত কিবিলি গাচতীয়া সমল আছিল সেয়ে হৈছিল পৰীক্ষাৰ খোৰাক। চমুকৈ এই কথা ক'ব পাৰি যে আমি ঢাকা কলেজৰ কি বিভীষিকা বুকুত বান্ধি লৈ গৈছিলোঁ, অলিয়াৰী চাহাবৰ একমাত্ৰ সি একেবাৰে পানীফুটা হৈ গ'ল। এইখন কলেজৰ কোনোজন অধ্যাপকৰ হাতত আমি যমৰ মেখা পোৱা নাছিলোঁ। প্ৰতিজন অধ্যাপকেই আছিল আমাৰ Friend, Philosopher and guide.

**ছাত্ৰাবাসৰ স্মৃতি**

লাইটুমৰ পুৰত একমাত্ৰ কলেজৰ পাছফালে অসম চৰকাৰে চৰকাৰৰ প্ৰশিক্ষণাৰ্থী-বিলাকৰ কাৰণে এটা ছাত্ৰাবাস সজাই দিছিল। কলেজৰ পাছফালে হলেও এটা ৰাজআলিৰ

সমুখতে এই দীঘলীয়া ঘৰটো। ঘৰটো দীঘলীয়াকৈ সজা—টিনপাতৰ চাল, কাঠৰ মজিয়া, কাঠৰ বেৰ। প্ৰতিজন ছাত্ৰৰ কাৰণে একোটা সৰু কোঠা। গুৱাহাটী বিশ্ববিদ্যালয়ত বি. টি. শ্ৰেণী খোলাৰ পিছৰপৰা অৱশ্যে চৰকাৰৰ সেই ছাত্ৰাবাস এতিয়া বিষয়া বা চৰকাৰী কৰ্মচাৰী নিবাস হৈছে। ঘৰটোৰ মুখামুখিকৈ একাধিক ডাঙৰ গিৰ্জাঘৰ। মুঠতে এই অঞ্চলটোত সততে এটা ধৰ্মীয় পৰিবেশ। বৰদিনত আৰু একত্ৰিশ ডিচেম্বৰৰ ৰাতি গিৰ্জাঘৰবপৰা অহা ঘণ্টাধ্বনি শুনি অখ্ৰীষ্টান আমাৰ মন-প্ৰাণবোৰো পুলকিত হৈ উঠিছিল, ত্ৰাণকৰ্তা যিচুৱে আমাৰো প্ৰাণ শাঁত কৰিছিল।

ইতিপূৰ্বে মই কোনো ছাত্ৰাবাসত থকা নাছিলোঁ, ঘৰৰ ভাত খায়েই স্নাতক হবলৈ সুবিধা হৈছিল। বি. টি. কলেজত পোন প্ৰথমবাৰৰ বাবে ছাত্ৰাবাসৰ জীৱনৰ সোৱাদ পাইছিলোঁ—সেই সোৱাদ আজিও মোৰ জিভাত লাগি আছে। সুখৰ বিষয় আমাৰ সেই ছাত্ৰাবাসত জাতিভেদ নাছিল, ভাষাভেদ নাছিল। অসমীয়া, বঙালী, হিন্দু, মুছলমান, খ্ৰীষ্টান আমি সকলোটি একেটা ঘৰতে এটা পৰিয়ালৰ ভাই-ককাইৰ দৰে মিলিজুলি আছিলোঁক। আখলঘৰ হলে আছিল দুটা গাতে লগালগিকৈ—এটা হিন্দুৰ বাবে আৰু আনটো মুছলমান আৰু খ্ৰীষ্টানৰ বাবে। চক দুটা হলেও ঘৰ আছিল একেখনেই। সেই ছাত্ৰাবাসত আছিলোঁ অসমীয়াৰ ভিতৰত শ্ৰীপূৰ্ণচন্দ্ৰ অধিকাৰী (ছয়গাঁৱৰ হেডমাষ্টৰ), শ্ৰীঈশ্বৰ প্ৰসাদ চৌধুৰী (প্ৰাক্তন প্ৰচাৰ সঞ্চালক), শ্ৰীযোগেন্দ্ৰ নাথ শইকীয়া, শ্ৰীপ্ৰবোধ চন্দ্ৰ গোস্বামী (অধ্যক্ষ, মঙলদৈ কলেজ), ৺লুছাইৰাম কৈৱৰ্ত (দাস), এ-ইছলাম, আব্দুল মান্নান, শ্ৰীঅম্বিকা চৰণ চৌধুৰী (সহকাৰী স্কুল পৰিদৰ্শক), শ্ৰীহেম শৰ্মা, ও লোহিত লাছেম আৰু মই; বঙালী শ্ৰীনীৰোদ গোস্বামী, শ্ৰীদেৱপ্ৰসাদ দাস, শ্ৰীসুবোধ দত্ত, শ্ৰীসুনীল চৌধুৰী, আব্দুল গণি আৰু খ্ৰীষ্টান লুৱালুং। আৰু জনচেৰেক আছিল, নাম মনত পৰা নাই। বয়সীয়া অসমীয়া শিক্ষকৰ ভিতৰত পূৰ্ণ অধিকাৰী, লুদাই কৈৱৰ্ত আৰু মই—এই ত্ৰিমূৰ্ত্তি। আমাক সকলোৱে বিশেষ শ্ৰদ্ধা কৰিছিল। অধিকাৰী আছিল গোটেই ছাত্ৰাবাসৰে উমৈহতীয়া 'দাদা'।

সদায় আবেলি ফুৰাচকাত মই, পূৰ্ণ অধিকাৰী আৰু লুছাই বাবু—এই ত্ৰিমূৰ্ত্তিৰ এৰাএৰি নহৈছিল। মাজে মাজে যোগেন শইকীয়া, ঈশ্বৰ চৌধুৰী আদিও লগ লাগিছিল। নিতৌ আবেলি আমি কোনো এটা পৰ্বতীয়া বাটেৰে ওলাই যাওঁ। দুই তিনি মাইলমান ছিলতীয়া বাটে বাটে অনাই বনাই ঘুৰিফুৰি পথুলি ঘৰ চাপোঁহি। ছিলঙৰ প্ৰায়বোৰ ঠায়েই আনকি গছলতাবোৰো যেন আমাৰ লগত চিনাকি হৈ পৈছিল। লাট চাহাবৰ বঙলাত থকা বিজুলী বাহআতীয় নলবাহবোৰ দেখি মুগ্ধ হৈছিলোঁ। সৰলৰ গোভাৰ কথা নকলেও হব। গোলাপ ফুলৰ কিমান যে বাহাৰ দেখিছিলোঁ। একোপাহ ৰব ৰব হালধীয়া গোলাপ দেখি চকু থৰ লাগিছিল। গোলাপ আৰু ডালিয়াই ব'তে ত'তে প্ৰতিযোগিতা চলাইছিল। বতৰৰা ফুলৰ অন্ত নাই। ব'তে ত'তে ফুল হলেও কোনো ফুলাৰে কিন্তু গোৰ ভাগ নাই। গোলাপ গছ আৰু নাচপতিৰ গছ ব'তে ত'তে গোজা মাৰিলেই হয়। পকা ফুৰবিবাবোৰ খাবলৈ যেনে মিঠা, গছতকৈ লাগি থকাত চাবলৈও তেনে ভাল। আমি তাত দিবোৰ

লতা-বন দেখা পাইছিলোঁ। সেইবোৰ এটা মহৎ এটা মাহেন্দ্ৰ ক্ষণ বুলি ধৰি লৈ, উঠা আমি বিস্মিত হৈছিলোঁ। গঁচাকৈয়ে ছিলংখন ফুলৰ ৰাজ্য।

পঢ়ুলি ফুৰি-চাকি উলটি আহি কেন্টিবাৰ ছাত্ৰাবাসৰ প্ৰতিটো খোটালিতে হাতত সাৰে ভৰিত সাৰে একোটা ভুমুকি মাৰি চাওঁ। অসমীয়াবিলাকক বিভিন্ন ৰূপত দেখি ভাল লাগে। কোনো বহিছে বিছনাৰ ওপৰত চকুমুদি ধ্যানমগ্ন হৈ—আগত ৰামকৃষ্ণ পৰমহংসৰ ছবি। কোনো বহিছে চিন্তামগ্ন হৈ আগত কেইটামান গুৱধৰ বটল লৈ, কোনো আছে আগত কিতাপ এখন মেলি বগলীয়ে মাছলৈ জোপ লৈ থকাৰ নিচিনাকৈ আৰু যে কত কি! যোগেন শইকীয়াৰ গোটেই গা-মূৰ ঢাকে লেপৰ তলত—চকু দুটা বাহিৰলৈ উলিয়াই কিতাপৰ লগত বিয়নি-মেল পাতি থাকে। আমি উলটি আহোঁ মানে নিয়মানুবৰ্তী 'কৰ্তা' দেৱপ্ৰসাদ দাসৰ পঢ়াশুনা সামৰি ভাত খাবৰ হয়েই, গণি চাহাবে কাকো নথকা দেখি পৰীক্ষাত ব্লেকবোৰ্ডত লেখা ভাল কৰিবলৈ কাঠৰ দেৱালত চকমাকিৰে আখৰা কৰি থাকে। দুই এজন নিশাচৰ বন্ধুৰ দুৱাৰত তেতিয়াও তলা লগোৱা থাকে। ৰাতি খাই লৈ উঠি আমি অনচেৰেক, অধিকাৰী বা মোৰ খোটালীত গোট খাওঁ যেন মাৰি পাগুৰ জাগৰ পলুৱাবলৈ। তাতে ৰাজভগনৰপৰা কলঠোক বাতুলীয়ে খোৱাবলৈকে নানা কথা শুনায়। তাতে আমাৰ দিনটোৰ ডায়েৰী দিয়া হয়। অধিকাৰী ৰাজনী উচটাই জোল খোৱাত পাকৈত। তেওঁ কুহুলিয়াই কুহুলিয়াই আনৰ পেটৰ কথা বাহিৰ কৰে, নিজৰ গোপন কথাও কয়। কোনজন কোন মন্ত্ৰীৰ ওচৰলৈ গৈছিল, কোনে শিক্ষাবিভাগৰ কোনজন বৰমূৰীয়াক তেল দি আহিল সকলো কথা ফাদিল হে পৰে। অধিকাৰী মন্ত্ৰী ৰোহিণী চৌধুৰীৰ অনুৰক্ত—তেওঁ যেনেকৈ চৌধুৰী ডাঙৰীয়াৰ ভিতৰ-চ'ৰাৰ বগাল গাধু কৈ শুনায়। কোনো কোনো দিনা আকৌ আমাৰ সেই লঘু সান্ধ্যমেলতে পঢ়াৰ গধুৰ বিষয়বোৰো খৰচি মাৰি আলোচনা কৰা হৈছিল। এইদৰেই নানা ৰংৰহইচ আৰু লঘু-গুৰু কথাৰে ছাত্ৰাবাসত আমাৰ দিনবোৰ অতিবাহিত হৈছিল।

## মাষ্টৰণি

বি. টি. শ্ৰেণীত 'থিয়ৰিটিকেল' আৰু 'প্ৰেক্টিকেল' দুইবিধ শ্ৰেণী কৰিব লাগে অৰ্থাৎ পঢ়িব লাগে আৰু পঢ়ুৱাবও লাগে। বাধ্যতামূলক বিষয় কেইটাৰ উপৰি মই বুৰঞ্জী, প্ৰাইমাৰী আৰু অসমীয়া সাহিত্যৰ বিষয় লৈছিলোঁ। কোনোটো বিষয়ে বেয়া লগা নাছিল, বিষয় কেইটা অৰতে আধুনিক বিজ্ঞানসন্মত প্ৰণালীৰে চালিজাৰি চাবলৈ আৰু পঢ়াবলৈ কৌশল শিকিছিলোঁ। 'পুৰণি পুথিবোৰক ন চকুৰে চাই লোৱা'ৰ নিচিনা কথা। বি. টি. প্ৰশিক্ষণত কিছুমান মূল শিক্ষা-নীতিৰ বিষয়ে শিকিছিলোঁ যদিও সেইবোৰ সম্পূৰ্ণৰূপে আমাৰ কাৰ্যক্ষেত্ৰত খটুৱাটো টান কিয়নো আমাৰ বিধিনি সা-সুবিধা লাগে আৰু যেনে পৰিৱেশ আৱশ্যক সেয়া আমাৰ দেছিতাম পঢ়াশালিতে নাই। তথাপি যিখিনি শিকিছিলোঁ তাকেই মই ৰাজহ অভিজ্ঞতাৰ লগত সানি-পুৰি নিজৰ শিক্ষক জীৱনত প্ৰয়োগ কৰিছিলোঁ।

ঢাকাৰ নিচিনাকৈ ছিলঙত আমি কোনোজনেই শিক্ষাদানৰ শ্ৰেণী লওঁতে বাধাৰ সমুখীন হবলগীয়া নহৈছিল। প্ৰশিক্ষণদাতা শিক্ষকসকলো আছিল সহানুভূতিশীল। প্ৰেক্টিকলত মই নিজাকৈ পাঠ দিবলগীয়া হৈছিল লাবান ছোৱালী হাইস্কুলত। তেতিয়া সেই স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী আছিল শ্ৰীমতী ইন্দিৰা মিৰি। ওপৰ শ্ৰেণীত ছোৱালীৰ সংখ্যা তাকৰ হোৱাৰ বাবে কাঁহীপাতে গা কটা নাছিল। ঘৰুৱাভাৱে কথা-বতৰা পাতি যিখিনি জানো, তাকে শিকাইছিলো। বাটত্ত পালোঁ কমাৰ, দা গঢ়ি দে আমাৰ। ওপৰ দুই শ্ৰেণীৰ সাহিত্যৰ শিক্ষয়িত্ৰী গৰাকীয়ে 'সাদৰী'ৰ কবিতাবোৰৰ শিক্ষাৰ ভাৰ মোৰ ওপৰতে জাপি দি উশাহ ললে। ছোৱালীহঁতেও বুজি নোপোৱা পাঠবোৰ উলিয়াই দি পৰীক্ষাৰ সম্ভাব্য প্ৰশ্নবোৰৰ সমিধান যুগুতাই ললে।

চাওঁতে চাওঁতে আমাৰ সান্দহ খোৱা বাগি তল যাবলৈ ধৰিলে অৰ্থাৎ স্বাস্থ্যকৰ পৰিবেশত সোৱাদলগা ছাত্ৰ জীৱনৰ চমু চাপি আহিল। মোৰ কাৰণে আৰু এটা ওপৰঞ্চি লাভ হৈছিল—সেইটো হৈছে কিছু সময় একেৰাহে বহি নিয়মীয়াভাৱে পঢ়া শুনা কৰাৰ অভ্যাস। মই কোনোদিনে কিতাপৰ পোক নাছিলো আৰু একেৰাহে বহি কিতাপত উমনি দিয়া অভ্যাসটো মোৰ নিচেইকৈ নাছিল। বি. টি. প্ৰশিক্ষণত জোৰ জবৰদস্তিৰে মুখস্থ কৰা বিদ্যা পৰিত্যাজ্য বুলি শিকোৱা হয় যদিও ধৰাবন্ধা সময়ৰ ভিতৰতে বি. টি. ডিগ্ৰী লবলৈ হলে মুখস্থৰ বাহিৰে আন পন্থা নাই। তদুপৰি বয়স বাঢ়ি অহাৰ লগে লগে মোৰ স্মৰণ শক্তিও ভোতা হৈ আছিল। তথাপি পৰিশ্ৰমৰ ফলত আৰু ঈশ্বৰৰ অনুগ্ৰহত দ্বিতীয় শ্ৰেণী বি. টি. ডিগ্ৰী এটা লবলৈ সমৰ্থ হৈছিলো। ইংৰাজীত ভাল দখল থকা হলে প্ৰথম শ্ৰেণী হয়তো পালোঁহেতেন।

## গুৱাহাটীৰ ভুখৰীয়া ছবি

বৰ্ত্তমান অসমত অস্থায়ী ৰাজধানী গুৱাহাটীৰ মানুহৰ সীমা-সংখ্যা নাই, ঘৰ-দুৱাৰৰ সীমা-সংখ্যা নাই, যান-বাহনৰ সীমা-সংখ্যা নাই। দুকুৰি বছৰ পূৰ্বে মই স্কুল কলেজত পঢ়া দিনত কিন্তু সকলো সীমাৰ ভিতৰতে আছিল। ইজনে সিজনক চিনি পাইছিল, ইঘৰে সিঘৰৰ দুখ-সুখৰ ভাগ লৈছিল। ডাঙৰ মানুহ বা সমাজৰ মুখিয়াল মানুহ সেইদিনত তাকৰ আছিল আৰু তেওঁলোকৰ সংখ্যা আঙুলিৰ পাবত গণি শেষ কৰিব পৰা আছিল। সেইসকল 'বাবু' বুলিহে জনাজাত হৈছিল। যেনে, মাণিক বাবু (৺মাণিকচন্দ্ৰ বৰুৱা), ভুবন বাবু (৺ভুবনৰাম দাস), দুলাল বাবু (৺দুলাল চৌধাৰী), নবীন বাবু (৺নবীনচন্দ্ৰ বৰদলৈ)। এয়া হৈছে বঙলা ভাষাই গ্ৰাস কৰা প্ৰভাৱৰ ফল। আন ঠাইত প্ৰচলিত এফাকি একে ধৰণৰ পদ মই সৰুতে গুৱাহাটীতো শুনিছিলোঁ, যেনে—

মহেশ্বৰ গোসাঁইৰ খত
দুলাল বাবুৰ মত।
কেশী বাবুৰ বড়ী
সূৰ্য্যকান্তৰ ঘড়ী।

মহেশ্বৰ গোস্বামী হৈছে দেশদেউ৺া ৺হৰেশ্বৰ গোস্বামীৰ কম্পাউণ্ডাৰ। দুলাল বাবু হৈছে দুলাল চৌধুৰী, কেশীবাবু হৈছে হেম গোসাঁইৰ শহুৰেক কেশৱ বৰুৱা। এওঁৰ নামেৰেই প্ৰতিষ্ঠিত হৈছে ভৰলুৰ পশ্চিমে কামাখ্যা-শ্মশানৰ ওচৰত 'কেশী আশ্ৰম'। সূৰ্য্যকান্ত বৰুৱা গুৱাহাটী শিলসাকোঁৰ। তেওঁ কাছাৰীত কাম কৰিছিল আৰু আজৰি সময়ত মানুহক ঘড়ী ভাল কৰি দিছিল। তেওঁ পিঠি দিয়াৰ পিছতো হেনো তেওঁ ভাল কৰা ঘড়ীৰ দম বন্ধ হৈ গৈছিল। অৱশ্যে এজনকো মই দেখা নাছিলো। ওপৰৰ কবিতাফাকিকে অনুকৰণ কৰি ময়ো ল'ৰা মনেৰে এফাঁকি কবিতা ৰচনা কৰি বন্ধু মহলত মেলি দি আমোদ কৰিছিলোঁ।

ৰামস্বৰূপৰ কচুৰি
কুঞ্জ ঠাকুৰৰ মিছিৰি।
চুণীবাবুৰ গোসাঁনী,
অগ্নি শৰ্মাৰ টিকনি।

ৰামস্বৰূপ উজান বজাৰৰ সেইদিনৰ এজন বিখ্যাত মেচোৱাৰী মিঠাইৱালা, তেওঁৰ কচুৰিৰ জুতি পোৱা মানুহে সেই সোৱাদ পাহৰিব পৰা নাই। আজি তেনে কচুৰী পোৱা নেযায়। কুঞ্জ ঠাকুৰ নহলেও ফাঁচীবজাৰত আজিও তেওঁৰ নামৰ দোকান পূৰ্ববৎ চলি আছে। গেলামালৰ উপৰিও পূজাৰ বস্তু, শ্মশানৰ বস্তু, কবিৰাজী অনুপান আদি আন দোকানত নোপোৱা হৰেক ৰকম বস্তু তাত পোৱা যায়। চুণীবাবুৰ দুৰ্গাপূৰ্ণা আছিল কাকত জিলিকা। 'অগ্নি শৰ্মা' এসময়ৰ এজন খড়াল হেডমাষ্টৰৰ উপনাম। কৃতী শিক্ষাবিদ হোৱাৰ উপৰিও তেওঁ নৈষ্ঠিক ব্ৰাহ্মণ আছিল। কোট-পেন্টলুং পৰিধান কৰিলেও মূৰৰ পাছফালে জিলিকি থকা টিকনীডালে তাৰ সাক্ষ্য দিছিল।

আজিকালি ঘৰৰপৰা বাহিৰ ওলালেই জীউটো টোপোলাত বান্ধি লৈ যাব লাগে, কোন টলকত কোনখন যান-বাহনে কাৰ পেটু উলিয়ায় কোনেও ক'ব নোৱাৰে। তেতিয়া কিন্তু এনে নাছিল। চাৰিচকীয়া ঘোঁৰাৰ গাড়ীৱেই আছিল যাই বাহন, আলি-পদূলি আছিল বাটকৰুৱাৰ বাবে নিৰাপদ। আমি নিজেও আবেলি খোজ কাঢ়িয়েই বহু নিলগলৈ গৈছিলোঁ—কেতিয়াবা গৈছিলোঁ—পশ্চিমে পাণ্ডুলৈ, কেতিয়াবা গৈছিলোঁ দক্ষিণে ছিলং আলিৰে, কেতিয়াবা পূবে ৰাজগড়লৈ, কেতিয়াবা গৈছিলোঁ এতিয়া লোখনাপাৰ থকা বিহুৱী কবিৰ পাম-ঘৰ বোন্দা গাঁৱৰ ওচৰলৈকে। আজি ভাবিলে আচৰিত আচৰিত লাগে। ঘোঁৰা দেখিলে খোৰা হয় বুলি এষাৰ কথা আছে। সেইবাবেই হবলা আজিকালি ইমান দূৰ খোজকাঢ়ি ফুৰাচকাৰ কথা কোনেও চিন্তা নকৰে। উজান বজাৰৰপৰা পানবজাৰলৈকে যাবলৈ ৰিক্সা লাগে, চিটিবাছ লাগে। বিবিলাকৰ মটৰ আছে তেওঁলোকৰ ভৰিয়ে বসুমতী স্পৰ্শ নকৰেই।

### গুৱাহাটীৰ বজাৰ

ইংৰাজে দেশ লোৱাৰ পিছত গুৱাহাটীত বজাৰ আছিল পাঁচখন—উজান বজাৰ, পানবজাৰ, ফাঁচীবজাৰ, পল্টন বজাৰ আৰু বলং বজাৰ। বলং বজাৰ বহিছিল ভৰলু

দলঙৰ দাঁতিত। এইখন দলঙৰ নামটোহে মই বিহগী কবিৰ মুখত শুনিছিলোঁ। দেখা হলে নাছিলোঁ। গুৱাহাটীৰ বিভিন্ন অঞ্চলৰ নামৰ আগত এই বজাৰবোৰ বৃটিছ আমোলৰ পাতনিতে সংযুক্ত হৈছিল বুলি ভাবিব পাৰি। তাৰ পূৰ্বতে উজান বজাৰ অঞ্চলক লতাশিল, এতিয়াৰ চেনীকুঠী, শিলপুখুৰী অঞ্চলৰ কুকুৰমুতা শিলপুখুৰীৰ পূবৰ অঞ্চলক জয়তুৱাৰ বোলা হৈছিল আৰু ফাঁচীবজাৰৰ পৰা ভাটীৰ অংশক ভৰলুমুখ বুলি জনা গৈছিল। ছিলং ৰোড, পল্টন বজাৰ অঞ্চল পূৰ্বতে টকৌবাৰী বুলিহে জনা গৈছিল। লতাশিল, কটাশিল, কুকুৰমুতা, টকৌবাৰী, বিহাবাৰী, ভৰলুমুখ এইবোৰ আগৰদিনীয়া নাম। বেজ-বৰুৱাৰ 'বেলিমাৰ' নাটত বদন বৰফুকনৰ বাঘৰ আগমণহ খোৱা পুত্ৰ ছুটিয়ে পানবজাৰত বলিয়া দঁতাল মেলাৰ কথা উল্লেখ কৰা হৈছে। সম্ভৱতঃ মুছলমান-আগমনৰ ফলত মুছলমানী বজাৰ শব্দ যোগ হৈ এই ঠাইবোৰ বজকৰা হৈছিল। আজিকালিৰ কোনো কোনোৱে পণ্য বজাৰৰপৰা পানবজাৰ হোৱা বুলি কব খোজে, এই কথা ঠিক নহয় বুলিহে মই ভাবোঁ। অসমীয়া মুখ-ৰোচক তামোলখনৰ মুখত খোৱা ধপাতৰ বাহিৰে এই তিনিওটা উপকৰণৰ স্মৃতি এই গুৱাহাটীৰ বাহিৰে-ভিতৰে আছে। গুৱাহাটী নামটোতে গুৱা (তামোল), পানবাৰী মৌজাৰ পান আৰু চুণচালি বাগিচাত চুণৰ অস্তিত্বৰ উমান পোৱা যায়। এনে-স্থলত পানবজাৰৰপৰা 'পান' দলিয়াই 'পণ্য' অনা দেখিলে ভাল নালাগে দেখোন। সেইদৰে 'ফাঁচী' শব্দটোক ফাঁচী দি তাৰ ঠাইত 'ফেঞ্চি' (মনোহাৰী) শব্দ বহুৱাই ফেঞ্চিবজাৰ কৰা দেখা গৈছে। এনেদৰে পুৰণি নামবোৰত পণ্ডিতীকৰণ চলিলে বহু ঠাইৰ আঁতিগুৰিৰ চিন-চাবেই নাইকিয়া হৈ যোৱাটো সম্ভৱ। এসময়ত গুৱাহাটীৰ পূবৰ এটা সৰু অঞ্চলত গোবৰ্দ্ধন গান্ধী নামেৰে এজন দেছোৱালী মানুহৰ বিস্তৰ ভূ-সম্পত্তি থকা ঠাইডোখৰ গান্ধী-বস্তী নামেৰে জনাজাত আছিল। আজিকালি সেই গান্ধীবস্তীয়েই 'গান্ধীনগৰ'লৈ ৰূপান্তৰিত হৈছে। এইদৰে গোবৰ্দ্ধন গান্ধীক আঁতৰ কৰি সেই ঠাইলৈ মোহনদাস গান্ধীক টানি আজুৰি অনা হৈছে। তাৰ ওচৰতে আকৌ শৰণীয়া শিখৰত (১৯৭০) চনত মহাত্মা গান্ধীৰ মূৰ্তি এটা থিয় কৰাই গান্ধী ভৱন নিৰ্মাণ কৰি মহাত্মাৰ স্মৃতি হাকুটি জোৰায়ো চুকি নোপোৱা কৰি ৰখা হৈছে। এক জনশ্ৰুতি মতে হেনো এই সৰু পৰ্বতটোৰ ওপৰত উঠি পৰ্বতীয়া গোঁসায়ে আহোম ৰজাক শৰণ দিয়াৰ বাবেই ইয়াৰ নাম শৰণীয়া পৰ্বত হ'ল। স্বৰ্গদেৱসকলে কাৰো আগত মাথা চাপৰ নকৰে, সেই কাৰণে পৰ্বতৰ ওপৰত থকা গোসাঁইৰ প্ৰতিও তলমূৰ নকৰি ওখ মূৰ কৰিহে প্ৰণাম জনাবলগীয়া হৈছিল।

সি যি নহওক, আজিকালি আমাৰ উজান বজাৰখনেই হ'ল চহৰৰ আটাইকৈউখন বজাৰতকৈ টোকোনা বজাৰ। ইয়াত অভিৰুচিমতে মাছ-পাচলি একো কিনিবলৈ পোৱা নাযায়, কিবা পালেও জুইছাই দাম। তেতিয়া কিন্তু ফাঁচীবজাৰৰ পিছতেই এইখন চহৰী বজাৰ আছিল। মাছ-পাচলি, চাউল-দালি, যাকে যি লাগে তাকে পোৱা গৈছিল ইয়াতেই। দোকানী-পোহাৰীবোৰ আজিকালিৰ দৰে যাৰবজাল নাছিল। দুখ লাগে, আজি সৰু সৰু বেপাৰ-বাণিজ্যৰ পৰাও অসমীয়া মানুহ বিতাড়িত হৈছে, অথচ বহু সময়ত নিজৰ দোষতেই। তেতিয়া মতা মানুহে মাছ বেবেজিছিলেই। উজান বজাৰৰ কৈৱৰ্ত

সম্প্ৰদায়ৰ তিৰোতা এচামে মাছৰ বেপাৰটো একচেটীয়া কৰি লৈছিল। নিঠকৱা বাৰী-হুমুনী বিলাকেও পৰত হাত নপতাকৈ মাছ বেচি পেট প্ৰবৰ্ত্তাবলৈ সমৰ্থ হৈছিল। জে-বকৱা চাহাবে কেতিয়াবা মাছৰ বজাৰত সোমাই মাছ কিনা দৃশ্য মই নিজ চকুৰে দেখিছিলো। তেওঁ এজনী পোহাৰীৰ শুধিলৈ গৈ সোধে, "আইতা! মাছ চকলৰ দাম কিমান?" পোহাৰীয়েও ভাঙৰীয়াক চিনি পায়। সেছি দামৰ কথা নকয়। যি কয় তাকে দি ভাঙৰীয়া বজাৰ কৰি আহে। মাছৰ পোহাৰত যাতে সময়ে পাৰিষা লুইতত উটি অহা পহুৰ মঙহ ভাগ কৰি বেচা হৈছিল—প্ৰতি ভাগত শিকিটো, ৰৰ বেছি আধলি এটা। আজিকালি দুৱৰী চিতল ভাগ্যৱন্ত সকলেহে দেখিবলৈ পায়, খাবলৈকো পায়। সাধাৰণ তৰপৰ মানুহে আনকি বজাৰতো থবিয়া মাছকে চিতল বুলি কোৱা হয়। তেতিয়াৰ মাছৰ বজাৰত আৰু এটা দৃশ্য দেখি ভাল লাগিছিল, শুক্ৰ দুজনাৰ তিথিৰ দিনত পোহাৰী বাইহঁতে পৰাপক্ষত মাছ নেবেচে, কোনোবাই বেচিবলৈ আহিলেও হাতেৰে মাছ নোছোৱে, কিনোতাক জীৱনীয়া কাৰৈ বা মাগুৰ মাছ ধৰি দিবলৈ লগত এটা লিহিকাই লৈ আহে। খাচিয়ানী বিলাকৰ দৰে শাক-পাচলিও পোহাৰী বাইহঁতেই বেচিছিল। মোৰ দেউতা আৰু সেইকালৰ অনেক ভদ্ৰলোকে নিজৌ নিজে গৈ চাই-চিতি বজাৰ কৰি আনিছিল। উজান বজাৰত এনেভাৱে বজাৰ কৰা মানুহৰ ভিতৰত দেউতা আৰু শশ পেস্কাৰৰ (৺শশধৰ চৌধুৰী, চিৰস্তাদাৰ) নাম আছিল। তেওঁলোকে ভালৰ ভাল খিনি দৰদাম কৰি কিনি-কুটি আনি বান্ধনীক সহায় কৰিছিল। মইয়ো অলপ দিন আগলৈকে কিছু পৰিমাণে এই বজাৰ কৰা অভ্যাসটো ৰাখিছিলো। পিছে কোনো কোনো বস্তৰত টকলা বজাৰলৈ গৈ হাতে মুখে উলটি আহিবলগীয়া হোৱাতকে দুখ লাগে। তেতিয়া দেউতাৰ আধলি-এটকাৰ বজাৰেই আমাৰ সৰু ঘৰখনৰ বাবে থাপ্তি-ভাতি গৈছিল—সেই আধলি-টোতে মাছে-পাচলিয়ে, তামোলে-পানে দিনটোৰ বাবে লাগতিয়াল বস্তু সকলোখিনিয়েই আছিল। এতিয়াৰ দৰে তেতিয়া আমাৰ কচায়ে কটা মঙহ খোৱাৰ অভ্যাস নাছিল। টকা এটাতে পঠা এটা যি সময়ত পোৱা গৈছিল সেই সময়ত কচাইৰ মঙহ খোৱা আৱশ্যকো নাছিল। দ্বিতীয় মহাসমৰৰ আগে আগে কচায়ে ঘৰে ঘৰে বেচি ফুৰা মঙহ অৱশেষে আমাৰ ঘৰত সোমাইছিল। তেতিয়া পঠাৰ মঙহৰ সেৰে চ'অনা আৰু খাহীৰ মঙহৰ সেৰে এক আধলি আছিল, তাকো কিনিবলৈ মানুহে এৰাইছিল। মোৰ এজনী ভনীৰ বিয়াৰ ভোজৰ বাবে চাৰিটা ডাঙৰ খাহী কিনা হৈছিল একুৰি কপ দি। এয়া ১৯৩৬ চনৰ কথা। আজি কালি কুৰি টকাত তিনি কিলো মঙহহে পোৱা যায়। আজিৰ লৰা-ছোৱালী বিলাকে ভোগৰ মুখ দেখা নাই, ৰোগৰহে মুখ দেখিছে।

মাছৰ নিচিনা শাক-পাচলিও আছিল নানা তৰহৰ। পোহাৰখন ভৰি থাকে, সিকি এটাৰেই এপাচি বস্তু কিনি আনিব পাৰি। আজিকালি আগতকৈ কিছুমান শাক-পাচলিৰ প্ৰাচুৰ্য্য বাঢ়িছে যদিও কেইবিধমান লাহে লাহে লোপ পাই নাইকিয়া হৈ আহিছে। লাইশাকো উদাহৰণ স্বৰূপে লফা শাক আৰু বাৰৰি শাকৰ নামকে লব পাৰি। লাইশাকো প্ৰায় বজাৰত কমি আহিছে। চাপৰি 'চাপৰি তুলি যায় বাৰৰি' বুলি বিহুনাম গাইছেই এতিয়া

আমি সন্তুষ্ট হবলগীয়া অৱস্থা হৈছে। ইঁহকনী আৰু বাৰবি শাক ভজাখনৰ জুতি জিভাই পাহৰিছে বুলিয়েই ক'ব পাৰি। সেই দিনত আলু আছিল দুবিধ খাচীয়া আলু আৰু ৰংপুৰীয়া আলু। খাচীয়া আলু ফহ ফহীয়া, পিটিকি খাবলৈ ভাল, মিহি হৈ গলি যায়। সিজোৱা ৰংপুৰীয়া আলুৰ বাকলি কাকত পাতৰ দৰে একবাৰ পাৰি, ভাতত দি ফামুৰি খাবলৈ ভাল। পিছে এতিয়া ৰংপুৰীয়া, খাচীয়া আলুৰ সলনি ভাটীৰ ফালৰ নানাবিধ আলুৰে বজাৰ ভৰি পৰিছে, কোনবিধ কি ধৰিবলৈকে টান। কোনো কোনো আলুত আকৌ চৰ্কাৰী সাৰৰ সোৱাদহে বেছিকৈ পোৱা যায়।

অসমীয়া মানুহৰ ম'হৰ খুটি আছিল যদিও তেতিয়া গুৱাহাটীত ছিলেটীয়া আৰু নেপালী গুৱালেই গাখীৰ যোগাইছিল। লাগ বুলিলেই কম দৰতে দৈ, মাখন, ঘিঁউ পোৱা গৈছিল। টেমাৰ মাখনৰ, গুড়ি গাখীৰৰ কোনো আৱশ্যক নহৈছিল। নগৰৰ বহুত মানুহে ঘৰতে দুই-চাৰিজনী গাইগৰু পুহি গাখীৰৰ দিহা কৰি লৈছিল। গাখীৰত পানী মিহলোৱা নিয়ম তেতিয়াও আছিল কিন্তু এতিয়াৰ দৰে পানীত গাখীৰ মিহলাই বেচা নহৈছিল। এজন ৰাজহুৱা গৰখীয়া আছিল, নাম ঠাকুৰাম; ৰাতিপুৱা ঠাকুৰামে ঘৰে ঘৰে পদুলি মুখত বিড়িমাৰি গৰু-গাইবোৰ উলিয়াই লৈ যায়। দিনটো জজ পথাৰত বা আন কোনো চৰণীয়া পথাৰত গৰুবোৰ মেলি দিয়ে। আবেলি গৰুবোৰ খেদি লৈ আহে এপাল গৰু, দুকুৰি আঢ়ৈকুৰি গৰুৰ জাক। দেখিলেই ভাল লাগে। প্ৰতিটো গৰু চৰোৱাৰ বাবে মাহে সিকি এটা দিব লাগে।

সেই দিনত চহৰত খৰিৰ সমস্যা নাছিল বুলিলেই হয়। উত্তৰে দি বৈ যোৱা ব্ৰহ্মপুত্ৰখনেই আছিল চহৰৰ ঘাই খৰি যোগনিয়াৰ। ওচৰে-পাজৰে থকা পৰ্বত-কেইটাও আছিল খৰিৰ ভঁৰাল। বেছি দুৰৰপৰা হাঁকুটি জোৰাই গাড়ীৰে বা ট্ৰাকেৰে খৰি আনিবলৈ কোনো আৱশ্যক নহৈছিল। বাৰিষা লুইতৰ বুকুত বৰ বৰ গছবোৰ টৌ খেলি খেলি উটি আহিছিল। দুয়ো দাঁতিৰ লুইতপৰীয়া মানুহবিলাকে সেই খৰি ধৰি অপৰিসীম আনন্দ লাভ কৰাৰ উপৰিও বছৰ দিনৰ বাবে নিজলৈ খৰি গোটাই ৰাখিছিল আৰু অতিৰিক্তখিনি বেচিও বাৰুকৈয়ে লাভবান হৈছিল। নিতৌ আবেলি পানী-কলৰ পৰ্বতৰ ওপৰত বহি আমি লৰাবিলাকে লুইতত খৰি ধৰা দৃশ্য চাই চকু আৰু মনক তৃপ্তি দিবলৈ সুবিধা পাইছিলোঁ। খৰি ধৰা মানুহবিলাকে লুইতৰ প্ৰচণ্ড গতিৰ আগত দেখুওৱা সাহসত বিস্ময়াভিভূত হৈছিলো।

১৯৫০ চনৰ (১৫ আগষ্ট) বৰ ভুঁইকঁপেই বোধকৰো লুইতৰ পাৰত জমা হৈ থকা সকলোবোৰ খৰি উটাই আনি শেষ কৰি দিলে। সেইবাৰ ইমান খৰি উটি আহিছিল যে একো সময়ত লুইতৰ গোটেইখন বহল বুকু খৰিয়েই ঢাকি পেলোৱা যেন অনুমান হৈছিল। খৰিৰ লগতে মূল্যবান কাঠো অৰণ্যে উটি আহিছিল। লুইতৰ পাৰত সেই খৰিৰ পৰ্বতৰ দৃশ্য চাবলগীয়া হৈছিল। গুৱাহাটীৰ মানুহে দুই তিনি বছৰৰ খৰি সস্তীয়া দৰতে কিনি গোটাই থব পাৰিছিল। সেই ভুঁইকঁপে খৰিৰ লগতে আঁৰি, বৰালী, কচ আদি বাকলি নোহোৱা মাছবোৰৰো সপিণ্ডন কৰিছিল। সেই কেইদিন বজাৰত মাছেই মাছ। কোনো

কোনোৰে কিবা অসুখ-বিসুখ হোৱাৰ ভয়ত সেই মাছ খোৱা নাছিল যদিও বহুতে আকৌ সেই সুযোগ এৰি দিয়া নাছিল। সিকি এটাতে একোটা বৰ আঁৰি পোৱা হৈছিল। বৌ, চিতলবোৰক অৱশ্যে ভুঁইকঁপে বলে পৰা নাছিল। ইমানবোৰ মাছ একেলগে মৰিছিল যে আজি সেই দৃশ্য কল্পনা কৰিবলৈকো টান।

নৈৰ চাপৰিত ডাওগছ আৰু ওচৰৰ পৰ্বত কেইখনতো আছিল বাঁহ-কাঠ, খৰি অপৰ্যাপ্ত; লাগ বুলিলে গোটাই আনিলেই হয়। আমাৰ ঘৰত থকা লগুৱা ল'ৰাবিলাকে দুপৰীয়া ওলাই গৈ গধূলি একোভাৰ খৰি লৈ উভতি আহে। কেৱল খৰিয়েই নহয়, খৰিৰ লগতে আহে একোটা টোপোলা, ভাত কেবেলা, সৰু জাতৰ তিতা কেবেলা, লতি (পতলৰ দেশী জাত) আৰু লেটাগুটি, কেতিয়াবা কাঠ আলু। এইবোৰ বস্তু হাবিৰ মাজত আপোনা-আপুনি হৈছিল; তাতে "মোক নে মোক নে" কৈ আছিল। মিকিৰণী বাইহঁতেও ঘৰে ঘৰে আহি খৰি যোগাইছিল। বুকুত একোটা কেঁচুৱা, পিঠিত একোবোজা খৰি, সেই স্বাৱলম্বী অসমীয়া তিৰোতাবিলাকৰ অফুৰন্ত কৰ্মশক্তি দেখি সঁচাকৈয়ে ভাল লাগিছিল। তিনি অনা বা চাৰি অনাত একোবোজা খৰি সকলোৱে সহজে কিনি লব পাৰিছিল। বজাবলৈ গলে নেপালীৰ ঘৰত জমা কৰি ৰখা ডাঙৰ খৰিৰ বোজা আৰু তিনি চাৰি টকাতে সৰু গাড়ীৰ খৰিও পোৱা গৈছিল। সেইখন গুৱাহাটীতে আজি মেকুৰীৰ মূৰত মাৰ মাৰিবলৈকে খৰি এডালৰ অভাৱ হৈছে।

দোলা-পালি

বজা-দিনত আৰু বৃটিছ আমোলৰ আগছোৱাত দোলা পাল্কীৰ ব্যৱহাৰ হৈছিল। স্বৰ্গদেৱ, কুঁৱৰী আইছু, ডা-ডাঙৰীয়া আৰু সম্ভ্ৰান্তসকলে দোলাত উঠি অহা-যোৱা কৰিছিল। তেতিয়াৰ দোলা-পাল্কী আছিল এতিয়াৰ এৰোপ্লেনৰ বা তাতকৈ দামী মটৰকাৰৰ সমতুল্য সম্ভ্ৰান্ত বাহন। বজা-দিনত চাউলীৰকৰা, ঘোঁৰাৰকৰাৰ দৰে দোলাকাষৰীয়া বৰুৱা আছিল দোলাৰ তত্ত্বাৱধায়ক। এখন উজনি নগৰ দুলীয়াজান নামটোত পাহৰা স্মৃতিৰ গোন্ধ পোৱা যায়—প্ৰথম আৰু ধাৰাসাৰ বৰষুণত তিতা শুকান খৰখৰীয়া পৃথিৱীৰ মাটিৰ গোন্ধৰ দৰে। আজিও কোনো কোনো পৰিয়ালৰ পৈত্ৰিক সম্পত্তিৰ সাক্ষী স্বৰূপে কাৰো কোনোত লবলৈ নেপাই এলাগী দোলাই বাৰীৰ চুকত বা ভঁৰালৰ দাঁতিত লেই লেই ছেই ছেই অৱস্থাত মৰণৰ দিন গণি আছে।

জ্যোতিপ্ৰসাদৰ 'জয়মতী' বোলছবিত বাণমকৰ খ্যাতনামা অভিনেতা ফণিমোহন চৌধুৰীয়ে লালুকসোলা বৰফুকনৰ ভূমিকাত দোলাত উঠি এটা উৰলি যোৱা যুগৰ দৃশ্য আকৰ্ষণীয়ভাৱে ৰূপায়িত কৰিছিল। মণিৰাম দেৱানে সুদূৰ কলিকতা নগৰৰ ৰাজআলিত পাল্কীত ভ্ৰমণ কৰি মুঠি মুঠি পইচা বাটে বাটে সিচি অসমীয়া জাতীয়তাৰ আভিজাত্য প্ৰকাশ কৰিছিল। বৃটিছ আমোলৰ পাতনিতে হাকিম-সৰবাহীৰ আদিয়ে দোলাত উঠি গৈহে নিজ কৰ্মস্থানত গোচৰ শুনিছিল। বিয়াত দৰাক দোলাত আৰু কইনাক পাল্কীত তুলি নিয়া হৈছিল। ঠায়ে ঠায়ে দৰাই হাতীও ব্যৱহাৰ কৰিছিল। সত্ৰাধিকাৰসকলো দোলাত উঠি শিচ ভজাবলৈ গৈছিল। দিন গৈ বছৰ লগে লগে পুৰণি আভিজাত্যৰ বাহন দোলা-পাল্কীৰ

দিনো উকলিছে। ঘোঁৰাগাড়ীৰ যুগো গ'ল। এতিয়া মটৰগাড়ীৰ যুগ চলিছে। দোলা-পাৰ্কীক দীঘলী পুখুৰী পাৰত থকা সংগ্ৰহালয়ৰ আশ্ৰয় লগা হৈছে।

একেভাৱেই টকৌপাতেৰে সজা পুৰণি জাপিকেইটাৰো আয়ুস টুটি আহিছে। মই ল'ৰাকালত দেখিছিলো, আইসকলে বৰজাপিৰ জাঁৰত আলি ওলাই ইফৰ সিফৰ কৰিছিল। আজিকালি আইসকলক সাতোটি সেৱা জনাই বৰজাপিয়ে বিদায় ললে, মূৰৰ এহতীয়া ওৰণিখনো গ'ল, যিকণ আছে তাৰো যাওঁ যাওঁ অৱস্থা। ছাতিৰ আগমন হোৱাৰ পিছৰপৰাই সৰুজাপিৰো ব্যৱহাৰ হ্ৰাস পাই আহিছে। আনৰ কথা বাদেই, অসহযোগ আন্দোলনৰ সময়ত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈকো ছাতি এৰি জাপি লৈ কাছাৰীলৈ অহাযোৱা কৰা দেখিছিলো। এতিয়া আৰু চহৰীয়া কোনেও জাপি নলয়, গাঁৱলীয়াই অৱশ্যে হালখন জুৰিবলৈ যাওঁতে এতিয়াও জাপিটো লৈ যায়, বোৱনী-দাৱনীয়েও সকদৈয়া জাপি ব্যৱহাৰ কৰে। পিছে ছাতিয়ে জাপিৰ ঠাই একেবাৰে বেদখল কৰি লবলৈ আৰু বেছিদিন নাই হবলা। এতিয়া অৱশ্যে কাৰুকাৰ্যখচিত সৰু ফুলাম জাপিৰ ব্যৱহাৰ কিছু বাঢ়িছে। ছবিখনত জাপিৰ প্ৰাধান্য দেখি কোনো কোনো বিজাতৰীয়া পিলিঙা দুৰ্শকে 'জয়মতী' বোলছবিক 'জাপিমতী' আখ্যা দি আত্মতৃপ্তি লাভ কৰা কথা আজিও আমাৰ মনত আছে। এইবোৰেই বাৰীৰ ঘাঁহেৰে গোহালিৰ গৰুৰ ৰাহি নহা কথা। সেয়ে হলেও নিজকে অসমীয়া বুলি জাহিৰ কৰিবলৈ নাইবা ঘৰৰ ৰূপশ্ৰী বৃদ্ধি কৰিবলৈ আমাৰ বহুতৰ ড্ৰয়িংৰুমত ফুলাম জাপি বেৰত ওলোমাই দিয়া নিয়ম হৈছে। ৰঙালী বিহুৰ কেইদিন আমাৰ মনত অসমীয়া জাতিয় সংস্কৃতিয়ে উক দিয়ে। সেই সময়ত বিহুৱা ডেকাইতৰ মূৰত ফুলাম গামোচা আৰু বিহুৱতী গাভৰুইতৰ মূৰত ফুলাম জাপিয়ে টিখিলখিলাবলৈ সুবিধা পায়। বাহিৰৰপৰা কোনো অনা-অসমীয়া বিশিষ্ট অভ্যাগত আহিলে তেওঁলোকলৈকো ফুলাম গামোচা আৰু ফুলাম জাপিৰ উপঢৌকন আগবঢ়োৱা হয়। তেতিয়া আন কেইখন বজাৰত অনা-অসমীয়াৰ প্ৰাধান্য থাকিলেও উজান বজাৰখন অসমীয়া বেপাৰী-পোহাৰীৰ হাতৰ মুঠিতে আছিল এতিয়াৰ দৰে দেছুৱালী 'চৰজীৱালা' সেই দিনত নাছিল। অসমীয়া কমাৰ, কুমাৰ, তেলী, মালী, নাপিত আদি আছিল। মুচিয়াৰ অৱশ্যে নাছিল। এওঁলোক আমাৰ ঘৰুৱা মানুহৰ দৰে আছিল এতিয়া কিন্তু গুৱাহাটিৰ আলিবাটত সকলো ক্ষেত্ৰতে অনা-অসমীয়াইহে সোণ বুটলিছে, জীয়াই থাকিও আমি মৰাৰ নিচিনা হৈছো। তেতিয়া অসমীয়া তেলীয়ে ঘৰে ঘৰে তেল বেচি ফুৰিছিল—এই তেলীবোৰৰ বেছিভাগেই আছিল বামদিয়া, গুৱালকুছি আদি ঠাইৰ। তেলীজনৰ তেলৰ ভাৰখনত দুটা টিন, এটাত থাকে মিঠাতেল, আৰু আনটোত কেৰাচিন তেল। উঠনা গাধীৰৰ দৰে ঘৰে ঘৰে তেল বেচি যায়। কোন মাহত কেই পোৱা তেল লয়, ঘৰৰ বেৰত এনাবেৰে আঁচ মাৰি থৈ যায়—বাবা মোত্তাফাই আলিবাবাৰ ঘৰত চিন দি থৈ যোৱাৰ নিচিনাকৈ। মাহটোৰ অন্তত বেৰখনত যিমান আঁচ থাকে সিমান পোৱা তেল হিচাপত ধৰি আঁচবোৰ মোহাৰি পেলোৱা হয়। অবিশ্বাসৰ কোনো কথা মুঠে—তেলীয়াৰো নঠগে, গিৰিহঁতেও নঠগে। এতিয়া আৰু গুৱাহাটীৰ আলিবাটত ভাৰত তেল বেচা অসমীয়া তেলী নাই। সেই ঠাই চকা লগোৱা গাড়ীত তেলৰ

ধামা তুলি বেচি ফুৰা অনা-অসমীয়া তেলীয়ে দখল কৰি লৈছে। আমি আজি তাওৰ শোধনাগাৰ লাগে বুলি টেটুফালি চিঞৰিছোঁ; কিন্তু তেলৰ বেপাৰধন আমাৰ নিজৰ হাতত ৰাখিবলৈ কোনো চেষ্টাকে কৰা নাই। সৰিয়হৰ বেপাৰ তেতিয়া একচেটিয়াভাবে গুৱালকুছীয়া বেপাৰীৰ হাতত আছিল, এতিয়া সিও মাৰোৱাৰীৰ গৰাহত পৰিছে।

অসম ৰজাই দৌল-দেৱালয়বিলাকৰ বাবে নিষ্কৰ মাটি দান কৰি ভাগে ভাগে নানা শ্ৰেণীৰ জীৱিকাৰ মানুহৰ পুৰুষানুক্ৰমিকভাৱে সংস্থাপনৰ দিহা কৰি দিছিল। কামাখ্যা আৰু উগ্ৰতাৰা দেৱালয়ৰ বাবে পূজা আদি উছৱত এই শ্ৰেণী মাটি খাই খাটি দিয়া মানুহ মই দেখা পাইছিলোঁ। উগ্ৰতাৰা দেৱালয়লৈ বছৰি পূজাৰ সময়ত ঢুলীয়া আহিছিল, ঢোলধনী আহিছিল, ওজাপালি আহিছিল—এইবোৰ দেৱালয়ৰ বজাদিনীয়া বায়ত। বৰ্তমান বেল-নগৰ মালীগাঁও কামাখ্যাৰ মালীবিলাকৰ নামেৰেই নামকৰণ কৰা হৈছিল—এতিয়া অৱশ্যে নগৰৰ নামটোৰ বাহিৰে কোনো মালীৰে ভাত একিয়াৰ নাই। কামাখ্যাৰ মালীবিলাক অৱশ্যে আজিও গোসাঁনীৰ, যাত্ৰীৰ আৰু গুৱাহাটীৰ সৰস্বতী পূজাৰ মালী হৈয়েই আছে।

কামাখ্যাৰ নাপিতেই সেই সময়ৰ গুৱাহাটীৰো নাপিত আছিল। ছিলেটীয়া নাপিত আৰু দেছুৱালী নাপিত জনচেৰেক আছিল যদিও অসমীয়া মানুহৰ ঘৰত অসমীয়া নাপিতৰেই প্ৰতিপত্তি আছিল। মই ল'ৰাকালত গুৰু নাপিতক পাইছিলোঁ, তাৰ আগতে পূৰ্ণ নাপিত আছিল। গুৰু নাপিত উজান বজাৰৰ বহু পৰিয়ালৰ ঘৰুৱা মানুহৰ নিচিনা হৈ পৰিছিল। বিয়া-বাৰু, সৰস্বতী পূজা আদিতো এওঁ বন্ধনশালাত ময়দা মৰা আৰু হুদাৰকী কামৰ ভাৰ লৈছিল। আমাৰ ঘৰলৈ গুৰু নাপিত সপ্তাহত দুবাৰকৈ কাম কৰিবলৈ আহিছিল মাহিলী বন্দোৱস্ত আঠ অনা। ডাড়ি খুৰোৱা কাম কৰাৰ উপৰিও আপোনা মানুহৰ দৰে চাহপানী এটোপা খুজি খাবই; কেতিয়াবা ভাতো খায়। 'নৰাণাং নাপিতঃ ধূৰ্ত্ত' গুৰু নাপিতো তাৰ ব্যতিক্ৰম নাছিল। কেতিয়াবা নিয়মিত দিনত নাহেই, কেতিয়াবা আকৌ বাৰ-এক বজাৰ পাছতহে আহে। দেউতাৰ বৰ খং উঠে, গুৰুক দেখিয়েই গালি পাৰিবলৈ ধৰে, কাম কৰিব নালাগে বুলি খেদি দিয়ে কিন্তু গুৰুৰ সেই গালি-শপনিৰ এটা কথাও কাণত নোসোমায়। দেউতাই গালি পাৰি থকাৰ লগে লগেই গালখন খুজি ক্ষৌৰকৰ্ম নিয়াৰিকৈ সম্পন্ন কৰে আৰু চাহপানী এবাটি খাই গুচি যায় দেউতাৰ খঙো মাৰ যায়, 'বহ্বাৰম্ভে লঘুক্ৰিয়া' হৈ পৰা দেখি আমাৰ হাঁহি উঠে। এইটো উল্লেখযোগ্য কথা যে দেউতা আৰু গুৰু নাপিতৰ কেইদিনমান মাথোন আগা পিছাকৈ মৃত্যু হৈছিল।

কামাখ্যাৰ নাপিত কেইঘৰমান পাছত উত্তৰ গুৱাহাটী বজাতুৱাৰলৈ উঠি আহিছিল। বৰ্ত্তিয়াৰ ওচৰৰ আবাংমৌ গাঁৱতো নাপিতৰ নিবাস আছিল। তাৰে কাম্, শৰৎ আদি দুই চাৰিজন নাপিতে এতিয়াও গুৱাহাটীত অসমীয়া নাপিতৰ অস্তিত্বৰ কথা সোঁৱৰাই দিয়ে। ঘৰুৱা নাপিত ঠিকাদাৰ হৈছে। কামৰূপ জিলাত নাপিতক বেজ বোলা হয় আৰু বেজক ওজা বোলা হয়। উজনিত আকৌ বেজ মানে ওজাহে, নাপিত নহয়। সি যি নহওক এতিয়া গুৱাহাটীত বেজ আৰু নাপিতৰ বংশধৰ বিলাকে নিজৰ বৃত্তি পৰিত্যাগ কৰি আন বিষয় বাবেৰে জীৱিকা নিৰ্বাহ কৰিবলৈ লৈছে। আন আন বৃত্তি লোপ পোৱাৰ হবে

অসমীয়া নাপিত বৃত্তিৰো পৰালি পৰি আহিছে। বহুতে আকৌ বাটকৰা, হাটকৰা নাপিতৰ হতুৱাই কাম নকৰালে গা নুঠে। সেই কাৰণে ঠায়ে ঠায়ে পশ্চিমীয়া আহিত 'চেলুন' বা নাপিতৰ বেহা-কেন্দ্ৰ একোটা গজি উঠিছে। অসমীয়া নাপিত গ'ল, দেছুৱালী 'হাজাম' আৰু 'ঠাকুৰে' আমাৰ মুখৰ ভাত কাঢ়ি খাইছে নিজেও চহকী হৈছে, নিজৰ ৰাজ্যকো চহকী কৰিছে। আনকি, গাঁৱৰ হাটবোৰতো শাৰী শাৰীকৈ 'হাজাম' বহি ক্ষৌৰকৰ্ম কৰি নিজৰ পেট প্ৰৱৰ্তন কৰাৰ উপৰিও শ শ টকা মনি-অৰ্ডাৰ কৰি নিজৰ ৰাজ্যলৈ পঠাই আছে। অসমীয়া নিবনুৱা ডেকাই সেই বোৰতে শৰণ লৈ জীৱন ধন্য কৰিছে। আমি যে ধোদৰ পচলা সেই বিষয়ে সন্দেহ নাই, সেই কাৰণেহে অসম ৰজাই ধোদৰ আলি বন্ধোৱাই যাউতিযুগীয়াকৈ ধোদৰ স্মৃতি ৰাখি থৈ গৈছে। সৰল হোৱা হলে, অসমীয়াৰ আজি বেহা-বেপাৰ চাকৰি আদিত পানীত হাঁহ নচৰা বিলাই নহলহেঁতেন। ভগনীয়া আৰু অনা-অসমীয়াবিলাক জাকে জাকে আহি বৰপীৰা পাৰি বহিব নোৱাৰিলেহেঁতেন। সেই দিনত অসমত মগনীয়া আছিল, কিন্তু অসমীয়া মগনীয়া নাছিল, দুই-এটা থাকিলেও তাক ব্যতিক্ৰম বুলিব পাৰি। কংগ্ৰেছী আমোলত কিন্তু জাকে জাকে অসমীয়া মগনীয়াৰো সৃষ্টি হৈছে।

### ফাকুৱা

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ কৃপাত অসমীয়া হিন্দু ৰাইজে ফাকুৱা বা দেউলকে ঘাই জাতীয় উৎসৱ হিচাপে পাইছিল। এসময়ত সত্ৰই নামঘৰে, নগৰে-গাঁৱে, অসমৰ সকলো ঠাইতে ফাকুৱা বা দেউল উচৰ জাকজমককৈ অনুষ্ঠিত হৈছিল। আজি অৱশ্যে ইয়াৰ আগৰ কালিকা নাই। বৰপেটাৰ বাহিৰে আজি অসমৰ আন চহৰত আগৰ দৰে ফাকুৱাৰ সমাৰোহ দেখা পোৱা নাযায়। মই সৰুতে চহৰত থাকিয়েই কামৰূপৰ গাঁও অঞ্চলৰ দেউলৰ উখল-মাখলৰ কথা উপলব্ধি কৰিব পাৰিছিলোঁ। চহৰত কামে-কাজে থকা কামৰূপীয়া মানুহবিলাকৰ পূজাত গা নুঠে যদিও ফাকুৱাত কোনে পায়? তেওঁলোক গাঁৱত ফাকুৱা চাবলৈ ঘৰলৈ যাবই যাব, এডুখৰি ন কানি-কাপোৰ লবই লব। বঙালী পূজাই কোবোৱা চহৰত আমিহে তেতিয়া দুৰ্গা পূজা উপলক্ষে নতুন কাপোৰ লৈ পথৰা ধুন মাৰিছিলোঁ। ১৯১৪ চনত মই মোমাইৰ ঘৰৰপৰা নলবাৰীৰ ওচৰত বৰাকুছি গাঁৱলৈ হাতীত উঠি দেউল চাবলৈ গৈছিলো। 'খটাসুৰ বধ' ভাওনাও চাইছিলোঁ। খাতাবাৰীৰ দেউল বৰ ডাঙৰ দেউল। ওচৰে-পাজৰে থকা গাঁৱৰপৰা মানুহ ভাগি আহে। হতীৰ পিঠিত বহি ওৰে বাটে দেউল চাবলৈ যোৱা মানুহকে চাই গৈছিলো। কি যে ভাল লাগিছিল। ল'ৰাকালৰ সেই মধুৰ স্মৃতি আজিও মই পাহৰিব পৰা নাই। কামৰূপৰ কালাগ, কমাৰকুছি আদি আৰু কেবাখনো গাঁৱত এনে ডাঙৰ দেউল হৈছিল। ক্ৰমাৎ সেইবোৰ জঁয় পৰি আহিল। আইতাইতৰ উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰৰ দৌলগোবিন্দৰ ফাকুৱাও বহবাৰ দেখিছোঁ। আজিও ই আগৰদৰে চলি আহিছে, পূৰ্বৰ পয়োভৰ অৱশ্যে বহু কমিছে, কমিবৰ কাৰণো নথকা নহয়। এই ফাকুৱা উপলক্ষে পতা ভাওনা, থিয়েটাৰ আৰু আইসকলৰ নাম শুনিবৰো মোৰ সৌভাগ্য হৈছিল।

পূজা সংস্কৃতিয়ে পিলি আহিছিল যদিও এসময়ত গুৱাহাটী নগৰতো ৰাজদুৱাৰে আৰু কোনো কোনো বিশিষ্ট ব্যক্তিৰ ঘৰত আকৰ্ষণীয় আৰু জাকজমকীয়া ফাকুৱা পত

হৈছিল। উজান বজাৰৰ লতাশিল খেলমাটিৰ উত্তৰ অংশত সুবিশাল বৰদলৈ হাউলিত এনে এখন ফাকুৱা হৈছিল। এই বৰদলৈ হাউলি বৰ্ত্তমানে শ্ৰীবিষ্ণুৰাম মেধি, শ্ৰীচন্দ্ৰ বৰুৱা অভাৱ-চিয়াৰ, ৺যোগেন বৰুৱা উকিল, ৺ডাঃ হেমচন্দ্ৰ বৰুৱা প্ৰভৃতিৰ দখলাধীন হৈছে। এই মাটিৰ গৰাকী আছিল ৺মীনকান্ত বৰদলৈৰ ককাক দেৱধৰ বৰদলৈ সদৰামিন। সদৰামিনে যোৰহাটৰ মাজুলীৰ আউনীআটী সত্ৰৰপৰা উঠি আহি গুৱাহাটীৰ এই ঠাইতে থিতাপি লাগিছিলহি। এওঁৰ পুতেক লক্ষ্মীধৰ বৰদলৈ। লক্ষ্মীধৰৰ দুই পুত্ৰ প্ৰতিমা সজা খনিকৰ ভিহধৰ বৰদলৈ আৰু অভিনেতা মীনকান্ত বৰদলৈ।

ফাকুৱা সাধাৰণতে তিনিদিনীয়া বা পাঁচ দিনীয়াকৈ পালন কৰা হয়। কোনো কোনো সত্ৰত সাদিনীয়াকৈ পালন কৰাৰ কথাও শুনা যায়। প্ৰথম দিনা মেষদাহ, ভৰপূজা বা গোসাঁই দৌলত উঠাৰ দিনা মহাপূজা আৰু গোসাঁই ফুৰুৱাৰ দিনা 'হোলি'। গোসাঁয়ে গাত ফাকু নোলোৱাৰ পূৰ্বে মানুহে ফাকু লোৱাৰ নিয়ম নাছিল। ফাকুৱে বোলে চৰ্মৰোগ নিবাৰণ কৰে। গোসাঁই ফুৰুৱাৰ দিনাহে ফাকু খেলাৰ নিয়ম। পিছে আজিকালি সকলো ভাল নিয়ম চকুৰ আগতে অনিয়মতপৰিণত হৈ অহা দেখা পোৱা গৈছে। 'ফাকুৱা'ৰ 'ফাকু'টো নাইকিয়া হৈ 'উৱা' টোহে বাকী আছেগৈ।

## পূজা

মোৰ ঘৰৰ দুৱাৰমুখতে হোৱা মই ল'ৰাকালিতে দেখা পৰ্বতীয়া গোসাঁইৰ দুৰ্গা-পূজাই এসময়ত গুৱাহাটীৰ আকৰ্ষণীয় পূজা আছিল। তাৰ কিছুদিন পিছত পান বজাৰত আৰু এখন ডাঙৰ পূজা দেখা পোৱা চকামকাকৈ মোৰ মনত পৰে। আন সকলো কথা পাহৰিলেও টেলটেলকৈ চকু চেলাই দাঁত কামুৰি থকা ভয়ঙ্কৰ অসুৰটোলৈ হবহু মনত আছে ঠিক আজিকালি ফাঁচী বজাৰৰ বালিত পতা পূজাৰ বৃহৎ অসুৰটোৰ দৰেই। এইখন পূজা আছিল কোনোবা ৰাজেন বাবুৰ-আজিকালিৰ পানবজাৰৰ ৰাণীবাৰীত। সেই পূজালৈ কলিকতীয়া নামজ্বলা বঙলা যাত্ৰাভিনয় অনা হৈছিল। সেই যাত্ৰা চাবলৈ চাৰিওফালৰ ৰাইজ হিলদল ভাঙি গৈছিল। তাতেই হেনো কোনোবা এবাৰ অসমীয়া আৰু বঙালীৰ কাজিয়া এখন লাগে আৰু তাৰ ফলত সেই পূজাৰপৰা অসমীয়াবিলাক ফালৰি কাটি ওলাই আহি নিজাকৈ পূজা পাতিবলৈ লয়।

কামৰূপ—কামাখ্যাৰ দেশ। অসমতেই শক্তিপূজাৰ আৰম্ভণি হৈছিল বুলি ভাবিবৰ থল আছে। কিন্তু মাটিৰ প্ৰতিমা সাজি দুৰ্গাপূজা কৰা প্ৰথা হলে বঙ্গদেশৰপৰা আমদানি হৈ আহিছিল। তাৰ চিনস্বৰূপে আমি ৰাজহুৱা দুৰ্গাপূজা বুলি বাৰোৱাৰী দুৰ্গাপূজা বোলা হলোঁ হবলা? উজান বজাৰৰ ৰাজহুৱা দুৰ্গাপূজাখন ফটিকবোড়ৰ বেলৰ আলিৰ কাষত নিজৰ মাটি ঘৰত নিগাজী হৈ বহিবৰ ভেৰকুৰি বছৰমানহে হৈছে। তাৰ আগতে এই পূজা ঠায়ে ঠায়ে লোকৰ মাটিত পতা হৈছিল। ৺সিদ্ধি শৰ্মাৰ ঘৰৰ পূবে এতিয়া শ্ৰীবলিৰাম মেধি থকা ঠাইত, বোৰপুখুৰীৰ পাৰৰ ৺নবীনচন্দ্ৰ বৰদলৈৰ মাটিত, নৈৰ দাঁতিৰ বজাৰৰত আৰু থিয়েটাৰ হলৰ পশ্চিমে এতিয়া শ্ৰীসীতাধৰ হাজৰিকাৰ মাটিত দেৱীয়ে সুবিধামতে বছেৰেকীয়া পূজাভাগ লৈছিল। পানবজাৰৰ সনাতন ধৰ্ম সভাতো এখন বাৰোৱাৰী পূজা হৈ আহিছে।

আজি অলপদিন আগলৈকে তাৰ চাবিকাঠী সম্পূৰ্ণভাৱে বঙালীৰ হাতৰ মুঠিতে আছিল। এতিয়া অৱশ্যে সেইজনা দশভূজাই শাৰী সোলোকাই মেখেলা পিন্ধিবলৈ শিকিছে। সেই সময়ত পান বজাৰেই পূজাৰ কেন্দ্ৰ আছিল।

পানবজাৰৰ ৺কালিচৰণ সেনৰ দুৰ্গাপূজাৰ এটা বিশেষত্ব তাহানিৰপৰা আজিলৈকে অব্যাহতভাৱে চলি আহিছে। আন সকলোবিলাক প্ৰতিমাত গণেশ আৰু লক্ষ্মী থাকে দেৱীৰ সোঁহাতে, কাৰ্ত্তিক আৰু সৰস্বতী থাকে দেৱীৰ বাঁওহাতে কিন্তু ৺কালিবাবুৰ প্ৰতিমাত ওলোটাটো অৰ্থাৎ গণেশ আৰু লক্ষ্মীক স্থান দিয়া হয় দেৱীৰ বাঁওহাতে আৰু কাৰ্ত্তিক আৰু সৰস্বতী থাকে সোঁ-ফালে। তদুপৰি ৺কালিবাবুৰ অসুৰটোৰো কঁকালৰ তলৰ অংশ কটা ম'হটোৰ পেটতে থাকে। অসুৰৰ আধাডোখৰ ম'হৰপৰা ওলায়েই যুদ্ধ কৰি থকা দেখা যায়। আন এটা উল্লেখযোগ্য কথা যে যি সময়ত গুৱাহাটীৰ বেছিভাগ পূজাত অসমীয়া ঢোলৰ মাত শুনিবলৈ টান হৈছিল, সেই সময়তে প্ৰতি বছৰে আমি চুনীবাবু আৰু কালিবাবুৰ পূজাত অসমীয়া বৰঢোলৰ গুমগুমনি শুনিবলৈ পাইছিলো।

মই স্কুল আৰু কলেজত পঢ়া দিনত আৰু এখন পূজাই সদৌ গুৱাহাটীবাসীকে আকৰ্ষণ কৰিছিল, মতলীয়া কৰিছিল। সেইখন আছিল চুনীবাবুৰ পূজা। অধ্যাপক চুনীলাল দেই অতি আন্তৰিকতাৰে বছৰি দুৰ্গাপূজা আৰু অন্নপূৰ্ণা পূজা পাতিছিল। কলিকতাৰ-পৰা সুদক্ষ বঙালী খনিকৰ আনি তেওঁ মনোৰমা প্ৰতিমা গঢ়াইছিল, সঁচা-সঁচি বহুমূলীয়া, কানি-কাপোৰ, সোণৰ আ-অলঙ্কাৰ পিন্ধাইছিল। মাটিৰ প্ৰতিমাখনে জীৱন্ত সোণৰ প্ৰতিমা হৈ দৰ্শকৰ চকু চাঁট মাৰি ধৰিছিল, চুনীবাবু দিনে-ৰাতি ভক্তিভাৱে তন্ময় হৈ পৰিছিল। অন্নপূৰ্ণা পূজাৰ বিদায় দৃশ্য এটি মই নিজ চকুৰে দেখা পাইছিলোঁ। বিসৰ্জন দিবলৈ নিয়াৰ আগতে চুনীবাবুৱে 'মা' 'মা' বুলি ভক্তিৰ গীত গাই প্ৰতিমাৰ মুখতে মিঠাই কটিয়াই দি হুক্ হুক্ কৰি কান্দিছিল। সেই সময়ত মাটিৰ প্ৰতিমা যে দেৱীৰ আচল প্ৰতিমা নহয় সেই কথা সমূলি পাহৰি গৈছিল। আৰু এটা উল্লেখযোগ্য কথা যে চুনীবাবুৰ দুৰ্গাপূজা মহালয়াৰ দিনাৰ পৰাই আৰম্ভ হৈছিল আৰু সেইদিন ধৰি নৱমী পূজাৰ ৰাতিলৈকে নানা তৰহৰ গীতবাদ্য, যাত্ৰা অভিনয় আদি হৈছিল। আন্তৰিকতাপূৰ্ণ বঙালী ভোজনৰ দৃশ্যয়ো চুনীবাবুলৈ আমাৰ ভক্তি ওপজাইছিল। চুনীবাবুৰ পূজাৰ কথাৰ লগতে এজে ভাব-ভাৱত্তিৰে পতা আৰু এখন দুৰ্গা পূজাৰ কথা উল্লেখ কৰিব পাৰি। সেই পূজা একেবাহে ছেইবছৰমান পাতিছিল পৌৰ-সভাসদ কবি শ্ৰীকীৰ্ত্তিনাথ বিষয়াৰ পিতা ৺বৰদাকান্ত বিষয়াই। তেতিয়া পূজাৰ স্থলী আছিল হেমচন্দ্ৰ বোৰাৰ উত্তৰে শ্ৰীসত্যপ্ৰসাদ বৰুৱাৰ হাউলিৰ সন্মুখত। সেই ঠাইতে এসময়ত কাব্য ভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ শহৰ ৰাধাকান্ত তহচিলদাৰেও বছৰি বৰ ধুমধামেৰে পূজা পতা বুলি মোৰ আইৰ মুখত শুনিছিলো।

বৰদা বিষয়াৰ দুৰ্গা পূজাতকৈও সৰস্বতী পূজাতহে গোটেই গুৱাহাটী নগৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল আড়ম্বৰ বাজী আৰু জাকজমকতাৰ কাৰণে। ধৰ্মপ্ৰাণ বৰদা বিষয়াই গোটেই জীৱনে দুৰ্গা পূজা, সৰস্বতী পূজা, গণেশ পূজা আদি বাৰটা মাহতে তেৰটা পূজা-পাৰ্বণ অনুষ্ঠিত কৰি ধৰ্ম ভাৱত মজি মহতুজন হৈ আছিল। আড়ম্বৰ-বাজীৰ উপৰিও তেওঁৰ পূজাৰ আকৰ্ষণীয়

বিষয় আছিল কলিকতীয়া প্ৰতিমা আৰু কামৰূপীয়া ঢবঢোল। বৰ বৰ নৈবেদ্যৰ শৰাই; অলেখ ফুলৰ মালা, চক্ চাঁট মাৰি ধৰা গোসাঁনীৰ সাজপাৰ, আ-অলঙ্কাৰ আৰু ধূপ ধুনাৰ গোন্ধেৰে বিষয়াৰ পূজা মণ্ডপ আমোল-মোল হৈ আছিল। তেওঁ ডেকা কালত 'বিজয় লক্ষ্মী অপেৰা পাৰ্টি' নামৰ খলুৱা ডেকাৰে এটা যাত্ৰাৰ দল গঠন কৰি কলিকতাৰ নামজলা যাত্ৰাৰ দলবোৰৰ নিচিনাকৈ ঠায়ে ঠায়ে নাট অভিনয় দেখুৱাই তৃপ্তি লভিছিল। বিষয়াই 'চাৰ্টাৰ বিমানেৰে' সৰস্বতী প্ৰতিমা পূজাৰ দিনা কলিকতাৰপৰা আনিয়েই ঢবঢোলৰ গুম-গুমনিৰে গুৱাহাটীৰ আলিবাট ৰজনজনাই দিছিল।

গুৱাহাটী উজান বজাৰত আৰু এখন দৃষ্টি আকৰ্ষণমূলক পূজা হৈছিল উজান বজাৰ নৈৰ পাৰত হেম গোসাঁইৰ শহৰ কেশৱ বৰুৱা কেশী বৰুৱাৰ ঘৰত। কেশী বৰুৱাৰ মৃত্যুত সেই পূজা নোহোৱা হৈছিল যদিও এতিয়া তেওঁৰ ভায়েক 'এডভোকেট অব্ আসাম'ৰ সম্পাদক মথুৰামোহন বৰুৱাৰ পুত্ৰদ্বয় শ্ৰীশুভ বৰুৱা আৰু ডাঃ শ্ৰীতাৰিণী বৰুৱাই সেই পূজা পাতিবলৈ লৈছে। তাৰ অলপ পূবে আন এখন পূজা হৈছিল ৺প্ৰাণেশ্বৰ বাবুৰ ঘৰত। প্ৰাণেশ্বৰ বৰুৱা নাট্যকাৰ শ্ৰীসত্যপ্ৰসাদ বৰুৱাৰ আজোককাক। সেই পূজা এতিয়াও চলি আছে।

পূজাৰ সময়ত গুৱাহাটীত থিয়েটাৰৰ সলনি যাত্ৰা গানহে বেছি প্ৰচলন আছিল, কেতিয়াবা অৱশ্যে দুই এখন থিয়েটাৰ দেখাও মোৰ মনত পৰে।' ৰজা ঘৰৰ পূজাত মই 'পাৰ্থ-পৰাজয়' অভিনয় দেখা পাইছিলোঁ। পূজা ঘৰৰ দুৱাৰ মুখত শাৰী শাৰী দোকান বহিছিল যদিও সকলোবোৰ দোকান বিজয়াৰ দিনা কাছাৰী ঘাটত ধূপ খাইছিল আৰু গধূলিলৈকে তাত এখন ডাঙৰ পূজাৰ মেলা বহিছিল। নগৰৰ সকলোবোৰ প্ৰতিমা নাওৰে ব্ৰহ্মপুত্ৰত ফুৰোৱা হৈছিল আৰু নিশা আঠ নমান বজাত দ পানীলৈ নি ভটাই দিয়াৰ লগে লগে বিসৰ্জন শেষ হৈছিল। সন্ধিয়া নৈৰ বুকুত দেৱী বিসৰ্জন চাবলৈ হাজাৰ-বিজাৰ দৰ্শকৰ সমাবেশ হৈছিল। কিছুমানে আকৌ নিজাকৈ নাও কেৰেয়া কৰি জলভ্ৰমণ কৰাৰ উপৰিও পানীৰ মাজৰ পৰাই পাৰৰ দৃশ্যও চাইছিল, পানীৰ মাজৰ দৃশ্যও চাইছিল। বিজুলি বন্তিৰ কাৰু-কাৰ্য তেতিয়া নাছিল। পানীৰ মাজতে আতচ-বাজীও কৰা হৈছিল। দুইতৰ দাঁতিত আইসকল বহিবলৈ কাপোৰৰ মেৰ দি একোডোখৰ ঠাই আচুতীয়া কৰি লৈছিল। ৰাতি বেছি হৈ অহাৰ লগে লগে লৰা-ছোৱালীয়ে পুতলা, পেঁপা আৰু ডাঙৰে একোটোপোলা মিঠাই লৈ ঘৰলৈ উভটি আহিছিল। উছৱমুখৰ নগৰখন যৰ উকটা হৈ পৰিছিল, যেন ছোৱালী গুলাই যোৱাৰ পিছৰ কইনাঘৰীয়া ৰভাতলীখনহে।

## তিনি বিহু

সৰুতে মই কাতি বিহু বা কঙালী বিহুৰ নিজৰ ঘৰৰ চোতালত তুলসীৰ তলতে দেখা পাইছিলোঁ। লণ্ডৰা ধনীবায়ে সৰুকৈ এটা আকাশ-বন্তি সাজি দিছিল, তেতিয়া গুৰ কৰি এটা তুলসী পুলি কই দিছিল। আইতাহঁতে ঠাইবিনি মচিকাচি ধুপধুনা জ্বলাই নৈবেদ্য সজাই দিছিল। আমি ভাই-ভনী কেইটাই আৰু ওচৰৰ ল'ৰা-ছোৱালী বিলাকে বহি হাত

চাপৰি বজাই নাম ধৰিছিলোঁ।—"তুলসীৰ তলে মৃগ পহু চৰে,
তাকে দেখি ৰামচন্দ্ৰে ধেনু-শৰ ধৰে।"

নামৰ অন্তত মাহ চাউলকেইটা ভগাই বটাই খাই কি যে তৃপ্তি পাইছিলোঁ। কৃষ্ণ চৌধাৰী, ভুবন বাবু, মহেশ্বৰ গোসাঁই আদিৰ ঘৰত বৰ ওখ ডাল বাঁহত গোটেই কাতি মাহটোৰে জলোৱা আকাশবন্তিবোৰ সততে দেখা পাইছিলোঁ। ধাৰ্মিক অসমীয়া জাতিৰ সেইবোৰ প্ৰাণৰ বন্তি আছিল। ভক্তিৰ তেল-শলিতাৰে সেইবোৰ বহু দূৰৈৰপৰা ট ট কৰি জ্বলিছিল। আজি অৱশ্যে বিজুলী বন্তিয়ে আকাশবন্তিক নিষ্প্ৰভ কৰিছে। এপলো যুগত জোনৰ বুকুত শহা নাই, তুলসী তলতো শহা নাই।

দৰাচলতে কঙালী বিহুত লখিমী আইৰ পূজা হয় গাঁৱতহে—ধানৰ খেতিত, ভঁৰালৰ থাপনাত। সকতে মই আবেলি গুৱাহাটীৰ উপকণ্ঠ অঞ্চলত মাজে সময়ে চকামকাকৈ "সন্তোষীয়া সৰল চহাৰ, বিনন্দীয়া প্ৰাণৰ পথাৰ" দেখা পাইছিলোঁ যদিও কৃষক-প্ৰাণৰ প্ৰকৃত পৰিচয় পোৱা নাছিলোঁ, কঙালী বিহুৰ প্ৰকৃত তাৎপৰ্য উপলব্ধি কৰিব পৰা বয়সো তেতিয়া মোৰ হোৱা নাছিল।

কৃষি আৰু ভোগৰ প্ৰাচুৰ্যই ভোগালী বিহুৰ মাধুৰ্য। আজি কুৰি বছৰ, ডেৰ কুৰি বছৰ আগলৈকে প্ৰতিজন অসমীয়াই এই মাধুৰ্যৰ আস্বাদ পাইছিল। পথাৰত ধান-মাহ, তিল-সৰিয়হ, বাথানত গৰু ম'হ, নৈ-বিলত মাছ-কাছ সকলো আছিল উভৈনদী। যাৰ নাছিল সিও থকাসকলৰ পৰা ভাগ পাইছিল, মাৰ বান্ধি সকলোৰে একেলগে বিহুত আনন্দ উপভোগ কৰিছিল। আজি আমি ভোগত বোগ মিহলাইছোঁ, আনন্দক নিৰানন্দৰ বৰণীৰে পাৰি বহুৱাইছোঁ, গাইগুটীয়া স্বভাৱে মৰম-ধৰমবোৰ দূৰলৈ ঠেলি পঠিয়াইছোঁ, নিজৰ শ্ৰম পৰিহাৰ কৰি লোকৰ শ্ৰমৰ ওপৰত বিহু পাতি চাবি জাঁপ মাৰিছোঁ। ইও এক অদৃষ্টৰেই পৰিহাস। পুহৰ সংক্ৰান্তি বা দোমাহীৰ দিনাই ভোগালী বিহু তাৰ আগৰ দিনা উৰুকা। বৰপেটা আদি কোনো কোনো অঞ্চলত আকৌ মাঘৰ এক তাৰিখেহে বিহু আৰু দোমাহীৰ দিনা উৰুকা, এদিনৰ আগপিছ-বঙালী পঞ্জিকাত গোস্বামীমতে পূজা-পাৰ্বণ এদিন পাছত ধাৰ্য কৰাৰ নিচিনা কথা। উৰুকাৰ মুখ্য হাত মেজী আৰু দলভাত। মেজী জলোৱা হয় বিহুৰ দিনা ব্ৰহ্ম মুহূৰ্তত কাউৰী কুকুৰ মাটিত নৌ পৰোঁতেই। সেই দিনত থাইকৈ লুইতৰ বালিতে মেজী জলোৱা হৈছিল। মেজীৰ কাষে কাষে একোটা সৰু ভুপুৰী ঘৰ। তাতে ভোজ খোৱা, তাচ খেলা, বাৰেভচহ ৰং-ধেমালি কৰি ৰাতিটো উজাগৰে থকা হয়। এটা দলে মেজীৰ বাৰে খৰি চুৰ কৰিবলৈ যায়। কেৱল খৰি হলেতো ভালেই খৰিৰ নামত চকোৰা-তাঁতী, বাঁহ বা দুৱাৰ মুখৰ দলং, শালখুটা, মেজ মাচিয়া, নঙলাৰ 'গেট' আদিও আছে। লোকৰ বাৰীৰ কবি, খাজুৰী গছৰ তাৰীৰ কলহ আদিও এই বিহুচোৰবোৰৰ হাতত লাগি আছে। বিহুৰ নামত, মেজীৰ নামত ই একপ্ৰকাৰ উদ্ভণ্ডালি মাথোন। পাপীৰ লগত যমদূতৰ শাস্তি হোৱাৰ নিচিনাকৈ এই বিহুচোৰবোৰৰ বাবে শান্তিৰক্ষক পুলিচেও উজাগৰী নিশা যাপন কৰে।

আইঁহঁতে ঘৰে ঘৰে ল'ৰা-ছোৱালীক বিহুভোজ বাঢ়ি বাঢ়ি দিয়াৰ উপৰিও শেষৰাতিলৈ পিঠাৰ খোলাত অতিবাহিত কৰে। পিঠাচোৰেও খিড়িকীৰে কলহ, চকত হাত ভৰালে তেওঁলোকে সঁহাৰি পায়, কিন্তু চোৰ ধৰিব নোৱাৰে। চোৰৰ খিট-খিটনিত আইঁহতৰ চকুৰপৰা টোপনি পলায়। কোনো কোনো চোৰে আকৌ খিড়িকীৰে পিঠা খুজি খায়। বিহুৱে চোৰকো বঞ্চিত নকৰে। উককাৰ দিনা গুৱাহাটীৰ বজাৰবোৰ চাবলগীয়া হৈ পৰিছিল। শাক-পাচলিয়ে, বৰা চাউলে-গুড়ে-তিলে, আৰু কাঠ আলুৰে বজাৰ উপচি পৰে। ওচৰ কাষৰীয়া গাঁওবোৰৰ মিকিৰ, কছাৰী বাইজ মাছ কিনিবলৈ হিলদল ভাগি আহে। তেওঁলোকে ভাৰে ভাৰে মাছ বিশেষকৈ বৰালি মাছ ভোঁজি খাবলৈ কিনি লৈ যায়হি। সেই দিনা আকৌ মাছৰ বজাৰ লুইতৰ পাৰতহে বহে।

ৰঙালী বিহুৱেই তিনিওটা বিহুৰ ভিতৰত ৰাজৰাণী। এসময়ত অৰ্থাৎ আমাৰ ছাত্ৰ জীৱনত ৰাজৰাণীৰ নৃত্য গীত সম্বলিত ঘাই অংশটোৱে শিক্ষিত সমাজত এলাগী হৈ আছিল। বিহু-নাচ, বিহু-নাম এইবোৰ ভাল মানুহৰ কাম বুলি ধৰা নহৈছিল। যি সময়ত গান গোৱাটোও দোষৰ কথা আছিল সেই সময়ত এনে নোহোৱা টোহে স্বাভাৱিক। আনকি মোৰ 'কল্যাণী' নাটখনি গুৱাহাটীত কেৱল গাভৰুইঁতে মঞ্চত তোলা দেখি ৰায়চৌধুৰী ডাঙৰীয়াই তেওঁৰ ডেকা অসমত "আৰ্টৰ গৰ্ভস্ৰাৱ" বুলি মুখ ঘূৰাইছিল। এইটো অৱশ্যে তেওঁৰ মন্তব্য হলেও সেই কালৰ দৃষ্টিভঙ্গীৰহে প্ৰতিফলন মাথোন। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাৰ আগে আগে কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া সাহিত্যই ওপৰ মহলা ঢুকি নোপোৱা পৰ্যন্ত আমাৰ শিক্ষিত সমাজতো বিহুনাম, বনঘোষা আদিৰ সম্যক মূল্যাঙ্কন হোৱা নাছিল। বিশেষকৈ অসমৰ উজনি খণ্ডত ৰঙালী বিহুৰ আৰু হুচৰিৰ পয়োভৰ বেছি, কামৰূপত 'ভথেলি' নামৰ এটা বসন্ত উৎসৱ গাঁৱে গাঁৱে চলি আহিছে। সেয়ে হলেও আমি সকলে গুৱাহাটী নগৰত ৰঙালী বিহুৰ গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা একো জনা নাছিলো।

ৰঙালীৰ এটি অঙ্গ গৰু বিহু। গৰু-বিহুৰ দিনা গৰুবোৰক মাহ হালধি ঘঁহি দি লাও-বেঙেনা ঘূৰাই লুইতলৈ নি ধুৱাই অনা হয়, গাত তেলকুৰ সানি দিয়া হয়। গৰখীয়া লৰাবিলাকে নাম গায়।

গৰুৰ গাত ঘঁহা তেল গাত সানিলে বোলে খহকাক নহয়। যাৰ ঘৰত গৰু নাই সিও এনে তেল খুজি-মাগি আনি ল'ৰা-ছোৱালীৰ গাত ঘঁহি দিয়ে। গৰুৱে ঘঁহা তেল খুজি আনি আমাৰ গাতো সানি দিয়া হৈছিল। ৰাতি গোহালি ঘৰত জাগ দিয়া হৈছিল। আজিকালি গুৱাহাটীত বিহুক আধুনিক ৰূপত সজাই পৰাই তোলা হৈছে। সৰস্বতী পূজা, বিশ্বকৰ্মা পূজা আদিৰ দৰে বহুবি বিহুতলীৰ সংখ্যা বাঢ়ি আহিছে। কিন্তু বাইশাক মৰলীয়া, কোনোখন বিহুতলীৰ কাৰ্যসূচীতে প্ৰকৃত গৰু-বিহুক অন্তৰ্ভুক্ত কৰা দেখা নাযায়। গৰু-বিহুৰ উপৰিও গৰুৰে ন-পঘাগছ লোৱাৰ নিচিনাকৈ মানুহেও বিহুৱান লোৱা নিয়মটো আজিতকৈও ভালদৰে প্ৰচলিত আছিল। চ'ত মাহটোৱেই আইসকলৰ তাঁতশালে জিৰণি পোৱা নাছিল। মাকোৰ খটখট, থৰকাৰ ঘটঘট শব্দ ঘৰে ঘৰে শুনা গৈছিল। বাৰী

দুখুনীয়েও কটনাকাটি এডুখৰি গামোচা বৈ পৰিয়ালৰ মানুহক দিছিল, গোসাঁই-ভকতক দিছিল। এতিয়াৰ দৰে বজাৰৰপৰা কিনি নি বিহুৱান দিয়া নিয়ম দেখা নগৈছিল। গুৱাহটীত নামত হুচৰি আছিল সঁচা, কিন্তু আচল হুচৰি নহয়।

"বাঁহৰ আগ পকা পকা
আমাক লাগে টকা টকা।
বাঁহৰ আগ চিকিমিকি
আমাক দিব সিকি সিকি।"

এনে ধৰণৰ ধন বোটলা হুচৰিহে।

বিয়া-বাৰু

তেতিয়াৰ দিনৰ বিয়া-বাৰুবোৰো আজিকালিতকৈ বেলেগ আছিল অৱশ্যে মই দেখা পোৱা গুৱাহাটীৰ কথাকে কৈছোঁ, আন ঠাইৰ নহয়। এই বিয়াবোৰত কিছুমান লোকাচাৰ দেখা পাইছিলোঁ৷ যিবোৰ ক্রমাৎ নাইকিয়া হৈ আহিছে বা থাকিলেও ৰূপ সলনি হৈছে। বিয়াত কিছুমান ভাল নিয়ম আছিল, কিছুমান বেয়া নিয়মো আছিল,। বেয়াবোৰক কু-সংস্কাৰ বুলি ক'ব পাৰি। উদাহৰণ স্বৰূপে কামৰূপৰ কোনো কোনো ঠাই কইনাৰ গা-ধন লোৱাৰ নিয়ম আছিল। দৰাই কইনাক কেইবা কুৰিও গা-ধন দিবলগীয়া হোৱাত (কিনি লবলগীয়া?) বহুত দুখীয়া দৰাই চকুৰে সৰিয়হৰ ফুল দেখিছিল আৰু বুঢ়া কাললৈকে বৰলা ভাত খাবলগীয়া হৈছিল। বঙ্গদেশৰ অমঙ্গলীয়া দৰা-পণৰ নিচিনা ইয়াক কইনা-পন বুলিও ক'ব পাৰি। এইদৰে ধন ভৰি বিয়া পাতি 'হাড়গুচি' কৰা দুৰ্ভগীয়া বহুতেই আনৰ ঘৰত 'বন্ধা থকা' কথা মই গাঁৱৰ মানুহৰ মুখত শুনিছিলোঁ। এই অমঙ্গলীয়া প্ৰথা এতিয়া উঠি যোৱাটো সুখৰ কথা।

নোৱাই-তোলনী বিয়া

ছোৱালী পুষ্পিতা হ'লে ধুমধামকৈ নোৱাই-তোলনী বিয়া পতা দেখিছিলোঁ৷ ইয়ো এখন সৰু-সুৰা বিয়াৰ নিচিনাই। পূৰ্বতে বোধকৰোঁ ছোৱালী ডাঙৰ হল বুলি গাঁৱক বা ৰাইজক জনাই দিয়াটোৱেই এই বিয়াৰ উদ্দেশ্য আছিল আৰু তাৰ পাছত দৰাঘৰীয়া মানুহে আহি সেই ঘৰত 'ভাৰ-পাচি' পেলাই, ছোৱালী খুজিবলৈ অহাৰ নিয়ম। তেতিয়া সৰু ছোৱালী বিয়া দিয়াৰ নিয়ম আছিল, বিশেষকৈ বামুন-গোসাঁইৰ ছোৱালী পুষ্পিতা হোৱাৰ আগতে উলিয়াই দিব নোৱাৰিলে পোৰে পোৰে ডললৈ যোৱাৰ কথা। সেই কাৰণে বহুত কণ কণ ছোৱালীক যেনে তেনে প্ৰকাৰে বুঢ়া-ঠেৰা এজনৰ লগত হোমৰ গুৰিত বহুৱাই মাক বাপেকে নিস্কৃতি লভিছিল আৰু পিছত ছোৱালী পুষ্পিতা হ'লে শান্তি বিয়া পাতি দৰা ঘৰলৈ পঠিয়াইছিল। বহু সময়ত এনে কুমুতে কলটো পকোৱা বিধৰ বিয়াৰ ভয়াবহ পৰিণতি ঘটিছিল আৰু দৰাঘৰলৈ যাবলৈ নৌপাওঁতেই ফুলতে বাৰী হোৱা হতভাগিনীবোৰৰ দুখে কুলাই পাচিয়ে নধৰা হৈছিল। সুখৰ বিষয় সকলে বিয়া দিয়া নিয়মটো এতিয়া প্ৰায় উঠি গৈছে। ধুমধামকৈ নোৱাই-তোলনী-বিয়া পতা নিয়মটোও আধা-

আধি উঠিছে, আধাআধি উঠা নাই। যি দিনত আৰ্থিক প্ৰাচুৰ্য আছিল সেই দিনৰ কথা বেলেগ; কিন্তু আজিৰ নিচিনা লাওলোটা লোৱা সমাজ এধনত আমি উৎসৱ আৰু খৰচ যিমানে কমাব পাৰোঁ, সিমানে মঙ্গল নহয় জানো?

এসময়ত আমাৰ সমাজত পুৰুষৰ মাজত বহু বিবাহৰ বহুল প্ৰচলন আছিল। ৰজা-মহাৰজা স্বৰ্গদেৱসকলে একোখন যুঁজত জিকিলেও হয়হস্তীৰ উপৰিও সালঙ্কৃতা ৰাজকুঁৱৰী একোজনী উপঢৌকন স্বৰূপে পাইছিল। ডা-ডাঙৰীয়া সকলো আৰু আমাৰ উপৰি পুৰুষ অনেকে বহু পত্নীৰ ওপৰত পতিত্ব কৰিছিল। মোৰ ককাদেউতা নাথুৰামৰ তিনি ঘৈণী আছিল। তিনি ঘৈণী বা চাৰি ঘৈণী এটা সাধাৰণ কথাই আছিল। মোৰ ভাগিন-জোঁৱাই দেৰগাঁৱৰ শ্ৰীমান যোগেশ্বৰ হাজৰিকাৰ পৰিয়ালৰ উপৰি পুৰুষ জনৰ নাম আছিল ৰণ হাজৰিকা। তেওঁ হেনো এঘাৰজনী ঘৈণীৰপৰা নিৰানব্বৈজন পো-জীৰ মুখ দেখিছিল, আৰু এডুখৰি পুত্ৰধন বা একেৰি কন্যাৰত্ন লাভ কৰিব পৰা হলে কলিকালৰ অন্যতম ধৃতৰাষ্ট্ৰ ৰজা হব পাৰিলেহেঁতেন। এতিয়া আৰু আৰ্থিক অনাটনৰ দিনত, পৰিয়াল পৰিকল্পনাৰ যুগত বহু বিবাহৰ প্ৰশ্ন নুঠে। এজনী ঘৈণীকে পোহপাল দিয়াটো সমস্যা হৈছে, তিৰোতায়ো মতাক পুহিবলগীয়া দিন আহিছে।

বিয়া সাধাৰণতে তিনি দিনীয়াকৈ পতা হৈছিল।—কোনো কোনোৱে পাঁচদিনীয়া বিয়াও পাতিছিল। কাচিংহে আজিকালিৰ দৰে পালমৰা দুদিনীয়া আৰু এদিনীয়া বিয়া হৈছিল। প্ৰথম দিনা জোৰণ বা খাক-মনি পিন্ধোৱা, দ্বিতীয় দিনা অধিবাস, তৃতীয় দিনা ন-পুৰুষৰ শৰাধ আৰু বিয়া। কামৰূপৰ ফালে জোৰণক 'তেলৰভাৰ' দিয়া বোলা হয়। সেই সময়ত আছিল বিয়াখন সমাজখনৰে বিয়া, গাঁওখনৰে বিয়া। গাঁৱৰ ৰাইজ সকলোৱে লাগি-ভাগি বিয়াখন সম্পন্ন কৰি দিয়ে। গুৱাহাটিত তেনে সমাজ নাথাকিলেও ওচৰ-চুবুৰীয়া অঞ্চলটোৰ সকলোৱে বিয়াত সহযোগ কৰা দেখা পাইছিলোঁ।

### তামোলপাণ

সপৰিয়ালে নিমন্ত্ৰণ জনাবলৈ হ'লে ঘৰে ঘৰে তামোল-পাণৰ শৰাই আগবঢ়োৱাৰ নিয়ম আছিল। সাধাৰণতে এজন মানুহে তামোল পাণৰ-ভাৰ কঢ়িয়াই নিছিল আৰু এজন বামুণে তালিকা চাই একালৰপৰা মানুহ মাতি গৈছিল এতিয়াৰ দৰে বিয়াঘৰীয়া মাইকী মানুহে তামোল-পাণৰ সলনি একোখন চিঠি দি মানুহ মতা নিয়ম প্ৰৱৰ্তন হোৱা নাছিল। আজিকালি তামোল-পাণৰ খৰচ কমিছে যদিও মাইকী মানুহৰ কষ্টক্ৰম প্ৰমমানে জঞ্জাল বঢ়াইছে। অসমীয়া সমাজত তামোল-পাণতকৈ মানী বস্তু নাই। বিয়াই বাকৰে তামোল-পাণ, নামে সবাহে তামোল-পাণ, দণ্ড জৰিমনাই তামোল-পাণ, গুৰুৰ আগত এশৰাই তামোল-পাণ, ভকতৰ আগত এশৰাই তামোল-পাণ, ৰাইজৰ মেলত এশৰাই তামোল-পাণ, ভকতৰ মেলত এশৰাই তামোল-পাণ, হুচৰিৰ আগত এশৰাই তামোল-পাণ হলে হাজাৰ টকাৰ যোনাখনো জোখত তললৈ নামে।

### যৌতুক

বিয়াত দৰাক যৌতুক দিয়া বা বাট আগচা এটা সুন্দৰ সামাজিক নীতি বহুদিন

আগৰপৰা আমাৰ সমাজত প্ৰচলিত হৈ আহিছে। সেই সুন্দৰ নিয়মটো এতিয়া বহু ক্ষেত্ৰত এক আসুৰিক আৰু ভয়াবহ নিয়মত পৰিণত হৈছে। বিয়াৰ দিনা বামুণৰ দৰা-কইনাক লক্ষ্মীনাৰায়ণ আৰু শূদ্ৰিৰ দৰা-কইনাক হৰ-গৌৰীৰ সমকক্ষ বুলি ধৰা হয়। সেই দিনা দৰাজনেই গাঁও খনৰ মানুহৰ ভিতৰত আটাইতকৈ সন্মানিত ব্যক্তি কিন্তু ৰাইজ দৰাতকৈও ডাঙৰ। সেই দৰাক কইনা ঘৰলৈ যাওঁতে বাট আগছোতে এখন গৰখীয়া-ভাৰত নিয়া এশৰাই তামোল-পাণেৰে দৰাৰ হৈ ৰাইজলৈ মাননি আগবঢ়োৱা হৈছিল। আৰু তাকে হৰ্ষচিত্তে হৈ ধ্বনি দি গ্ৰহণ কৰি বাট আগচা ৰাইজো দৰাঘৰীয়া হৈ সদলবলে কন্যা ঘৰলৈ গৈছিল আৰু বিয়াখন নিয়াৰিকৈ সম্পন্ন হোৱাত সহযোগ কৰিছিল। এতিয়া আৰু সেই দিন নাই। গৰখীয়া-ভাৰৰ নাম নোহোৱা হ'ল, তামোল-পাণৰ নাম নোহোৱা হ'ল। ৰাইজৰ মাৰ ভাগিল। বাট আগছা ডেকাইতক লাগে এশটকা, হাজাৰ টকা, নানা সুমুধিবলগীয়া প্ৰশ্ন সুধিও দৰাক ব্যতিব্যস্ত কৰি তোলা হয়। দৰদাম কৰোঁতে, কথা কটাকটি কৰোঁতে লগ্নৰ সময়ো উকলি যায়, তদুপৰি দুই এখন কুৰুক্ষেত্ৰ ৰণো নোহোৱাকৈ নাথাকে, দুই এঠাইত হত্যাকাণ্ড হোৱাও শুনা যায়। ইফালে আকৌ টকাৰ লগতহে সম্পৰ্ক; কোনো সামাজিক শিষ্টাচাৰৰ কথা নুঠে, দৰাঘৰীয়াৰ লগত সহযোগ কৰি সমদলত কইনা ঘৰলৈ যোৱাৰ কথা নুঠে। এইদৰে মূলৰ কিছু মান ভাল নীতি নিয়মো ক্ৰমাৎ বেয়াৰ ফাললৈ ঢাল খোৱা আমি চকুৰ আগতে দেখা পাব লাগিছোঁ। মাঙ্গলিক কামত বাদ্যৰ প্ৰয়োজন। সেই দিনত প্ৰত্যেকখন বিয়াতে এযোৰা ঢুলীয়া মতা হয়। ঢোলৰ লগত কালি থাকিবই। এই ঢুলীয়া কালীয়াৰ দল গাঁৱৰ পৰা অনা হৈছিল। লাহে লাহে এইবোৰ আমাৰ অনাদৰ অবহেলাত লোপ পাই আহিছে। ঢুলীয়া দুই এযোৰা কোনো গাঁৱত থাকিলেও কালীয়াৰ সঁচেই নোহোৱা হ'ল বুলি ক'ব পাৰি।

ধুনীয়াকৈ আৰু চকুত লগাকৈ বেই এখন সাজি দৰা বা কইনাক নোওৱা-ধুওৱা কৰা হৈছিল। মাজত চাৰিডাল কলপুলি পুতি তাৰ ওপৰত ৰঙা কাপোৰেৰে মেৰিয়াই দ'লৰ আহিত সজাই তাৰ ওপৰত এটা পিতলৰ কলচী দিয়া হৈছিল। দৰা-কইনাই গা-ধোৱা এই ঠাইখনৰ চাৰিওকালে কলপুলি পুতি বেৰ দি তলখন কলৰ বখুৰাৰে ঢাকি দি তাত দৰা-কইনাক আৰু তেওঁলোকক ধুওৱা আয়তীসকলক ঘূৰিবলৈ দিহা লগাই দিয়া হৈছিল। দৰা-কইনাৰ অপায়-অমঙ্গল বিনাশৰ বাবে আৰু কু-মন্ত্ৰৰ হাত সাৰিবলৈ গা ধুওৱা ঠাইৰ তলত এটা ভোজনীত এটা হাঁহকণী, চাউল, পইচা আদি বস্তু পুতি ৰখা হৈছিল আৰু বিয়া হৈ যোৱাৰ পিছতহে সেই মলাচক খান্দি বাহিৰ কৰাৰ নিয়ম আছিল। আজিকালি এনেদৰে বেই সাজি গা ধুওৱা নিয়ম নাইকিয়া হৈ আহিছে। চাৰিডাল বা কেতিয়াবা এডাল কলপুলি পুতি তাত পীৰা এখন পাৰি গা ধুওৱা হয়—শিক্ষিত শিক্ষিতাসকলৰ কোনো কোনোৱে আকৌ তাকো বাদ দি বাথৰুমৰ ভিতৰত নিজেই স্নান পৰ্ব সমাপ্ত কৰে। খিয়েটাৰত ধুলিৰাম চৰ্মাৰৰ ভাওলৈ নাম কৰা ৺মীনকান্ত বৰদলৈ বেই সজাতো ওস্তাদ আছিল। ৺মানিক চৌধাৰীৰ ঘৰৰ এখন বিয়াত তেওঁ এখন সৰু মঞ্চ বা কাঠৰ চাং সাজি তাৰ ওপৰত এখন ধুনীয়া বেই নিৰ্মাণ কৰিছিল। বেইৰ তলত কচ্ছপ, দিগ্‌গজ, মগৰ আদিও দিয়া হৈছিল। বৰদলৈৰ লগত লাচনি

পাচনি কৰি মযো তেওঁৰ সহকাৰী হৈছিলোঁ। বিয়াৰ বাটঘৰবোৰো সময়ত ৰঙীন কাগজৰে আৰু তাৰ পিছত নাহৰ, কামিনীকাঞ্চন পাত আদি গছ গাঁতেৰে ধুনীয়াকৈ সজোৱা হৈছিল। এখন ৰঙা কাপোৰত কপাহেৰে Wel Come বা স্বাগতম্ বুলি লেখা হৈছিল। খুটাবোৰ কঠালপাত মেৰিয়াই বাঁহবোৰ ঢাকি দিয়া হৈছিল। প্ৰথমতে মমবাতিৰ ভলা লেম, তাৰ পিছত গেছ লেম আৰু মেণ্টোল লেমেৰে আলোক সজ্জা কৰা হৈছিল। বহুতদিনৰ পিছতহে বিজুলী-চাকি জ্বলাইছে। গেছ লেমৰ যোগান ধৰিছিল 'দাস তালুকদাৰ এজেন্সি'ৰ স্বৰ্গ বা ৺দুৰ্গানাথ বৰুৱাই (ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ স্বামী)।

বিয়াৰ জলপান আছিল সাধাৰণতে দৈ, কোমল চাউল, ৰসগোল্লা, বুন্দিয়া আৰু জিলাপী। চিৰা চুৰা বুলি ধৰা হৈছিল। ধনী মানুহ দুই এঘৰে লুচী-ভাজীও খুৱাইছিল। বিলনীয়াৰ বাবে বামুণ-গোসাঁইৰ লৰাবিলাকক আগৰপৰা বুক কৰা হৈছিল। যেয়ে সেয়ে বিলাব নোৱাৰিছিল। তেতিয়াৰ সমাজখন নমো নমো পাৰিজাত আছিল।

সেই সময়ত আইসকল আবুৰত আঁৰবেৰৰ ভিতৰতে আছিল।, আজিকালিৰ দৰে তেওঁলোকে স্বাধীন চিন্তীয়াভাৱে বাহিৰ ভিতৰ কৰি ওলাই-সোমাই ফুৰিছিল। মুৰত এহতীয়া ওৰণি আছিল। ৰৰজাপিৰ আঁৰ লৈহে তেওঁলোকে ইঘৰ সিঘৰলৈ অহা-যোৱা কৰিছিল। বিয়ালৈ আইসকলক ঘোঁৰা গাড়ীৰে অনা-নিয়া কৰাৰ নিয়ম আছিল। বিয়া ঘৰৰপৰা ঘোঁৰা-গাড়ী পঠালেহে তেওঁলোক আহে, আকৌ বাতি গাড়ীৰে খৈ আহিব লাগে। এনেদৰে গাড়ীৰে তিৰোতা কঢ়িওৱাৰ ভিতৰত মুখ্য ভাৰ আছিল তেতিয়াৰ চেমনীয়া শুক গোসাঁই (শ্ৰীকনকেশ্বৰ গোস্বামী)।

দৰাৰ বাহন আছিল দোলা, কইনাৰ পাল্কী। কামৰূপৰ একাংশত দোলাৰ সলনি হাতী ব্যৱহাৰ কৰা হৈছিল। দুটা সমদল বাটত ভেটাভেটি হলে দুয়োজন দৰাই সখি পতাৰ নিয়ম। বিয়াত নোওৱা-ধুওৱা সখি হলে সম্বন্ধ কটকটীয়া হয়। দৰাৰ সখিয়েক ভাৱৈ, ভাৱৈৰ ঘৈণীয়েক আমৈ। ভাৱৈ আমৈৰ বিয়োগত চক পেলাব লাগে, অশৌচ খাটিব লাগে।

বজাৰৰপৰা দুটকা তিনিটকা দি এখন চুৰিয়া বা শাৰী কিনি আনি তাকে এখন শৰাইত ভৰাই উপহাৰ স্বৰূপে ঢাকি-ঢুকি লৈ যোৱাৰ নিয়ম। আগে আগে ভাৰুৱীয়া যাব, পাছে পাছে সেই শৰাই লৈ যাব এটা লিতিকাই। যাব ঘৰত তেনে কাম কৰা ল'ৰা নাই তেওঁ ওচৰৰ কাৰোবাৰ ঘৰৰপৰা ধাৰলৈ হলেও এজুখৰি লিতিকাইৰ লগত বিয়া খাবলৈ যাব। লিতিকাই যোগাৰ কৰিব নোৱাৰিলে বিয়া খোৱাও নেচেল হয়। ভাৰুৱীয়াৰ অসুখ বুলি বস্তুৱা এটাহে বিয়াৰ ঘৰলৈ যায়। ৺সত্যনাথ বৰা ভাৰুৱীয়াই তেওঁৰ ৰৰপুতেক ৺অম্বিকা বৰাৰ বিয়াৰ নিমন্ত্ৰণৰ চিঠিত উপহাৰ গ্ৰহণ কৰা নহব বুলি স্পষ্টভাৱে লেখি বিয়াত বহুতে সকাহ পাইছিল আৰু তেতিয়াৰ পৰাই গুৱাহাটীত বিয়াত উপহাৰ দিবলগীয়া বাধ্যতামূলক নিয়মটো উঠি গৈছিল।

বিয়া ঘৰত আৰু এটা উল্লেখযোগ্য বিষয় আছিল টোবোক টোবোক হোকা নিনাদ। সেইটো আছিল হোকাৰ যুগ—গুৰগুৰীৰ যুগ। কলাগুৰুৰ ধোঁৱা-খোৱা কবিতাই তাৰ সাক্ষী। কানীয়াই যেনেকৈ কানীয়াৰ লগ বিচাৰে, মদাহীয়ে যেনেকৈ মদাহীক লগ বিচাৰে,

হোকাকবেও তেনেকৈ হোকাকক ওচৰ চপাই আনে। হোকাত এহোপা দিবলৈ বাটকৰা লগৰীয়া নামাতিলেও ঘৰলৈ আহে। গুৰগুৰীটো ভাঙৰীয়াৰ আভিজাত্যৰো চিন। ৺বানীকান্ত কাকতিক তেওঁৰ চ'ৰাঘৰৰ বাৰাণ্ডাত হেলনীয়া চকী এখনত বহি থকা যেতিয়াই দেখিছিলোঁ, তেতিয়াই কাষত এটা গুৰগুৰীও দেখা পাইছিলো। বৰঠাকুৰে অঁক পূৰ্ণানন্দ বুঢ়াগোহাঞিকো এটা গুৰগুৰীৰে দেখা পোৱা ছবিলৈ মনত পৰে। হোকাৰ আকৌ তেতিয়া জাত বিচাৰো আছিল। একেটা হোকাতে সকলোৱে নাখায়। সমাজবপৰা কাকো বাজ-কৰি দিবলগীয়া হলে সেহেহে হোকাপানী বন্ধ কৰা বোলা হৈছিল। বিয়াঘৰত এটা হোকাত লগুণ পিন্ধাই থোৱা হৈছিল, সেইটো বামুনীয়া হোকা, বামুণ-গোসাঁইৰ কাৰণে আচুতীয়াকৈ ৰখা হয়। এতিয়া বামুনীয়া হোকা, শূদিৰীয়া হোকা নোহোৱা হ'ল আৰু হোকায়ো খেদা খাই বিৰি-চিগাৰেটক সেই ঠাই এৰি দিয়া হৈছে। ধোঁৱা-খোৱাটো নোহোৱা হোৱাৰ দৰে বটাত থুৰিয়া তামোল সজাই দিয়া নিয়মো নাইকিয়া হৈ আহিছে।

বিয়াত মুখ্য ভূমিকা গ্ৰহণ কৰি আহিছে নামতীবিলাকে, আয়তীবিলাকে। বিয়াখন তিৰোতাৰেই সামাজিক অনুষ্ঠান বুলি কলেও ভুল কৰা নহয়। বিয়াৰ দিন ওচৰ চাপি অহাৰ লগে লগে নামতী আইসকলৰ গা সাতখন আঠখন হয়। তেওঁলোকে বিয়া নাম ৰচনা কৰি আওৰাই বিয়াৰ বাবে প্ৰস্তুতি চলায়। জোৰণ বাবিয়াৰ পাতনি মেলাৰ পৰা দৰা বা কইনা উলিয়াই দি বিয়াৰ মোখনি মৰালৈকে নামতীইঁতে জাউৰিয়ে জাউৰিয়ে বিয়া নাম গাই ৰভাৰ তলত খলকনি তোলে। পানী তোলা, দৰাকইনা সজোৱা, অধিবাস, দৈয়নপানী তোলা, হোমৰ গুৰিত কইনা উলিয়াই দিয়া আদি বিভিন্ন বিয়াৰ কাৰ্যসূচীৰ লগত খাপ খুৱাই স্বভাৱকবি নামতীইঁতে মুখে মুখে ৰচনা কৰা বিয়া নামবোৰ শুনি মনপ্ৰাণ পুলকিত হয়। পুৰণি চাম নামতী আই-সকলৰ মুখত আজিও এই নামবোৰ আছে, কিন্তু নতুন চাম আইদেউইঁতে কেইটামান ধৰাবন্ধা নাম আৰু যোৰা-নামহে জুৰিব জানে। যোৰানামক কামৰূপৰ ফালে খিচা-গীত বোলা হয়। যোৰা নাম আৰু খিছা-গীতত্তো নামতীইঁতৰ কবি প্ৰতিভা, চুণ্ডা চাই সোপা দিব পৰা উপস্থিত বুদ্ধিৰ চিনাকি পোৱা যায়। মই গুৱাহাটীত সকতে শুনা এনেবোৰ নাম ৺ভুবনেশ্বৰী বৰানীৰ (সত্যনাথ বৰা ডাঙৰীয়াৰ পত্নী) 'বিয়া নাম'ৰ পুথিত সন্নিবিষ্ট কৰা হৈছে। দৰা আহি কইনা ঘৰৰ বাটঘৰ পালে কইনাঘৰীয়া আইসকল সুৰাগুড়ি তুলিবলৈ যায়। নৈ বা পুখুৰী পাৰত সুৰাগুড়ি তোলা হয়। এজনী ফুলাবুঢ়ী তুলি নচুৱাই সুৰাগ তোলা হয়। সুৰাগ তুলি অনাৰ পিছতে দৰাক কলপুলি তলত আনৰা হয়। এইখিনি সময় দৰাই বোন্দাপৰ দি থাকিবলগীয়া হয়। ইয়াৰপৰাই দৰাক দেখুৱাই সুৰাগ তোলা কথাষাৰ প্ৰচলন হৈছে। কোনো কোনো ঠাইত অৱশ্যে দৰা অহাৰ আগতে সুৰাগ তোলা নিয়ম। ঠাই বিশেষে আচাৰৰ সামান্য লৰচৰ হোৱাটো ধৰিবলগীয়া নহয়।

এনে বহু নাম ইতিমধ্যে বিলুপ্ত হ'ল। গোটেই অসমৰে বিভিন্ন অঞ্চলত আৰু বিভিন্ন ঠাইত আইসকলৰ মুখে মুখে সিঁচৰিত হৈ থকা বিয়া নামবোৰ ভাগে ভাগে সজাই পৰাই

উলিয়াব পাবিলে এখন সুবৃহৎ মূল্যবান গ্রন্থ হ'ব। কিন্তু মেকুৰীৰ ডিঙিত টিলিঙা পিন্ধায় কোনে?

মাজৰাতি আৰু শেষৰাতি কইনা হোমৰ শুৰিলৈ উলিয়াই দিয়া নামবোৰ হৃদয়-বিদাৰক। এই নাম শুনিলে কাঠ-বুকুৰাবো চকুপানীৰ নিজৰা বয়। মুখত চকুলোৰ বানপানীৰ ধল। নামগুণ গাই গাই কান্দি কাটি সকলোটি গৈ কইনাক মটৰত তুলি দিছিল। সেইখিনিতে এক অধ্যায় শেষ। সেই সময়তে মই শকুন্তলা নাটখনৰ তৰ্জমা শেষ কৰিছিলোঁ। কণ্ব মুনিক চলচলীয়া চকুৰে শিষ্য শাৰ্ঙ্গৰবে কৈছিল—

ভগৱান, পালো ক্ষুদ্ৰ জলাশয়।

শাস্ত্ৰ বিধিমতে—আত্মীয় স্বজন লগত আহিব পাৰে এইখিনিলই। ইয়াতেই কই যত বক্তব্য বচন দিব লাগে বিদায় আমাক। (শকুন্তলা)।

তেতিয়াৰ জলাশয় আৰু সেই দিন মটৰ-গাড়ীৰ ওচৰলৈ। আমাৰ কইনাঘৰীয়া বয়সীয়াসকলে অনুৰূপভাৱে নানা উপদেশ দি কইনাক মটৰত তুলি দি বিদায় লৈছিল। শকুন্তলা-বিদায় বা কইনা উলিয়াই দিয়া এনেবোৰ দৃশ্য যিমান করুণ, সিমান মধুৰ, সিমান মৰ্মস্পৰ্শী।

## জন্ম-মৃত্যু

মোৰ চকুৰ আগতে মানুহৰ জীয়া মৰাৰ লোকাচাৰ আৰু ৰীতি-নীতিবোৰৰ ভালেমান সালসলনি ঘটা দেখা পাইছোঁ। এইবোৰ ভাললৈ হৈছে নে বেয়ালৈ হৈছে সেই কথা মই ক'ব খোজা নাই। যি দেখা পাইছিলোঁ আৰু যি দেখা পাইছোঁ তাকেহে চমুকৈ ক'ব খুজিছোঁ। এইটো মন কৰিবলগীয়া কথা যে কেৱল হিন্দু সমাজত আৰু যাইকৈ অসমীয়া হিন্দু সমাজৰহে এনেকৈ সঘনে কলপ সলনি হোৱাটো দেখা গৈছে।

প্ৰথমতে জীয়াৰ কথাকে কৈছোঁ। ঘৰত শিশু উপজিলে ছদিনত গণোৱা আৰু লৰা হলে চুবুৰীয়াৰ ঘৰে ঘৰে মাছ বিলোৱা নিয়ম আছিল। মাছৰ লগতে লোণৰ টোপোলা আৰু গাহ্ৰ কচুও দিয়া হৈছিল। অশৌচ লগাৰ তৃতীয় দিনত পোৱাতীক জাল খাবলৈ দিয়া হৈছিল। পিছত ভেদাইলতা, শুকলতী খাদিৰ আঞ্জা খুউৱা হৈছিল। আজিকালি এইবোৰ বনৌষধিৰ পাচলি মানুহে চিনিকে নোপোৱা হ'ল। মই লৰাকালত গোট মাছ বিলোৱাহে দেখা পাইছিলো, ডাঙৰ ৰৌ-চিতলৰ ফকাও দিয়া হৈছিল। আগতে লোণদান সোণদানৰ সমান বুলি কোৱা শুনিছিলো, আজিকালি সোণে মাছে সমান হৈছে। এতিয়া কেতিয়াবা খুটুৰা মাছহে বিলোৱা হয়। আজিকালি চাহপানী আৰু বজৰুৱা মিঠাই কেক বিস্কুটেৰে শিশুৰ জন্মোৎসব পতাৰ নিয়ম হৈছে। আগেয়ে জন্মতিথি পতা হৈছিল শিশুৰ জন্ম তিথিত। আজিকালি ইংৰাজী তাৰিখত জন্মদিন পতা হয় তাকো বোলা হয় 'বাৰ্থ-ডে' আৰু চাহাবী আহিৰে কেক্ কাটি হাহি খিকিন্দালি কৰা হয়।

ভাঙনি কৌৰবৰ সোণ-ৰূপৰ মুখেদি ওলাইছিল—'ভাৰত জানিবা তিথি মহাপুৰুষৰ'। মই কলেজত পঢ়া দিনলৈকে মহাপুৰুষ দুজনাৰ তিথি তাৰ মাহত পতাটো দেখিছিলোঁ।

আনকি মই বৰপেটা হাইস্কুলত কাম কৰা সময়তো তাৰ সত্ৰত তিনি কীৰ্তনৰ (গুৰুৰ তিথি) পয়োভৰহে দেখা পাইছিলোঁ, জন্মোৎসৱ পতাৰ হলে গম পোৱা নাছিলো। আজিকালি হলে তিথি তল পৰিছে, জন্মোসৎৱ ওপৰলৈ উঠিছে—অৱশ্যে শঙ্কৰ গুৰুৰ জন্মোৎসৱহে। চৰিত পুথিসমূহ গুৰুজনাৰ জন্মতিথি সম্পৰ্কত একমত নহয়। কাতিৰ অমাবস্যা, ফাগুনৰ পূৰ্ণিমা, আৰু আহিনৰ দশমী এই তিনিটা তিথিৰ উল্লেখ পোৱা যায় যদিও বৰ্তমানে আহিনৰ দশমীতহে জন্মোৎসৱ পতা দেখা গৈছে। মোৰ নিজা মন্তব্য নাই, যি দেখিছোঁ তাকেহে কৈছোঁ।

মানুহ মৰিলেও আগেয়ে যিবোৰ নীতিনিয়ম আৰু লোকাচাৰ পালন কৰা হৈছিল আজিকালি সিয়ো সোলোক-ঢোলোক হৈছে আৰু সমাজৰ অনুশাসন নোহোৱাৰ বাবে যাৰ যি ইচ্ছা তেনেভাৱে চলা দেখা গৈছে। ইয়াৰ ফল ভালো হৈছে, বেয়াও হৈছে। পূৰ্বতে দেখিছিলোঁ বামুণ-গোসাঁইৰ-মৰা অশৌচ আছিল এঘাৰ দিন আৰু শূদিৰৰ ত্ৰিছ দিন। এতিয়া ত্ৰিছ দিনৰ সলনি এঘাৰ দিন, তেৰ দিন আৰু ত্ৰিচ দিন হোৱা দেখা পাইছোঁ। বামুণৰ চাৰি দিনত চতুৰ্থী, আৰু এঘাৰ দিনত শ্ৰাদ্ধৰ নিয়ম আছিল আৰু এতিয়াও আছে। শূদিৰৰ তিনি দিনত তিলনী, দহ দিনত দহা, ত্ৰিছ দিনত স্পৰ্শশুদ্ধি, একত্ৰিচ দিনত দান-উছৰ্গা, বত্ৰিছ দিনত সপিণ্ডন আৰু তেত্ৰিছ দিনত গিয়াতিৰ ভোজ হোৱা দেখা পাইছিলোঁ। এতিয়া বহু ক্ষেত্ৰত পিতৃপুৰুষক পিণ্ড নিদি হৰিৰ নামেৰেই বৈকুণ্ঠত ঠাই জোগাৰ কৰি দিয়া নিয়ম হৈছে। হওক। পিছে সমাজখন এৰাল নোহোৱা গৰুৰ দৰে চলিব নেলাগে। গুৱাহাটীৰ সমাজখন আগৰ পৰাই উদাৰ। সুখৰ বিষয় বামুণ-শূদিৰ ওখ-চাপৰ আদি ভেদভাবৰোৰ ইয়াত আন বহু ঠাইতকৈ কম।

আমাৰ সমাজত অনেকবোৰ 'নাপায় নাপায়' নিষেধাত্মক কথা পৰম্পৰা হিচাপে চলি আহিছে। অমুকটো কৰিব নাপায়, তমুকটো খাব নাপায়, অমুকৰ কথা শুনিব নাপায়, ভচুকৰ মুখ চাব নাপায়। উবহীগছৰ ওৰ বিচাৰিলে এই নাপায়বোৰৰ বহুতৰ অন্তৰালত একোটা সজ উদ্দেশ্য নিহিত হৈ থকা দেখা যায়, কিছুমান এসময়ত লাগতিয়াল হলেও বৰ্তমানে অচল আৰু কিছুমান একেবাৰে পানীৰ ঐ টেঙাৰ নিচিনা হৈছে। আগেয়ে দেখিছিলোঁ মানুহ খৰি দিবলৈ গলে গা মূৰ ধুই, পদূলিমুখতে হাত-ভৰি সেকি ঘৰৰ ভিতৰ সোমোৱাৰ নিয়ম আছিল। দিনৰ ভিতৰতে পোৱা শেষ কৰি আহিলেও সন্ধিয়া সাজভোজা চাইহে ঘৰ সোমোৱাৰ নিয়ম। সেইদৰে বাতি এছোৱা বাকী থাকিলেও ৰাতি পুৱাবলৈ বাট চাবই লাগিব। মৰাশ বাঢী কৰিব নেপায়। বাতিৰ ভিতৰতে শ্মশানলৈ নি যি কোনো প্ৰকাৰে চিতাত তুলিব লাগিবই। আজিকালিৰ দৰে মৰাশটো বাটে বাটে প্ৰদৰ্শন কৰি শ্মশানলৈ নিয়া নহৈছিল। মৃতকৰ পৰিয়াল বা ৰাইজৰ সুবিধাৰ বাবে শটো বাহী কৰি ৰখাৰ কথা কোনেও নেভাবিছিল। ঘৰৰ ভিতৰত কাকো মৰিবলৈ দিয়া নহৈছিল। মৃত্যুৰ আগে আগে আৰু বহুত সময়ত পিছতো ৰোগীক বাহিৰলৈ নি তুলসীৰ তলত শুৱাই মুকলি আকাশৰ তলত মৰিবলৈ দিহা কৰি দিয়া হৈছিল। কোনো কোনো ক্ষেত্ৰত মুমূৰ্ষ ৰোগীক সেলাত টেঙা দিয়াৰ নিচিনাকৈ টনাটনি কৰি বাহিৰলৈ নিয়া নিৰ্মম কাৰ্য সমৰ্থিত-

যোগ্য নহয়। আজিকালি অৱশ্যে এনে বহু পুৰণি নিয়ম আপোনা আপুনি নাইকিয়া হৈ গৈছে। আচাৰৰ লগত বিচাৰ থকাটো বাঞ্ছনীয়। এইটো ভাল কথা হৈছে যে আজিকালি মানুহ মৰিলে আগৰ দৰে ভয় লগা পৰিবেশ সৃষ্টি নহয়। মৰিশালিৰ ভূত প্ৰেতবোৰ আজিকালি আগৰ দৰে মানুহৰ মনত আতঙ্ক সৃষ্টি কৰিব নোৱাৰা হৈছে।

মৰিশালি

মোৰ মনত পৰাত সেই সময়ত হিন্দুৰ দুখন মৰিশালি—এখন নৱগ্ৰহৰ নামনিত আৰু আনখন আছিল কামাখ্যাৰ নামনিত ভৰলুৰ পশ্চিমপাৰে, লুইতৰ দাঁতিত। আজিকালি উজান বজাৰৰ পূজা ঘৰৰ কাষৰ ৰেল আলি পাৰ হলেই তেতিয়া নৱগ্ৰহৰ কাষলৈকে হাবিয়ে পোৱা গৈছিল। নৱগ্ৰহ শ্মশানখনো বিখ্যাত ইঞ্জিনীয়াৰ বলিনাৰায়ণ বৰাৰ পিতৃ দত্তনাৰায়ণ বৰাদেৱৰ দান। পূৰ্বতে এই শ্মশানৰ মাটি কালি প্ৰায় ২৫ বিঘা আছিল। স্বৰ্গীয় নবা ভাণ্ডাৰীয়াই শ্মশান স্থাপনৰ উদ্দেশ্যে গুৱাহাটীৰ বাইজলৈ আগবঢ়াইছিল। দুখৰ বিষয় সেই পবিত্ৰ উদ্দেশ্যে দান কৰা মাটিখিনিও মানুহৰ ব্যাপক বেদখলত চাৰিওফালৰপৰা সঙ্কুচিত হৈ পৰিল।

এতিয়া য'ত হেদায়েৎপুৰ আৰু নেহৰু ষ্টেডিয়াম্ (বং মহল) হৈছে আৰু পশ্চিমত গো-শালাৰ সন্মুখত মুছলমানসকলৰ গোৰস্তান আছিল, দীঘলীপুখুৰীৰ পূব পাৰৰ এক খণ্ডৰ মাটিও বোধকৰোঁ এসময়ত গোৰস্তান আছিল, আজিও সি অব্যৱহৃত অৱস্থাতে ছন পৰি আছে। ইতিবৃত্ত নাজানো।

খ্ৰীষ্টানসকলৰ কবৰখানা পূৰ্বতে আছিল পানবজাৰৰ ওভাৰ ব্ৰীজৰ ওচৰত, কলেজিয়েট হিন্দু ছাত্ৰাবাসৰ দক্ষিণে। ছাত্ৰাবাসত আজিকালি কামৰূপ জিলাৰ স্কুল ইন্সপেক্টৰৰ কাৰ্যালয় পতা হৈছে আৰু পুৰণি কবৰখানাটোৰ চিন-মোকাম মাৰি সেই ঠাইত ইঞ্জিনীয়াৰসকলৰ কাৰ্যালয় এটা খিয় হৈছে। এই কবৰখানাতে চীফ কমিছনাৰ জেনেৰেল জেনকিন্স চাহাবক কবৰ দিয়া বুলি শুনিছিলোঁ। এতিয়াৰ খ্ৰীষ্টান কবৰখানাটো আছে চেনিকুঠী পত্ত চিকিৎসা-লয়ৰ উত্তৰে।

হিন্দু-মুছলমান

সেই সময়ত অসমীয়া হিন্দু-মুছলমানৰ মাজত ভেদভাৱ নাছিল। মুছলিম লিগ সৃষ্টি হোৱাৰ পিছৰ পৰাহে পৰস্পৰৰ মাজত অবিয়া-অবি কেৰিয়া-কেৰিবোৰ বাঢ়িবলৈ ধৰে। গুৱাহাটীৰ পশ্চিমাঞ্চলত মাছখোৱা, লাখটকীয়া, কমাৰপটী আৰু পূৰ্বাঞ্চল উজান বজাৰৰ মৰিয়াপটীত (বৰ্তমানে ইছলাম পটী) সৰহীয়াকৈ মুছলমানবিলাকৰ বাসস্থান আছিল। হেদায়েৎপুৰ, মৰাশালি আদিৰ তেতিয়া অস্তিত্বই নাছিল। ধৰ্মীয় কথাৰ বাহিৰে আন সামাজিক বিষয়ত হিন্দু-মুছলমানৰ অমিল নিচেইকৈ নাছিল। ভাটীৰ ফালে হোৱা হিন্দু-মুছলমানৰ সংঘৰ্ষৰ কথা 'সঞ্জীবনী,' 'হিন্দুবাসী' 'বসুমতী' আদি বঙলা বাতৰি কাকতত্তহে পঢ়িবলৈ পাই মনবোৰ কেনেবা কেনেবা লাগিছিল। সাজপাৰতো বিশেষ তাৰতম্য নাছিল। মুছলমানবিলাকে হিন্দুৰ নিচিনাকৈ চুৰিয়াকে পিন্ধিছিল। পৰৱৰ দিনতহে যুৱত কেজ টুপী আৰু লুঙী পিন্ধিছিল। আজিকালি হিন্দুৱেই পোহ নোহোৱা হল। মিয়া আৰু প্ৰাক্তন

সময়তো হিন্দু সবাই চুৰিয়া পিন্ধিবলৈ নজনা হৈছে। বিহু সৰস্বতী পূজা (পূজা অশংবাদ), নাট্যাভিনয় আদিত আমি হিন্দু-মুছলমান সকলো একেলগে মিলিজুলি আনন্দ উপভোগ কৰিছিলোঁ। মছজিদৰ ওচৰৰ আলিত সৰস্বতী পূজা সমদলৰ বাজনা আপোনা আপুনি বন্ধ হৈ গৈছিল কোনেও সকীয়াই নিদিয়াকৈ। মুছলমানবিলাকেও চুবুৰীয়া হিন্দুবিলাকৰ মনত আঘাত পাব পৰা কোনো কাম কৰা শুনা নাছিলো। আজি কি হৈছে সকলোৱে দেখা পাইছে। মুঠতে এইটো ধুৰুপ যে ৰাজনীতিৰ বৰশীৰ টোপগোৰেহে আজি আমাৰ মাজত বিহমেটেকা মেলিছে।

### জোখ-মাখ ধন বিত

সেই সময়ত আজিকালিৰ দৰে তৰহে তৰহে কাকতৰ ধনৰ বহুল প্রচলন নাছিল বুলিলেই হয়। দহটকীয়া নোটৰ তলত কাকতৰ মুদ্রা নাছিল। টকা, আধলি, সিকি আদিত লভলভীয়া ৰূপ। টকাটোত ৬৪ পইচা, ১৬ অনা। মুদ্রাবোৰ আছিল পইচা, ডবল পইচা, এক আনি বা চৰতীয়া, দুআনী বা আদমহীয়া, সিকি বা মহা, আধলি আৰু টকা। পোন্ধৰ টকাত এক সোণৰ মোহৰ। বৃটিছ আমোলৰ আদিতে কড়িৰো প্রচলন আছিল। কুৰি কড়ি বা একবাত এপোন বা এক অনা হৈছিল। বস্তু আছিল অপৰ্যাপ্ত; সেই কাৰণে কম ধনতে বেছি বস্তু পোৱা হৈছিল। মৌজাদাৰে গাঁৱৰপৰা জালৰ মোনাত টকা ভৰাই সেই টকা ভাৰীৰ কান্ধত তুলি দি জিলাৰ ধন-গেৰাজলৈ খাজনা শোধাইছিল। হাবিতলীয়া বাটেৰে টকাৰ ভাৰ আহিছিল, তথাপি ক'তো চোৰ-ডকাইতে লুটি নিয়াৰ ভয় নাছিল। বাটে পথে দিন-ডকাইত নাছিল। বেঙ্ক নাছিল, ডাকঘৰেই আছিল ৰাজহুৱা টকা থোৱাৰ ঠাই। এনেদৰে পুতি থোৱা টকাৰ কলহত দেও-ভূত লগা বুলিও মানুহে কোৱা শুনিছিলোঁ। বিহগী কবিৰ দেউতাকে হেনো তেওঁৰ বোন্দা গাঁৱৰ ঘৰৰ ভেঁটিত এইদৰে কেইকলহমান টকা পুতি থৈছিল। পিছে তেওঁ হঠাতে মৰাত ঘৰৰ গোটেই ভেঁটিটো খান্দি-কুৰিও বোলে সেই টকা পোৱা নগ'ল। এই নিচিনাকৈ বহুতৰে সাঁচতীয়া ধন মাটিৰ তলতে পানী উঠিছিল।

### চোৰ-ডকাইত

সেই সময়ত অসমত চোৰ আছিল, ডকাইত নাছিল বুলিলেই হয়। সিন্ধিখন্দা চোৰেই ডাঙৰ চোৰ আছিল। উজনিৰ গোলাই চোৰ, নামনিৰ বিৰহপতীয়া চোৰেই বৰ চোৰ হিচাপে নাম কৰিছিল। এই দুজন চোৰৰ চুৰ কৰা প্রণালী যাদুকৰৰ দৰে আছিল। তেওঁলোকৰ চুৰিবিদ্যাৰ লগত মহত্বও আছিল হেনো। কোনোবাই এওঁলোকৰ চুৰ কৰাৰ কাহিনীবোৰ লেখি ৰখা হলে সাধু কথাৰ দৰে আকৰ্ষণীয় হলহঁতেন নিশ্চয়। ডকাইতি, নাৰীধৰ্ষণ, নৰহত্যা আদি নানা তৰহৰ অপৰাধ সংক্রান্ত চাঞ্চল্যকৰ বাতৰিবোৰ সেই সময়ত 'সঞ্জীবনী' আৰু 'হিতবাদী' নামৰ দুখন কলিকতীয়া বাতৰিকাকতে আমাৰ দেশত বিলাই-ছিল। এই কাকত দুখনৰ কথা ভাবিলে আজিও আচৰিত হবৰ মন যায়। কৃষ্ণকান্ত মিত্রৰ সম্পাদিত 'সঞ্জীবনী, সা-দিনীয়া কাকতখন আকাৰত ইমান ডাঙৰ আছিল যে মেলি দিলে তাৰ ওপৰত একোজন মানুহ দীঘল হৈ শুব পাৰে। কাকত-খনৰ ভিতৰত যেন এখন সৰুসুৰা বিশ্বব্রহ্মাণ্ড। ভাত খৰৰেই হৰৰ অহেতু অংঃৰ হৰৰ সেই কাৰত আৰু আন বহিৰ্ৰতীয়া

কাকতত কাচিৎহে এচুকীয়া বাতৰি হিচাপে ঠাই পাইছিল। কলিকতীয়া দিন-ডকাইতৰ কাহিনীবোৰ পঢ়ি আমি তাৰ্থপ মানিছিলো আৰু তেতিয়া কল্পনাও কৰিব পৰা নাছিলো যে আজি সেইবোৰৰ নিচিনা লোমহৰ্ষক ঘটনা আমাৰ ঘৰৰ কাষতে সংঘটিত হ'ব। অ'ত ত'ত চোৰৰ ঘিট-ঘিটনি অৱশ্যে আছিল আৰু লাপিলুপা কাণ্ড লৈয়েই বহু সময়ত চোৰে কেৰামতালি দেখুৱাইছিল। দুৱাৰত দাং দি ৰাতিৰ বাতিটো ঘৰে ঘৰোৱাহে নাট্যাভিনয় আদি চাবলৈ নিৰ্ভয় মনেৰে যাব পাৰিছিল। আজিকালিৰ দৰে মানুহৰ ধন-সম্পত্তিৰ ওপৰত অনবৰত চোৰ-ডকাইতৰ শেন চকু নাছিল। জেপ-লুকুকাৰ নামো তেতিয়া শুনা নাছিলো। পেৰা-পেটাৰি ৰূপাৰ ব্যৱহাৰ আছিল। ধনী মানুহে বৰ পেৰাত ভৰাই কাঁহী বাটি ৰাখিছিল আৰু ৰাতি সেই পেৰাৰ ওপৰত মানুহ শুইছিল।

তেতিয়াৰ দিনত জেল-জীৱনো বৰ ভয়াবহ আছিল। মানুহে জেলৰ বগা-ভাত খাবলৈ বৰ ভয় কৰিছিল আৰু জাত যোৱা কাম বুলি ভাবিছিল। আজিকালিৰ জেলবোৰ একোখন সত্ৰৰ নিচিনা হৈছে। তাৰ ভিতৰত ভোজ-ভাত, থিয়েটাৰ, চোৱাংবেজাৰ সকলোৰে ব্যৱস্থা আছে। আজিকালি বহুতে এই জেলৰ ভিতৰত দুই-এনিশা কটাই ৰাজনৈতিক জীৱনৰ হাড শুচি কৰিবলৈ ঢপলিয়াই থাকে। তেতিয়া কিন্তু জেলখানা আৰু যমপুৰী প্ৰায় একে নিচিনা আছিল।

### হৰকৰা আৰু ডাকোৱাল

এতিয়াৰ ডাক-পিয়ন বা পোষ্টমেন, তেতিয়া আছিল এই পিয়নবিলাকেই হৰকৰা। হৰকৰাই ঘৰে ঘৰে চিঠি বিলাই ফুৰিছিল। আজিকালিৰ পিয়নৰ দৰে সেই হৰকৰাবিলাক প্ৰতিঘৰ মানুহৰ চিনাকি আপোন মানুহৰ দৰে আছিল। চিঠি এখন দলিয়াই থৈ যোৱাই তেওঁলোকৰ একমাত্ৰ কাম নাছিল। সেই কামত কোনো অনা-অসমীয়া হৰকৰ দেখা মোৰ মনত নপৰে। টেলিগ্ৰাফ পিয়নবোৰো তেওঁলোকৰ এলেকাৰ চিনাকি আপোন মানুহ হৈ উঠিছিল।

আজিকালিৰ দৰে সেই সময়ত ৰেল, উৰাজাহাজ আৰু মটৰ বাছৰ পৰিবহনৰ সুবিধা নাছিল। ইঠাইৰপৰা সিঠাইলৈ মানুহে ডাক কঢ়িয়াই নিছিল। এই ডাক অনা-নিয়া কৰা জুনুকা পিন্ধা মানুহবিলাকক ডাকোৱাল বোলা হৈছিল। ডাকোৱালবিলাকে হাবিতলীয়া বাটেৰে যাওঁতে মহাৰাণীৰ দোহাই দি গলে বাঘ-ভালুকেও বাট এৰি দিয়ে বুলি মানুহে বিশ্বাস কৰিছিল। বেজবৰুৱাই এই ডাকোৱালৰ ছবি আঁকি থৈ গৈছে এনেদৰে—

"বই যোৱা ডাকোৱাল
খোজ কিয় কোৱাল"।

### সেই দিনৰ কুসংস্কাৰ

সেই সময়ত আমাৰ ঘৰে-বাহিৰে সমাজখনত নানা প্ৰকাৰ কটকটীয়া সামাজিক নিয়ম প্ৰচলিত আছিল। সেইবোৰৰ বহুখিনিকে অন্ধবিশ্বাস বা কু-সংস্কাৰ বুলিব পাৰি। তলত কেইটামান উদাহৰণ দিলো—

(১) অফিচ-কাছাৰী কৰা সাজ-পাৰ আৰু সেইবোৰ সোলোকাই থৈ গা ধুই নতুন

সাজপাৰ পিন্ধিহে ঘৰ সোমাব পাৰি। মোৰ মনত পৰা সময়ত এই নিয়ম শিথিল হৈছিল।

(২) ফটিকা, লাওপানী পূৰ্ব্বৰপৰা থাকিলেও বৃটিছৰ আগমনত ইংৰাজী শিক্ষা প্ৰচলন হোৱাৰ লগে লগে চাহাবী অনুকৰণত মদৰ প্ৰচলনো বাঢ়িছিল। সম্প্ৰতি দেশী চৰকাৰে আইনেৰে দেশৰ কোনো কোনো অঞ্চল 'শুকান' কৰিছে যদিও নাৰ্মতহে কামত নহয়। আজিকালি চৰকাৰে মদ-নিবাৰণ আইন কৰি এখন ভেকোভাওনা পাতিছে, কিন্তু এতিয়া ভালেমান চাহৰ দোকানত মদ চলিছে আৰু বহু ডেকা ল'ৰাই মদৰ নামত বিহপানী একোটোপা খাই কলিজা নষ্ট কৰিছে। যোৱা শতিকাৰ শেষ দশকত ৰজা দুৱাৰত থকা মোৰ এগৰাকী বুঢ়ী আয়ে দক্ষিণপাৰৰ টেলিগ্ৰাফ অফিচত কাম কৰি মাজ নিশা মদ খাই ঘৰ পাইছিলগৈ। বায়েকে তেওঁক ঘৰত দাং দি পুহমহীয়া জাৰত গোটেই ৰাতিটো বাহিৰতে ৰাখিলে। মনৰ দুখত তেওঁ পাছদিনা গুৱাহাটিলৈ আহি খৃষ্টান ধৰ্ম লৈ ঘৰৰ লগত সম্পৰ্ক ছেদ কৰে। আন এখন বিয়াৰ আমোদী সাধু এটা বিহগী কবিৰ মুখে শুনিছিলোঁ। বিয়াৰ দৰাঘৰ উজান বজাৰৰ নৈৰ দাঁতিত, কইনাৰ ঘৰ শিল পুখুৰীৰ পঞ্চবটী আশ্ৰমৰ কাষত। দৰা সমদলে বিয়া কৰিবলৈ ওলাইছিল আগদিনা ৰাতি দহ বজাত, কইনা ঘৰ পাইছিলগৈ। পিছদিনা পুৱা দহ বজাত, তাকো আকৌ দৰাকে প্ৰমুখ্য কৰি সকলো যাত্ৰীকে কইনাঘৰীয়াই আবিষ্কাৰ কৰি নিবলগীয়া হৈছিল আলিবাটৰ গড়খাৱৈৰপৰা। ইমানেই আছিল সেই দিনৰ মদৰ মহতালি।

(৩) হিন্দুৰ ঘৰত ৰামপাৰ বা কুকুৰা ভক্ষণ নিষিদ্ধ। শকত নবিয়াত গা টঙাবলৈ "আপদে নিয়মং নাস্তি" বুলি ডাক বঙলাৰপৰা কুকুৰাৰ চুকহা আনি খুওৱা হৈছিল। ডেকা ল'ৰাবিলাকে ঘৰত লুকাই-চুৰকৈ কুকুৰা কণী খাইছিল আৰু ৰান্ধনি ঘৰৰ সাত তাঁতিৰ বাহিৰত 'ষ্টোভ'ত ৰামপাৰ ৰান্ধি খাইছিল। আজিকালি এইটো দোষৰ কথা নহয়। আমাৰ বহুতৰ ঘৰে ঘৰে কুকুৰাৰ গঁৰাল হৈছে, কোনো কোনোৱে কুকুৰাৰ পাম পাতিও লাভৱান হৈছে। হিন্দুৰ কুকুৰা ভক্ষণৰ আতিশয্য দেখি মুছলমান বিলাকেও প্ৰমাদ গণিবলগীয়া হৈছে— এইবিধ সহজলভ্য বস্তু মহঙা হোৱাৰ বাবে।

(৪) বামুণৰ ছোৱালী পুষ্পিতা হোৱাৰ আগতে বুঢ়া-খেৰা এজনৰ লগত হলেও বিয়া দিব লাগিবই। নিদিলে জাত যায়। এই নিয়মৰ ফলত বহুতো ছোৱালী ফুলতে বাঁৰী হৈছিল। 'চুৰ কৰা মহা বিদ্যা যদিহে নপৰে ধৰা'—ব্যভিচাৰ বিদ্যাও চুৰ কৰা বিদ্যাৰেই অন্তৰ্গত। ধৰা পৰিলে ব্যভিচাৰিণীৰ কঠোৰ দণ্ড। 'হস্তীৰো পিচলে পাৱ, সজ্জনৰো বুৰে নাও' বুলি কোৱা হয় যদিও অলপ ভৰি পিচলিলেই বহুত নিৰপৰাধিনী বিধৱা ছোৱালীৰ মুখে কুলাই পাচিয়ে নধৰা হৈছিল। খাই কাৰ্শলা ডালত উঠাৰ নিচিনাকৈ ঘাই জগৰীয়াবিলাক সমাজৰ শিৰত টিঘিলঘিলাই আছিল; কিন্তু বাঁৰী-দুখুনীবিলাকে পাঞ্জাবী বা মুছলমানৰ ঘৰত আশ্ৰয় লবলগীয়া হৈছিল। কেৰাটাও এনে কৰুণ আৰু দুৰ্ভাগ্যজনক কাহিনীৰ গম পাওঁ।

(৫) আবিয়ৈ ছোৱালী আখলত সোমাব নোৱাৰে। মাক-বাপেকেও সিহঁতৰ হাতে চাউল সিজোৱা খাব নাপায়। খালে জাত যায়, পৰাচিত্ত হ'ব লাগে—কেইখেহ্ পৰাচিত্ত

ক'ব নোৱাৰোঁ। এনেবোৰ বাধা-নিষেধ আপোনা-আপুনি তামাদী হৈ গৈছে। এতিয়া আবিয়ৈ ছোৱালীৰ কথাই নাই বহুতৰ ঘৰত নেপালী, খাছিয়ানী, দেছোৱালী আৰু বাবুচী খানচামা অবাধে চলিছে।

(৬) তেতিয়া তিৰোতাক কুৰি হলেই বুঢ়ী বুলি ধৰা হৈছিল, এতিয়া কুৰি বছৰত পাটগাভৰুহে হয়।

(৭) আমতীৰ কেইদিন বোলে বসুমতী বিধুতি হয়। সেই কেইদিন আমাৰ ঘৰত চুৰাহে চুৰা অৱস্থা। বিধৱা তিৰোতাই ভাতপানী বন্ধ কৰি নাথায়, দেৱদেৱীসকলৰ পূজা গৃহৰ দুৱাৰত কপাট লগাই থোৱা হয়। আমতীৰ অন্ততহে সেই কপাট খোলা হয়। লেপ-তুলী, গৰম কাপোৰ আদি টোপোলাত বান্ধি আটালত তুলি থোৱা হয় যাতে বসুমতী বা মাটিৰ সম্পৰ্ক ৰহিত হয়। যাঠ ভাঙিলে চৰু-হাড়ী পেলোৱাৰ উপৰিও কানি-কাপোৰ তিয়াই-বুৰাই শুচি হোৱা হয়, নোৱৰাখিনিত 'নমো নমো' বুলি তুলসীৰ পানী ছটিয়াই লয়। আজি-কালি এনেবোৰ চুৰা একেবাৰে নাইকিয়া হোৱা নাই যদিও তাৰ আগৰ প্ৰকোপ ভালেখিনি কমিছে।

(৮) তিৰোতা মানুহে হেনো পুৰুষক বগা দাঁত দেখুৱাব নাপায়। ইয়াৰ উদ্দেশ্য আছিল হয়তো তিৰোতা পাতল হ'ব নালাগে, হাঁহি-খিকিন্দালি কৰিব নালাগে। কিন্তু দেখা গৈছিল যে তেতিয়া তিৰোতাৰ বগা দাঁত জামু গছৰ ছালৰ ৰসেৰে বোলাই কলা কৰি পেলোৱা হৈছিল আৰু সেই উপায়েৰে পুৰুষে বগা দাঁত দেখা পোৱাৰ মূলা মৰা হৈছিল আৰু আলুলৈকে কলা দাঁত উলিয়াই ঢেকঢেককৈ হাঁহিলেও দোষৰ কথা বুলি ধৰা হৈছিল। মোৰ বুঢ়ী আইতায়ো জামু ছালিৰে বোলাই দাঁত দুপাৰি কলা কৰি লৈছিল।

(৯) প্ৰসূতিৰ চেৰাশালিৰ দুৱাৰৰ ওপৰত বগৰীজেং খুচিৰখা হৈছিল, ভিতৰত একুৰা তুঁহ জুই অনবৰত জ্বলাই ৰখা হৈছিল। এইবোৰ আছিল ভূত-প্ৰেত নিবাৰণৰ উপায়। আজিকালি ভূত-প্ৰেতবোৰ আগতকৈ টেঙৰ হোৱাত বগৰীজেং, তুঁহ জুয়ে কাম নচলা হৈছে।

এনে সকলোবোৰ পুৰণিকলীয়া নীতি-নিয়মেই যে একেবাৰে বেয়া আৰু এতিয়াৰবোৰ বৰ ভাল এনে কথা মই ক'ব খোজা নাই। আচাৰত থাকি বিচাৰত নথকাটোহে বেয়া কথা তদুপৰি সকলোৰে অতিমাত্ৰা বেয়া—ভালবো, বেয়াবো। আমাৰ কু-সংস্কাৰবোৰ যেনেকৈ কমি আহিছে, তেনেকৈ কিছুমান অধাচাৰো নতুনকৈ সমাজত সোমাইছে। ভালেই হওক বেয়াই হওক আগেয়ে এখন সমাজ আছিল। সমাজৰ মানুহবোৰ একগোট আছিল। আজিকালি সেই সমাজখনৰ জকাটোহে আছে, সমাজৰ মানুহবিলাক গাইগোটা পেটে উভাল হ'ল। আজি সমাজৰ ধৰণী যে লৰিছে এই কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। নগৰৰ কথা বাদেই, শকৰ গুৰু প্ৰবৰ্তিত অসমৰ নামঘৰ কেন্দ্ৰিক গাঁৱৰ সমাজবোৰতো আজি ঘূনে ধৰিছে। ক্ষমতা-খকৰ ভোটে আজি ভূত হৈ আগৰ সমাজ-ব্যৱহাৰ, আগৰ মিলা-প্ৰীতি, জাতীয় সংহতিক খানবান কৰি পেলাইছে।

# তৃতীয় খণ্ড ঃ সংসাৰ পৰ্ব

মোৰ নিজৰ আৰু পৰিয়ালৰ কথা লেখিবলৈ ভাল নেলাগে তথাপি নিলিখিলে এই স্মৃতিলেখা অসমপূৰ্ণ হৈ ৰব। সেইকাৰণে নিতান্ত ব্যক্তিগত আৰু পৰিয়ালকেন্দ্ৰিক হলেও এই সংসাৰ-পৰ্ব অন্তৰ্ভুক্ত কৰিবলগীয়া হ'ল। ইচ্ছা কৰিলে পাঠকে এই খণ্ড বাদ দিও এই পুথি পঢ়িব পাৰিব।

### দেউতাৰ সংসাৰ

আদি পৰ্বতে কৈ অহা হৈছে যে মোৰ দেউতা ৰমাকান্ত হাজৰিকা আৰু আই নিৰুপমা হাজৰিকানী। ১৯৪৬ চনৰ ডিচেম্বৰ মাহত প্ৰায় ৭২।৭৩ বছৰ বয়সত দেউতা গ'ল আৰু ১৯৬৬ চনৰ ডিচেম্বৰ মাহত ৮১ বছৰ বয়সত মাতৃদেৱীয়েও একে বাটকে ললে। সেই সকলৰ স্বৰ্গগমনত মোৰ দুখ কৰিবলগীয়া একো নাছিল কিয়নো কলিকলীয়া মানুহ, দুয়ো যথেষ্ট বয়স পালে বুলি ক'বই লাগিব। দেউতাৰ সংসাৰখন বৰ ডাঙৰ নাছিল, নিচেই সৰুও নাছিল। মোৰ মূৰত ভৰি দি এটা ল'ৰা উপজিছিল হেনো। পিছে তেওঁ পৃথিৱীৰ পোহৰ দেখাৰ লগে লগেই চকু মুদিলে। সেইকাৰণে তেওঁক লেখত নধৰো। মোৰ পিছত উপজিছিল এজনী ভনী সাৰদাকুমাৰী, তেওঁ আজি নাই। তেওঁৰ পিছত শ্ৰীমতী কুসুমকুমাৰী, তেওঁ মেখিয়নী হৈছে। তেওঁৰ পিছত এটি ভাই, মোৰ একমাত্ৰ ভাই প্ৰতুলচন্দ্ৰ। সিও অকালতে গ'ল। তাৰ পিছত দুজনী ভনী— শ্ৰীমতী শচীপ্ৰভা আৰু শ্ৰীমতী হীৰা প্ৰভা। এজনী গোলাঘাটৰ বৰুৱাৰ ঘৰত আৰু আনজনী চাৰিঙৰ হাজৰিকাৰ ঘৰত পৰিছে।

বৰজনী ভনী সাৰদাকুমাৰী পৰিছিল গুৱাহাটী কুমাৰপাৰাৰ বৰকাকতী পৰিয়ালৰ তৰণীকান্ত বৰকাকতীলৈ। তৰণীকান্ত আছিল মটৰ মেকানিক। বিয়াৰ দুবছৰ কি তিনি বছৰ পিছতে সেই ভনীজনীৰ অকালতে মৃত্যু হয় আৰু তাৰ কিছুদিন পিছতে গিৰিয়েকেও ইহসংসাৰ এৰি যায়। পুলি-পোখা একো নেথাকিল। গতিকে সেই আধ্যা সিমানতে শেষ।

ভাইটিৰ নাম আছিল প্ৰতুল। অতুল আৰু প্ৰতুল এই নাম দুটা কোষ্ঠীৰ নাম নহয়— ডাঙৰ মোমাই শ্ৰীকান্তই ক'ৰবাৰ পৰা আমদানি কৰি আনি আমাৰ নামত বহুৱাই দিছিল। প্ৰতুলৰ ঘৰত মতা নাম আছিল 'মহী'। সি চেমনীয়া অৱস্থাতে মৃত্যুৰ গৰাহত পৰিল আৰু মোক দেউতাৰ একমাত্ৰ পুত্ৰ কৰি থৈ গ'ল। আমি দুয়ো ককাই-ভাই পৰিয়ালৰ সকলোৰে আলাসৰ লাৰু আতোল-তাল তেতেলীৰ জোল আছিলোঁ।

প্ৰতুল ভাইটি তেতিয়া চেমনীয়া ল'ৰা, সেই সময়ত গুৱাহাটীত মেলেৰিয়া ৰোগে সংক্ৰামক ব্যাধিৰ নিচিনাকৈ দেখা দিছিল আৰু ঘৰে ঘৰে দুই এজনক টেটুত চেপা দি ধৰিছিল। প্ৰতুল ভাইটিও সেই মেলেৰিয়াৰে বলি হ'ল। তেতিয়া গুৱাহাটীত নামজ্বলা ডাক্তৰ আছিল দিদাৰুদ্দিন আহমেদ। ভুবনেশ্বৰ বৰুৱাৰ আগৰ কালছোৱাত এইজন ডাক্তৰেই আছিল গুৱাহাটীৰ মানুহৰ ধন্বন্তৰী আৰু বিপদৰ বন্ধু। বৰ পৰোপকাৰী।

ভেদ-অহঙ্কাৰ নাই, টকাৰ থক নাই, 'ভিজিট' দুটকা বা চাৰিটকা চোলাৰ মোনাত গুজি দিলেই সন্তুষ্ট হয়। সদৰ হাস্পতালৰ কাম শেষ কৰি এখন হাতবাগীত উঠি নগৰত টলৌটলৌ কৰি ঘূৰি ফুৰে। তেওঁৰ পুতেক এসময়ৰ গুৱাহাটীৰ এজন প্ৰখ্যাত তবলাবাদক শ্ৰীমুজিবুদ্দিন আহমেদ। মেলেৰিয়া'ৰ পৰাহৰপৰা মোৰ ভাইটিৰ জীৱন ৰক্ষা কৰিবলৈ দিদাৰ ডাক্তৰে কেবাটাও মেলেৰিয়াৰ বেজী দিছিল কিন্তু আন বহুতকে তেওঁৰ বেজীয়ে জীউদান দিব পাৰিছিল যদিও ভাইটিক হলে যমৰ চিলনী-খাপৰপৰা সকয়াব নোৱাৰিলে।

দ্বিতীয়জনী ভনী পৰিছিল বামদিয়াৰ বিখ্যাত মেধি-পৰিয়ালত। বামদিয়া সত্ৰ বৰপেটা-সত্ৰৰ এখন শাখা-সত্ৰ। এই সত্ৰখনৰ মেধিৰ বাস এই পৰিয়ালৰ ঘৰতে আছে। ভুকলি মেধিৰ চাৰি পুত্ৰ যথাক্ৰমে কালিৰাম, বলিৰাম, চেনিৰাম আৰু দীননাথ। চাৰিওজনে স্বৰ্গগত চেনিৰাম মেধিলৈকে মোৰ ভনী কুসুমকুমাৰীক দিছিলোঁ, কুসুমকুমাৰীৰ ঘৰত মতা নাম 'প্ৰেম'। এই মেধিবংশৰ চাৰি ভাই-ককাইৰ বংশ-পৰিয়ালে এতিয়া বামদিয়াৰ মূলঘৰ এৰি গুৱাহাটীত নিজা নিজা ঘৰ মাটি কৰি লৈছে। বৰজন কালিৰাম মেধি অসম বিখ্যাত। অসমীয়া ভাষা সাহিত্যৰ লগত সম্পৰ্ক ৰখা প্ৰতিজন অসমীয়াই এইজন একনিষ্ঠ সাহিত্যসেৱীক চিনি পায়। তেওঁ অসম সাহিত্য সভাৰ কৈচুৱা কালতে তাৰ বৰপেটা অধিবেশনৰ সভাপতি হৈছিল। দ্বিতীয়জন বলিৰাম মেধি মৃত্যুৰ সময়লৈকে মূল বামদিয়াৰ ঘৰত সত্ৰৰ মেধিৰ বিষয়বাব লৈ আছিল।

চেনিৰাম মেধি মোৰ ভনীজোঁৱাই। তেওঁ প্ৰথমতে সেই সময়ৰ কমিছনাৰ চাহাবৰ অফিচৰ আমোলা আছিল, পিছত মৃত্যুৰ আগে আগে চিৰস্তাদাৰ হৈছিল। কৰ্মজীৱনৰ সমাপ্তি নৌহওঁতেই তেওঁৰ অকাল মৃত্যু হোৱাত ভনী কুসুমকুমাৰী বিধবা হয়। চেনিৰাম মানুহজন চুটিচাপৰ, অনাড়ম্বৰ আৰু এক কথাৰ মানুহ আছিল। ভায়েক দীন মেধিৰ লগত শান্তিপুৰৰ মূল ৰাজআলিৰ কাষতে ঘৰ সাজি থাকিবলৈ লৈছিল। দ্বিতীয় মহাসমৰৰ সময়তে তেওঁকে আমাৰ গুৱাহাটীৰ ঘৰখন গটাই মই সপৰিয়ালে মোৰ কৰ্মক্ষেত্ৰ বৰপেটাত আছিলোগৈ। সেই ঘৰতে এমাডিমা লৰাছোৱালীৰে এখন ডাঙৰ সংসাৰ এৰি তেওঁ সংসাৰৰপৰা নাম কাটিবলগীয়াত পৰে। পৰিয়ালটোৰ ভাৰ ঘাইকৈ আমাৰ ওপৰতে পৰে। সুখৰ কথা এই পৰিয়ালটোৰ আটাই-কেউটা লৰাছোৱালীয়ে বৰ্তমানে খুটি খাব পৰা হৈছে।

মোৰ মাজুভনী শ্ৰীমতী শচীপ্ৰভা গোলাঘাটৰ দাসৰাম মৌজাদাৰৰ পুতেক হৰিশ্চন্দ্ৰ বৰুৱালৈ পৰিছিল। দাসৰাম বৰুৱা এজন খ্যাতিৱন্ত পুৰণিকলীয়া মৌজাদাৰ আছিল। তেওঁ অজস্ৰ ভূ-সম্পত্তি এৰি থৈ গৈছিল যদিও দুৰ্ভাগ্যবশতঃ সেই সকলোবোৰ বিনষ্ট হ'ল। দুখৰ বিষয় এইজনী ভনীয়েও বিধৱা ভাত খাবলগীয়া হৈছে। তিনিওজনী ভনীৰ ভিতৰত সকলনী গীকন হীৰা প্ৰভাই (অকণ) বুদ্ধিমতী, চালাকচতুৰ আৰু ঘৰখৰা বিধৰ; মাজুজনী শচীপ্ৰভা (ৰইনী) বেছি ভোলা। হীৰা প্ৰভা পৰিছে চাৰিংৰ হাজৰিকা পৰিয়ালৰ শ্ৰীমীনাকান্ত হাজৰিকালৈ। মীনাকান্তৰ এজন ককায়েক পীতাম্বৰ হাজৰিকা শিৱসাগৰৰ এজন প্ৰসিদ্ধ

নাগৰিক আৰু নামজ্বলা এডভোকেট, আছিল। মীনাকান্ত বেবিহোৱাইটৰ, ডাক্তৰ, গোটেই জীৱনটো বৰজানৰ কয়লা খনিৰ ডাক্তৰি কৰি নগাবিলাকৰ লগতে কটালে। কয়লা খনিত ৰঙাচাকি অঞ্চলত তেওঁ কামৰপৰা অৱসৰ লবলগীয়া হৈছিল যদিও নগাপৰ্বতৰ মায়া এৰিব নোৱাৰি আজিও তেওঁ নাগিনীমৰাতে ডাক্তৰী ব্যৱসায় চলাই আছে। নগাই তেওঁক ভাল পায়, তেওঁ নগাক ভাল পায়। তেওঁ নগা অঞ্চলত থকাৰ বাবেই মুয়ো মাজে সময়ে প্ৰবাস খাটি দুই-চাৰিটা নগা কবিতা লেখিছিলোঁ। এই সৰু ভনীজনীৰ পৰিয়াল থাকে শিৱসাগৰৰ ফুকন নগৰত। গঙ্গাগোবিন্দ ফুকনৰ বাৰীতেই এই ফুকন নগৰৰ জন্ম হৈছে।

সাহিত্য ক্ষেত্ৰত তিনিজনী ভাগিনীয়ে খোজ পেলোৱা দেখা গৈছে। সৰু ভনীৰ সৰু ছোৱালী কুমাৰী শ্ৰীকৰবী হাজৰিকাই সৰুৰেপৰা কবিতা লিখি আশাৰ সঁহাৰি দিছে। ইতিমধ্যে মিঠা কবিতা ৰচনা কৰি কৰবীয়ে আমাৰ জিভাত সোৱাদ লগাইছে। হাতৰ পৰা কাপ নেৰিলে সময়ত তেওঁ সুগন্ধি ফুলেৰে কবিতাকানন ওপচাই পেলাব পাৰিব বুলি আশা কৰিছোঁ। কৰবীৰ বায়েক শ্ৰীনিৰ্মালী আইটীয়ে ৰস-ৰচনাৰ প্ৰবন্ধ লিখি বাতৰিকাকতৰ পিঠিত কুৰুংকাৰাং কৰি আছে। বৰ ভনীৰ সৰু ছোৱালী শ্ৰীমতী অনুৰূপা ৰাজখোৱায়ো গল্প আৰু খনচেৰেক একাঙ্কিকা লিখি অনাতাঁৰত আদৰ পাইছে। এওঁ তিনিচুকিয়াৰ বিশিষ্ট নাগৰিক শ্ৰীজগৎ ৰাজখোৱাৰ বৰবোৱাৰী হৈছে। নাতিনী শ্ৰীমতী নীলাক্ষীয়ে (নেপোলিয়নৰ* ভনীয়েক কমল) 'ইন্দিৰা প্ৰিয়দৰ্শিনী' নামৰ এখন দুখন জীৱনী-পুথি ছপাই উলিয়াইছে।

## মোৰ সংসাৰ

মোৰ সংসাৰ নিচেই চমু। পত্নী আৰু কন্যা একেজনী। ছোৱালীজনীক এঘৰলৈ উলিয়াই দিছোঁ। সেইকাৰণে মোৰ গাত বিশেষ লেঠাপেঠা নাই। যিকোনো মুহূৰ্ত্তত ফুৰুং কৰি উৰা মাৰিব পাৰোঁ। মোৰ বিয়া অলপ বেছি বয়সত হৈছিল। ইয়াৰ কাৰণ অৱশ্যে নথকা নহয়। দেউতাই লৰা উপাৰ্জনশীল নোহোৱালৈকে বিয়াৰ পক্ষপাতী নাছিল আৰু সেই বাবে মই চাকৰীত থিতাপি লাগিব নোৱাৰালৈ তেওঁ মোৰ বিয়াৰ বাবে বিশেষ মন-কাণ দিয়া নাছিল। মই অৱশ্যে বিয়া নকৰাওঁ বুলি কোনো দিনে ভীষ্মপ্ৰতিজ্ঞা কৰা নাছিলোঁ, পছন্দৰ ছোৱালী বিচাৰি কেনিও চকু দিয়াও নাছিলোঁ, তথাপি উদভীয়া জীৱন ভালেই পাইছিলোঁ। দেউতাইতে ক'ৰবাত ছোৱালী চালেও মই সেই বিষয়ে খা-খবৰ ৰখা নাছিলোঁ আৰু একান্তভাৱে সাহিত্য আৰু সাংস্কৃতিক সৰোবৰত বুৰ মাৰি মছগুল হৈ আছিলোঁ। দেউতাই কোনো কোনোক খাটাং জবাব দিয়া জানো—আগেয়ে লৰাই নিজে টকা আৰ্জক, তাৰ পিছত বিয়াৰ কথা। এইদৰেই বছৰবোৰ বাগৰি গৈ আছিল।

গুৱাহাটী সন্মিয়া সম্মিলনীৰ যোগেদি শ্ৰীনাৰায়ণচন্দ্ৰ বৰুৱাৰ লগত মোৰ সনাপিঠা বন্ধুত্ব হ'ল। মই নেভাবিলেও বৰুৱাই মোৰ বিয়াৰ কথা ভাবিবলৈ ধৰিলে আৰু দুই এঘৰত হাকুটীও জোৰালে। জোৰা লাগোঁ লাগোও হয়। মই দেউতাৰ মত হলে মোৰ ক'বলৈ

* ভাগিনী দীপিকৰ যৰপো নেপোলিয়ান সৰুতে পঢ়া মোৰ জন্মস্থানত আছে। সি বৰ্তমানে এজন অৰ্থনীতিৰ অধ্যাপক।

নাই বুলি কওঁ। তেওঁ প্ৰস্তাৱ দেউতাৰ কাণত পেলায়। দেউতাৰ এক কথা—আগেয়ে ল'ৰাৰ কাম হওক, তাৰ পিছতহে বিয়া। এইদৰে কিছুদিন গ'ল। অৱশেষত এদিন নাৰায়ণ বৰুৱাৰ ঘৰলৈ আহিল লগত শৈলেন্দ্ৰপ্ৰসাদ বৰুৱা আৰু শ্ৰীশশীপ্ৰসাদ বৰুৱা। তেওঁলোকৰ ঠেঙালৰ ঘৰতে আছিল তেতিয়া মোৰ ভাবী পত্নী সাবিত্ৰী, মতানাম অকমান। অকমানলৈ এটা দৰা বিচাৰি দুই বৰুৱা আহি আৰু এক বৰুৱাৰ ঘৰত উপস্থিত হ'লহি। কথাই কথাই মোৰ নামটো ওলোৱাত তেওঁলোকে ভাল পালে। 'আবাহন'ত প্ৰকাশ হোৱা কবিতাবিলাকে মোক বহুতৰে সুপৰিচিত কৰি থৈছিল। বৰুৱা দুজনে নাৰায়ণ বৰুৱাকে ঘটকালিৰ ভাৰ দিলে। এইবাৰ বন্ধুবৰক পায় কোনে? তেওঁ যথাস্থানত চেষ্টা কৰি প্ৰজাপতিক আমাৰ ওচৰ চপাই আনিলে। প্ৰস্তাৱটো পোনপটীয়াভাৱে দেউতাৰ আগত উত্থাপিত হ'ল। দেউতাই কইনাৰ গুৰিগছৰ আঁতিগুৰি ললে আৰু ভিতৰি অনুসন্ধান কৰি বিয়াখন হলে বেয়া নহব বুলি ভাবিলে। এনেবোৰ বিষয়ত দেউতাই বিহগী কবি ৰঘুনাথ চৌধাৰী আৰু মাণিকচন্দ্ৰ চৌধাৰীৰ দিহা-পৰামৰ্শ লয়। এইবাৰ দুই চৌধাৰীয়েও নাৰায়ণ বৰুৱাৰ প্ৰস্তাৱতে হয়ভৰ দিলে। কেইদিনমান পিছত ঠেঙালৰপৰা কলিকতালৈ যাবলৈ ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা আহিছিল। তেওঁ আদবাটতে মাইনৰ স্কুলৰ কাষত থকা ৺কমলচন্দ্ৰ কাকতীৰ ঘৰত এদিন নে দুদিন আছিলহি। তালৈকে মোক মাতি পঠিয়ালে। গলোঁ। মোক চাই লৈ কিবাকিবি প্ৰশ্ন সুধিলে, উত্তৰ দি গলোঁ। অৱশেষত তেওঁ ক'লে "তুমি মোৰ ভাগিনীজনী বিয়া কৰোৱা। কামৰ কথা ভাবিব নেলাগে। মই তোমাক কাম দিম। কি কাম লাগে কোৱা।" মই স্কুল মাষ্টৰিৰ কথা কলোঁ। "বাৰু সেইটো হব। নহয় যদি এটা ছাপাখানাকে কৰি দিম। ছাপাখানা লাগে নে মাষ্টৰি লাগে?" মই আকৌ মাষ্টৰিৰ কথাকে ক'লোঁ। বিচৰা হলে নিশ্চয় এটা ছাপাখানা পালোহেঁতেন আৰু হয়তো ছাপাখানাৰ মালিক হৈ এজন ৰব ধনী মানুহো হব পাৰিলোহেঁতেন। কিন্তু নুইতেহে জানে বঠা কিমানলৈ বহে। মই নিজেহে জানো যে মোৰ পক্ষে ছাপাখানা চলোৱা আৰু ভালুকৰ সাৰ্ডী এখন কান্ধত তুলি লোৱা একেই কথা। বৰুৱা ভাঙৰীয়াই আৰু একেবাৰ তাৎপৰ্য্যপূৰ্ণ কথা কৈছিল বোলে 'শৰৎ গোসাঁয়ে মানুহ চিনি নেপায়।' কইনা পক্ষৰপৰা মোৰ বিয়াত চূড়ান্ত অনুমোদন জনাই তেওঁ চিকিৎসাৰ বাবে কলিকতালৈ গ'লগৈ।

এইখিনিতে মোৰ পত্নীপক্ষৰ চিনাকি দিছোঁ। মোৰ শহুৰদেউতা ৰামকুমাৰ দত্ত ডিব্ৰুগড় আমোলাপটীৰ মানুহ। পূৰ্বতে এই বংশ ভঁৰালী বৰুৱা (মহন্ত) আছিল, পিচতহে দত্ত হ'ল। এই দত্ত উপাধি হেনো মণিৰাম দেৱানে বঙ্গদেশৰপৰা অসমলৈ আমদানি কৰিছিল। গুৰিগছ যোৰহাট ভৰাজানৰ ভঁৰালী বৰুৱা আছিল। এওঁৰেই দেউতাক বাপীৰাম মৌজাদাৰ। মৌজাদাৰৰ কেৰাটাও হাতীআছিলে। তেওঁকেই লক্ষ্য কৰি পাণীন্দ্ৰ গগৈয়ে লিখা এফাকি কবিতা মানুহৰ মুখে মুখে হৈছিল—

হাতীত উঠি বাপীৰাম খৰলৈ যায়
কানীয়াই পাছ পৰি চিঞৰি নেপায়।

কানীয়া আছিল মৌজাদাৰৰ লগুৱাৰ নাম। মোৰ শাহু আই ৺সুখদাবালা দত্ত মনিৰাম

দেৱানৰ বৰপুতেক তমুৰামৰ সৰু জীয়াৰী। শাহুৰ ককায়েকৰ নাম ভৱকান্ত বৰুৱা। এওঁ বৰ প্ৰতাপী লোক আছিল। এওঁ সুদূৰ হায়দৰাবাদতো আছিলগৈ। সেই সময়তে এই ভৱ বৰুৱাৰ লগত বিখ্যাত সৰোজিনী নাইডুৰ বিয়াৰ কথা-বতৰাচলিছিল, কিবা কাৰণত অৱশ্যে সেই হবখোজা বিয়াখন হৈ নুঠিল। শিৱপ্ৰসাদ বৰুৱাৰ দেউতাক বিষ্ণুৰাম তহচিলদাৰ মোঁৰ শাহু আই আৰু ভৱকান্তৰ নিজৰ মোমায়েক।

শহুৰ-শাহুৰ তিনিপুত্ৰ আৰু দুই কন্যা। পুত্ৰকেইজন শৈলেন্দ্ৰকুমাৰ দত্ত, শ্ৰীসুৰেন্দ্ৰকুমাৰ দত্ত আৰু আনন্দকুমাৰ দত্ত। দুইকন্যা পবিত্ৰী আৰু সাবিত্ৰী। শৈলেন দত্ত ছিলঙৰ এজন সৰবৰহী নাগৰিক আছিল। তেওঁ অভিনয়ত নাম কৰিছিল। কেবাটাও বাদ্যযন্ত্ৰত হাত আছিল আৰু যাদুবিদ্যাতো দৰ্শকক চমক খুৱাব পাৰিছিল। মাজুজন শ্ৰীসুৰেন দত্তই মটৰ কোম্পানীৰ চাকৰিৰপৰা অৱসৰ লৈ এতিয়া শিলপুখুৰীৰ ওচৰৰ ঘৰত কাল কটাইছে। আনন্দকুমাৰ দত্ত এজন অসমৰ প্ৰতিভাশালী শিল্পী আছিল। তেওঁৰ বেহেলাৰ তানে আৰু বাঁহীৰ মিঠা সুৰে শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰিছিল। প্ৰাচীন কামৰূপী নৃত্য সঙ্গত যোগ দি এওঁ অসমীয়া সাংস্কৃতিক জগতলৈ বুজন বৰঙণি আগবঢ়াইছিল। সেই কথা ঠাৱৰ কৰি কোৱাটো টান। মৃঠতে এনে এজন গুণী শিল্পীক অকস্মাতে হেৰুৱাবলগীয়া হোৱাটো কেৱল পৰিয়ালৰ বাবেই নহয়, দেশৰ পক্ষেও দুৰ্ভাগ্যৰ কথা। দুখৰ বিষয় এইজন শিল্পী আচম্বিতে এদিন ঘৰৰপৰা ওলাই গৈ অন্তৰ্দ্ধান হ'ল।

## মোৰ পৰিণয়

২৬ আঘোণ, ১২ ডিচেম্বৰ ১৯৩৭ চন। মোৰ বিয়াৰ নিমন্ত্ৰণ-পত্ৰৰ শৰাই আগবঢ়াইছিলোঁ এটি কবিতাৰে—

সবিনয় নিবেদন,

ৰঙিলা পখিলা উৰি জীৱনৰ যমুনা বালিত
সুচালে বিবাহ মোৰ জীৱনৰ সেন্দুৰী আলিত।
হোম-অগ্নি সাক্ষী ৰাখি বেদমন্ত্ৰে কৰি শঙ্খনাদ
সাজু হলোঁ তুলি তব বিধাতাৰ পূত আশীৰ্বাদ।
তুষ্ট হব ন-পুৰুষ, পিতা-মাতা প্ৰিয়-পৰিজন
এয়ে মোৰ নিমন্ত্ৰণ সুধীজনে কৰক গ্ৰহণ।
সেই উপলক্ষে আজি কবিতাৰ সজালোঁ শৰাই
মিনতিৰ গুৱা-পাণ দিলোঁ তাতে যতনে ভৰাই।
সকলোৰে শুভ ইচ্ছা সকলোৰে পদধূলি লই
ধন্য হ'ক দুটি প্ৰাণী পৰিণয় হক মধুময়।

ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা তেতিয়া দুৰাৰোগ্য জৰী ৰোগত তেওঁৰ কলিকতাৰ পাৰ্কষ্ট্ৰীটৰ নিজা বাসভৱনত শয্যাশায়ী হৈ আছিল। তেওঁ গা ভাল পালে ঘৰলৈ উভটি আহি বিয়াখন পাতিম বুলি ভাবিছিল কিন্তু সেই উভটি অহা আৰু নহল মোৰ বিয়াৰ অলপ দিন পিছতে তেওঁ কলিকতাতে হাড় পেলালে। কলিকতাৰ খবৰ বিয়াপাতিৰ শৰাই তেওঁ

বিয়াৰ বাবে আৱশ্যকীয় দিহা-পৰামৰ্শ পঠাইছিল। তেওঁৰ হৈ ভায়েক শ্ৰীশচীপ্ৰসাদ বৰুৱা আৰু বৰপুতেক শৈলেন্দ্ৰ প্ৰসাদ বৰুৱাই নিয়াৰিকৈ বিয়াৰ সকলো কাম চলাইছিল। আজি-কালিৰ দৰে সেইদিনত মটৰেৰে পৰিবহনৰ সুবিধা নাছিল। দূৰণিবটীয়া বিয়া হলে কইনা থকা ঠাইতে দৰাৰো বিয়াৰ বাহৰ পাতি লৈছিল। আমিও বেলেৰে তিতাবৰলৈ গৈ তাৰপৰা মেজেঙা বাগিছাত বাহৰ পাতি আছিলোঁ। আৰু আগেয়েও বেলেৰে আহিছিলোঁ।

কইনা ঘৰ ৰায়বাহাদুৰৰ ঠেঙালৰ (যোৰহাট) বঙলাত আৰু দৰাঘৰীয়া বিয়াবাহৰ পতা হৈছিল তেওঁৰে তিতাবৰৰ ওচৰত থকা মেজেঙা বগিচাত। বগিচাৰ মেনেজাৰৰ মাহলবহল বঙলাটো আমাক এৰি দিছিল। মেনেজাৰ আছিল ৰায়বাহাদুৰৰ ভনীজোঁৱাই নগাৱৰ ৺কালিনাথ বৰুৱা। বৰুৱাই দৰাঘৰীয়া মানুহক থানথিত লগাই দিয়াৰ দায়িত্ব বহন কৰিছিল আদৰণী মেলৰ সভাপতিৰ নিচিনাকৈ। লগত অন্যান্য সকলৰ উপৰিও দৰাঘৰীয়াত যোগ দিছিল নলবাৰীৰ মোৰ দুই মোমাই শ্ৰীকান্ত আৰু হৰকান্ত চৌধাৰী, গুৱাহাটীৰপৰা সপৰিয়ালে মাণিকচন্দ্ৰ চৌধাৰী আৰু মোৰ বন্ধু দুলালচন্দ্ৰ বৰুৱা, বৰপেটাৰপৰা মোৰ বন্ধু শ্ৰীপ্ৰসন্নলাল চৌধাৰী, যোৰহাট চাৰিগাঁৱৰ ইন্দ্ৰেশ্বৰ বৰুৱা আৰু পৰিয়ালৰ অন্যান্য। এনিশা বন্ধুবৰ দুলাল বৰুৱাই বকাসুৰৰ দৰে দালি পি ৰাজনিঘৰৰ মেনেজাৰ শ্ৰীকান্ত চৌধাৰী মোমাইক বিপাঙত পেলাই দালিৰ বৰ চৰুৰ তলি উদং কৰিছিল। আগৰ চামৰ বাহিৰে পিছত বহা কোনেও সেইদিনা দালি খাবলৈ নেপালে। অৱশ্যে আগেয়ে তেওঁ ইচ্ছামতে দালি খাম বুলি সতৰ্ক জাননী দি থৈছিল। হাবিতলীয়া বিয়াবাহৰ হলেও মানুহৰ অভাব হোৱা নাছিল। যোৰহাটৰ নিমন্ত্ৰিত সকলকো পাইছিলোঁ। বন্ধুবৰ ডিম্বেশ্বৰ নেওগৰ হেনো আদবাটতে হাতবাগীৰ চকা ফুটিল, বিয়াঘৰ নেপালেহি। মিত্ৰদেৱ মহন্তদেৱৰ কিবা এটা অথন্তৰ হোৱা বুলি কৈছিল। কইনাঘৰীয়া বিবাহ মণ্ডপত হোমৰ গুৰি দেখা পোৱা বিশিষ্ট লোকৰ ভিতৰত আছিল বাগ্মীবৰ শ্ৰীনীলমণি ফুকন, গীতিকবি পাৰ্বতিপ্ৰসাদ বৰুৱা, হেড়ম্বপ্ৰসাদ বৰুৱা, ঈশ্বৰপ্ৰসাদ বৰুৱা (প্ৰাক্তন জজ), দেশনেতা কুলধৰ চলিহা প্ৰভৃতি।

মৰম চেনেহ, আশীৰ্বাদ, উপহাৰ পাইছিলোঁ প্ৰচুৰ আৰু নানা তৰহৰ। তাৰ ভিতৰত দুটালৈ আজিও বৈ বৈ মনত পৰে। এটা হৈছে শ্ৰীপ্ৰসন্নলাল চৌধাৰীৰপৰা পোৱা এটা হাতী দাঁতৰ পাখিকলম আৰু আনটো হৈছে হলীৰাম ডেকাই ডাকযোগে মোৰ বিয়া উপলক্ষে লিখি পঠোৱা এটা ভাল কবিতা। দুৰ্ভাগ্যবশতঃ মোৰ অসাৱধানতাৰ বাবে কবিতাটো হেৰাল, নহলে সেই কবিতাই কথাশিল্পী জনৰ কবিতাৰ একমাত্ৰ চানেকী হলহেঁতেন। মৰমৰ বন্ধু বদন শৰ্মাই লিখি ছপাই বিলোৱা প্ৰীতি-উপহাৰৰ কবিতাটোও উল্লেখযোগ্য।

## অগ্ৰপ্ৰথাৰ

মোৰ সংসাৰলৈ দুটি কন্যা আৰু এটি পুত্ৰ আহিছিল আঁৰু গ'ল। প্ৰথমা আৰু দ্বিতীয়া কন্যাই জন্মৰ পিছতে চকু মুদিলে, আজিকালিৰ দৰে উন্নত চিকিৎসাৰ সহায় পোৱা হলে হয়তো থাকিলহেঁতেন'। যাওক' সেইবাবে দুখৰ কাৰণ নাই। তৃতীয়তে

আহিছিল এটি পুত্র, মোৰ একমাত্ৰ পুত্ৰ। কেঁচুৱাটোৰ শৰীৰত কেইটামান অসাধাৰণ লক্ষণ দেখি সি আমাৰ ঘৰত বেছিদিন থাকিবলৈ অহা নাই বুলি একোবাৰ মনত ভাব হৈছিল যদিও পিছ মুহূৰ্ত্ততে মায়াপাশত সেই ভাব সলনি হৈ গৈছিল। দ্বিতীয় মহাসমৰৰ খলমলমৰ মাজত পানীকেঁচুৱা ল'ৰাটো বুকুত বান্ধি জহৰ বন্ধত আমি সপৰিয়ালে আছিলোঁগৈ নলবাৰীৰ মোমাইৰ ঘৰত। বন্ধ শেষ হলে মোৰ কৰ্মক্ষেত্ৰ বৰপেটালৈ যোৱাৰ কথা আছিল। কিন্তু নলবাৰীতে সেই তিনিমহীয়া পোনাকণৰ প্ৰায় বিনা চিকিৎসাতে মৃত্যু হ'ল। এদিন ৰাতিপুৱা সি কান্দি কান্দি অৱশেষত কেইঘণ্টামানৰ পিছত আমাক এৰি গুচি গ'ল। এজন হোমিওপেথিক চিকিৎসকে ঔষধ দিছিল, একো সুফল নহল। আমাৰ সকলোৰে মনত আক্ষেপ ৰৈ গ'ল হয়তো আমি গুৱাহাটীত থকা হলে ডাঃ ভুবনেশ্বৰ বৰুৱা আৰু ডাঃ ৰুদ্ৰ শৰ্মাই ৰোগ চিনি যমৰ দুৱাৰত দাং দিলেহেঁতেন আৰু মোৰ বৰপেটাৰপৰা গুৱাহাটীলৈ হোৱা বদলি প্ৰত্যাহৃত নোহোৱা হলে এই অঘটন নঘটিলেহেঁতেন। গতস্য শোচনা নাস্তি।

৪২ চনৰ সেই ১২ জুলাইৰ শোকৰ দিনটো স্মৰৰি 'জ্যোতিৰ্ময়' নামৰ এটা কবিতা ৰচি নিজে নিজেই সান্ত্বনা লভিছিলোঁ, সেই কবিতাটো আজিও অপ্ৰকাশিত অৱস্থাতে আছে।

### কলীয়া ঠাকুৰৰ নিৰ্মালি

নলবাৰীত পুত্ৰ বিসৰ্জন দি মই বৰপেটাৰ কৰ্মক্ষেত্ৰলৈ গলোঁ। তিনিবাৰে নিবাৰ। চতুৰ্থবাৰত কলীয়া ঠাকুৰৰ আশীৰ্বাদ-নিৰ্মালি স্বৰূপে লাভ কৰিলোঁ এটি কন্যাৰত্ন। এইজনীয়েই মোৰ একমাত্ৰ জীয়াৰী জোনাকী—ঘৰে-বাহিৰে জনাজাত নাম জোনাকী, লিখা নাম বিজয়লক্ষ্মী। নিচেই কেঁচুৱাতে তাইক লৈ বৰপেটাৰপৰা আহি পুনৰ গুৱাহাটীৰ নিজাঘৰত থিতাপি ললোঁ। ঘৰৰপৰা ওলাই যাওঁতে লৈ গৈছিলোঁ এটি কেঁচুৱা লৰা আৰু উলটি আহোঁতে লৈ আহিলোঁ এটি কেঁচুৱা ছোৱালী। ভগৱন্তই যাক যি দিয়ে, তাকে লৈ সন্তুষ্ট হৈ থকা উচিত বুলি ভাবোঁ। মই জোনাকীক তুলিতালি ডাঙৰ-দীঘল কৰিলোঁ, পঢ়াশুনা কৰিবলৈ স্কুল-কলেজত দিলোঁ। তাই গুৱাহাটী সন্দিকৈ কলেজৰপৰা বি-এ জখলাৰ প্ৰথম খাপটো শেষ কৰি দ্বিতীয় খাপত ভৰি দিব খুজিছিল।

১৯৬৫ চনৰ দুৰ্গাপূজাৰ এদিন। সন্ধিয়া। মোৰ ঘৰত দুজন ককাই-ভাই উপস্থিত হৈছিল। তেওঁলোক শ্ৰীমান ব্ৰজানন্দ পাঠক আৰু শ্ৰীমান হৃদয়ানন্দ পাঠক। ভায়েক শ্ৰীমান প্ৰজ্ঞানন্দ পাঠকলৈ জোনাকীক খুজিবলৈ আহিছিল। ৰীতিগতভাৱে মোৰ আগত তেওঁলোকে প্ৰস্তাৱ আগবঢ়ালে আৰু কৈছিল যোলে এই প্ৰস্তাৱৰ লগত যৌতুক বা দাবীৰ কথা নাই। দুয়ে ঘৰে সমিল-মিলভাৱে মিত্ৰিৰ হোৱাটোহে তেওঁলোকৰ কাম্য। মই সকলো কথা মনোযোগ দি শুনিলোঁ। সেইদিনা কোনো থাটাং সমিধান দিব নোৱাৰিলোঁ। মাথোন ক'লোঁ যে মই ল'ৰাৰ বিষয়ে অনুসন্ধান কৰিম। ভাল পালে ছোৱালী বিয়া দিম, অন্যথা তাৰ আগতে বাহিৰোৱা আহিব লাগিব। মোৰ সমিধান শুনি তেওঁলোক সন্তুষ্ট হৈ উলটি গ'ল।

ইয়াৰ অলপ দিন আগতেও কোনোকোনোৱে কথাটো মোৰ কাণত পেলাইছিল। মই কিন্তু তাত অলপো গুৰুত্ব আৰোপ কৰা নাছিলোঁ। এতিয়া ভাবিবলৈ বাধ্য হলোঁ। কলেজীয়া পঢ়া সমাপ্ত হোৱালৈকে ছোৱালীৰ বিয়াৰ কথা বাদ দিবলৈ কোনো কোনোৱে পৰামৰ্শ আগবঢ়াইছিল। মই অৱশ্যে সেই পৰামৰ্শ মানি লবলৈ টান পাইছিলোঁ। কিয়নো ছোৱালীয়ে উচ্চ শিক্ষিতা হৈ স্কুল-কলেজৰ কাম কৰাটো মই বিচৰা নাছিলোঁ আৰু ইয়াকো ভাবিছিলোঁ যে ছোৱালী যিমানে উচ্চ শিক্ষিতা হয় সিমানে দৰা পোৱাও টান হয় আৰু ছোৱালীৰ নিজৰ পছন্দৰ আগত মাক-বাপেকৰ পছন্দই বহু সময়ত হাৰ মানিবলগীয়া হয়। মই ভাবিছিলোঁ, ছোৱালীয়ে ঘৰ-সংসাৰ চলাব পৰা বিদ্যাখিনি আহৰণ কৰিছে যেতিয়া উপযুক্ত ল'ৰা পালে বিয়াত আপত্তিৰ থল থাকিব নেলাগে, সেইবুলি অৱশ্যে যধেমধে এটা দৰা উলিয়াই কেঁচা কল কাটি বিয়া পতাৰো কোনো যুক্তি নাই। অনাহূতভাৱে হলেও প্ৰস্তাৱটো আহিল যেতিয়া পৰীক্ষা কৰি চাবই লাগিব আৰু ভাল যেন দেখিলে তাক কাৰ্যকৰী কৰিবই লাগিব বুলি মনতে ভাবিলোঁ। ছেগৰ আগচুলিত ধৰিব নোৱাৰিলে বহু সময়ত অনুতাপ কৰিবলগীয়া হয়, কিন্তু মই নিজে হলে নিৰ্বিকাৰ-ভাৱে নিৰপেক্ষ ভূমিকা গ্ৰহণ কৰিছিলোঁ। ছোৱালীৰ মাক, ভনী আৰু ভাগিনবিলাকৰ মত পোৱাৰ পিছতহে মই নিজৰ মত দিম বুলি ঠিৰাং কৰি বহি আছিলোঁ। এয়ে গণতান্ত্ৰিক পদ্ধতি।

যথাস্থানত আৱশ্যকীয় খা-খবৰ কৰা হ'ল। মোৰ বাহিৰে সকলোৱে ল'ৰাটো বাহিৰে বাহিৰে চালেও। সকলোৱে একমুখে ভাল বুলিলে। ছোৱালীৰ মাকেও ভাবী-জোঁৱাইক আলেঙে আলেঙে দেখা পাই সন্তুষ্ট হ'ল। তদুপৰি ঠাৱৰকৈ বুজিব পাৰিলোঁ বোলে ল'ৰাই মদ নেখায়, ভেটী নেখায়। আনি ভাল লাগিল। সাতে-পাচে বিয়াৰ প্ৰথম পৰ্য্যায়ৰ সৰ্বসন্মত সিদ্ধান্তত ল'ৰা নেদেখাকৈয়ে ময়ো জয়ভৰ দিলোঁ। গুণ থাকিলে অপেক্ষাকৃত কম ৰূপ হলেও মই কেৰেপ নকৰোঁ।

প্ৰজ্ঞানন্দই গুৱাহাটীৰ লাচিত নগৰত এটা কেৰেয়া ঘৰত থাকি জনস্বাস্থ্য বিভাগৰ অভিযন্তাৰ (পাব্লিক হেল্‌থ একজিকিউটিভ ইঞ্জিনিয়াৰ) কাম কৰিছিল। এতমাওৰপৰা আই-এচ্-চি পাছ কৰি গুৱাহাটী আৰু কলিকতাৰপৰা যথাক্ৰমে বি-ই আৰু এম-ই ডিগ্ৰীৰ প্ৰথম বিভাগত উত্তীৰ্ণ হৈ চাকৰিত সোমাইছিল। বিয়াৰ পিছত নেদাৰলেণ্ডলৈ গৈ তাতো নিজ বিষয়ৰ প্ৰশিক্ষণ লৈ বিশেষ অৰ্হতা আৰ্জিছে।

বৰ্তমানে তেওঁ বঙাইগাঁও শোধনাগাৰৰ এজন ওপৰ খাপৰ বিষয়া। এই পাঠক পৰিয়ালৰ সম্প্ৰতি মূলঘৰ আঠীয়াবাৰীত (বৰপেটা ৰোড)—গুৱাহাটীৰ পৰা মটৰেৰে তিনি-চাৰি ঘণ্টাৰ বাট। দেউতাক শ্ৰীমহেশচন্দ্ৰ পাঠক-চৌধুৰী। ককাক পদ্ম চৌধুৰী, বজালীৰ খ্যাতনামা প্ৰবীন মৌজাদাৰ। পিছত ৰায়বাহাদুৰ ৰজনীকান্ত চৌধুৰীৰ লগত মৌজা সলনি কৰি শ্ৰীমহেশ পাঠকে আঠীয়াবাৰীত মৌজা লয় আৰু পূৰ্বৰ মৌজা এৰি অহাৰ পিছৰপৰা প্ৰতিকূল অৱস্থাৰ সমুখীন হয়। পূৰ্বতে বৰপেটা সত্ৰৰ মানুহ। পিছত বৰপেটা ৰোডলৈ উঠি আহি তাতে স্থায়ীভাৱে বসতি কৰিবলৈ লৈছে। পাঠকৰ পুত্ৰ-কন্যাৰে এখন বৃহৎ

সংসাৰ। মৌজাৰ বাবে চৌধুৰী (চৌধাৰী) আৰু সত্ৰৰ বাবে পাঠক। শ্ৰীমান প্ৰজ্ঞাৰ মাকৰ ফালৰ পৰিয়ালটো বৰপেটাত নামজ্বলা নায়ক-বংশ। বিখ্যাত লোহিতচন্দ্ৰ নায়ক গুৰু মাতৃৰ পিতৃ। লোহিত নায়কৰ নাম শুনিয়েই বিহগী কবিয়ে বিয়াত মত দিছিল। কবিয়ে কৈছিল, "মই লোহিত নায়কক বৰ ভালদৰে জানো। এসময়ত গোটেই কামৰূপত তেওঁ ভাল ইংৰাজী জনা মানুহ আছিল।"

এনে এটা পৰিয়ালত ছোৱালী দিবলৈ পাই মই ছোৱালীৰ ভবিষ্যৎ নিৰাপদ আৰু সুখৰ হ'ব বুলি ভাবিলোঁ। তথাপি এয়া প্ৰথম পৰ্যায়ৰ কথা। তাৰ পিছত ৰাহিযোৰা চোৱাৰ পৰ্ব। কামাখ্যাৰ তৰুণ পাণ্ডাক লৰা-ছোৱালীৰ সোঁৱৰণী দুখন চাবলৈ দিয়া হ'ল। পাণ্ডাদেৱে সোঁৱৰণী চাই ৰাহিযোৰা উত্তম নহয় বুলি ক'লে আৰু বিয়াখনত সন্মতি নজনালে। দৰাঘৰীয়া পণ্ডিতে অৱশ্যে ৰাহিযোৰা ভালদৰে অহা বুলিয়ে কৈছিল। পাণ্ডাৰ কথা শুনি মোৰ মন জঁয় পৰি গ'ল। বহু ভাবিচিন্তি বিয়াৰ সপক্ষে মত নিদিয়াকে সিদ্ধান্ত কৰিলোঁ। দৰাঘৰীয়া মানুহৰ আগ্ৰহত চেঁচাপানী ঢালিবলৈ বেয়া লাগিছিল। তথাপি মোৰ সিদ্ধান্ত জনাবলৈ মই নিজেই দৰাৰ ৰককায়েক শ্ৰীমান ব্ৰহ্মানন্দ পাঠকৰ লাচিত নগৰত থকা বাস-ভৱনলৈ গলোঁ। মোৰ সিদ্ধান্তৰ কথা শুনি পাঠকৰ ঘৰৰ সকলোৱে দুখ পালে, ময়ো দুঃখ পালোঁ। তাতেই শ্ৰীমান প্ৰজ্ঞানন্দক মই প্ৰথমবাৰৰ কাৰণে দেখা পালোঁ আৰু দুই একেষাৰ কথাও পাতিলোঁ। প্ৰথম দৰ্শনতে লৰাটিলৈ মোৰ মৰম জন্মিল। হোৱা বিয়াখন ভাঙিব-লগীয়া হোৱাৰ বাবে মনত বৰ বেজাৰ লাগিল। আহিবৰ সময়ত জোঁৱাইৰ মূৰত হাত দি কৈ আহিছিলোঁ—"ছোৱালী দিওঁ বা নিদিওঁ তুমি মোৰ ল'ৰা হ'লা। তোমাৰ বিয়া য'তেই হওক, মোক মাতিবা দেই।"

মনটো ওন্দোলাই ঘৰ পালোঁহি। কথাটো আকৌ ভাবিবলৈ ললোঁ। ইতিপূৰ্বে মোৰ চুবুৰীয়া পণ্ডিত শ্ৰীচক্ৰেশ্বৰ ভট্টাচাৰ্যয়ো ('শাক্ত-দৰ্শন'ৰ গ্ৰন্থকাৰ) সোঁৱৰণী দুখন চাইছিল আৰু তৰুণ পাণ্ডাই ৰাহিযোৰা ভালদৰে নহা বুলি কোৱাত খঙত অগ্নিশৰ্মা হৈ আছিল। পণ্ডিৎ দুজনৰ মত দুফালে যোৱাত মই পুনৰ তৃতীয়জনৰ পৰামৰ্শ লবলৈ স্থিৰ কৰিলোঁ। মোৰ বি-টি কলেজৰ সহকৰ্মী শ্ৰীদেবীদাস ভট্টাচাৰ্যক (ডঃ) ঘৰলৈ মাতি আনি কোষ্ঠী দুখন চাবলৈ দিলোঁ আৰু বিয়াখনত তেওঁ মত দিয়ে নে নিদিয়ে সুধিলোঁ। ভট্টাচাৰ্যই ৰাহিযোৰা চোৱাৰ প্ৰণালী বুজাই দি মোক কৈছিল বোলে "ইও আমি বিশ্ববিদ্যালয়ৰ প্ৰশ্নকাকত চাই নম্বৰ দিয়াৰ নিচিনা কথাই। পাণ্ডাদেৱে নম্বৰ দিছে পঞ্চাশৰ ভিতৰত সোতৰ, মই হলে দিম পঁচিছ। যোৰা উৎকৃষ্ট নহয়, নিকৃষ্টও নহয়। মই হলে বিয়াখন হোৱাটো উচিত বুলি কওঁ।" "ভট্টাচাৰ্যৰ কথা শুনি মোৰ মনৰ খুকুৰি নাইকিয়া হল। তেওঁ নিৰপেক্ষ ব্যক্তি, কথাখিনিও যুক্তিসঙ্গত। তিনিজনৰ ভিতৰত দুজনৰ বিয়াৰ সপক্ষে মত পালোঁ যেতিয়া মোৰ আৰু আপত্তি কৰিবৰ থল নাইকিয়া হ'ল। তদুপৰি দুই ঘৰৰ ইতিপূৰ্বে মনৰ মিল হৈছিল, মনৰ মিল হলে বোলে ৰাহিযোৰা নাছিলেও হয়। সি যি নহওক ব্ৰহ্মানন্দ পাঠকক সকলো কথা বিবৰি মোৰ শেষ সিদ্ধান্তৰ বিষয়ে জনোৱা হ'ল। জোনাকীয়ে যাৰ লগত তিল-মাহ খাই আহিছিল তাৰ লগত বিয়া নহৈ পাৰে কেনেকৈ?

বিয়াৰ দিন ধাৰ্য কৰা হৈছিল ১৯৬৫ চনৰ ৯ মাৰ্চ (১৮৮৯ শক)। এইখিনিতে আৰু এটা উল্লেখযোগ্য কথা মনত পৰিছে। ১৯৬৪ চনৰ ৯ মাৰ্চত জোনাকী মাকৰ লগত বৰপেটালৈ গৈছিল দেউল চাবলৈ আৰু কলীয়া ঠাকুৰক সেৱা জনাবলৈ। পিছদিনা ১০ মাৰ্চত তাই বৰপেটা ৰোডলৈ গৈছিল তাত মটৰ ইন্সপেক্টৰ কামত মোমায়েকৰ পুতেক শ্ৰীমান নৃপেন দত্ত থকা ডাকবঙলালৈ। ঈশ্বৰৰ কি ইচ্ছা কবনোৱাৰোঁ ঠিক এবছৰৰ পিছত ৯ মাৰ্চত তাইৰ বিয়া হ'ল আৰু ১০ মাৰ্চৰ দিনা কইনা হৈ যাবলগীয়া হৈছিল বৰপেটা ৰোডলৈ।

বিয়া পাঁচদিনীয়াকৈ পতা হৈছিল দৰাঘৰীয়াৰ সুবিধামতে। আমাৰ মাজত এটা স্বত্ব আছিল যে দৰাঘৰীয়াই বিয়াৰ লোকাচাৰবোৰ পালন কৰিব তেওঁলোকৰ নিয়মমতে,আৰু আমি কৰিম আমাৰ নিয়মমতে। সেইমতে কৰাও হৈছিল। বৰপেটাৰ ফালৰ লোকাচাৰ আমাৰ লগত কিছু বেলেগ, মূল বিবাহ কাৰ্যত হলে একো ব্যৱধান নাই। যেনে সিফালে সুৱাগ তোলা হয় বিয়াৰ দিনা ৰাতিপুৱা, আমাৰ ফালে ৰাতিপুৱা দৈয়ন পানী তোলা হয় আৰু ৰাতি দৰা পদূলি পালেহে সুৱাগ তোলা নিয়ম। সেইকাৰণেহে দৰাক দেখুৱাই সুৱাগ তোলা বুলি কোৱা হয়। তাত দৰাৰ মাক দৰাৰ লগতে আহে আৰু দৰা-কইনা লগ্নগাঁথি বান্ধি দিয়ে, আমাৰ আকৌ দৰাৰ মাক, কইনাৰ মাকে বিয়াৰ হোমপোৱা চোৱাটোৱেই নিষেধ, আমাৰ ফালে বিয়াৰ পিছত কইনাক দৰাঘৰলৈ পঠোৱা হয়, কইনাৰ দৰাৰ ঘৰ গছকি মাঙ্গলিক কাৰ্য সমাধা কৰি উলটি আহে, তিনি দিনৰ দিনা খোৱাখুৱুনী। সেইদিনাহে কইনা থকাকৈ দৰাঘৰলৈ যায়, তাত আকৌ কইনাক ভপতে ভপতে ওলোটাই পঠোৱা নহয়, বিয়াৰ পিছদিনাই দৰা-কইনাক 'বৰৰ পাতত' ভাত দিয়া হয়। ইত্যাদিবোৰ লোকাচাৰৰকথাহে, আচল বিয়াৰ কথা নহয়।

জোনাকীৰ বিয়ালৈ বংশ-পৰিয়াল, মিতিৰ-কুটুম, বন্ধু-বান্ধৱ যথাসম্ভৱ সকলোকে নিমন্ত্ৰণ জনাইছিলোঁ। ডাকৰ ভুতে লম্ভি দুই এখন চিঠি আদবাটতে নাইকিয়া কৰা বুলি জানিব পাৰি পিছত বৰ দুখ পাইছিলোঁ, কিন্তু তেতিয়া প্ৰতিকাৰৰ উপায় নাছিল। 'যথাসম্ভৱ' বুলিছোঁ এইবাবেই যে গুৱাহাটীতে মোৰ হাজাৰ-বিজাৰ বন্ধু-বান্ধৱ আৰু মৰমৰ ছাত্ৰ-ছাত্ৰী আছে, নিমন্ত্ৰণিত এই সকলোবিলাককে সামৰি লবৰ মোৰ ইচ্ছা থাকিলেও শক্তি নিচেইকৈ নাছিল। স্থানীয় সকলক নিমন্ত্ৰণৰ এটা সমস্যাই দেখা দিলে। আগেয়ে তামোল-পাণেৰে নিমন্ত্ৰণ জনোৱা প্ৰথা আছিল। এজন ব্ৰাহ্মণে ঘৰে ঘৰে তামোল-পাণৰ শৰাই আগবঢ়াই নিমন্ত্ৰণ দিছিল। তেওঁক মাননি স্বৰূপে টকা দুটা আৰু এখন কাপোৰ দিলেই হৈছিল। এতিয়া গুৱাহাটীত সেই নিয়ম উঠি গ'ল। ঘৰৰ তিৰোতা মানুহে গৈ মাতিব লাগে মুখে মুখে, তামোল-পাণৰ কথা নাই, চিঠি এখন গুজি থৈ আহিলেই হয়। পিছে বিয়াৰ আগে আগে দৰা বা কইনাৰ মাকে ঘৰে ঘৰে এইদৰে মাতুহ যতাটো কেনে কষ্টৰ কাম ভুক্তভোগীয়েহে গম পাইছে। জোনাকীৰ বিয়াত মই পুৰণি তামোল-পাণৰ প্ৰথা একেবাৰে বাদ দিবলৈ বেয়া পালোঁ। মোৰ বৰভনী কুসুমকুমাৰীয়ে গোটেই চহৰতে ঘৰে ঘৰে গৈ তামোল-পাণ আৰু লগতে একোখন চিঠিৰে নিমন্ত্ৰণ জনাই ইফুল সিফুল ছুয়োফুল ৰক্ষা

কৰিলে। তামোল-পাণ থাকিল, চিঠিও থাকিল, কইনাৰ মাকেও কষ্টৰপৰা অব্যাহতি পালে।

ঠাইৰ অকুলন হোৱাৰ বাবে মোৰ নিজৰ ক্ষুদ্ৰ পৰিসৰৰ 'তপোবন' লগতে চুবুৰীয়া চক্ৰবৰ্ত্তী আৰু অধ্যাপক শ্ৰীবিৰাজ চৌধুৰী আৰু দুৱাৰমুখৰ বুজৰ বৰুৱাৰ হাউলিও অন্তৰ্ভুক্ত কৰি লবলগীয়া হৈছিল, চৰকাৰী আলিবাটতো আছিলে। বিয়া যথেষ্ট ডাঙৰেই হৈছিল বুলিব লাগিব। এনে এখন বিয়া অকলে পাতিবৰ মোৰ সাধ্য নাছিল কিন্তু যাবে ওচৰত যিহৰ বাবে হাত মেলিছিলোঁ তাকে পাইছিলোঁ, মই নোকোৱাকৈয়ে মোৰ লগা-ভগা চুবুৰীয়া সকলোৱে পাৰ্যমানে সহায় কৰিছিল সেইবাবেহে এই বিয়া সম্ভৱ হৈছিল। বিয়াৰ কেইদিনমান আগৰপৰা দুই এদিন পিছলৈকে মোৰ ঘৰত এখন সভাৰ আদৰণী মেলৰ নিচিনাকৈ বন্ধুসকলৰ সমাবেশ হৈছিল। শ্ৰীশশীকান্ত গোস্বামী, শ্ৰীনাৰায়ণচন্দ্ৰ বৰুৱা, শ্ৰীৰজনীকান্ত দেৱশৰ্মা, শ্ৰীপ্ৰবীন ফুকন, শ্ৰীগুৰুপ্ৰসাদ বৰুৱা, যোগেন্দ্ৰনাথ বৰকাকতী, নিত্যানন্দ বৰদলৈ, শ্ৰীঅম্বৰাম বৰুৱা, শ্ৰীহৰিনাথ শৰ্মা, অৰবিন্দলাল বৰুৱা প্ৰভৃতি। শ্ৰীহেমন্তকুমাৰ শৰ্মা, দুলালচন্দ্ৰ বৰুৱা, শ্ৰীকনকচন্দ্ৰ ডেকা প্ৰভৃতি অনবৰত আছিল। অধ্যাপক ৰজনী শৰ্মাই খুহুতীয়া কথাৰে মেল জমাই ৰাখিছিল।

দূৰণিবটীয়া পৰিয়াল একোটাই নিজৰ গাঁথিৰ ধন ভাঙি বিয়াত যোগ দি বিয়াখনৰ সৌষ্ঠৱ বহুগুণে বঢ়াইছিল। তাতেই মই তেওঁলোকৰ জোনাকীৰ প্ৰতি থকা মৰমৰ উমান পাইছিলোঁ। বিয়াৰ দিনা উপস্থিতৰ লেখ দিবলৈ অক্ষম। মতাসকলৰ ভিতৰত বোধকৰো কোনো নহাকৈ থকা নাছিল। সেইদিনাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সভাও বহিছিল। তাত যোগ দিবলৈ অহা দূৰণিবটীয়া মোৰ বন্ধু সাহিত্যিক আৰু শিক্ষাবিদ কেবাজনেও ঢৌতে খৰ মাৰি বিয়াবাহৰত দেখা দি কইনাক আশীৰ্বাদ দি গৈছিল, মোক কৃতাৰ্থ কৰিছিল। বহুতে বিয়াৰ ৰভাৰ তলত সাহিত্য সভাৰ অধিবেশন বহা বুলিহে কোৱাকুই কৰিছিল। মই যে নিজে সকলোকে যথাযথভাৱে শোধপোচ কৰিব পাৰিছিলোঁ, তেনে নহয়। অধিবাসৰ ৰাতিৰপৰাই শোকত মোৰ অৱস্থা বৰ কাহিল হৈ পৰিছিল আৰু কন্যা সম্প্ৰদানৰ পিছত মই একেবাৰে ভাগি পৰিছিলোঁ।

নানাজনে নানা তৰহৰ উপহাৰ আনিছিল। কলিকতাৰ পৰা বসাকে আনিছিল দৰালৈ ৰজনীগন্ধাৰ মালা, বৰুৱা ভ্ৰাতৃদ্বয়ে আনিছিল মুকুতাৰ সৈফুৰা, কইনাৰ দুই মামী-আইতাক আৰু মাহী-পেহী, ভাই-ভনী আদিয়ে আনিছিল খাৰু-মণি-গেজেৰা-আঙঠী আৰু পাটপটম্বৰ। কিতাপেই এক আলমাৰি হৈছিল। মই প্ৰথমতে বিয়াৰ চিঠিত উপহাৰ দিব নেলাগে বুলি লিখি দিব খুজিছিলোঁ; কিন্তু পিছত তেনে কৰাটো যুক্তিসঙ্গত নহব বুলিয়েই ভাবিছিলোঁ। মোৰ ছোৱালীক যদি কোনোবাই মৰমতে কিবা দিব খোজে তাত হকাবধা কৰিবৰ মোৰ অধিকাৰ কি? উপহাৰৰ বিনিময়ত মোৰ পৰাতো কোনেও একো প্ৰত্যাশা নকৰে; কিয়নো মোৰ আয়ত্তত দিব পৰা বস্তুও একো নাই। উপহাৰ নেলাগে বুলি লিখি দিলেও আজিকালি 'উপহাৰ'ৰ ওপৰত 'আশীৰ্বাদ' বুলি লিখি দিয়া নিয়ম হৈছে, মাছ নহয় জিজিহে বেনিবা। এই বিয়াত মই পৰাখিনি আৰু উচিত বুলি ভৱাখিনি মুকলি হাতেৰে খৰচ কৰিছিলোঁ, টলকিব নোৱাৰাকৈ আৰু অভিজ্ঞতাৰ অভাৱত অপব্যয়ো কিছু হৈছিল,

কিন্তু এইবোৰৰ মই কোনো হিচাপ ৰখা নাছিলোঁ। আৰু বিয়াৰ অন্ততো যোগ-বিয়োগ কৰি চাবলৈকো চেষ্টা কৰা নাছিলোঁ।

বিৰূপ মন্তব্য কৰাত কইনা ঘৰীয়াতো কোনো কোনোৱে ভাল পোৱা নাছিল। কথা সিমানতে অন্ত পৰিল। ঈশ্বৰ অনুগ্ৰহত বিয়াৰ শুভ ফলকেই আজিলৈকে দেখা পাইছোঁ। ছোৱালী দৰাঘৰলৈ ওলাই যোৱাৰ আগবেলৰাই মোৰ মনৰ অৱস্থা কেনে হৈছিল বিৱৰি লিখা টান। হুকহুককৈ এনেদৰে কান্দিছিলোঁ যে বোধকৰোঁ জীৱনত মই তেনেদৰে খুব কমেইহে কান্দিছিলোঁ। অচিনাকি নতুন ঘৰ এখন অচিন কাঠৰ খোৱাৰ নিচিনা। তাত গৈ ছোৱালীয়ে কেনে পৰিবেশত সোমাবলগীয়া হয় সেই কথা ভাবি ছোৱালী থকালৈ যোৱা মানুহখিনি উলটি নহালৈকে মনত শান্তি পোৱা নাছিলোঁ। কেৱল মনেই নহয়, আপোন-পৰ, ওচৰ-চুবুৰীয়া সকলোৱে জোনাকী পতিগৃহলৈ যোৱাত শূন্য পৰি গৈছিল। 'তপোবন'ত আঁউসী, 'মহেশ ভৱন'ত পূৰ্ণিমা। ভৱিষ্যতে সিহঁতৰ এখন সুখৰ সংসাৰ হব বুলিয়েই আশা কৰিছোঁ।

চাওঁতে চাওঁতে বছৰবোৰ বাগৰি গৈ আছে। মোৰ সংসাৰ-পৰ্বৰো ভালেখিনি কলপ সলনি হৈছে। বৰ্তমানে মই তিনিকুৰি দহ বছৰৰ জপনা পাৰ হৈ জীৱনৰ অষ্টম দশকত অনিৰ্দিষ্ট কিবাকিবি কৰি দিনবোৰ পাৰ কৰি দিব লাগিছোঁ। পত্নী, জী-জোঁৱাই, ভাগিন-ভাগিনী, নাতি-নাতিনী লৈয়েই মোৰ এখন সৰু সংসাৰ। জী-জোঁৱাই, থাকে বঙাইগাঁৱত— হব খোজা তেল নগৰত। সিহঁতৰ সংসাৰত তিনিপাহ ফুলৰ এটি সৰু থুপি—বৰনাতি মন্দদুলাল (চিত্তৰঞ্জন) সৰুনাতি ধ্ৰুব (বিশ্বৰঞ্জন) আৰু মাজত নাতিনী নন্দিনী (পদ্মলক্ষ্মী)। ইহঁতৰ বিষয়ে ৰাম নৌ ওপজোতে ৰামায়ণ লিখিবৰ নৌ এখোন।

# চতুৰ্থ খণ্ড ঃ কৰ্ম পৰ্ব

কৰ্মই মানৱ জীৱনৰ ধৰ্ম। এই কৰ্ম বহু পৰ্যায়ৰ আৰু বিভিন্ন ক্ষেত্ৰত বিভিন্ন উপায়ে ইয়াক সম্পন্ন কৰিব পাৰি। মানুহৰ গতানুগতিক উমৈহতীয়া কৰ্ম বাদ দি মোৰ জীৱনৰ কৰ্ম ঘাইকৈ দুবিধ বুলি কব পাৰি ঃ চাকৰি আৰু সাহিত্য-সংস্কৃতি। পিছত সাহিত্য পৰ্ব এটা আছে। সেই কাৰণে এই পৰ্বত কেৱল চাকৰি বা অন্ন-সংস্থানৰ কথাহে লিখা হৈছে।

১৯২৮ চনলৈ আছিল মোৰ প্ৰকৃত ছাত্ৰ জীৱন। সেই ছোৱা কালত—আছিল পৰৰ ওপৰত খোৱা, ভটীয়া পানীত যোৱা জীৱন। দেউতাৰ উপাৰ্জনতে টাং টিঙালি মাৰি খাবলৈ পাই চাকৰিৰ কথা ভাবিবৰ অৱকাশ নাছিল। ছাত্ৰ-জীৱনৰ পৰালি পৰাৰ পিছৰ পৰাহে চাকৰিৰ বায়ুৱে চেগাচোৰোকাকৈ মূৰ ঘোলা কৰিবলৈ আৰম্ভ কৰিলে। দেউতাৰ বোজা হৈতো চিৰকালে চলিব পৰা নেযাব।

সেই সময়ত চৰকাৰী চাকৰিৰ বজাৰখন ক্ৰমাৎ মহঙা হৈ আছিল। মই আছিলো মজলীয়া ছাত্ৰ। বেয়া ল'ৰা নাছিলোঁ যদিও ভাল ল'ৰাও নাছিলো। সেই কাৰণে পোনবাটেৰে চাকৰি—বজাৰত সোমাবলৈ সহজসাধ্য নাছিল। গ্ৰহ ভাল থাকিলে নাইবা চাহাবৰ প্ৰিয়ভাজন ৰায়বাহাদুৰ, ৰায়চাহাব আদি একশ্ৰেণী লোকৰ এলেকৰ পেলেক হৈ তেতিয়া কোনো কোনোৱে হাকিম, মাটি-হাকিম, হাবি-হাকিম, আবকাৰী-হাকিম, আয়কৰ-হাকিম আদি বিষয়-বাবত মকৰল হৈছিল। শিক্ষিত অসমীয়া মানুহৰ বেহা-বেপাৰত চকু গজা নাছিল বুলিলেই হয়। আবকাৰী মহল, বেতৰ মহল, কাঠৰ মহল আদি নানা প্ৰকাৰ লাভজনক অনাচৰকাৰী ব্যবসায়ত অনা-অসমীয়া মানুহে হোৰাহোৰে ধন চপাইছিল। সেয়ে নোহোৱা হলে আজি আমি অসমীয়া জাতিৰ শোচনীয় আৰ্থিক অৱস্থা দেখা নেপালোঁহেঁতেন। ওপৰ মহলাত ছিলেটীয়াৰ প্ৰভুত্ব এদনীয়া হৈ থকাৰ বাবে ভাল ভাল চাকৰি আৰু ছিলঙৰ সচিবালয়ত ছিলেটীয়া আৰু বঙালীবিলাকেই নেগুৰ পাৰি বহিছিল। শিক্ষাবিভাগৰ হেডমাষ্টৰ সকলবো বেছিভাগেই আছিল বঙালী। স্কুল বিভাগৰ ডিৰেক্টৰ আছিল কানিংহাম চাহাব, অসম উপত্যকাৰ ইন্সপেক্টৰ স্মল চাহাব। কানিংহাম চাহাবক তেওঁৰ কুখ্যাত "কানিংহাম চাৰ্কুলাৰে" স্মৰণীয় কৰি ৰাখিছে। কানিংহাম চাহাবে অৱসৰ লোৱাত স্মল চাহাব শিক্ষা-ডিৰেক্টৰ হৈছিল। এইজন চাহাব অসমীয়া-হিতৈষী লোক আছিল আৰু শিক্ষাবিভাগত অসমীয়া চাকৰিয়ালবিলাকক তেওঁ মৰমৰ চকুৰে চাইছিল। স্মল চাহাবৰ সোঁহাত স্বৰূপ আছিল শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়া। এওঁ প্ৰথমতে যোৰহাট নৰ্মাল স্কুলৰ অধ্যক্ষ আছিল আৰু পিছত ইন্সপেক্টৰ হৈ অসম শিক্ষাবিভাগৰ ভালেখিনি উন্নতি সাধি গৈছে। গোস্বামীদেৱৰ পূৰ্বে দুজন অসমীয়া কৰ্মচাৰীয়ে শিক্ষাবিভাগৰ ওপৰত মহলাত অধিষ্ঠিত হবলৈ সক্ষম হৈছিল। এজন হৈছে ইন্সপেক্টৰ ৰায়চাহাব

দুৰ্গাধৰ বৰকটকী আৰু বৰুৱাৰ কোনো প্ৰকাৰ সংস্পৰ্শ লৈ মই অহা নাছিলোঁ, কিয়নো মই কামলৈ হাকুটি জোৰোৱাৰ সময়ত তেওঁলোকৰ শিক্ষাবিভাগৰ চাকৰি অন্ত হৈছিল।

স্কুল ইন্সপেক্টৰ হিচাপে শৰৎচন্দ্ৰ গোস্বামীৰ খ্যাতি বৈ বৈ যোৱা আছিল। আজিকালিৰ দৰে সেইদিনত জিলাই জিলাই একোজন শিক্ষা মন্ত্ৰী বি-এ মহলাত উঠাৰ পিছতেই গোস্বামীদেৱৰ দুৱাৰত কৃপাপ্ৰাৰ্থী হৈ প্ৰায় আঠ-নহ বছৰ কাল বোন্দাপৰ দি আছিলোঁ। তথাপি যিকোনো কাৰণতে নহওক মোৰ প্ৰতি তেওঁৰ সুদৃষ্টি পৰা নাছিল। শেষত লোকপ্ৰিয় বৰদলৈদেৱেহে শিক্ষামন্ত্ৰীৰ বাব লৈয়েই মোক শিক্ষাবিভাগৰ চাকৰি এটা দি মোৰ বহুদিনীয়া মনোবাঞ্ছা পূৰ্ণ কৰি দিছিল। আজি মই উপলব্ধি কৰিছোঁ,—গোস্বামীদেৱে মোক এটা চাকৰি নিদি পৰোক্ষভাৱে উপকাৰেই কৰি গ'ল, কিয়নো বি-এ পাছ কৰাৰ পিছতেই শিক্ষকৰ কামটো মোৰ পক্ষে সহজলভ্য হোৱা হলে হয়তো পেলাইধেলাই মই এখন হাইস্কুলৰ হেডমাষ্টৰ হৈ বাণপ্ৰস্থী হব পাৰিলোঁহেঁতেন, তাতকৈ একো বেছি নহলোঁহেঁতেন। গোস্বামীদেৱে মোক কিয় শিক্ষকৰ পদ এটা নিদিলে, সেইটো মোৰ মনত আজিও এটা দুৰ্ভাগ্যজনক সাঁথৰ হৈয়েই থাকিল। তথাপি এই কথাও ঠিক যে গোস্বামীদেৱক মই কোনোদিনে অসম্মানৰ চকুৰে চোৱা নাছিলোঁ আৰু তেৱোঁ যে মোক কিবা কথাত বেয়া পাইছিল এনে মনে নধৰে। যেতিয়াই মই তেওঁৰ ওচৰলৈ গৈছিলোঁ তেতিয়াই ভাল ব্যৱহাৰকে পাইছিলোঁ আৰু তেওঁ মোক মৰমৰ মাত দিছিল। আন কিবা পাকচক্ৰতহে তেওঁ মোক চাকৰি দিয়া নাছিল, ঈশ্বৰে যি কৰে ভাললৈহে কৰে বুলি মই ভাবোঁ আৰু এই ক্ষেত্ৰতো সেয়েই হৈছে। মই মুক্তকণ্ঠে স্বীকাৰ কৰোঁ যে শৰৎচন্দ্ৰ গোস্বামীৰ নিচিনা কৃতী শিক্ষাবিদ বিষয়া অসম শিক্ষাবিভাগে খুব কমেইহে পাইছে। সি যি নহওক এই আলচত মই মোৰ প্ৰথম চাকৰি ছাৱে সোতৰটকীয়া মাষ্টৰিৰ কথাহে কম। এই চাকৰি অলপদিনীয়া হলেও ই মোৰ স্মৃতিপটত মধুৰ আৰু সেউজীয়া হৈ আছে।

## ছাৱে সোতৰ টকীয়া মাষ্টৰি

যি নহওক মোৰ প্ৰথম চাকৰি হৈছিল গুৱাহাটী সোণাৰাম হাইস্কুলত ১৯৩০ চনত। এই সোণাৰাম স্কুল অসমৰ অন্যতম প্ৰাচীন হাইস্কুল।

'ৰহস্য কাহিনী'ৰ যুটীয়া অনুবাদক বজ্ৰধৰ শৰ্মাৰ যুটীত মই সোণাৰাম স্কুলত কাম কৰিবলৈ সুযোগ পাইছিলোঁ, আইন কলেজৰ পৰা ওলোৱাৰ ঠিক পিছতেই। দৰমহা আছিল মাহে ১৭॥ টকাকৈ, তাকেই যথালাভ বুলি ভাবিছিলোঁ। সোণাৰাম স্কুলৰ তেতিয়াৰ বিধিমতে কোনো শিক্ষকে ছুটী ললে তেওঁ পাইছিল আধা দৰমহা আৰু বাকী আধা দিয়া হৈছিল তেওঁৰ সলনি কাম কৰাজনক। শৰ্মাৰ দৰমহা আছিল ৩৫, টকা আৰু তাৰে আধা অংশ ১৭॥ টকা মোৰ ভাগত মিলিছিল। শৰ্মাই এদিন অপ্ৰত্যাশিতভাৱে মোৰ ঘৰলৈ আহি কামটো যাচিছিল আৰু মোক সেই অলপীয়া টকাৰ কামটো লম নে সুধিছিল। মই টপৰাই লম বুলি উত্তৰ দিছিলোঁ, কিয়নো তেতিয়া সেয়েই আছিল মোৰ পক্ষে সোণাৰ মুখত মাখি। মই সম্প্ৰতি অনোৱাত পিছদিনা হেডমাষ্টৰ ডাঙৰীয়াৰ পৰা নিযুক্তি পত্ৰ আহিলেই।

হেডমাষ্টৰ ৺নবকুমাৰ বৰুৱা ডাঙৰীয়াক মই সেই সময়ত ওচৰৰপৰা পাবলৈ সুবিধা পাইছিলোঁ। কলেজীয়া জীৱনলৈকে মই গুৱাহাটী চহৰখনৰ ভিতৰতে চুকভেকুলী হৈ আছিলোঁ। নগৰৰ উপকণ্ঠ অঞ্চলৰ পথাৰ-সমাৰ দেখিছিলোঁ যদিও গাঁও অঞ্চলৰ সেউজীয়া পৰিবেশৰ লগত তেতিয়াও ঘনিষ্ঠ সম্পৰ্ক ঘটাৰ সুযোগ মিলা নাছিল। বৰ্ভিয়াৰ ছাত্ৰ সন্মিলনলৈ গৈ আইবো বাৰ্তা, গন্ধাবো যাত্ৰা হোৱাৰ নিচিনাকৈ সভাও চালোঁ, পকা ধান দাই শেষ কৰা টকলা পথাৰৰ মাজে মাজে ঘূৰি আৰু দুই এঘৰ ফুৰি গঞ্জা বাইজৰ জীৱনবো কিঞ্চিৎ সোৱাদ পাইছিলোঁ। নবকুমাৰ বৰুৱাই ইংৰাজী বৰ ভাল জানিছিল, অসমীয়া আৰু সংস্কৃতো জানিছিল। বৰুৱাৰ যাৱা ৰচিত এলানি ইংৰাজী পুথি আনৰ নামত প্ৰকাশ হৈ পাঠ্যপুথিও হৈছিল। সামান্য ধনৰ বিনিময়ত বোধহয় এই চোৰাংবেহা চলিছিল আৰু প্ৰকৃতগ্ৰন্থকাৰে কলটোৰ বাকলিহে ভাগত পাইছিল। ইংৰাজী আৰু অসমীয়াত পণ্ডিত নবকুমাৰ বৰুৱা নিঃসন্দেহে এজন কৃতি শিক্ষাবিদ আছিল, অৱশ্যে তেওঁৰ প্ৰতিভা বিকাশৰ সুযোগ নিমিলিল। চন্দ্ৰত কলঙ্ক থকাৰ দৰে খ্যাতনামা হেডমাষ্টৰ চন্দ্ৰমোহন গোস্বামীৰ দৰে নবকুমাৰ হেডমাষ্টৰকে ফটিকা পানৰ দোষটোৱেই বৈষয়িক জীৱনৰ উন্নতি পথত ভেটা দিছিল। তেওঁ স্কুলৰ সকলো শিক্ষককে মিঠা মুখেৰে মাতিছিল আৰু মোকো তেওঁৰ স্কুলত উলহমালহকৈ আদৰি লৈছিল।

সোণাৰাম হাইস্কুলত মোৰ মনত ৰেখাপাত কৰা শিক্ষকসকলৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য ব্যক্তি আছিল প্ৰথম তাঙৰণ চন্দ্ৰকান্ত অভিধান সংকলন কৰোঁতা সৰ্থেবাৰীৰ কোহিৰাম দাস। দাস আগৰদিনীয়া গ্ৰেজুৱেট। তেওঁ ওপৰ শ্ৰেণীত ইংৰাজী পঢ়াইছিল। তাৰ আগতে নাজিৰা হাইস্কুলতো শিক্ষকতা কৰিছিল। সৰ্থেবাৰীত কঁহাৰৰ ঘৰৰ ল'ৰা হৈ তেওঁ জন্ম লৈছিল। তেওঁৰ কথা-বতৰা, চলন-ফুৰণ অতি সাধাৰণ আছিল। তেওঁ কোনোদিনে আমাৰ আগত নিজৰ বিদ্যা জাহিৰ কৰা নাছিল আৰু আগতে কৈ নিদিলে কোনেও কব নোৱাৰিছিল যে সেইজনেই চন্দ্ৰকান্ত অভিধানৰ শব্দ সংযোজক কোহিৰাম দাস। মানুহজন স্বাধীনচিতীয়া আৰু অলপ বেলেগ প্ৰকৃতিৰ। তেতিয়াৰ এদিনৰ কথা। সোণাৰাম স্কুলৰ উত্তৰেদি বৈ যোৱা লুইতৰ চাপৰিৰ ঝাওবনৰ হাবিত চৰাই চিকাৰ কৰিবলৈ আমাৰ সহকৰ্মী শ্ৰীপুলিনৰাম ফুকন হাতত বন্দুকটো লৈ ব্ৰহ্মপুত্ৰাতে ওলাই গৈছিল। অলপ সময় চিকাৰ বিচাৰি ফুৰাৰ পিছতে তেওঁ ঝাওগছৰ মাজত এটা বনৰীয়া গাহৰিয়ে বোকাত লেটি লৈ থকা দেখা পাই বন্দুকটো টোৱাব খুজিলে কিন্তু অলপ পিছতে দেখে যে গাহৰিটো দেখোন মানুহৰ দৰে থিয় হ'ল। তেতিয়া তেওঁ ভয়ে ভয়ে আগবাঢ়ি গৈ দেখা পালে যে সেইটো গাহৰি নহয়, গোটেই গা বোকাৰে লুতুৰি পুতুৰি কোহিৰাম দাস। এখন চুৰিয়া কৰি পিন্ধা গামোচাৰ বাহিৰে আন কাপোৰ তেওঁৰ গাত নাই। বোকা-পানী লাগি গাৰ বৰণ গাহৰিৰ দৰেই হৈছিল। কিয় তেনেভাৱে আছিল বুলি ফুকনে সোধাত কোহিৰাবুৱে হেনো 'হাইড্ৰপেথি' (জল-চিকিৎসা) কৰা বুলি কৈছিল। ঈশ্বৰৰ অনুগ্ৰহত কোনো দুৰ্ঘটনা হবলৈ নেপালে। স্কুলৰ কমন ৰুমত ফুকনে সেই চিকাৰ ভ্ৰমৰঙৰ কাহিনী আমাৰ আগত কৈছিল। কেহিৰাবুৱে হলে নিৰ্বিকাৰচিত্তে কাম কৰি গৈছিল, কাৰো আগত সেই কাহিনী ব্যক্ত কৰা নাছিল।

মুঠতে সোণাৰাম হাইস্কুলেই আছিল মোৰ শিক্ষক জীৱনৰ প্ৰথম কঠীয়াতলী। শিকোৱাৰ লগে লগে শিকিবৰো সুবিধা মিলিছিল। লগৰীয়া শিক্ষকসকলৰপৰা নানা কথাই শিকিছিলোঁ আৰু পিছৰ জীৱনৰ কৰ্মক্ষেত্ৰত সেইবোৰ প্ৰয়োগ কৰিছিলোঁ। সোণাৰাম স্কুল নগৰৰ পশ্চিমত আৰু মোৰ ঘৰ পূবত। নিতৌ পূবৰ পৰা পশ্চিমলৈ আৰু পশ্চিমৰপৰা পূবলৈ নৈৰ দাঁতিৰ আলিয়েদি খোজকাঢ়ি অহা যোৱা কৰি স্কুল কৰিছিলোঁ। চাইকেলত উঠিবলৈ শিকিছিলোঁ, যদিও বেছিদিন উঠা নহ'ল। নিজাকৈ এখন চাইকেল কিনি লবলৈ সামৰ্থ্য নাছিল আৰু লোকৰ পৰা খুজি আনি চাইকেলত উঠো বুলি মনে মনে সংকল্প কৰিছিলোঁ। সেইকাৰণেই অলপ দিন পিছতে মোৰ চাইকেলত উঠা বিদ্যা অনভ্যাসে হৃত হল। লুইতৰ পাৰেদি স্কুললৈ যাওঁতে কোনো কোনো দিনা বৰ বৰ চেগুন গছবোৰ খহনীয়াৰ প্ৰকোপত পৰ্বত একোখন পৰাৰ নিচিনাকৈ নৈৰ বুকুত পৰি জাহ যোৱা দৃশ্য দেখা পাইছিলোঁ। সেই সময়ত লুইতৰ পাৰত বহুত বুঢ়া চেগুন গছ আছিল, কোনো কোনো জোপা গছে মান-মৰাণৰ দিনো দেখা পাইছিল কিজানি। সেই গছবোৰৰ পতন দেখি মনত দুখ পাইছিলোঁ।

মঙলদৈ হাইস্কুলত অস্থায়ী শিক্ষকৰ পদত মকৰল হৈ মই তিনিবাৰ মঙলদৈত প্ৰবাস খাটিবলগীয়া হৈছিল। প্ৰথমবাৰ ১৯৩১ চনৰ এপ্ৰিল মাহত, দ্বিতীয়বাৰ ১৯৩৩ চনৰ ফেব্ৰুৱাৰী মাহত আৰু তৃতীয়বাৰ ১৯৩৪ চনৰ ডিচেম্বৰ মাহত। কোনোবাৰেই বেছিদিন কাম কৰিবৰ সৌভাগ্য হোৱা নাছিল, শৰৎ গোসাঁইৰ সুদৃষ্টি নপৰাৰ বাবে। ১৯২৮ চনতে বি-এ মহলাত উঠি আইন কলেজত নামটো লগাই লৈ শিক্ষক পদ এটাৰ কাৰণে গোস্বামী প্ৰভুৰ অনুগ্ৰহ-প্ৰাৰ্থী হৈ বগলীৰ দৰে জোপ দি আছিলোঁ; কিন্তু তেতিয়ালৈকে পুঠী-দৰিকণা এটাৰ মুখো দেখা পোৱা নাছিলোঁ। সেই সময়ত ডিৰেক্টৰৰ পদত কাম কৰি থকা স্মল চাহাব পুনৰ ইন্সপেক্টৰ হৈ অলপ দিন আগৰ কামলৈ ঘূৰি আহিছিল। ১৯৩১ চনৰ মাৰ্চ মাহৰ এদিন গুৱাহাটী চাৰ্কিট বঙলাত মই তেওঁক সাক্ষাৎ কৰি কাম এটাৰ বাবে খাটনি ধৰিছিলোঁগৈ। চাহাবে অলপ সময় মোলৈ চাই কেইটামান প্ৰশ্ন সুধি বহীত নামটো টুকি ললে আৰু যোৰহাটলৈ ঘূৰি গৈয়েই বিজুলী-ডাকত মোক মঙলদৈ হাইস্কুলত হাজিৰ হবলৈ নিৰ্দেশ পঠিয়ালে। ইমান তপতে তপতে মই তেওঁৰপৰা অনুগ্ৰহ লাভ কৰিব পাৰিম বুলি কল্পনাও কৰা নাছিলোঁ। চাহাবৰ কথাই বেলেগ।

সেই সময়ত মঙলদৈলৈ অহাযোৱা কৰাটো কিমান আহুকলীয়া আছিল আজি সেই কথা ভাবিবলৈকে টান লাগে। এতিয়া মঙলদৈৰপৰা গুৱাহাটী মটৰেৰে এঘণ্টা ডেৰঘণ্টাৰ বাট। গুৱাহাটীৰ নিচেই ওচৰত হোৱা সত্বেও তেতিয়া গুৱাহাটীৰপৰা কলিকতালৈ বেলেৰে যাওঁতে যিমান সময় লাগিছিল, গুৱাহাটীৰপৰা মঙলদৈলৈ যাবলৈ হলেও প্ৰায় সিমানখিনি সময় খৰচ কৰিবলগীয়া হৈছিল। ইয়াৰ বেছিভাগ সময় অৱশ্যে জাহাজঘাট আৰু ৰেলষ্টেচনত বোজাপৰ দিওঁতেই অতিবাহিত হৈছিল। বাট দুটা। এটা ৰেলপথ আৰু আনটো জলপথ মটৰ পৰিবহন পথ তেতিয়া নাছিল। পানীৰে গলে জাহাজত উঠি থাক পতীয়া ঘাটত নামিবলৈ লাগে। তাৰপৰা তিনি চাৰি মাইলমান বাট বিৰিণা—জাৱলিৰ মাজে মাজে

ঘটং ঘটং কৰি গৰুগাড়ীত যাব লাগে। এইছোৱা বাট অতিক্ৰম কৰোঁতেই বহু সময় অনাহক নষ্ট হয়। কোনো কোনো সময়ত জাহাজলৈ থাপ দি ৰাতি বঞ্চিবলগীয়াও হয়। স্থল বন্ধত লগৰীয়া সহযাত্ৰী থাকে। তেতিয়া যাত্ৰা আমনিদায়ক নহয়। স্থলপথেদি যাবলৈ হলে মঙলদৈৰপৰা টংলালৈ ১৮।১৯ মাইল বাট বাছত যাব লাগে। তাৰ পিছত এখন ভাটীমুৱা ৰেলত টংলাৰপৰা ৰঙিয়া জংছন। ৰঙিয়া ষ্টেছনত বহু সময় বোন্দামহৰ কামোৰ খাই উজনিমুৱা ৰেলত ৰঙিয়াৰপৰা আমিনগাওঁ পোৱা যায়। আমিনগাঁৱত ফেৰী-জাহাজত পাৰ হৈ আকৌ বাছ বা ৰেলেৰে গুৱাহাটী। মুঠতে ৰেলযাত্ৰাত বহুত লকৰপকৰ আৰু বাটো ঘূৰণীয়া। এবাৰহে মই ৰেলেৰে মংগলদৈৰপৰা গুৱাহাটীলৈ আহিছিলোঁ। এবাৰ এখন বিয়াৰ বৰযাত্ৰী হৈ মটৰেৰে মঙলদৈৰপৰা গুৱাহাটীলৈ তিনিঘণ্টামানৰ ভিতৰতে আহিব পাৰি মনত যে কিমান আনন্দ পাইছিলোঁ! বাটত অৱশ্যে ধনশিৰি আৰু বৰনদী এই দুখন নৈ মাৰনাৱেৰে পাৰ হবলগীয়া হৈছিল। যোপমৰা মঙলদৈৰপৰা ওলাই আহি বৰলুইতৰ পাৰত থকা ডুমুনীচকীৰ মুকলি ফৰকাল আকাশ দেখি আমাৰ মনবোৰো যেন ফৰকাল হৈ গৈছিল। সেইকাৰণেই কোনোবা এজন চাহাবে হেনো কৈছিল,—
**Dumunichaki is better than Mangaldohi.**

কালিৰাম মেধি

প্ৰথমবাৰ মই আলহী হৈ আছিলোঁ তেতিয়াৰ মহকুমাধিপতি কালিৰাম মেধি ডাঙৰীয়া থকা চৰকাৰী চাংবঙলাত। বঙলাটোৰ তলত মেধি ডাঙৰীয়াৰ অফিচ-কোঠা। তাতে তেওঁ নিয়মীয়াকৈ সদায় ৰাতি এডোখৰলৈকে সাহিত্য-সেৱাত ব্যস্ত হৈ আছিল। তেওঁৰ বিখ্যাত 'অসমীয়া ভাষা তত্ত্ব আৰু ব্যাকৰণখন তাতেই যুগুতাইছিল। তেওঁৰ পুথিভঁৰালত সংস্কৃত, ইংৰাজী আৰু আন আন ভাৰতীয় ভাষাৰ অভিধান, বুৰঞ্জী-গ্ৰন্থ দেখা পাইছিলোঁ। মেধি ডাঙৰীয়া মোৰ বৰ ভনী জোৱাই ৮চেনিৰাম মেধিৰ ককায়েক। তেওঁৰ লগত মই বৰ সম্ভ্ৰমেৰে কথা পাতিছিলোঁ; কিয়নো সেই সময়ত মেধি ডাঙৰীয়া আছিল এগৰাকী প্ৰবীন লব্ধ প্ৰতিষ্ঠ সাহিত্যিক আৰু মই ল'ৰা মানুহ।

এবাৰ আছিলোঁ মৰানদীৰ পাৰত জগবন্ধু দাসৰ কেৰেয়া ঘৰত—বন্ধু শিক্ষক ইছাহক আলিৰ লগত যুটীয়াভাৱে। ভাতমুঠি খাইছিলোঁ, সিপাৰে থকা স্কুল ছাত্ৰাবাসত। এবাৰ আছিলোঁ 'বাসা ছাত্ৰবাস'ৰ গাতে লাগি খালি হৈ পৰি থকা হেডমাষ্টৰৰ বাসভৱনত। গুৱাহাটীৰপৰা এটা কাম কৰা ল'ৰা নিছিলোঁ, সিয়ে চৌখুটি মাৰি দুবেলা দুমুঠি ভাত সিজাই দিছিল। আৰু এবাৰ ক'ত কেনেকৈ আছিলোঁ মনত নপৰে দেখোন!

সেই সময়ত মঙলদৈ নিচেই সৰু মহকুমা-চহৰ আছিল। মানুহ পিয়লৰ লেখমতে লোকসংখ্যা ৮০০ মানহে আছিল হব পায়। মানুহৰ সংখ্যা ইমান ভাকৰ হোৱাৰো কাৰণ নথকা নহয়। এইখিনি ৰাতিৰ মানুহহে, দিনৰ মানুহ নহয়। দিনত স্কুল-কাছাৰী আদিলৈ ওচৰৰ গাঁও-ভূঁইৰ কিমান মানুহ আহে চৰকাৰী কাৰ্যালয়বোৰত হাতবাগীৰ প্ৰাচুৰ্য দেখিলেই তাৰ উমান পোৱা যায়। মঙলদৈত থলুৱা মানুহ বেছিভাগেই থাকে নগৰৰ বাহিৰত আৰু আমাৰ নিচিনা আন ঠাইৰপৰা গৈ প্ৰবাসুৱা হৈ থকা নাইবা বঙালী, কছাৰী

আদি লোকসকলেহে চহৰত নিগাজীকৈ থাকিবলৈ লৈছিল। সেইবুলি চহৰত যে মঙলদৈৰ মানুহ নিচেইকৈ নাছিল তেনে নহয়। আছিল, কিন্তু তাকৰ। জগবন্ধু দাস নামেৰে এজন বঙালী ঠিকাদাৰে মৰানদীৰ পাৰত এলানি ঘৰ সাজি কেৰেয়ালৈ দিছিল। সেই ঘৰতে মোৰ নিচিনা অঘৰীবিলাকে মূৰ গুজি আছিল।

চহৰখন ইমান সৰু যে একেটা পাকতে ইমূৰ সিমূৰ ভ্ৰমি আহিব পাৰি। হাইউকমি নিচেইকৈ নাই। বয়বস্তু অপৰ্যাপ্ত নহলেও ভালেই পোৱা গৈছিল। খোৱাপানীটুপিহে ভাল নহয়। সেই পানীৰে কাপোৰ ধুলে পাতল গেৰুৱা বৰণ হয়। সৰু পুখুৰী এটাৰ পানী ভাল। তাকে ভাৰিয়ে ভাৰেৰে কঢ়িয়াই আনি গাখীৰৰ গুৱালৰ দৰে মানুহৰ ঘৰে ঘৰে পানীৰ যোগান ধৰে। নগৰীয়া ভব্য গব্য মানুহৰ ভিতৰত আছিলোঁ আমিস্কুই অৰ্থাৎ শিক্ষাবিভাগত কাম কৰা মানুহকেইজন, হাকিম, মাটিহাকিম আদি বিষয়া ফনচেৰেক, পুলিচ, ডাক্তৰ আদি আন ঠাইৰ পৰা গৈ চাকৰি কৰা লোকসকল। স্থানীয় চাকৰিয়ালসকল বহুতেই চহৰৰ বাহিৰপৰা আহে। চৰাইবিলাক গধূলি বাহলৈ উলটি যোৱাৰ নিচিনা এওঁলোকো ৰাতি নিজৰ ঘৰত থাকেগৈ। খলুৱা লোকৰ ভিতৰত এসময়ৰ খ্যাতনামা মুক্তি যুঁজাৰু শ্ৰীতপেশ্বৰ শৰ্মা, নগৰৰ উপকণ্ঠত থকা পূৰ্ণানন্দ ৰাজখোৱা (কবি শ্ৰীভবানন্দ ৰাজখোৱাৰ দেউতাক), হেডমাষ্টৰ ৰমণীকান্ত বৰুৱা, গঙ্গাৰাম দাস ওভাৰছিয়াৰ প্ৰভৃতিৰ নাম মনত পৰিছে। বঙালীসকলৰ ভিতৰত কেবাটাও পৰিয়ালে মঙলদৈত নিগাজীকৈ থাকিবলৈ লৈছে। সেইসকলৰ ভিতৰত ডাঙৰ ব্যৱসায়ী ঘোষ পৰিয়াল আৰু আগেয়েকৈ অহা জগবন্ধু দাসৰ নাম লব লাগিব। সম্ভ্ৰান্ত অসমীয়া মানুহৰ ভিতৰত মৌজাদাৰ কাশীনাথ কটকীও অন্যতম। মঙলদৈ মহকুমাত চহৰীয়া উপাধিৰ আৰু এশ্ৰেণী মানুহ আছে। এই চহৰীয়া উপাধি ৰজাঘৰীয়া উপাধি নহয়, প্ৰজাঘৰীয়া উপাধিহে। গোসাঁই-অধিকাৰসকলে মেধি, পাচনি, খাটনিয়াৰ আদি পতাৰ দৰে গঞা ৰাইজে তেওঁলোকৰ কোনো মুখিয়াল ব্যক্তিত্ব সম্পন্ন লোকক লৈ ভোজভাত আদি বিশেষ অনুষ্ঠানেৰে চহৰীয়া পদত অভিষিক্ত কৰিছিল। আৰু তেওঁলোকলৈ কিছুমান বিশেষ সামাজিক সুবিধা আগবঢ়াইছিল। আৰু দুজন বঙালী উকীলৰ নাম উল্লেখ কৰিবই লাগিব। এজন হৈছে বায়চাহাব ৰত্নেশ্বৰ দাসগুপ্ত আৰু আনজন শুকলাল ঘোষ। দাসগুপ্তৰ পৰিয়াল অসমীয়া পৰিয়ালৰ নিচিনাই হৈ পৰিছিল।

স্কুল-ছাত্ৰাবাসৰ ওচৰতে মৰানদীৰ ওপৰত এখন হেলেকলেকীয়া কাঠৰ দলং আছিল, আজিও থাকিব পায়। এই দলংখনৰ ওপৰতেই সদায় সন্ধিয়া আমি কুৰিচাকি আছি জিৰণি লৈ বহু সময় বাৰভচহু কথা পাতি অতিবাহিত কৰিছিলোঁ। স্কুলৰ শিক্ষকসকলৰ উপৰিও ৰত্নেশ্বৰ দাসগুপ্তও আহি কেতিয়াবা যোগ দিছিল। তেতিয়া মঙলদৈ চহৰত কোনো ক্লাবঘৰ নাছিল, সেইকাৰণে সেই দলং-ক্লাবে সকলোকে আকৰ্ষণ কৰিছিল। সেই ক্লাবত দুজন ব্যক্তিৰ ভূমিকা আছিল বিশেষ উল্লেখযোগ্য। এজন হৈছে শুকলাল ঘোষ। এওঁ সেই ক্লাবৰ স্বপ্ৰতিষ্ঠিত সভাপতিৰ নিচিনা। আনজন হৈছে আমাৰ স্কুলৰ সহকৰ্মী শিক্ষক শ্ৰীদিবাকৰ শৰ্মা। শৰ্মা এজন ভ্ৰাম্যমান গেজেট। তেওঁ নজনা কথা নাই, নোকোৱা কথা নাই। তেওঁৰ গল্পবোৰে দলং-ক্লাবৰ সান্ধ্য অধিবেশনবোৰত ৰহ জমাইছিল।

দলং-ক্লাবৰ তলতে আছিল মৰানদী। মইঘৰতে বহি বাৰিষা-খৰালি এই মৰানদীৰ দুই ৰূপ দেখা পাইছিলোঁ। মৰানদীৰ আচল নাম বেগা বা বেগৱতী। কণা লৰাক পদ্মলোচন নাম দিয়াৰ নিচিনাকৈ বোধকৰোঁ এই বেগা নামকৰণ কৰা হৈছিল। বাৰিষা মৰানদী জীয়ানদী হৈ ফেনেফোটোকাৰে উপচি পৰিছিল যদিও বেগৰ লেশমাত্রও নাছিল। খৰালিতো নদীখনত পানীৰ পটোৱেই নাছিল—উদং তলিখন ওলাই এসময়ৰ বেগৱতী নৈৰ অদৃষ্টৰ পৰিহাসৰ কথাকে যেন সকীয়াই দিছিল। মই তেতিয়াই এদিন (১৯৩১ চন) মঙলদৈৰ বেগানৈৰ পাৰত বহি মৰানদীৰ মৰা আৰু জীয়া ৰূপ বৰ্ণনা কৰি এটা কবিতা ৰচিছিলোঁ।

সেই সময়ত মঙলদৈত মাছতকৈ পহুৰ মঙহ সহজলভ্য আছিল। মঙলদৈৰ ওচৰ কাষৰীয়া দলগাঁও অঞ্চল এতিয়াৰ দৰে পমুৱাৰ ৰাজ্য নাছিল, আছিল এখন পহুৰ ৰাজ্য। তাত পালে পালে পহু পোৱা গৈছিল। দেশভক্ত ফুকনৰ ভাষাৰে ক'বলৈ হলে সেই দিনত দলগাওঁ অঞ্চলো আছিলো 'চিকাৰীৰ স্বৰ্গ'। মহকুমাধিপতিৰ বঙলাৰ গাতে লাগি থকা লুইতৰ চাপৰিখনতো পহু ওলাইছিল। তাৰপৰা মাৰি অনা শহাপহু মই দেখা পাইছিলোঁ তেতিয়া মঙলদৈত মাটিহাকিম হৈ থকা শ্রীৰাজেন্দ্রলাল উজীৰ আছিল এজন নামজলা চিকাৰী। তেওঁ প্ৰায়েই পহুচিকাৰ কৰি ওচৰচুবুৰীয়া সকলোকে পহুৰ মঙহ বিলাই দিছিল, আমিও ভাগ পাইছিলোঁ। আৰু জনচেৰেক চিকাৰী আছিল যদিও উজীৰ ডাঙৰীয়াহে পহুৰ যম আছিল। ১৯৩৪ চনত মঙলদৈত বহা অসম সাহিত্য সভাত যোগ দিবলৈ যিসকল দূৰণিবটীয়া প্ৰতিনিধি-দৰ্শক গৈছিল তেওঁলোকৰ ভোজনত লগাবলৈ খাহী মাৰিবৰ আৱশ্যক হোৱা নাছিল, চিকাৰীয়ে মাৰি আনি পৰ্বতৰ দৰে দমাই থোৱা গোট পহুবোৰ দেখিয়েই খাৱৰীয়াবিলাকৰ পেটৰ ভোক গুচিছিল। আজি মঙলদৈৰ সেই পহুৰাজ্যৰ কল্পনা কৰিবলৈকে টান। গহু চৰি ফুৰা হাবিত গুৰিপকৰাৰ দৰে মানুহৰ বাসস্থান হ'ল।

সদৌ শেষত শিক্ষা-মন্দিৰৰ ভিতৰচ'ৰাত সোমাওঁ। প্ৰথমতেই নাম লব লাগিব হেডমাষ্টৰ ৰমণীকান্ত বৰুৱাদেৱৰ। বৰুৱাৰ ঘাই ঘৰ চিপাঝাৰত। এওঁ মঙলদৈ মহকুমাৰ প্ৰথম গ্ৰেজুৱেট। প্ৰথম দৃষ্টিতে তেওঁৰ প্ৰতি মোৰ শ্ৰদ্ধা জন্মিছিল। সলসলীয়াকৈ ইংৰাজী আৰু অসমীয়া ক'ব পাৰিছিল, বক্তৃতাও দিছিল। কাৰ্তিকৰ দৰে ধুনীয়া মানুহজনক দেখি আৰু তেওঁৰ কথাবোৰ শুনি ভাল লাগি গৈছিল। কথা-বতৰা, চলন-ফুৰণত এজন পুৰণি অসমীয়া ডাঙৰীয়াৰ দৰে আছিল। নিজৰ বংশৰ কথা, মঙলদৈৰ মানুহৰ কথা কৈ বৰুৱাই গৌৰব অনুভৱ কৰিছিল। মঙলদৈয়া বুলি চিনাকি দি তেওঁৰ গাটো যেন ৰঞ্জিৎ ৰঞ্জিৎ লাগিছিল। ফিটফাট চাহাবী সাজ পিন্ধি স্কুললৈ গৈছিল। ঘৰত আৰু বাহিৰত খাদৰ চুৰিয়া পিন্ধি ফুৰাচকা কৰিছিলে। যিহকে পিন্ধিছিল, সেয়েই শুৱাই ধৰিছিল। কথা-বতৰা আৰু ব্যৱহাৰত আভিজাত্য প্ৰকাশ পাইছিল। যদিও সৰু-ডাঙৰ সকলোকে আপোনভাৱে ব্যৱহাৰ কৰিছিল। সেইদিনৰ পুৰণিচাম হেডমাষ্টৰৰ ভিতৰত সৰহভাগেই আছিল বঙালী, অসমীয়াসকলৰ ভিতৰত লক্ষ্মীনাথ শৰ্মা, ৰামেশ্বৰ বৰুৱা, ভৰতচন্দ্ৰ চলিহা, কালিৰাম দত্ত ৰমণীকান্ত বৰুৱা প্ৰভৃতি জনচেৰেক নিজৰ যোগ্যতাৰ প্ৰমাণ দি নাম কৰিছিল। এইসকলক লৈ আমি গৌৰব অনুভৱ কৰিছিলোঁ।

মঙলদৈ হাইস্কুলত মই এবাৰ নাট্যাচাৰ্য ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ তলতো কাম কৰিবৰ সৌভাগ্য হৈছিল। তেওঁ আছিল সহকাৰী প্ৰধান শিক্ষক। তেওঁক তেতিয়া মই অলপদিন ওচৰৰপৰা চাবলৈ সুবিধা পাইছিলোঁ। মঙলদৈ হাইস্কুলত মোক পাই তেওঁ বৰ ভাল পাইছিল নিশ্চয় কিয়নো অহৰীয়েহে হীৰাৰ মোল বুজি পায়। মই হীৰা নহলেও নাট্য লিখক হিচাপে সগোত্ৰ বা একেখেলৰ মানুহ। বহুগুণৰ সমষ্টি বৰঠাকুৰ এগৰাকী কৃতী শিক্ষকো আছিল। কৰ্তব্যত ত্ৰুটী দেখিলে তেওঁ কোনো কোনো শিক্ষকক মুখৰ আগতে অপ্ৰিয় কথাও কৈ দিছিল। সেইকাৰণে তেওঁ পেটে সমস্থিতে ভাল নোপোৱা জনদিয়েক শিক্ষকো আছিল।

মঙলদৈত এবাৰ মই বৰঠাকুৰৰ শিল্প-প্ৰতিভাৰ নিদৰ্শনস্বৰূপ তেওঁ সজা সৰস্বতী প্ৰতিমা দেখা পাইছিলোঁ। সেই প্ৰতিমা হাইস্কুলৰ ছাত্ৰবিলাকক পূজাৰ বাবে তেওঁ সাজি দিছিল আৰু পূজাৰ অন্তত প্ৰতিমাখন সযত্নেৰে স্কুল ছাত্ৰাবাসত ৰখা হৈছিল। সেই গোসাঁনীজনা 'মা সৰস্বতী' নাছিল, তেতিয়াও স্কুল পোৱাগৈ নাই। অলপ পিছতে অৱশ্যে ডুয়োজন শিক্ষক আহিছিল। চাহাবে স্কুল পৰিদৰ্শন শেষ কৰি ডাকবঙলালৈ গ'ল। যাবৰ সময়ত পিছদিনা আগবেলাতে উলটি যাম বুলিকৈ গৈছিল। কিন্তু সেইদিনা এযাৰ বজাত যোৰহাটমুৱা হৈ উলটি যাওঁতে তেওঁ আকৌ এবাৰ স্কুলত নামিল। তেতিয়া স্কুল বহিছে, ১০॥ মান বাজিছিল। চাহাবে ওলোটা যাত্ৰাতো গাড়ী ৰাখি আৰু স্কুলত সোমাল। দেখে সেইদিনাও বৰুৱা-বৰঠাকুৰ অনুপস্থিত। তেওঁলোকে চাগৈ ভাবিছিল যে আপদটোৱে পৰিদৰ্শন শেষ কৰি গ'ল যেতিয়া বিষ্টও পাৰ হ'ল। কিন্তু কথা বিপৰীতহে হ'ল। সাত ঘাটৰ চেঙেলী চাহাবে চোৰাং চোৰাগিৰিও যে কৰিব পাৰে সেইকথা তেওঁলোকে ভাবিবকে পৰা নাছিল। তাৰেই ফল স্বৰূপে বদলি হৈ বৰুৱাই উত্তৰ লক্ষীমপুৰ আৰু বৰঠাকুৰে তেজপুৰ হাইস্কুললৈ যাবলগীয়া হৈছিল।

বহাৰ বহদৈ, টিপামৰ ভাদৈ, শলগুৰিৰ আঘোণী বাইৰ দৰে আমি অসমৰ বিভিন্ন ঠাইৰপৰা গৈ শিক্ষকতা কৰা সকলো স্কুলত একগোট হৈছিলোঁ। মঙলদৈ হাইস্কুলত কাম কৰাৰ সুযোগতে মই কেবাজনো শিক্ষকক অন্তৰঙ্গ বন্ধু হিচাপে পাইছিলোঁ। সেই সকলৰ সৰহভাগে ইতিমধ্যে ইহধাম ত্যাগ কৰিছে। সেইসকলৰ ভিতৰত ধৰ্মনাথ শৰ্মা শাস্ত্ৰীৰ কথা ৰবকৈ মনত পৰে। অলপ দিন আগতে তেওঁ স্বৰ্গী হৈছে। সোণাৰাম হাইস্কুলতো তেওঁক মই শিক্ষক হিচাপে লগ পাইছিলোঁ। তাৰে পৰাই তেতিয়া মঙলদৈ হাইস্কুলৰ শিক্ষক হৈ গৈছিল আৰু তাতে ঘৰদুৱাৰ সাজি লৈ নিগাজী হৈ থাকিবলৈ লৈছিল। তাতেই গোটেই চাকৰি জীৱন অতিবাহিত হৈছিল আৰু মঙলদৈৰ মাটিতেই হাড় পেলালে। মানুহজন সাত্বিক প্ৰকৃতিৰ আছিল বাবে মোৰ লগত মনে মনে মিলিছিল।

আন আন শিক্ষকসকল আছিল হৰেশ্বৰ শৰ্মা, (পাটসাৰকুছি) বাপুৰাম কলিতা (কৰৰা), দিবাকৰ শৰ্মা (নবগিৰি, গুৱাহাটী), ইছাহক আলি (যোৰহাট), প্ৰসাদচন্দ্ৰ দাস (গুৱাহাটী, বিহাৰ), ভৱতচন্দ্ৰ দাস (মালিগাওঁ, গুৱাহাটী), বলোৰাম পাঠক (নগাওঁ, বৰুপেটা), বিশ্বনাথ

চেলেং (উত্তৰ লক্ষীমপুৰ), দীননাথ চহৰীয়া (মঙলদৈ), কালিৰাম দাস (মঙলদৈ), বুদ্ধি বৰদলৈ (কুকুৰা), মণিকান্ত শৰ্মা (মঙলদৈ), আব্দুল মতলিব (নগাওঁ) প্ৰভৃতি।

প্ৰথমবাৰ গৈ মই এতিয়া য'ত পুলিচথানা হৈছে তাতে হাইস্কুল পাইছিলোঁ। পিছত সেই ঘৰবপৰা হাইস্কুল তুলি নি আহলবহলকৈ ছেটেলমেণ্টে এৰি যোৱা ঘৰত পতা হ'ল, সেই ঘৰতো মই কাম কৰিছিলোঁ।

## নগাওঁ

নগাওঁ জিলালৈ মই কেবাবাৰো স্কুল ছাব-ইন্সপেক্তৰ হৈ আৰু এবাৰ এমাহলৈ স্কুল-মাষ্টৰ হৈ গৈছিলোঁ। আন লাভ হওক বা নহওক এইছোৱা কালত মই মোৰ পিতৃভূমি নগাওঁ জিলাখনৰ একাংশৰ গাঁৱে-ভূঞে বহু ঠাই তলানলা মাৰি চাবলৈ সুবিধা পাইছিলোঁ। শিলঘাট, কলিয়াবৰ, হাটবৰ, চাপানলা, ডবকা আদি বুৰঞ্জীয়ে গৰকা ঠাইবোৰত ৰাতি ৰখিছিলোঁ। কলং, কপিলী, বৰপানী আৰু যমুনা এই চাৰিখন নৈৰ লগত শঠামিতিৰালি পাতিছিলোঁ আৰু যে কত কি! সেই দিনকেইটাৰ উৱলি যোৱা স্মৃতিবোৰ পাগুলিলে আজিও মোৰ মনটো ভাল লাগি যায়।

এইখিনিতে কৈ থোৱা ভাল যে স্কুল-মাষ্টৰৰ কাম আৰু স্কুল-পৰিদৰ্শকৰ কাম একে নহয়। একে শিক্ষাবিভাগৰে আৰু প্ৰায় একে পৰ্যায়ৰে কাম হলেও দুইটা কামৰে পাৰ্থক্য ভালেখিনি। মাষ্টৰৰ কাম সীমিত পৰিসৰৰ মাজতে সীমাবদ্ধ, শিক্ষক আৰু ছাত্ৰবিলাকক লৈয়েই সময় অতিবাহিত কৰিবলগীয়া হয়, স্কুলৰ বৰমূৰীয়াৰ পোনপটীয়া শাসনৰ তলত থাকিব লাগে। স্কুল-পৰিদৰ্শকৰ কৰ্মক্ষেত্ৰ হলে আহলবহল, বাধ্যবাধকতাও কম। গাঁৱে-ভূঞে স্কুল চাই ফুৰোঁতে চকু থাকিলে আৰু বহুত বস্তু চাব পাৰি, বহুত নজনা কথা শিকিব পাৰি আৰু নানা তৰহৰ মানুহৰ সংস্পৰ্শ লৈ আহিবলৈ সুবিধা পোৱা যায়। এই কাম মই শিক্ষকৰ কামতকৈ বেছি স্বতন্ত্ৰীয়া আৰু মুকলিমূৰীয়া যেন অনুভৱ কৰিছিলোঁ।

মই মঙলদৈ হাইস্কুলৰ শিক্ষকতাৰ সোৱাদ চাকি চোৱাৰ পিছতেই ১৯৩১ আৰু ৩২ চনত অস্থায়ী স্কুল ছাব-ইন্সপেক্তৰ কামত মকৰল হৈ নগাওঁ জিলাত অ'ত ত'ত টলৌ-টলৌ কৰি ঘূৰি ফুৰি এবিধ নতুন কামত জুতি পাইছিলোঁ, এই কাম মোৰ বৰ ভাল লাগিছিল। দুবাৰত কেইমাহমান মাথোন কাম কৰিবলৈ সুবিধা পাইছিলোঁ যদিও এই কালছোৱাৰ অভিজ্ঞতাই মোক বৰ উপকৃত কৰিলে। ভ্ৰমণৰ কষ্ট বাদ দি মই ছাব-ইন্সপেক্তৰ কামত অপৰিসীম আনন্দ অনুভৱ কৰিছিলোঁ। পুলিচৰ ডাৰোগা অবকাৰী ডাৰোগা আদিৰ কৰ্মচাৰী গাঁৱলৈ গলে বিভাগৰ লগত সংশ্লিষ্ট মানুহৰ পৰাহে সহযোগ পায়; কিন্তু নিৰামহীয়া স্কুল পৰিদৰ্শকসকলে সকলো শ্ৰেণীৰ মানুহৰপৰা সমাদৰ লাভ কৰে। আজিকালি অৱশ্যে দেশৰ গঢ় লৰিছে। পোতা পুখুৰীত বাকেই ৰজা হোৱাৰ নিচিনাকৈ স্বৰাজী আমোলত অনেক ৰজা-উপৰজাৰ সৃষ্টি, হৈছে—সেই সকলে মাছ মাৰি বিলৰ পানী ঘোলা কৰাৰ নিচিনাকৈ বিশেষকৈ ভোট-সংগ্ৰহৰ উদ্দেশ্যে গঞা ৰাইজৰ মনবোৰো ঘোলাদি পেলাইছে। গঞা ৰাইজেও আগৰ দৰে নগৰীয়া বিষয়াক আপোনাৰজন বুলি বুকুত সাৱটি লবলৈ এৰিছে। তেতিয়াৰ দিনত কিন্তু এনে নাছিল। অতিথি সাক্ষাৎ দামোদৰ বুলি গঞা-ৰাইজে

মনে-প্ৰাণে বিশ্বাস কৰিছিল। স্কুলৰ মানুহক তেওঁলোকে বিশেষ শ্ৰদ্ধাৰ চকুৰে চাইছিল। বেছিভাগ গাঁৱত উচ্চশিক্ষিত লোক নাছিলেই; থাকিলেও সিসকলে নিজৰ গাঁৱলৈ পিঠি দি নগৰীয়া হৈছিল। বাৰটকীয়া পাঠশালাৰ পণ্ডিতজনেই আৰু ডাকবাবুজনেই গাঁওখনৰ সন্মানৰ পাত্ৰ বিবেচিত হৈছিল। মই স্কুল চোৱাৰ উপলক্ষ্য কৰি নগাওঁ আৰু কামৰূপ জিলাৰ বহু গাঁৱত প্ৰবাস খাটিবলগীয়া হৈছিল। গাঁৱৰ মুখিয়াল মানুহজনেই বহু সময়ত উপযাচি অতিথি শুশ্ৰূষাৰ ভাৰ লৈছিল আৰু স্কুলত থাকিলেও তেওঁলোকে আহি আপোন মানুহক লগ পোৱাৰ নিচিনাকৈ কথাৰ মহলা মাৰিছিল। লগত ৰন্ধাবঢ়া সঁজুলি আৰু ৰান্ধনি সদায় আছিল। পৰাপক্ষত সকলো বস্তু কিনিকুটি লৈছিলোঁ। কোনো কোনো ঠাইত আলহীলৈ দুৱাৰ মুকলি কৰি থোৱা গৃহস্থকে অনুগৃহীত কৰিবলগীয়া হৈছিল। এনে অতিথি-পৰায়ণ গৃহস্থ জখলাবন্ধাৰ ৺যোগকান্ত খাউণ্ড, পিডিমাৰীৰ ৺নিশিবাবু আৰু মহীমল ভূঞাৰ নাম মই সদায় শ্ৰদ্ধাৰে মনত ৰাখিছোঁ।

তেতিয়া নগাৱঁত পৰিবহনৰ সুচল আজিৰ দৰে নাছিল, যান-বাহন আছিল তাকৰ। ৰিক্সা, টেক্সীগাড়ী আদি নাছিল বুলিলেই হয়। অসম-বেঙ্গল ৰেলৰ এখন গাড়ী চাপৰমুখৰপৰা শিলঘাটলৈ আৰু এখন হয়বৰ গাঁৱৰপৰা লাহৰীঘাটৰ ফালে গৈছিল। শিলঘাটৰপৰা নগাৱঁলৈ মটৰবাছ চলিছিল। ইমানেই। স্কুল-পৰিদৰ্শকসকলে সাধাৰণতে ঘোঁৰা আৰু হাতবাগী ব্যৱহাৰ কৰিছিল। মোৰ চাইকেল আৰোহণ পৰ্বৰ কথা আগতে কৈছোঁ। অনভ্যাসে চাইকেল বিদ্যা হস্ত হৈ আহিছিল। ঘোঁৰাৰ পিঠিত কোনোদিনে উঠা নাছিলোঁ, ঘোঁৰাৰ গাড়ীত অৱশ্যে গুৱাহাটীত অলেখবাৰ উঠিছিলোঁ। স্কুল পৰিদৰ্শনত ভৰি দুখনেই আছিল মোৰ ঘাই বাহন। সময়ে সময়ে জলযোগো মিলিছিল—এই জলযোগ জলপানযোগ নহয়, নৌকাযোগহে আছিল। সেইদিনৰ মানুহৰ ভৰিবোৰ আজিৰ যন্ত্ৰযুগত একপ্ৰকাৰ পঙ্গু হৈ গ'ল বুলি ক'ব পাৰি।

**কলিয়াবৰ**

৬।১১।৩১ ৰ দিনা নগাৱঁত ডেপুটী ইন্সপেক্টৰ করুণাকান্ত বৰুৱা (আজিকালি জোৰান পাৰাৰ নাগৰিক) ডাঙৰীয়াৰপৰা মোৰ নিজৰ কাম বুজিলাজি লৈছিলোঁ আৰু তাৰ দুদিন কি এদিনৰ পিছতেই পৰিদৰ্শন কৰিবলগীয়া থনচেৰেক প্ৰাইমাৰী স্কুলৰ তালিকা এখন লৈ ৰেলেৰে শিলঘাট পালোঁগৈ। গোনতে শিলঘাট ডাকবঙলাত টৌখুটি মাৰি থাকিবলৈ লৈছিলোঁ। শিলঘাট লুইতৰ পাৰৰ এখন মনোৰম ঠাই। লুইতপৰীয়া ঠাইবোৰৰ এটা স্বকীয় সৌন্দৰ্য আছে। আশেপাশে থকা পৰ্বতমালায়ো ঠাইখনৰ সৌন্দৰ্য বৃদ্ধিত সহায় কৰিছে। এই ৰবলুইতৰ বুকুত প্ৰসিদ্ধ দুই মুনি শিল আছে। বাহিৰৰ বহুতে দুই মুনি শিলক দুই মোনীয়া বা দুমোনীয়া শিল বুলি ভুল কৰিব খোজে, দৰাচলতে কুমুদ আৰু কৌস্তভ নামেৰে দুজন মুনিৰ নামেৰে এই নাম। মুনি দুজনে অসংখ্য শিষ্য লৈ হেনো ইয়াতে জ্ঞানাশ্ৰম পাতি আছিল আৰু শিষ্য সহতে তেওঁলোক শাপগ্ৰস্ত হৈ ইয়াতে শিলাৰূপ লৈ থাকিবলগীয়া হ'ল। এই শিলঘাটতে বকাসুৰ ৰাক্ষসৰ ঘৰ থকা বুলিও তাৰ মানুহে ভাবে। ৰাতি বঙলাৰ আৰামী চকীত বহি বহি ঠাইখনৰ মাহাত্ম্য সম্পৰ্কীয় সাধু শুনিছিলোঁ। ওচৰতে এটা টিলাত কামাখ্যা মন্দিৰো আছে—

এই কামাখ্যা নৰকাসুৰে খটখটী বন্ধা কামাখ্যা নহয়, প্ৰমত্তসিংহ স্বৰ্গদেৱে মাটিবাৰী দান কৰি প্ৰতিষ্ঠা কৰা কামাখ্যাহে। বিষ্ণুৰ দহ অৱতাৰৰ ভিতৰত শ্ৰীৰাম, শ্ৰীকৃষ্ণ আৰু বুদ্ধ এই তিনি অৱতাৰেহে আজিও মঠ-মন্দিৰৰ পূজা-পাতলত অগ্ৰাধিকাৰ পাই আহিছে। উত্তৰ গুৱাহাটীৰ অশ্বক্লান্তৰ নাম-দেৱালত কূৰ্ম-অৱতাৰৰ কথা জানো। শিলঘাটৰ বঙলাত বহি আৰু দুই অৱতাৰৰ সন্ধান পাইছিলোঁ। দক্ষিণপতীয়া দেৱৰ সত্ৰৰ লগৰ নৃসিংহ-দেৱালয় আৰু কলিয়াবৰ বালিসত্ৰত থকা বামণ-গোসাঁইৰ থানত এই দুই অৱতাৰে মিলিতভাৱে পূজাপাতল খাই থকা বুলি শুনিছিলোঁ। হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰতো নৃসিংহ মূৰ্তি দেখা পাইছিলোঁ। কলিয়াবৰৰ নৃসিংহ অৱতাৰ হেনো ভক্তজনৰ বাঞ্ছা কল্পতৰু। মানস কৰি তেওঁৰ আগত ভোগভাত লগালে হেনো আকাঙ্ক্ষিত ফল পোৱা যায়। পিছে সেই ভোগ খাওঁতা যাত্ৰীও বিনা নিমন্ত্ৰণে ওলাব লাগিব, নোলালে অশুভ লক্ষণ বুলি মানুহে ভাবে। মুঠতে নগাওঁ জিলাখন সত্ৰ-মন্দিৰ থান আদিৰে ভৰপূৰ। ডঃ নেওগৰ 'পবিত্ৰ অসম'ত চকু ফুৰালেই তাৰ উমান পোৱা যাব। মই ইয়াত সেইবোৰৰ বিৱৰণ দিব খোজা নাই আৰু সেইবোৰ যে বুৰঞ্জীবিদ্ বা প্ৰত্নতত্ত্বজ্ঞৰ দৃষ্টিৰে তন্নতন্নকৈ নিৰীক্ষণ কৰিছিলোঁ এনেও নহয়।

নগাও জিলাৰ এই পূৰ্বাঞ্চল অসমৰ সত্ৰীয়া সংস্কৃতিৰ দ্বাৰা বিশেষভাৱে সমৃদ্ধ। সেইকাৰণে এই অঞ্চলত স্কুল পৰিদৰ্শন কৰাৰ লগে লগে মোৰ আইবো বাৰ্তা, গঙ্গাবো যাত্ৰা হৈছিল। স্কুল পৰিদৰ্শন হৈছিল, লগতে সত্ৰ-নামঘৰ-আদিত পুৰণি সংস্কৃতিৰ ভালেমান নিদৰ্শন দেখা পাই মুগ্ধ হৈছিলোঁ। সত্ৰৰ গোসাঁই-মহন্ত, অধিকাৰ আদি অনেকৰ লগত ঘনিষ্ঠভাৱে আলাপ-আলোচনা কৰি প্ৰবসুৱা জীৱনৰ কথা পাহৰি গৈছিলোঁ। পুৰণিকলীয়া নামঘৰবোৰ দেখি শঙ্কৰ গুৰুলৈ নীৰৱ ভক্তিঅৰ্ঘ্য আগবঢ়াইছিলোঁ। মোৰ সহপাঠী বন্ধু কলাকাৰ শ্ৰীজীৱেশ্বৰ গোস্বামীৰ ভোলাগুৰি সত্ৰখন দেখি বৰ ভাল লাগিছিল, তেওঁৰ দেউতাক ৺পদ্মকান্ত গোস্বামীৰ লগতো কথা হৈছিলোঁ। অসমৰ সাংস্কৃতিক জগতত এই ভোলাগুৰি সত্ৰৰ বৰঙণি বৰমূল্যবান।

কলিয়াবৰ অঞ্চলত বহু সত্ৰ আৰু ৰজাদিনীয়া ঠাই আছে। কুঁৱৰীটোলত গোমাই বিস্মৃতিৰ নাম পৰ্যন্ত বিলুপ্তি হোৱা কুঁৱৰী গৰাকীনো কোন আছিল, জানিবলৈ বিচাৰিছিলোঁ। কোনেও ক'ব নোৱাৰিলে।* হাটবৰ, শাকমুঠি, মিছা আদি ঠাইবো উৰহীৰ ওৰ বিচাৰিছিলোঁ। দেউতাৰ শিশুকালৰ লগৰী কলং নৈখনক অ'ত ত'ত ওচৰতে পাই বৰ আপোন আপোন যেন লাগিছিল। দেউতাই কোৱা তেওঁৰ উৰলি যোৱা জীৱনৰ কলংপৰীয়া সাধুবোৰলৈ মনত পৰিছিল। কোনো কোনো ঠাইত কলঙৰ তৰাং বুকুত ভৰি দি খোজকাঢ়ি পাৰ হৈছিলোঁ। হেলেকলেকীয়া এডলীয়া বাঁহৰ সাঁকো বগাই পাৰ হোৱা মনত পৰিলেই ভয় লাগি যায়।

লাহৰীঘাট

এতিয়া লাহৰীঘাট-জুৰিয়া অঞ্চলৰ কথা কৈছোঁ। মই বাতিপুৱা কাউৰ-কুকুৰ মাটিত

* হিতেশ্বৰ বৰুৱা ডাঙৰীয়াৰ মতে স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ কুঁৱৰীসকলৰ টোল থকাৰ বাবে—কুঁৱৰীটোল নাম হৈছিল। 'সাহিত্যসভাৰ ভাষণাৱলী তৃতীয় ভাগ দ্ৰষ্টব্য'

পথাৰ লগে লগে শেতেলি এৰি দুই তিনি মাইলমান নিলগৰ স্কুল এখনলৈ খোজ লওঁ। যাওঁতে বাটে বাটে নানা তৰহৰ দৃশ্য দেখা পাওঁ। আটাইতকৈ ভাল লাগে পমুৱা মুছলমান খেতিয়কবিলাকৰ কৰ্মব্যস্ততা দেখি। সেই সময়ত তেওঁলোকৰ কোনো ঘৰৰ ভিতৰত নেথাকে। থাকে পথাৰত। পথাৰত তৰহে তৰহে খেতি। ধান, মাহ, সৰিয়হ, আলু তেওঁলোকৰ খেতিত নোহোৱা বস্তু নাই। বেলিফুলৰ দৰে অকজকাই পথাৰ ভৰি ফুলি থকা তিছি ফুলবোৰ দেখি মন-প্ৰাণ নাচি উঠে। তিছি গুটিৰ খেতি সুবৃলি পথাৰতে একোখন ফুলবাৰী যেনহে মনত ধাৰণা হৈছিল আৰু ইংৰাজ কবি ৱৰ্ড্‌ছৱৰ্থৰ 'ডেফোডিল' কবিতাটোলৈ মনত পৰিছিল। পমুৱাবিলাকৰ লহপহীয়া মৰাপাটৰ খেতিও দেখা পাইছিলোঁ। এই কথা স্বীকাৰ্য যে সংসাৰত বৰ্তি থাকিবলৈ হলে ধোদৰ পচলা অসমীয়া খেতিয়কবিলাকে কৰ্মব্যস্ত পমুৱা খেতিয়কৰ আদৰ্শ লৈ হালৰ মুঠিত ধৰিব লাগিব এখন পথাৰতে বাৰমহীয়া খেতি কৰি সোণগছ গজাব পাৰিব লাগিব।

বুৰঞ্জীত আছে আহোম স্বৰ্গদেউসকলৰ আমোলত মিৰজুমলাই অসম মাৰিবলৈ আহোতে মানুহৰ ইমান ঘন বসতি আছিল যে নগাৱঁৰপৰা গড়গাঁৱলৈকে মানুহৰ শব পিৰালিয়ে পিৰালিয়ে অহা-যোৱা কৰিব পৰা গৈছিল। মান-মৰাণৰ উপদ্ৰৱত আৰু পিছত কলাজ্বৰৰ গৰাহত বহুত অসমীয়া মানুহৰ ভেটিত তিতালাও গজিল, বৰ্ধমান গাঁও থকা ঠাইত একোখন অকণ্টকা হাবি হ'ল। আৰু মানুহৰ সলনি তাত বাঘ-ভালুকৰ বসতি হ'ল। তেনে হাবি ভাঙি আজিকালি পমুৱা মুছলমানবিলাক গাঁও পাতি বহি গৈছে। হাবিৰ মাজত হেনো বহুত পুৰণি পাটনাদ আৰু ঘৰৰ ভেটিবো চিন ওলাইছে। এইবোৰ চিনেই সূচনা কৰে যে এসময়ত এইবোৰ ঠাইত হাবি নাছিল, আছিল পুলিয়েপোথাই বিলুপ্ত হোৱা এচাম অসমীয়া মানুহ। এই লাহৰীঘাট অঞ্চলৰ খেতিবাতি চাই ভাল লাগিছিল।

পমুৱা খেতিয়কবিলাকৰ আতিথ্যও মনত ৰাখিবলগীয়া। মই স্কুলচোৱা কাম কেইমাহমানহে কৰিছিলোঁ; কিন্তু এই কম সময়তে যাইকৈ মিকিৰ আৰু পমুৱা মুছলমানৰ অতিথিপৰায়ণতা দেখি মুগ্ধ হৈছিলোঁ।

কাহিনী এটা শুনিছিলোঁ, মই তালৈ যোৱাৰ কেইবছৰমান আগতে হেনো পমুৱাগাঁৱত পথাৰত হাল বাওঁতে মাটিৰ তলত থকা দুৰ্গা মূৰ্তি ওলাইছিল। দশভুজা দুৰ্গাৰ সেই সোণৰ মূৰ্তি ওলোৱা বতৰা চাৰিওফালে বাষ্ট্ৰ হৈ পৰাত তদন্ত কৰিবলৈ এজন মাটি-হাকিম (নামটো নোকোৱাই ভাল) আহিছিল। তেওঁ মূৰ্তিখন লৈ গৈ হেনো কোনো মূৰ্তি ওলোৱা নাই বুলি যথাস্থানত ৰিপৰ্ট দাখিল কৰিলে আৰু মূৰ্তিৰ সোণ নিজৰ ঘৰটোটোলাত সুমালে। কথাটো কিমানদূৰ সঁচা ক'বনোৱাৰোঁ; কিন্তু এনেদৰে যে মাটিৰ তলত পোত গৈ থকা বহুত আপুৰুগীয়া প্ৰাচীন সম্পদ বিকোনো প্ৰকাৰে বিনষ্ট হৈছে সেইটো দেখ দেখ কথা। বহু সময়ত ৰক্ষকেই ভক্ষক হোৱাটোও সঁচা কথা।

মই সাধাৰণভাৱে চুৰিয়া আৰু পাঞ্জাবী এটা পিন্ধিয়েই স্কুল চাই ফুৰিছিলোঁ। কলেজীয়া শিক্ষকৰ কাম লোৱাৰ লগে লগে অৱশ্যে চেলেং এখনো কান্ধত উঠিছে। দেশী সাজপাৰ পিন্ধি যোৱাৰ বাবে পাঠশালা স্কুলত দুই এবাৰ ভ্ৰমবশতও হৈছিল। পণ্ডিতে কৰি

মাৰি বহি থাকে, আগত ল'ৰাবিলাকৰ হাইউৰুমিৰ এখন বজাৰ। মই অপ্ৰত্যাশিতভাৱে স্কুলঘৰৰ দুৱাৰমুখত দেশী সাজপাৰেৰে থিয় হওঁতে দুই এক পণ্ডিতে কোনোবা বাহিৰা মানুহ বুলি ভাবি শুধিছিল, "কি লাগে?" মই "স্কুল চাব লাগে" বুলি উত্তৰ দিয়াত ক্ষন্তেকতে অপ্ৰস্তুত পণ্ডিতজনৰ মুখখন কেহেৰাজ বটা যেন হৈ গৈছিল । ছাত্ৰৰ বজাৰখনবো হাইউৰ্কমি গুচি কাঁহ পৰি জীণ যোৱা নিমাতনিটাল হৈ পৰিছিল। বহুত স্কুলৰ কণ কণ ছাত্ৰৰপৰা "আঠৈকুৰি বিলাতী শিয়াল আৰু একুৰী অসমীয়া শিয়ালৰ মুঠ নেজ কিমান?" আৰু "এজাঁই গুলীত দুটা হাইঠা চৰাই মৰিলে এজোপা গছত পৰি থকা একুৰি চৰাই মাৰিবলৈ কেই জাঁই গুলী লাগিব?" এই নিচিনা প্ৰশ্নৰ সঠিক উত্তৰ খুব কমেইহে পাইছিলোঁ। স্কুল চাওঁতে মই ৰগৰো কৰিছিলোঁ যথেষ্ট। কেৱল লৰাছোৱালীবোৰকে নহয় পণ্ডিত মহাশয়কো একোটা আচহুৱা প্ৰশ্ন সুধি মুৰ খজুৱাবলগীয়া অৱস্থাত পেলাইছিলোঁ। এঠাইত এজন পণ্ডিতে বলদেৱ মহন্তৰ বিদ্যা কবিতাটো পঢ়াই আছিল। তেওঁক প্ৰথম ভুশাৰীৰ অৰ্থ বুজাই দিবলৈ কোৱাত বেচেৰা বৰ বিপাঙত পৰিছিল। কায়মনবাক্যে এই শব্দটো বিভিন্ন অংশত জোৰ দি ঘনে ঘনে উচ্চাৰণ কৰি বুজাবলৈ চেষ্টা কৰিছিল; কিন্তু কায় শব্দটোৰ অৰ্থ নজনাৰ বাবে গোটেই শব্দটোৰ অৰ্থৰ কাষেদিয়ে যাব পৰা নাছিল। অল্পবিদ্যা ভয়ঙ্কৰীৰ ইও এটা প্ৰমাণ।

ডবকা : পাৰখোৱা

উত্তৰ প্ৰদেশত গঙ্গা আৰু যমুনা নৈ থকাৰ নিচিনাকৈ আমাৰ অসমৰ নগাওঁ জিলাতো গঙ্গা আৰু যমুনা দুইখন নৈয়েই আছে। যমুনা আছে ডবকা অঞ্চলত আৰু গঙ্গা আছে পাৰখোৱা অঞ্চলত। এই ডবকাতে অতি পুৰণি ডবাক ৰাজ্য আছিল বুলি প্ৰত্নতত্ত্বৰ পণ্ডিত-সকলে স্থিৰ কৰিছে। সেই সময়ত ডবকালৈ যাবলৈ মানুহে ভয় কৰিছিল বেমাৰ আজাৰৰ বাবে। ডবকাত বেছিদিন থাকিলে হেনো মেলেৰিয়া হয়। যমুনা নৈৰ পানীত ৰোগৰ বীজাণু থকা বুলিও শুনিছিলোঁ। পানী তপতাই খাবলৈ উপদেশ পাইছিলোঁ। মুঠতে কৰ্তব্যৰ ঠেলাত ভয়ে ভয়ে মই ডবকালৈ গৈছিলোঁ। যমুনা নৈৰ ঘোলাপানী দেখি কালিন্দী যমুনালৈ মনত পৰিছিল। চেঁচাপানী মই হাতেৰে স্পৰ্শ কৰা নাছিলোঁ।

ডবকাৰপৰা গৰুগাড়ী কেৰেয়া কৰি পাৰখোৱাৰ স্কুল চাবলৈ গৈছিলোঁ। বাট সাতমাইলমান হব পায়। ৩৪ চনৰ জানুৱাৰী মাহৰ ৪ তাৰিখে পাৰখোৱা পাই এঘৰ শোৱালকুছীয়া মহাজনৰ ঘৰত আলহী হৈছিলোঁগৈ। বেহা-বেপাৰত শোৱালকুছীৰ মানুহৰ আগভাগ লোৱা দেখি ভাল লাগিছিল। ঠাইখন এইবিলাক মানুহেই জীপাল কৰি ৰাখিছে। মই যিঘৰত আছিলোঁ, সেই ঘৰৰ পাছফালে বৰগঙ্গাৰ সুঁতি এটা জিৰ জিৰকৈ বৈ গৈছে। দ একাঁঠুৰ বেছি নাছিল। নিৰ্মল চেঁচাপানী খাৰিত হাত দিলেই মন-প্ৰাণ শীতল হৈ যায়। গুৱাহাটীৰ বশিষ্ঠাশ্ৰমত থকা সন্ধ্যা-ললিতা-কান্তাৰ সেই বৰগঙ্গা যেন এজনী ভনীয়েকহে, মোৰ মনত এনে ভাব হৈছিল।

এই অঞ্চলটো কেৱল যে প্ৰাকৃতিক সৌন্দৰ্যতহে মনমোহিনী এনে নহয়, প্ৰাচীন স্মৃতিবজিত সম্পদেৰেও ভৰপূৰ। তেতিয়ালৈকে এই অঞ্চলৰ প্ৰত্নতত্ত্বমূলক ঐশ্চৰ্যৰাজি

অনাবিষ্কৃত হৈয়ে আছিল। তেতিয়াৰ "জয়ন্তী" কাকতত মই লিখা "বৰগঙ্গা" নামৰ এটা কবিতা প্ৰকাশ হৈছিল। সেই কবিতাৰ লগত যোগ দিয়া টোকাত লিখিছিলোঁ—"নগাওঁ জিলাৰ মিকিৰ পৰ্ব্বত এলেকাত বুঢ়ীগঙ্গা, বৰগঙ্গা আৰু উৰ্দ্ধগঙ্গা নামেৰে সৰু নৈৰ নিচিনা তিনিখনি জুৰি পোৱা যায়। ভালেমান পৰ্বত বগাই বহু ওপৰৰপৰা থিঠাইত বৰগঙ্গা তললৈ নামিছে, সেইঠাইৰ দৃশ্য অতি মনোৰম। তাত বহুত শিৱলিঙ্গ, কপিলা গৰু আৰু আন দেৱ-দেৱীৰ শিলামূৰ্তি সিঁচৰতি হৈ পৰি আছে। মহামায়া পৰ্বত আৰু গৰুকটা পৰ্বতো এই অঞ্চলতেই। বুঢ়ীগঙ্গা যমুনা নৈত পৰিছে। এই ঠাইবোৰৰ ঐতিহাসিক ইতিবৃত্তত বিজ্ঞজনে পোহৰ পেলালে বহুত নতুন কথা জনা যাব। কোৱা বাহুল্য যে অটব্য পৰ্ব্বত, শাললি অতিক্ৰম কৰিহে বৰগঙ্গাৰ দৰ্শন পাব পৰি আৰু সেই ঠাইৰ নিগাজী অধিবাসী সকলো যিনিয়েই সৰল মিকিৰ মানুহ।" সুখৰ বিষয় তাৰ কিছুদিন পিছতে প্ৰত্নতত্ত্বৰ পণ্ডিত ৰাজমোহন নাথে আমাৰ মনোবাঞ্ছা পূৰ্ণ কৰে।

## কামপুৰ : টিকা-টিপ্‌কাই

কলংপৰীয়া সাধু শেষ হল। এতিয়া কপিলীপৰীয়া সাধু কওঁ। নগাওঁ জিলাৰ ডাঙৰ নৈখনেই কপিলী। এই নৈৰ পাৰত কপিল মুনিৰ আশ্ৰম আছিল বুলি জনশ্ৰুতিয়ে কয় আৰু কপিলৰ পৰা হে নেকি এই কপিল জোঁৱৰীৰ নাম কপিলা হৈছে। কপিলী নেক কপিলী-গঙ্গা বুলিও আখ্যা দিয়া হয়। বুৰঞ্জীত আছে কলংচৰ পৰা ত্ৰ গোহাঞি ডাঙৰীয়াই পাঠান সেনাপতি তুৰবকৰ ওপৰত মূলাগাভৰু হত্যাৰ পোতক তুলি এই কপিলী-গঙ্গাত পাণ্ডৱা পগালিছে উজনিমূৱা হৈছিল। কপিলীৰ দুটা ৰূপ—শান্তৰূপ আৰু অশান্তৰূপ। দুয়োটা ৰূপেই মই দেখা পাইছিলোঁ। খৰালিৰ কপিলী ধীৰ, নিৰ্জন আৰু গহীন কিন্তু বাৰিষাৰ কপিলী উগ্ৰচণ্ডা মহাভৈৰৱী। বাৰিষা নল-বাৰীৰ পথালিদিয়া দেওধনী, কামপুৰৰ কপিলী দেওধনী। দুয়োৰো প্ৰলয় নাচৰ ছন্দৰ তাল একেটাই।

কপিলীৰ পাৰে পাৰে বাটকুৰি বাই মই নিজনাৰিকলী, দেবনাৰিকলী, চলচলী আদি বহু গাঁৱলৈ গৈ স্কুল চাইছিলোঁ, ভালেমান পুৰণি মানুহক লগ পাইছিলোঁ, আৰু কপিলী পৰীয়া মানুহক বানপানীয়ে জীয়াতু ভোগোৱা কাহিনী শুনিছিলোঁ।

১৯৩১ চনৰ জাৰকালিৰ কথা। ডেপুটী ইন্সপেক্টৰ বৰুৱাই মোক টিকা-পৰ্বতলৈ গৈ এজন পণ্ডিতৰ বিৰুদ্ধে থকা ৰাইজৰ এটা গোচৰ নিষ্পত্তি কৰিবলৈ হুকুম দিলে। এইবোৰ পাণ্ডববৰ্জিত ঠাই অৰ্থাৎ বাটপথ দুৰ্গম হোৱাৰ বাবে চৰকাৰী চাকৰিয়ালবিলাক গৰজত নপৰিলে তালৈ নেযায়। টিকা স্কুলৰ গোচৰৰ আজিখন কেইদিন ফাইলত পৰি আছিল। সেইকাৰণে অস্থায়ী পদত থকা মোক পাই বৰুৱা ডেপুটিয়ে ছেগ চাই কঠিয়া পাৰিলে। মই ফাংফুংকৈ নগৈয়ো পাৰিলোঁহেঁতেন, কিন্তু সেই সময়ত নতুন ঠাই চাবলৈ মোৰ গাত ডেকা তেজৰ শিৰশিৰণি আছিল। 'হৰমুৰ যাত্ৰা যি কৰে বিধতা' বুলি যাত্ৰা কৰিলোঁ। আজিকালি অৱশ্যে সেইবোৰ ঠাই পৰিবহনৰ সুবিধা হৈছে আৰু কামপুৰৰ পৰা শিঙিমাৰীলৈ মটৰ চলাচল কৰা বুলি শুনিছোঁ। তেতিয়া কিন্তু সেই অঞ্চললৈ যাবলৈ দুৰ্গম পথৰ বাহিৰে সুগম পথ নাছিল বুলিলেই হয়।

কামপুৰৰপৰা ডেৰমাইলমান গৈ বৰপানী নৈত বাগিচাৰ ডাকনাওত উঠিলোঁ। তাৰপৰা শিভিমাৰীলৈ সাতমাইলমান হব। জলপথেদি বাগিচাৰ ডাকনাওত যোৱাৰ বাহিৰে পৰিবহনৰ বিকল্প ব্যৱস্থা একো নাছিল। নৈখনৰ ওপৰত ঠায়ে ঠায়ে গছৰ ডাল পৰি বাট ভেটি থকা দেখিছিলোঁ। ফাকে ফাকে বাট উলিয়াই নাও উজাই গৈছিল। দুয়োফালে হাবি। একাবেকা বাট। দুপৰীয়া বাৰমান বজাত নাৱত উঠি যেতিয়া শিভিমাৰী পাইছিলোগৈ তেতিয়া চকা পাটত বহিছিল।

শিভিমাৰী এখন বাগিচা-কাষৰীয়া হাবিতলীয়া ঠাই। মানুহ পাতল। নাম লবলৈ দুঘৰ মুখিয়াল মানুহ আছিল। বাটকৰা-হাটকৰাৰ বাবে তেওঁলোকেই আছিল অগতিৰ গতি। এজন নিশিবাবু আৰু আনজন মহীমল ভূঞা। এজন বঙালী, আনজন অসমীয়া। দুইজনৰ ঘৰতে লক্ষ্মীৰ নিবাস, যেন একোজন সৰু জমিদাৰ। নিশিবাবুৰ প্ৰতাপ অলপ বেছি। তেওঁৰ ঘৰত কাম কৰা মানুহ এশজনমান দেখিছিলোঁ, ভূঞাৰ ঘৰতো দুকুৰিমান আছিল। দুয়োজনে নগৰৰপৰা যোৱা আলহীৰ কাৰণে দুৱাৰ মুকলি কৰি ৰাখিছিল। আলহী পালে তেওঁলোকে নোপোৱাই পোৱাদি পায়, কিয়নো হাবিতলীয়া সেই অজাস্তিমূলুকত বাহিৰৰ ভাল মানুহৰ মুখ প্ৰায় দেখা পোৱা নেযায়। ইজনৰ ঘৰত আলহী থাকিলে সিজনে ভাল নেপায়, সিজনৰ ঘৰত থাকিলে ইজনে ভাল নেপায়। সেইকাৰণে মই যাওঁতে এৰাতি নিশিবাবুৰ ঘৰত আৰু আহোঁতে এৰাতি মহীমল ভূঞাৰ ঘৰত ৰাতিৰ অতিথি সাক্ষাৎ দামোদৰ হৈ আছিলোঁ। তেতিয়া কুঁহিয়াৰৰ বতৰ আছিল। কুঁহিয়াৰশালত কুঁহিয়াৰ পেৰা দৃশ্য দেখি বৰ ভাল লাগিছিল। নগৰত এনেবোৰ দৃশ্য সতকাই চকুত নপৰে। ৰাতি চাইদাৰ নিশিবাবুৰ ঘৰত শান্তিৰে কটালোঁ। ভাতৰ পাতত বহি মেল মাৰিলোঁ। তেওঁৰ আলহীঘৰটো ডাকবঙলাৰ দৰে।

পিছদিনা লুচী-চাহপানী খাই গন্তব্যস্থান টিকা পৰ্বতলৈ যাত্ৰা কৰিলোঁ। শিভিমাৰীৰপৰা আঠ মাইল বাট বিপদসঙ্কুল। এখন শালনি হাবিৰ মাজেদি আঠ মাইল বাট যাব লাগে। গছৰ তলে তলে এটা লুংলুঙীয়া বাট। সেই হাবিখন আৰু বাটটোৰ ভয়াবহতাৰ কথা কল্পনা কৰাই টান। অৱশ্যে এই ভয়াবহতা মোৰ নিচিনা অলপধতুৱা মানুহৰ বাবেহে, থলুৱা মিকিৰ ৰাইজৰ বাবে নহয়—তেওঁলোকে নিতৌ এই বাটেৰে মনত ভয়-ভীত নোহোৱাকৈ অহাযোৱা কৰিয়েই আছে। বনৰ বাঘেও যেন তেওঁলোকক দেখিলে বাট এৰি দিয়ে। আমাক কিন্তু বনৰ বাঘে নেখালেও যেন মনৰ বাঘেই খায়। সেই হাবিত নথকা বনৰীয়া জন্তু নাই। বাঘ, হাতী, ভালুক, বনৰীয়া গাহৰি, ৰাংকুকুৰ, পহু, মহ আদি জন্তু ঠায়ে ঠায়ে চৰি থাকে। গছৰ ডালত লেউলেউ জোক থোপাথোপে ওলমি আছে। কেতিয়া কাৰ মূৰত সৰি পৰে কবনোৱাৰি। ৰাংকুকুৰৰ চিকাৰ কৌশল অদ্ভুত। সিহঁতে পহু যোৱা বাটৰ গছৰ পাতত মুতি থয়। মূতত বিষ। সেই বিষে চকু কণা কৰে। পহুৰ চকুত সেই বিষ লাগিলে সিহঁত কণা হয়। কণা পহুক সহজে ধৰি ৰাংকুকুৰজাকে বৰভোজ পাতে।

সেইকাৰণে মোৰ বাংকুকুৰলৈ বেছি ভয় লাগিছিল। এইবোৰৰ উপৰি বিষাক্ত ৰাইজ সাপো আছিল। হাবিখন ইমান ভয়লগা যে দিনদুপৰতো ভাত বেলিৰ পোহৰ নপৰে। শালগছৰ পাতৰ মাজে মাজে ৰ'দৰ বেঙনিহে দেখা পোৱা যায়। মুঠতে এই বাটটো ঠিক যেন জ্ঞানমালিনীৰ সোঁবাটটোহে। মই সেইবাটেদি জীউটো টোপোলাত বান্ধি লৈ গৈছিলোঁ। অকলে কোনো মানুহ সেইবাটেদি নেযায়, দল বান্ধিহে যায়। আমিও মিকিৰৰ দল এটাৰ মাজত সোমাই গৈছিলোঁ। দূৰণিত এপাল বনৰীয়া মহ দেখা পাইছিলোঁ, তাৰ বাহিৰে আন জন্তু চকুত পৰা নাছিল। ভাগ্য ভাল, নিৰাপদে বৈঠালাংছ পালোঁগৈ।

বৈঠালাংছ পাই মনৰ ভয়-ভীত আঁতৰি গল। ডাবৰ আঁতৰি গলে বতৰ ফৰকাল হোৱাৰ দৰে এটা ভয়াবহ যাত্ৰাৰ অন্তত মোৰ মনটোও মুকলি হৈছিল, সকলো দুখ-কষ্টৰ কথা পাহৰি গৈছিলোঁ। বৰপানী নৈৰ দাঁতিত বৈঠালাংছ এখন বেহেৰুৱা ঠাই, সৰু নগৰ বুলিবই পাৰি। আনৰ উপৰিও কামৰূপ জিলাৰ বেপাৰীসকলে গৈ লা, কপাহ আদি সেই অঞ্চলৰ উৎপন্ন বস্তু কম দামত কিনি লৈ বাহিৰৰ লগত লেনদেন চলাইছে। মই পৰিদৰ্শন কৰা ভিতৰুৱা অঞ্চলৰ কেবাঠাইতো শোৱালকুছীয়া আৰু বৰপেটীয়া বেপাৰীবিলাকক দেখি ভাল লাগিছিল। এইবিলাকেই বেহা-বেপাৰত অসমীয়া জাতিৰ নাম জিলিকাই ৰাখিছে। মোৰ দুই-চাৰিটা কবিতাত এই বৈঠালাংছ আৰু বৰপানীৰ উল্লেখ আছে কিয়নো আজিও কবিতাৰ মাজতো মাজে সময়ে এই ঠাইখনে মোৰ মনৰ মাজত ভুমুকি নমৰাকৈ নেথাকে।

বৰপানীৰ পৰা টিকা পৰ্বতলৈ যাত্ৰা কৰিছিলোঁ। যাত্ৰাপথ সুগম আৰু মনোৰম। ছিলঙলৈ উঠি যোৱা যেন লাগিছিল। শিঙিমাৰীৰপৰা বৈঠালাংছলৈ আঁচলৰ গাঁঠিত জীউটো বান্ধি লৈ হাবিতলীয়া বাটেৰে যোৱাত মনত যি বিভীষিকা উপজিছিল সেই কথা পাহৰি গলোঁ। টিকা পৰ্বত পাই দেখোঁ যে এখন মনোৰম সৰু নগৰ। সেই নগৰখন খৃষ্টান যাজক সকলে পাতিছে। আলিপদূলি, শৃঙ্খলাবদ্ধ ঘৰদুৱাৰ, স্কুল, গিৰ্জা সকলো আছে। যাজক সকললৈ ভক্তি উপজিল। সাত সাগৰ তেৰ নদী হৈ তেওঁলোকে অতি আগ্ৰহতীয়া দূৰণিবটীয়া ঠাইবোৰত প্ৰভু যিচুৰ ধৰ্মৰাজ্য গঢ়াৰ উপৰিও একোখন জ্ঞানৰ ৰাজ্য গঢ়ি তোলা নাই নে বাৰু? সেই দুৰাতি নে তিনিৰাতি পশ্চিমীয়া গঢ়ত সৃষ্টি হোৱা ধৰ্মৰ নগৰত আছিলোঁ এনে ভাব হৈছিল। তাৰপৰা অলপ গলেই হেনো পাছি পাহাৰত সোমাব পাৰি আৰু পোনপটীয়াকৈ গৈ ছিলঙতো উপস্থিত হব পাৰি। ছিলঙৰ চেঁচা বতাহৰ ভাতেই উমান পাইছিলোঁ। দুৰাতি নে তিনিৰাতি মই এঘৰ খৃষ্টান গৃহস্থৰ আলহী হৈ আছিলোঁ। এখন প্ৰাইমাৰী স্কুলৰ মাষ্টৰণীজনী সেই ঘৰৰে জীয়ৰী। এটা খোটালিত মই গাভ নিহালি লৈ শেতেলিত বাগৰ দিছিলোঁ। কাষতে মোৰ চাপ্ৰাচীয়ে টৌখুটি মাৰি চাউলসিজোৱা মুঠিৰ সিহা কৰিছিল। সিধা জৰুৰে সিবিংভেই দিছিল ৰৰ ভাবভাবৰ্তিবে। দালি আৰু আলুগুটি সিজোৱা। কুকুৰাকণী যুৰাই দিছিলোঁ। পৰ্বত যগোৱা ভাগৰৰ ভাত। সেয়ে অমৃত যেন লাগিছিল। ৰাতি

টোপনিৰপৰা সাৰ পালেই কাণৰ কাষতে পহুৰ মাত শুনিছিলোঁ—ঘৰচীয়া পহু নহয়, বনৰীয়া পহু। তাত তেতিয়া আমাৰ দৰে পহুখকুৱা মানুহ নাছিল। সেইবাবেহে পহুৱে নিৰাপত্তাৰ মাজত সিমান মুকলিমূৰীয়াভাৱে মাতিব পাৰিছিল।

টিকা, টিপকাই আৰু এখন কিবা (নামটো মনত নাই) স্কুল চালোঁ। এখন স্কুলত এটা গোচৰৰ প্ৰাথমিক নিষ্পত্তি কৰিলোঁ। শেষ নিষ্পত্তি ডেপুটীয়ে কেনেভাৱে কৰিলে গম পোৱা নাছিলোঁ। গোচৰটো আছিল হাঁহি উঠা বিধৰ। এজন আদহীয়া পণ্ডিতে হেনো স্কুলৰ পাঠ পঢ়ি কৰি বাহিৰৰ ৰ'দত উম লগাই বহে—পাটগাভৰু ছাত্ৰীবিলাকক তেওঁৰ মূৰৰ পকাচুলি কাঢ়িবলৈ দিয়ে। এই নিচিনা অভিযোগ অভিভাৱকৰ পৰা পোৱা গৈছিল। তদন্ত কৰি মই অভিযোগৰ বহু কথাই সঁচা পাইছিলোঁ। সি যি নহওক মোৰ সেই টিকা পৰ্বত প্ৰবাসৰ মধুৰ স্মৃতি আজিও মনৰ মাজত মচ নোখোৱাকৈ আছে। অসমৰ বুকুতে গভীৰ হাবিৰ সিপাৰে এনে এখন মনোৰম ঠাইৰ কথা আগেয়ে বুজ পোৱা নাছিলোঁ। সেই যাত্ৰাত স্কুল পৰিদৰ্শনৰ সকলো পৰিশ্ৰম মোৰ মনৰ পৰা নাইকিয়া কৰি দিছিল।

টিকা পৰ্বতৰ পৰা নামি আহি বৈথালাংছুৰপৰা আকৌ শিঙিমাৰী পালোহি। সেইবাৰ মহীমল ভূঞাৰ ঘৰত আছিলোঁ। ৰাতি পহুৰ মঙহেৰে ভাত খালোঁ। ভূঞাই তেওঁৰ দুখ-সুখৰ বহু কথাই মোৰ আগত মনখুলি কৈছিল। শিক্ষিত অসমীয়া মানুহে তেওঁৰ দৰে ভিতৰুৱা অঞ্চলৈ গৈ থাকিবলৈ ভাল নেপায় বুলি তেওঁ দুখ কৰিছিল। যত্ন নকৰিলে ৰত্ন নিমিলে, দুখ নকৰিলে পেট নভৰে। তেওঁৰ তাত প্ৰায় অকলশৰীয়া জীৱন। মোৰ দৰে বাহিৰৰ মানুহ গলে উলহমালহ কৰি ৰাখে আৰু ৰৰ আপোন মানুহ বুলি ভাবে। এতিয়াৰ কথা কব নোৱাৰোঁ, সেই সময়ত নিশিবাবু আৰু মহীমল ভূঞাই আছিল শিঙিমাৰীৰ উঠি ৰজা, বহি ৰজা।

ভ্ৰমণৰপৰা উলটি নগাওঁ পালোঁহি, ডেপুটীক পৰিদৰ্শন ৰিপৰ্ট দাখিল কৰিলোঁ। তাৰ দুদিনমান পিছতে মোৰ অস্থায়ী কামৰো চিলিম ছিগিল। ঘৰৰ লৰা উলটি আহি ঘৰ পালোহি।

### নগাওঁ হাইস্কুলত

নগাওঁ হাইস্কুলতো এমাহমান শিক্ষকতাৰ কাম কৰি মোৰ হাড় শুচি কৰিবৰ সৌভাগ্য হৈছিল। লিখিব লগীয়া উল্লেখযোগ্য স্মৃতি নাই। অতি কম সময় হলেও শিক্ষক সকলক ৰৰ আপোন যেন লাগিছিল, লৰাবিলাককো ভাল পাইছিলোঁ। আছিলোঁ হিন্দু ছাত্ৰাবাসৰ এটা কোঠাত, আজিকালি সেই ছাত্ৰাবাসৰ ঘৰত নগাওঁ কলেজ বহিছে। অসমৰ অন্যতম প্ৰসিদ্ধ অসমীয়া হেডমাষ্টৰ ৰামেশ্বৰ বৰুৱাৰ তলত কাম কৰিবলৈ পোৱাৰ বাবে আজিও মই গৌৰৱ অনুভৱ কৰোঁ। বৰুৱা ডাঙৰীয়া বসনে-ভূষণে, খোজে-কাটলে, কথাই-বতৰাই সেইকালৰ এজন অসমীয়া ডাঙৰীয়া আছিল। ৰাজকীয় সাজপাৰৰ লগতে তেওঁ মূৰত আতে পাগুৰি মাৰিছিল। শিক্ষকৰ

কমনকমলৈ আহি শিক্ষক সকলক নানা দিহা-পৰামৰ্শ আৰু উপদেশ দিছিল। সকলো শিক্ষকে তেওঁক শ্ৰদ্ধাৰ চকুৰে চাইছিল।

## গুৱাহাটী মহকুমাত

গুৱাহাটী মহকুমাতো চেগাচোৰোকাকৈ কেইবছৰমান এবাঠৰক ইন্সপেক্টৰ কাম কৰিবলৈ সুবিধা পোৱাত কামৰূপ জিলাৰ গাঁও-ভূঁইবোৰ চাই লবলৈকো মোৰ সুযোগ হৈছিল। বড়িয়া, নলবাৰী, কমলপুৰ, ডিগাৰু আদি অঞ্চলত যুৰিচাকি নতুন নতুন অভিজ্ঞতা আৰ্জিছিলোঁ। উপযাচি আলহীলৈ হাত আগবঢোৱা দুই চাৰিঘৰ গৃহস্থৰ কথা বাদ দিলে মই নগাও জিলাৰ মফছলতো ডাকবঙলাতে আছিলোঁ। বাট-ঘাট সুচল, বঙলাৰ ওচৰে ওচৰে একোখন হাট। সেই কাৰণে লগত কোনো বস্তু লৈ যাবৰ আৱশ্যক হোৱা নাছিল আৰু যতে আছিলোঁ তাতে লগাখিনি কিনিবুটি লৈছিলোঁ। কামৰূপত প্ৰথমতে ঘগ্ৰাপাৰৰ কোনো এখন গাঁৱত নগাৱৰ ধাৰণাকে মনত লৈ লগত খোৱাবস্তু নিনিয়াৰ বাবে অলপ বিপাঙত পৰিছিলোঁ। এঘৰত আশ্ৰয় লৈ ওচৰত দোকান-পোহাৰ একো নাই বুলি জানিব পাৰিলোঁ। অগত্যা অনিচ্ছাৰে লোকৰ কাষত হাত পাতিবলগীয়া হ'ল। চাউল পালোঁ, দালি নেপালোঁ, মাহ পালোঁ। কৰুৱা খিউ পালোঁ। চেনি নেপালোঁ, জুলীয়া গুড় পালোঁ। যিখিনি পালোঁ, তাৰ দাম জোৰকৈ যাচি দিয়াতো নললে। গঞা গৃহস্থৰ আলহীৰ প্ৰতি বিশেষকৈ শিক্ষা-বিভাগৰ মোৰ দৰে নিৰামহীয়া আলহীৰ প্ৰতি অনুৰাগ অসীম। এই কথাও কে খোৱা ভাল যে মোৰ গৃহস্থজন স্কুলৰ পণ্ডিত নাছিল, আছিল এজন গাঁওবুঢ়া—যাৰ লগত শিক্ষা বিভাগৰ পোনপটীয়া সম্পৰ্ক নাই। সেইকাৰণে তেওঁৰ আতিথ্য অহৈতুক। বুলনি ঘৰতে মোক আস্তব্যস্ত কৰি থাকিবলৈ দিছিল। তাতেই টোপুটিও মৰা হৈছিল। ঘৰটোত চোতালৰ ফালে আধাৰেৰ নাছিল। বহু ৰাতিলৈকে চোতালত ধানৰ মৰণা মৰা দৃশ্য চাই অপৰিসীম আনন্দ উপভোগ কৰিছিলোঁ।

আজিকালি কামৰূপ জিলাত পৰিবহনৰ সমস্যা নাই বুলিবই পাৰি। ৰেলেৰে নহলেও মটৰৰ বাটে প্ৰায়বোৰ ঠাই মকৰাৰ জালৰ দৰে ছাটি পেলাইছে। শৰাইঘাট সাকো হোৱাৰ পিছৰপৰা উত্তৰ পাৰ আৰু দক্ষিণপাৰ একেকাৰ হৈ পৰিছে। দিনৰ কথাটো নাগেই, মাজৰাতিও ইপাৰসিপাৰ হোৱাটো আজিকালি কোনো কথাই নহয়। সেই সময়ত কিন্তু এনে নাছিল। অসম-বেঙ্গল ৰেলথনেই আছিল অগতিৰ গতি। দুই পাৰৰ যোগাযোগ কৈছিল ফেৰী জাহাজেৰে নাইবা মাৰনাৱেৰে। এতিয়াৰ দৰে তেতিয়া কলৰ নাৱো নাছিল। দুইপাৰৰ মটৰগাড়ীও জাহাজত উঠি অৱক্লান্তৰ ঘাটেদিহে ইপাৰসিপাৰ হৈছিল। পাগলাদিয়া, পুঠিমাৰি আদি উপনৈবোৰৰ ওপৰত এতিয়াৰ দৰে মজবুট পকা দলং নাছিল। পকা আলিবাটতো নাছিলেই। আলিবাটত ভাঙৰ গোবৰৰ দম। বাঁহনিৰ মাজেদি একোটা ঘোপমৰা ঠেক বাট। কোনো কোনো গৃহস্থৰ পদূলিৰ মুখতে একোটা জান বা খাল। গৃহস্থৰ মানুহে ছুভাল বাঁহ পেলাই এখন সাকো সাজি লয়। উখিৱানা নামৰ এখন গাঁৱৰ

আলিবাটত এককাল বোকা দেখা পাইছিলোঁ, আলিবাট হুবুলি বোকাবাট বোলাও ভাল। সেই বাটেদি এখন গৰুগাড়ীত মই স্কুল চাবলৈ কোনোমতে পাব হৈ গৈছিলোঁ।

**বৰ্ত্তিয়া**

'ৰণ দিয়া'ৰ পৰাই বৰ্ত্তিয়া নামৰ উৎপত্তি বুলি মানুহে কয়। বৰ্ত্তিয়া অঞ্চলত ঘুৰোঁতে মই ৰজনী বৰদলৈ ডাঙৰীয়াই তেওঁৰ "দন্দুৱা দ্ৰোহ" উপন্যাসত বৰ্ণনা কৰা হৰদত্ত-বীৰদত্তৰ ৰাজ্যখন দেখা পোৱা যেন লাগিছিল। ধনৰা, দতৰা, জয়ন্তীপুৰ আদি বুৰঞ্জীপ্ৰসিদ্ধ গাঁও আৰু হৰদত্তৰ সন্ধ্যাৰ বাৰ দেখিলত মনত অতীতৰ স্মৃতিয়ে জুমুৰি দি ধৰিছিল। বৰ্‌লিয়া, নোনা, পুঠিমাৰি বা লখাইতৰা নৈয়ে মোৰ অন্তৰত কবিতাৰ পিৰ্‌পিৰণি তুলিছিল।

## বৰপেটা (১)

বৰপেটাই মোৰ কৰ্মজীবনৰ এক মুখ্য ভূমিকা গ্ৰহণ কৰিছে বুলি মই স্বীকাৰ নকৰি নোৱাৰোঁ। বৰপেটাতে মোৰ স্কুলীয়া শিক্ষকৰ চাকৰিৰ বেছিভাগ কাল অতিবাহিত হৈছিল, বৰপেটাতে মই স্কুল মাষ্টৰৰ চাকৰিত নিগাজী হৈছিলোঁ, বৰপেটাতে মই এম-এ মহলাত উঠিছিলোঁ আৰু বৰপেটা স্কুলত নিয়োজিত হৈয়েই মই বি-টি পৰীক্ষাতো উত্তীৰ্ণ হৈছিলোঁ। তদুপৰি বৰপেটাত কাম কৰি থাকোঁতেই মোৰ বিয়া হৈছিল আৰু বৰপেটাতে মোৰ একমাত্ৰ সন্তান শ্ৰীমতী বিজয়লক্ষ্মী ( জোনাকী ) আইদেউৰ জন্ম হৈছিল আৰু বৰপেটাৰ শ্ৰেষ্ঠ পৰিয়াল এটাতে তাইৰ বিয়াও হৈছে। এই সকলোবোৰ বৰপেটাৰ কলীয়া ঠাকুৰৰ পৰম কৃপা বুলিয়েই মই গ্ৰহণ কৰিছো। আজি বহুদিনৰ পিছত মই বৰপেটাত প্ৰবসুৱা হৈ থকা কালছোৱাৰ সকলো কথা মোৰ মনত নপৰে, যিখিনি মনত আছে তাকে লিখিলেই বহুত হব যেন পাওঁ।

বৰপেটা অসমৰ প্ৰধান ধৰ্মীয় নগৰ। বৰপেটাক মথুৰাদাস আতাৰ মথুৰানগৰ আখ্যাও দিয়া হয়। কবি শৈলধৰ ৰাজখোৱাই গাই গৈছে—

"অসমৰ কাশীপুৰী দ্বাৰকা মথুৰাপুৰী
অসমৰ বৰপেটাধাম,
চাই যোৱা বাটকৰা পৰাণ জুৰাই থোৱা
শুনি যোৱা হৰিগুণ নাম।
আকাশত হৰিনাম বতাহত হৰিনাম
হৰিনাম শিশুৰ মুখত,
নাৱে নাৱে হৰিনাম ই যেন বৈকুণ্ঠধাম
হৰিনাম থঠাৰ কোবত।

বৰপেটা যে কেৱল ধৰ্মীয় নগৰেই এনে নহয়, বেহাবেপাৰৰো নগৰ। বেহা-বেপাৰত বৰপেটীয়া মানুহে অসমীয়া জাতিৰ মুখ উজ্জ্বল কৰিছে। অসমৰ আন আন ঠাইৰ দৰে বৰপেটাত মাৰোৱাৰী মহাজন নাই, বঙালী আছে, যদিও বঙালীৰ প্ৰভুত্ব নাই। অনা-অসমীয়া যি দুই এঘৰ আছে, তেওঁলোকেও থলুৱা লোকৰ লগত সুৰ মিলাই বৰপেটীয়া হৈ

পৰিছে। মানুহবোৰ সুশ্ৰী, ওখ-পাখ আৰু হটঙা—মাত-কথা হটা, বীৰত্বব্যঞ্জক। জ্ঞপৰ্কোৰেৰ জ্যোতি প্ৰসাদে তেওঁৰ "জয়মতী" বোলছবিৰ চাওদাং বৰুৱাৰ ভূমিকাত বৰপেটাৰ বনমালী দাসক নমাইছিল পুৰণি অসমীয়াৰ প্ৰতীক বুলি।

বৰপেটা নগৰখন বিভিন্ন হাটীত বিভক্ত—এইবোৰ অৰণ্যৰ হাতী নহয়, সত্ৰৰ হাটীহে। সৰ্বমুঠ বাইছটা হাটী। হাটীবোৰৰ নাম—দক্ষিণহাটী, উত্তৰহাটী, নহাটী, আমবাৰী হাটী, বিলত্তাৰিহাটী ইত্যাদি। সত্ৰৰ হাটীৰ ভিতৰত মৰিলে বৈকুণ্ঠগামী হয় বুলি বৰপেটীয়া মানুহৰ অন্তৰত এটা দৃঢ়বিশ্বাস আছে, সেইকাৰণে একোজনৰ বংশবৃদ্ধি হৈ ভাগত একোটা খোটাসি পৰিলেও তেওঁলোক পাৰৰ বাহ একোটাত থকাৰ দৰে থাকে, তথাপি সত্ৰৰ মাটিৰ বাহিৰলৈ ওলাই গৈ আহলবহলকৈ বাহিৰৰ মাটিত বহিবলৈ ভাল নেপায়। তাৰ ফলত সত্ৰৰ এলেকাৰ বহু মাটি অনাবৰপেটীয়াৰ দখললৈ গৈছে। দুই এঘৰ দূৰদৃষ্টিসম্পন্ন বৰপেটীয়া নাগৰিক অৱশ্যে ইয়াৰ ব্যতিক্ৰম হৈ যাব লাগে। চহৰখন অৱশ্যে মুকলি-আকলি, তিনি-সীমাত তিনিখন নৈ—চাউলখোৱা, মৰানদী আৰু নখন্দা। মৰানদীৰ সিপাৰে সুন্দৰীদিয়া। তাতে সাহিত্যসেৱী, শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসৰ নিবাস।

বৰপেটাৰ বহুত ভালৰ ভিতৰত দুটা বেয়া দেখি মই ভাল পোৱা নাছিলোঁ আৰু আজিও ভাল নেপাওঁ। প্ৰথমটো হৈছে কীৰ্তনঘৰত আইসকলৰ প্ৰৱেশ নিষেধ। আজি পাঁচশ বছৰে বৰলুইতৰ বুকুৰেদি লাখ লাখ কলহ পানী সাগৰি গৈছে তথাপি সময়ৰ লগত থাপ নোখোৱা এলান্ধুকলীয়া নিয়ম এটাৰ পৰিবৰ্তন নোহোৱাটো দুখৰ কথা। সাম্যবাদৰ লীলা ভূমিত অসাম্যবাদ এই নিয়মটো সলাবৰ সময় কেতিয়াবাই হ'ল। দ্বিতীয়টো বৰপেটাৰ বেয়া কথা হৈছে কলিতা-কেওঁট, কেওঁট-কলিতা। এই দুটা উনৈছ-বিছ জাতৰ ভিতৰত অৰিয়া-অৰি ফেৰিয়া-ফেৰি ইমান বেছি যে শুনিবলৈকে বেয়া লাগে। আনবোৰ জাত-উপজাতৰ মাজত এনে তিক্ততা নাই কিয়? বৰপেটাৰ বাহিৰে অসমৰ কোনো ঠাইতে কলিতা-কেওঁটৰ মাজত এই নিচিনা উচ্চাত্মিকা-নীচাত্মিকা ভাব নাই। আমি যাক পাহৰি যাওঁ কিয় যে এইখন শঙ্কৰ-মাধৱৰ দেশ য'ত

"সমস্ত ভূততে ব্যাপি আছোঁ মঞি হৰি
সবাকো মানিবা তুমি বিষ্ণু-বুদ্ধি কৰি।
ব্ৰাহ্মণৰ চণ্ডালৰো নিবিচাৰি কুল
দাতাত চোৰত যেন দৃষ্টি এক তুল॥" (কীৰ্ত্তন)

পৰিবহনৰ অসুবিধা

১৯৩৭ চনৰ জুলাই মাহত মই পোনপ্ৰথমে বৰপেটালৈ যাওঁ। মঙলদৈতকৈ অপেক্ষাকৃতভাৱে ভাল হলেও বৰপেটালৈ সেইদিনত অহাযোৱা কথাটোও বৰ সহজ নাছিল। আজিকালি মটৰৰ বাট ওলোৱাত বৰপেটালৈ যোৱাটো কথাৰ কথাই নহয়, একেলাৰ বাট। তেতিয়া কিন্তু অসম-বেঙ্গল ৰেলৰ আশ্ৰয় নললেই নহৈছিল। বৰপেটাক ৰেল আলিয়ে চুকি পোৱা নাই, সেইকাৰণে বৰপেটা-ৰোড (আঠীয়াবাৰী) ষ্টেচনত নামি বাৰ মাইল বাট মটৰ বাছেৰে গলেহে নগৰ পাবগৈ পাৰি। তেতিয়া বৰপেটা-ৰোড ষ্টেচনটোও আছিল গুৰুত্বপূৰ্ণ।

তাত যাত্ৰীৰ সমাগম হয় বৰ বেছি, মালবস্তু তাতকৈও বেছি। তথাপি সেই ষ্টেছনটোৰ প্ৰতি ৰেলবিভাগৰ ওপৰ মহলৰ সুদৃষ্টি পৰা নাছিল। গাড়ী বৈছিল এমিনিট—সেইক্ষণ সময়তে লৰাধপৰা কৰি উঠিব লাগে, নামিব লাগে।

বাৰিষা প্ৰায়েই ৰেলৰ আলিৰ কোনো কোনো অংশ পানীত বুৰ যায়, তেতিয়া কেইদিনমানলৈ ৰেল চলাচলত বিজুতি ঘটে। বৰপেটাৰে নাওৰে আহি পাঠশালা বা টিহু ষ্টেছনত ৰেলত উঠিবলগীয়া হয়। মই দুবাৰ তেনে অসুবিধাৰ সম্মুখীন হৈছিলোঁ। এবাৰ জহৰ বন্ধত স্কুল বন্ধ হোৱাত আমি চাৰি-পাঁচজনমান শিক্ষক নাৱেৰে বৰপেটাৰপৰা আহি টিহুত ৰেল ধৰিছিলোঁ। নাও নৈৰেও গৈছিল, গাঁৱৰ আলিবাটৰ ওপৰেদি, আৰু গৃহস্থৰ চোতালৰ ওপৰেদিও গৈছিল। আলিবাটৰ ওপৰতে একোখন কৃত্ৰিম নৈ হৈছিল। গাঁৱৰ মানুহে ঘৰৰ ভিতৰত থাকিয়েই আমাৰ নৌকা-ভ্ৰমণৰ দৃশ্য উপভোগ কৰিছিল।

পমুৱাবিলাকক পানীৰ পোক বুলিও কব পাৰি। তেওঁলোক বাৰিষাৰ বানপানীৰ লগত যুঁজ দিয়াত পাকৈত। পমুৱাৰ ঘৰদুৱাৰ প্ৰায়ে অথাউনি পানীৰ তলত বুৰ গৈ আছিল। পানীমেটেকাই পানীৰ ওপৰতে একোখন হাবিৰ সৃষ্টি কৰিছিল। বাটে বাটে একোখন পানীমেটেকাৰ পৰ্বত অতিক্ৰম কৰি গৈছিলোঁ। ৰাক্ষসী পানীমেটেকাৰ বঙলা ফুলবোৰ হলে বৰ ধুনীয়া। সেই সময়তে মই পানীমেটেকাক উদ্দেশ্য কৰি "দেৱী নে ৰাক্ষসী" নামৰ কবিতা এটা লিখিছিলোঁ।

সেই নৌকা ভ্ৰমণ অৱশ্যে বৰ তৃপ্তিদায়ক হৈছিল কিয়নো জল ভ্ৰমণৰ কোনো আহুকালে আমাৰ বাটত ভেটা দিয়া নাছিল। তথাপি টিহু ষ্টেছনত ৰেলৰ বাবে বহু সময় খাপ দি থাকিবলগীয়া হৈছিল। এখন ৰেল আমিনগাঁৱৰ পৰা টিহুলৈ গৈছিল আৰু সেইখনেই আকৌ টিহুৰ পৰা আমিন গাঁৱলৈ উলটি আহিছিল। সময় অনিশ্চিত সেইবাবে একেৰাহে ৭।৮ ঘণ্টামান ষ্টেছনত পৰ দি থাকিব লগীয়া হৈছিল। এজন সহযাত্ৰী আছিল ডেপুটী ইন্সপেক্টৰ ৺অভিৰাম তালুকদাৰ। তালুকদাৰৰ সেইবোৰ ঠাই ভাতঘৰৰ নিচিনা, হাত মেলিলেই যিহকে লাগে তাকে বিচাৰি পায়। তেওঁ টিহু ষ্টেছনৰ ওচৰৰে এঘৰত টৌখুটি মাৰি ভাতমুঠি সিজাবৰ দিহা কৰিলে। সেই সাজ ভাত আমি চাৰি-পাঁচজন ঘৰমুৱা যাত্ৰীয়ে বালিভাত বা বনভোজৰ নিচিনাকৈ তৃপ্তিৰে খাইছিলোঁ। ওচৰত দোকান-পোহাৰবো ভাল ব্যৱস্থা নাছিল, কিনি খাবলৈকো ভাল বস্তু পোৱা নগৈছিল, কিবা পালেও জহনীলৈ ভয়।

আৰু এবাৰৰ কথা—সেইবাৰ পাঠশালা ষ্টেছনৰপৰা নাৱত উঠি পোনে পোনে বৰপেটা হাইস্কুল পাইছিলোগৈ। জহৰ বন্ধৰ অন্তত বৰপেটালৈ টালি-টুপলি বান্ধি ওলাইছিলোঁ। পাঠশালাৰ পৰা বৰপেটা ৰোডলৈ ৰেল নচলে, ৰেল আলি পানীৰ তলত, ঠায়ে ঠায়ে ছিগিছে। আমি জনদিয়েক শিক্ষক সাজে-সজ্জিয়া নিৰাপদে পাঠশালা ষ্টেছন পালোগৈ। ৰেলৰপৰা নামিলোঁ। ৰেল ষ্টেছনৰ কাষতে যাত্ৰীক বৰপেটালৈ নিবলৈ কেখাখনো নাও সাজু হৈ আছিল। তাৰে এখন নাও কেৰেয়ালৈ লৈ বৰপেটালৈ পাৰি দিলোঁ। তেতিয়া জনা নাছিলোঁ যে সেই যাত্ৰাটো আছিল আমাৰ পক্ষে এক বিপৰ্যয়ৰ

ৰাতি। তাৰিখটো টুকি ৰখা নহল। আকাশত মেঘে গাজিলে, ঘনে ঘনে ঢেৰেকনি মাৰিলে। ধুমুহা-বতাহ আৰম্ভ হল। কেবাঘণ্টাও সেই ধুমুহা চলিছিল। আমি আছিলোঁ নাৱৰ বুকত—নাৱৰ গৰ্ভই মাৱৰ গৰ্ভই সমান। কিন্তু নাৱৰীয়াই ধনৰ লোভত নাৱত বিমান পাৰে মানুহ ঠাহিছিল। আমি এনেভাবে নাৱত একে ঠাইতে বহি থাকিব লগীয়া হৈছিল যে অলপ ইকাতিসিকাতি কৰিলেই নাৱৰ ভাৰসাম্য (balance) নাইকিয়া হব আৰু অলপ এঢলীয়া হলেই নাৱত পানী সোমাব। নাওখনে টলং ভটং কৰি বৰ বৰ ঢৌৰ মাজেদি ঢোলোকনি খাই গৈ আছিল—কেনি গৈছিল, কোনফালে গৈছিল আমি একো গম পোৱা নাছিলোঁ। ৰাতিটো ইমান আন্ধাৰ আছিল যে গাটোকে দেখা পোৱা নগৈছিল। মাজে মাজে একোছাটি বিজুলীয়ে তিৰবিৰাই চুঙাচাকিৰ পোহৰৰ দৰে ৰ ট ঢেখুৰাইছিল, সিমানেই। কোনো কোনো মুহূৰ্তত নাওখন যেন তললৈ যাব এনে ভাব হৈছিল। কোনো সময়ত হয়তো মানুহৰ পদূলিৰ এককাল পানীৰে নাও গৈছিল। আমি কিন্তু ভাবিছিলোঁ এখন সাগৰৰ ওপৰেদি যোৱা বুলি। এইদৰে গোটেই ৰাতিটো মহা দুশ্চিন্তা আৰু আতঙ্কত পাৰ হৈছিল। সম্পূৰ্ণ বোজাই নাওখন সেই ৰাতি ধুমুহাৰ মাজেদি এনেভাবে গৈছিল যে যিকোনো মুহূৰ্ততে আমাৰ আটাই কেইজনৰে সলিল-সমাধি হোৱাৰ পূৰ্ণ সম্ভাৱনা আছিল। হয়তো কোনো গৃহস্থৰ চোতালৰ কেইহাতমান পানীতে কঁকবকাই মৰিব লাগিলহেঁতেন আৰু আজি মই "স্মৃতিলেখা" লিখাৰো মুদা মৰিলহেঁতেন। পিছে ৰাখে হৰি মাৰে কোনে, মাৰে হৰি ৰাখে কোনে? ৰাতি শেষ হৈ অহাৰ লগে লগে ধুমুহাই শাম কাটিলে। বতৰ ফৰকাল হল, ৰাতিও পুৱাল। পুৱাৰ দোকমোকালিত কাহিলি কাহিলি পোহৰত দেখা পাইছিলোঁ যে আমি তেতিয়া সুন্দৰী দিয়া গাঁৱৰ মানুহৰ ঘৰৰ পিৰালিৰ কাষে কাষে গৈ আছোঁ। অলপ পিছতে বৰপেটা পালোগৈ—একেবাৰে স্কুলৰ দুৱাৰমুখতে নাৱৰ পৰা নামিলোঁ। এটা দুৰ্যোগৰ ৰাতি—আমাৰ মুৰৰ ওপৰেদি মৃত্যুৰ হাত বুলনি শেষ হৈ গল। গুৰু ভাল আছিল আৰু আয়ুসত চাউল আছিল সেই কাৰণেহে চুলিত থাপ মাৰি ধৰা যমক বিমুখ কৰি ঘূৰাই পঠাব পাৰিছিলোঁ।

### তিনি কীৰ্তন

বৰপেটাত মহাপুৰুষ দুজনাৰ তিথি আৰু মথুৰা দাস বুঢ়া আতাৰ তিথিক কীৰ্তন বোলা হয়।* এই তিনিটা কীৰ্তনক আৰু দেউলক বৰপেটাৰ জাতীয় পৰ্ব বুলি কব পাৰি। মই বৰপেটাত কাম কৰিবলৈ যোৱাৰ পূৰ্বতে এই কীৰ্তনৰ মহিমা উপলব্ধি কৰিব পৰা নাছিলোঁ—নিজ চকুৰে দেখা নেপালে উপলব্ধি কৰাটোও সম্ভৱ নহয়। এইখিনিতে কৈ থোৱা ভাল যে আমি সকলেপৰা মহাপুৰুষৰ তিথি ভাব-ভক্তিৰে পালন কৰাহে দেখি আহিছোঁ, আনকি আজি কুৰি বছৰ আগতে মই যেতিয়া বৰপেটাত শিক্ষকতা কৰিছিলোঁ তেতিয়াও তাত মহাপুৰুষৰ তিথি বা কীৰ্তনৰহে মহাপৰোভৱ দেখা পাইছিলোঁ, আজিৰ দৰে জন্মোৎসৱ দেখা নাছিলোঁ। কীৰ্তন তিনিটাৰ জনদোপ হেজোলহোপত গোটেই বৰপেটা নগৰেই উছৰৰ উথলমাথলত উৰণি উঠে। নজিনীয়া কীৰ্তন মহোৎসৱেৰে

* বৰপেটাৰ কীৰ্ত্তন আৰু দেউল দ্ৰষ্টব্য।

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ, সাতদিনীয়া কীৰ্তন মহোৎসৱেৰে মহাপুৰুষ মাধৱদেৱৰ আৰু পাঁচদিনীয়া কীৰ্তন মহোৎসৱেৰে বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ মথুৰা দাস বুঢ়া আতাৰ তিৰোভাৱ তিথি উদ্‌যাপন কৰি কীৰ্তনৰ দিনা পুৱাৰপৰা ৰাতিলৈকে কীৰ্তনঘৰত ইটোৰ পিছত সিটো নাম প্ৰসঙ্গ আদিৰ কাৰ্যসূচী বিৰাম নোহোৱাকৈ চলি থাকে। বেলেগ বেলেগ কীৰ্তনত বিভিন্ন ঘোষা, যুগল আদি গোৱা হয়। গোন্ধৰ দিনা আৰু কীৰ্তনৰ দিনা ৰাতি কীৰ্তন ঘৰৰ ভিতৰৰ তিনিখন গুৰু আসনৰ কাষত থকা বৰগছ বোৰত সহস্ৰ প্ৰদীপ জলোৱা হয়। তিনিওটা কীৰ্তনতে দুপৰীয়া মহাপুৰুষ মাধৱদেৱ বিৰচিত "ভোজন বিহাৰ ঝুমুৰা" ভাওনা কৰা হয়। বৃন্দাবনহাটীৰ ভকতসকলে শ্ৰীশঙ্কৰদেৱৰ কীৰ্তনত, দক্ষিণহাটীৰ ভকতসকলে শ্ৰীমাধৱদেৱৰ কীৰ্তনত আৰু নহাটীৰ ভকতসকলে মথুৰাদাস বুঢ়া আতাৰ কীৰ্তনত বৰপেটা সত্ৰক কৰভাৰ শোধায়। হাটীৰ বাপুসকলে নামতী, গায়ন-বায়ন সমন্বিতে ভাৰ-ভেটীৰে অতি আকৰ্ষণীয়কৈ সমদল যাত্ৰা কৰি সত্ৰলৈ গৈ কৰভাৰ দিয়া দৃশ্য অতি চিত্তাকৰ্ষক। দেখিলে মন-প্ৰাণ পবিত্ৰ হয়।

কীৰ্তনৰ দিনত ধৰ্মপ্ৰাণ বৰপেটীয়া ৰাইজৰ চকুৰ তললৈ জাল নেযায়। কীৰ্তনঘৰত সেৱা জনাই আহিহে তেওঁলোকে জা-জলপান খায়। মই বৰপেটাত কীৰ্তনৰ সময়ত যাৰ ঘৰলৈকে ফুৰিবলৈ গৈছিলোঁ তাতেই জলপানৰ ভাগ পাইছিলোঁ—এই জলপান যেন বিহুৰ জলপানহে। কীৰ্তনৰ দিনত নগৰখন এনেভাৱে উছৱমুখৰ হৈ উঠে যে সেইদিনা বক্তৃতা, আলোচনা-চক্ৰ আদি পতাটো অসম্ভৱ হৈ পৰে। সেই কাৰণে কীৰ্তনৰ আগদিনাহে ধৰ্মালোচনী সভাৰ দিহা কৰা হয়। মই প্ৰথম বাৰ গৈয়েই তৰুণৰাম ফুকন হলত বহা তেনে এখন সভাত যোগ দি এটা স্বৰচিত কবিতা পঢ়িবলগীয়া হৈছিল। শুনি সমজুৱাসকলে শলাগিছিল।

তিনিওটা কীৰ্তনৰ ঘাই আকৰ্ষণ নাওখেল। কীৰ্তনঘৰৰ কাষেদি এটা সৰু জান বৈ গৈছে—নাম খটখটী। এই জানত সৰুসুৰা নাওখেল হয়। তিনিওটা কীৰ্তন বাৰিষা হয় আৰু সেই সময়ত ভাত মৰা নদীখন জীয়া নদী হৈ পৰে। সেই নদীত বৰপেটাৰ প্ৰসিদ্ধ নাওখেলৰ প্ৰতিযোগিতা মই হাইস্কুল ঘৰৰ বাৰাণ্ডাৰপৰা একাধিকাৰ উপভোগ কৰিছিলোঁ। ফুটবল 'ট্ৰফী'ৰ নিচিনা নাওখেলতো সৰ্বশ্ৰেষ্ঠ দলক 'ছিল্ড' প্ৰদান কৰা হয়। প্ৰতিযোগিতাত যোগ দিবলৈ ভালেমান খেলনাও আছে। এই নাওবোৰ প্ৰতিযোগিতাৰ বাবে বিশেষ যত্ন সহকাৰে নিৰ্মাণ কৰা হয়। কাঠৰ ময়ূৰ আদিৰে সুসজ্জিত ময়ূৰপঙ্খী নাও দেখিলে চকু জুৰায়। এই নাওখেলত পমুৱা মুছলমানবিলাকেও আগভাগ লয়। প্ৰতিযোগিতা আৰম্ভ হলে পিৰিপ পিৰিপ বঠাৰ চাব পৰে, জলতৰঙ্গৰ লগে লগে নামৰ তৰঙ্গও উঠে। নাওখেলৰ উপলক্ষে বিশেষভাৱে ৰচিত নামবোৰক নাওখেলৰ গীত বোলা হয়। বৰপেটাৰ এই নাওখেলৰ দৃশ্য দেখা পালে শৰাইঘাটৰ নৌযুদ্ধলৈ মনত পৰে। নাওখেল চাবলৈ মৰানদীৰ পাৰত লোকে লোকাৰণ্য হয়, কোনো মানুহ ঘৰত সোমাই নাথাকে, থাকিবও নোৱাৰে। নাওখেলৰ হৈ ধ্বনি আৰু নাওৰ অগ্ৰগতিৰ লগে লগে দৰ্শকৰ হাত চাপৰিবো

থলকনি উঠে। ইমান ডাঙৰ নাওখেলৰ প্ৰতিযোগিতা অসমৰ আৰু কোনোখন ঠাইত হয় নে নহয় কব নোৱাৰোঁ, নহয় বুলিয়েই মোৰ ধাৰণা।

### দেউল

দেউল বৰপেটাৰ বৰ্‌ডা উৎসৱ। এই উৎসৱতকৈ ডাঙৰ উৎসৱ বৰপেটাত নাই। এসময়ত অসমৰ সকলো ঠাইতে দেউল বা ফাকুৱাই বিশেষ প্ৰাধান্য লাভ কৰি আছিছিল যদিও ভাটীৰ পৰা দুৰ্গাপূজাই অনুপ্ৰৱেশ কৰাত আৰু বাৰটা মাহত তেৰটা চৰকাৰী বেচৰকাৰী উৎসৱে মূৰ দাঙি উঠাত এই উছৱৰ আগৰ কালিকা আৰু নাই। সেয়ে হলেও এতিয়াও বৰপেটাত দৌলোৎসৱ আগৰ দৰেই মহাসমাৰোহেৰে অনুষ্ঠিত হৈ আছিছে। বৰপেটা স্কুলত কাম কৰাৰ বাবেই এই দেউল উছৱ সপৰিয়ালে পাৰ্থ দৰ্শন কৰিবলৈ মোৰ কেইবাবাৰো সৌভাগ্য হৈছিল। বৰপেটাত দেউল বুলিলে বুলিবৰ নাই। বৰপেটীয়া ৰাইজ দেউলৰ নামত উলাহৰ মাদলী। বৰপেটাৰ বাহিৰৰ দূৰ-দূৰণিৰ অনেক তীৰ্থযাত্ৰী বৰপেটাৰ দেউল চাবলৈ যায়। এই সকলক সত্ৰৰ আলহী হিচাপে গণ্য কৰা হয়, সত্ৰৰ আলহী মানেই বৰপেটাৰ ৰাইজৰ আলহী। যাত্ৰী সকলৰ থকা-মেলা, যান-বাহন আদিৰ বিশেষ ব্যৱস্থা কৰা হয়।

প্ৰথমবাৰ মেৰদাহৰ দিনা আবেলি আমি কীৰ্ত্তনঘৰলৈ যাওঁতে বাটত শুনিছিলোঁ মানুহ এঘৰত হুৰাওৰাও কান্দোন। ভাবিছিলোঁ কোনোবা মানুহ মৰিল হব পায়— নহলে সেইদৰে ৰাউচি জুৰি কান্দিব কিয়? কোন মৰিল বুলি খবৰ কৰিবৰ মন গৈছিল। একে বাটে খোজ লোৱা বাটকৰা মানুহক সুধি জানিব পাৰিছিলোঁ, দৰাচলতে সেইদিনা সেইঘৰৰ কোনো মানুহ মৰা নাছিল। বহুদিন আগতে মৰা আত্মীয়ৰ শোকতহে তেনেভাৱে কান্দিছে। দেউল অহা দেখি মানুহ ঘৰৰ বুকত পুৰণি শোকে উজাৰ খাই খুন্দা মাৰি ধৰিছে। দেউলৰ সময়ত বহু ঘৰতে হেনো তেনেদৰে কন্দাকটা কৰা হয়। সেই কথা শুনি বুজিব পাৰিছিলোঁ বৰপেটাৰ মানুহে দেউলক কিমান আন্তৰিকতাৰে গ্ৰহণ কৰে।

প্ৰথম দিনা গোসাঁই দৌলত উঠাৰ আগতে হোৱা মেৰদাহ চাবলৈ বৰপেটাৰ সকলো মানুহে কীৰ্ত্তন ঘৰলৈ ঢাপলি মেলে। কীৰ্ত্তন ঘৰৰ চোতালতো অকণমান ঠায়ো খালি হৈ নেথাকে। লৰা-বুঢ়া, মুনিহ-তিৰোতা—মানুহ, কেৱল মানুহ, মানুহৰ সাগৰ এখন বুলিলেও হয়—ইয়াকেই বোলে জনসমুদ্ৰ। সঁচাকৈয়ে অপূৰ্ব দৃশ্য। দ্বিতীয় দিনা ভৰ দেউল বা আচল দেউল। সেইদিনা গোসাঁই পাটত উঠে। গোসাঁইৰ গাত ফাকুগুৰি দিয়া হয়। শেষৰ-দিনা গোসাঁইক গণকচুছিত থকা ঘুমচাবাৰীলৈ সমদলে নিয়া হয়।

সমদল এক বিৰাট সমদল—হোলীৰ সমদল। হোলীখেলত জনতা উন্মত্ত হৈ পৰে। সেইদিনা কীৰ্ত্তনঘৰত গোসাঁই নেথাকে—মানুহৰ গাতো গোসাঁই নেথাকে।

## বৰপেটা হাইস্কুলত

১৮৮৫ চনত এখন বেচৰকাৰী মধ্য ইংৰাজী স্কুল হিচাপে বৰপেটা হাইস্কুলে জন্ম লৈছিল। সেই সময়ত আমাৰ মানুহে পূৰ্ব ৰাজনৈতিক দুৰ্যোগবলৰা ভালদৰে গা টঙাই লব পৰা নাছিল আৰু পাশ্চাত্য শিক্ষাৰ বৰ বেছি আগুভাও পোৱা নাছিল এই

স্কুলখনে প্ৰথম ছোৱাও ছাত্ৰাভাব আৰু অৰ্থাভাবত বাৰুকৈয়ে ভুগিবলগীয়া হৈছিল। ১৮৭১ চন এই শিক্ষা প্ৰতিষ্ঠানখনি মাইনৰ স্কুল হাইস্কুললৈ উন্নীত হৈছিল যদিও ই ৰজা আৰু ৰাইজৰ আওকনীয়া মনোভাবৰ বাবে ই চাবালক হব পৰা নাছিল। যদিও হাইস্কুল প্ৰতিষ্ঠাত তেতিয়াৰ মহকুমাধিপতি শৰৎচন্দ্ৰ বেনাৰ্জী আৰু তেওঁৰ পেচকাৰ কালীচৰণ মুখাৰ্জীৰ প্ৰচেষ্টা আছিল বিশেষভাৱে প্ৰশংসনীয়। স্কুলখনৰ যেতিয়া পানীত হাহ নচৰা দিলৈ সেই কালছোৱাত বিনা বেতনে কাম কৰি এই সম্ভৱনা পূৰ্ণ শিক্ষানুষ্ঠানখনিক আহাৰ-পানী যোগাইছিল। সেইসকলৰ জনচেৰেক আছিল বিলাস মজুমদাৰ, গজেন্দ্ৰনাথ দাস (গজিন বাবু), নবীনচন্দ্ৰ দাস (মাষ্টাৰ বাবু), হৰেন শৰ্মা, ধনীৰাম তালুকদাৰ, যাদৱচন্দ্ৰ দাস উকীল, দেবেন্দ্ৰনাথ উজীৰ প্ৰভৃতি। আগছোৱাৰ জনচেৰেক প্ৰধান শিক্ষক আছিল: যোগেন সান্যাল, ৰামচৰণ সিংহ, গোপাল গোবিন্দ কৰ, অন্নেশ ঘটক, কমলাকান্ত দাস, মহেশচন্দ্ৰ পাটোৱাৰী প্ৰভৃতি। ১৯০৩ চনৰপৰা ১৯২৬ চনলৈ সুদীৰ্ঘ ২৪ বছৰ কাল হেড মাষ্টৰৰ পদত থাকি স্কুলখনৰ এক গৌৰবোজ্জ্বল যুগৰ সৃষ্টি কৰিছিল বাবু কালীমোহন সেনগুপ্তই। নিজকে এজন দুষ্ট লৰা বুলি চিনাকি দি কবি প্ৰসন্নলাল চৌধুৰীয়ে এইজন হেডমাষ্টৰৰ বিষয়ে লিখিছে—তেওঁলোকে হেনো কালীচৰণ হেডমাষ্টাৰৰ কালকেতু আখ্যা দিছিল। পিছে সেই কালকেতুৱেই এদিন চৌধুৰীৰ দুষ্টামিত ভাল বুজনিৰ পানী ঢালি তেওঁৰ শিক্ষা-জীবনৰ মোৰ সলাই দিছিল। তাৰ ফলতেই এজন দুষ্ট লৰাও ভাল ল'ৰা আৰু ভাল শিক্ষক হব পাৰিছিল।

এতিয়া আন কথা বাদ দি মোৰ কৰ্মক্ষেত্ৰ বৰপেটা হাইস্কুলৰ ভিতৰত সোমাওঁ। এই স্কুলত মোক পৰম আন্তৰিকভাৱে গ্ৰহণ কৰি স্বাগত সম্ভাষণ জনাইছিল হেডমাষ্টৰ গিৰিশচন্দ্ৰ ৰায়চৌধুৰী ডাঙৰীয়াই। জয়জয়তে তেওঁৰ বিষয়েই দুআষাৰমান লিখিব খুজিছোঁ। গিৰীশচন্দ্ৰ ৰায়চৌধুৰী জাতীয়তাবাদী সাহিত্যিক, দেশনেতা অম্বিকাগিৰি ৰায়চৌধুৰীৰ ককায়েক। চৰকাৰী চাকৰি কৰিছিল যদিও গিৰিশচন্দ্ৰ আছিল সম্পূৰ্ণ গান্ধীবাদী। নামেৰে নহলেও কামেৰে তেওঁ মহাত্মা গান্ধীৰ জীৱনাদৰ্শ অনুসৰণ কৰি চলিছিল। তেওঁৰ সদায় খদ্দৰৰ সাজপাৰ আৰু ভৰিত কাপোৰৰ জোতা দেখা পাইছিলোঁ। বেছিভাগ সময় জোতা নিপিন্ধিছিলেই। একেবাৰে ভেম-অহঙ্কাৰ, আভিজাত্য নথকা মানুহ। চৰকাৰী কোট-পেন্টলুনৰ যুগত এনে এজন অনাসক্ত চাকৰিয়াল থাকিব পৰাটো সেই দিনত ভাবিবলৈকে টান আছিল। ভায়েক অম্বিকাগিৰিয়ে ৰাজনৈতিক আন্দোলনত জঁপিয়াই পৰি দুঃখ-দাৰিদ্ৰ্য স্বেচ্ছাৰে বৰণ কৰি লৈছিল। আৰ্থিক সঙ্কটৰ সময়ত ককায়েক গিৰিশচন্দ্ৰই তেওঁক নিয়মিতভাৱে সহায় কৰি থকাৰ কথা শুনিছিলোঁ। অম্বিকা ৰবা আৰু জ্ঞান ৰবাৰ দৰে গিৰিশচন্দ্ৰ আৰু অম্বিকাগিৰিও আছিল আদৰ্শ ককাই ভাই। গিৰিশচন্দ্ৰই গতানুগতিকভাৱে কেৱল শিক্ষকতা নকৰি বৰপেটীয়া ৰাইজৰ, বিশেষকৈ বৰপেটা হাইস্কুলৰ শিক্ষক-ছাত্ৰৰ নৈতিক জীৱন উন্নত কৰিবলৈ বিশেষভাৱে যত্ন কৰিছিল। "মাদকতা নিবাৰণ" আৰু "অশ্লীলতা নিবাৰণ"ত তেওঁ বিশেষ গুৰুত্ব-আৰোপ কৰিছিল। মাদৰ বিহুৰ মেজিত জাপি দিবলৈ উককাৰ দিনা আৰু তাৰ দুই এৰাতি আগৰেপৰা মেজ-মাচিৰা, ৰজং,

নাওৰ কাঠ আদি চুৰকৰা যি কুনিয়ম আছিল তাক নির্মূল কৰিবলৈ তেও জোৰেৰে প্ৰচাৰ কাৰ্য চলাইছিল আৰু ৰাইজক বুজাই বৰাই এনেবোৰ সমাজবিৰোধী কামৰ পৰা বিৰত কৰিবলৈ যত্ন কৰিছিল আৰু কিছু পৰিমাণে কৃতকাৰ্যও হৈছিল, অশ্লীল ভাষাৰ অবাধ প্ৰশংসা শুনাবলৈকো তেওঁ যত্নকৰ হৈছিল। আৰু সেই অভ্যাস নিৰ্মূল কৰিবলৈ "অশ্লীলতা নিবাৰণী সমিতি" নামেৰে এখন সমিতি গঠন কৰিছিল। বহুতে সমিতিখনৰ নামত অশ্লীলতা শব্দ থকাটো ভালপোৱা নাছিল যদিও ৰায়চৌধুৰীৰ আগত মুখ ফুটাই কবলৈ টান পাইছিল। কিছুদিন চলি সমিতিখন নাইকিয়া হ'ল। তেওঁৰ প্ৰচেষ্টাতে বৰপেটা নগৰত মাদকতা দ্ৰব্য বৰ্জনৰ সুফল ফলিছিল, বিশেষকৈ বৰপেটা স্কুলৰ ছাত্ৰবিলাকে বিড়ি-চেলেউ মুখত নিদিছিল। তেওঁ বৰপেটা হাইস্কুলৰ শিক্ষক-ছাত্ৰৰ মাজত "য়ুনিফৰ্ম" প্ৰবৰ্তন কৰিবলৈ চেষ্টা কৰিছিল। তাৰ ফলস্বৰূপে সেই স্কুলত অনেক ছাত্ৰ গেৰুৱা ৰঙৰ গান্ধীটুপী কেইবছৰ মানলৈ প্ৰবৰ্তন হৈছিল। সেই গেৰুৱা টুপী পিন্ধা শিক্ষক বা ছাত্ৰক সহজতে বৰপেটা হাইস্কুলৰ বুলি চিনি পাবলৈ সহজ হৈছিল।

ৰায়চৌধুৰী ডাঙৰীয়াই মই কামত হাজিৰ হোৱাৰ পিছতে দশমমান শ্ৰেণীতে অসমীয়া সাহিত্য পঢ়াবলৈ ভাৰ দিলে আৰু স্কুলৰ ছাত্ৰ সভাখনত গুৰি ধৰিবলৈকো পৰামৰ্শ দিছিল। মই সেই পৰামৰ্শ ৰংমনেৰে পালন কৰিছিলোঁ। ভাল লাগিছিল এইবাবে যে সেই স্কুলৰ তলৰ পৰা ওপৰলৈ সকলো ছাত্ৰ সাহিত্যানুৰাগী। মোৰ ওপৰত তেওঁলোকৰ বিশেষ আস্থা থকা গম পাইছিলোঁ। মই যি শ্ৰেণীত যি বিষয়কে পঢ়াইছিলোঁ তাতে ছাত্ৰবিলাকৰ সম্পূৰ্ণ সহযোগ পোৱাৰ বাবে আন্তৰিকতাৰে কাম কৰিবলৈ মন গৈছিল। শিক্ষক-ছাত্ৰ সকলোবিলাকেই সৰল সহজ, অনাড়ম্বৰ; কাৰো গাত ধুনপেচ দেখা নাছিলোঁ, সকলোৰে গাত হেডমাষ্টৰ ৰায়চৌধুৰীৰ প্ৰভাৱ পৰিলক্ষিত হৈছিল। ৰায়চৌধুৰীৰ হাতো চমুকৈ "ৰায়" বোলা হয়। গিৰিশ ৰায়চৌধুৰীও গিৰিশ ৰায়হে আছিল।

হেডমাষ্টৰ গিৰীশ ৰায়ে শিক্ষকৰ সন্মানৰ প্ৰতি বিশেষ চকু ৰাখিছিল আৰু সমাজত যাতে শিক্ষকৰ মৰ্যাদা সুপ্ৰতিষ্ঠিত হয় সেই উদ্দেশ্যে যত্ন কৰিছিল। তেতিয়া অৱশ্যে আজিকালি "শিক্ষক দিৱস" পালন কৰা হোৱা নাছিল আৰু তেতিয়াৰ মানুহে কথাতকৈ কামত বেছি গুৰুত্ব আৰোপ কৰিছিল। সেই সময়তে ৺দেবেন মিশ্ৰ (দেৱী বাবু) নামে শিক্ষক এজনৰ অৱসৰ লবৰ সময় হৈছিল। ৰায়চৌধুৰীয়ে নিজে লাগিভাগি বিভিন্ন কাৰ্যসূচীৰে মিশ্ৰদেৱৰ বিদায় সম্বৰ্দ্ধনা উৎসৱৰ আয়োজন কৰিছিল। মুকলি সভালৈ চহৰৰ গণ্যমান্য লোকসকলক নিমন্ত্ৰণ দিয়া হৈছিল। উৎসৱৰ অন্তত ফুলৰ মালা আদি পিন্ধাই নগৰৰ আলিৰে মিশ্ৰদেৱক শিক্ষক আৰু ছাত্ৰৰ সমদল এটাই তেওঁৰ ঘৰত থৈ আহিছিলগৈ। প্ৰতিজন শিক্ষক আৰু ছাত্ৰৰ মূৰত আছিল গেৰুৱা টুপী। দৃশ্যত বেশ্লাভনীয় হৈছিল। গিৰিশ ৰায়ৰ উদ্দেশ্য আছিল, শিক্ষকো যে সমাজৰ এজন সন্মানিত ব্যক্তি সেই কথা নগৰবাসীৰ মাজত প্ৰচাৰ কৰাটো।

সেই দিনৰ বৰপেটা

বৰপেটা নগৰই এসময়ত সাংস্কৃতিক ৰাজ্য আছিল বুলি কব পাৰি। মই যে অসমিয়েৰ

ধনী মানুহৰ ঘৰত আধামোন বা ততোধিক ওজনৰ আন থকা বুলি শুনিছিলোঁ। সোণৰ মূল্য আছিল সেইসময়ত তোলাত কুৰি টকা বা তাতকৈও কম। বৰপেটালৈ গৈ মই সেই সময়ত এখন উভৈনদীৰ ৰাজ্য দেখা পাইছিলোঁ। অপৰ্যাপ্ত খোৱা বস্তু। এৰা গাখীৰ টকাত ৩২ সেৰ, খমা দৈ কলপাতৰ টোপোলাত বান্ধি আনিব পৰা চানাৰ নিচিনা; হাঁহকণী দুপইচাত তিনিটা, তেলাল কাৰৈ মাছ একোজনী হাতৰ তলুৱাতকৈও ডাঙৰ, দাম এপইচা নে দুপইচা কিবা এটা আছিল। বজাৰত ডাঙৰ মাছৰ ভিতৰত বৰালি মাছেই বেছি, ৰৌ-চিতল কেতিয়াবা দেখিছিলোঁ যদি পাহৰিছোঁ। সক মাছক 'জাউৰা মাছ' বোলা হয়, এই জাউৰা মাছ অপৰ্যাপ্ত। তদুপৰি বৰপেটীয়া মানুহৰ প্ৰিয় খাদ্য কাছ, ডাঙৰ সৰু সকলো বিধেই পোৱা যায়। জহকালি নৈত মেণ্টোল লাইট জ্বলাই থাপৰেৰে খুচি মাছ মৰাক "বস্তি পোৱা" বোলা হয়। বস্তি পুৰি মাচ-কাছ ধৰাটো এটা সাধাৰণ কথা। শুনিছিলো হেনো বাৰিষা পাৰেমানে কাছ ধৰি আনি বাৰীৰ পাচফালে থকা খালত দৰৱ লগাই থোৱা হয় যাতে লাগ বুলিলেই ধৰি আনিব পাৰি। পাচলিৰ ভিতৰত বৰ বৰ জাতিলাও বা পানীলাওৰে বজাৰ থাহ পাই থাকে। আন শাক-পাচলিও ওলায় কিন্তু কম। বিয়া এখন কিমান ডাঙৰ, দৈৰ উৎকৃষ্টতাৰে তাক স্থিৰ কৰিব পাৰি। যিমানে ডাঙৰ বিয়া, সিমানে ভাল দৈ। দৈৰ কটাবোৰক 'ঘাই' বোলা হয়। নিমন্ত্ৰিত একোজনে ভীমকলৰ একোটা দোনাত চিৰা আৰু একো ঘাই দৈ টিলিকতে উৰাই দিয়ে। দৈ-চিৰাৰ লগত মিঠাই প্ৰায়েই দেখা পোৱা নাছিলোঁ। আজিকালি অৱশ্যে আন ঠাইৰ দৰে বৰপেটীয়া জলপানবো গঢ় লৰিছে। বৰপেটাত মই বহু বিয়া খাইছিলোঁ। বিয়াৰ বতৰত শ্ৰেণীৰ মেজখন নিমন্ত্ৰণী চিঠিৰে বঙা হৈ যায়। ছাত্ৰবিলাকে আন্তৰিকভাবে মাতে। দুই এক শিক্ষকৰ লগত যাওঁ। সমাজৰ নানা শ্ৰেণীৰ মানুহ আৰু অলপ বেলেগ লোকাচাৰবোৰ দেখি ন কথা জানিবলৈ সুবিধা পাওঁ। বিয়াৰ তাৰিখত ধলপুৱাৰ লগে লগে কাণৰ কাষত ঘেট্‌লেং ঘেট্‌লেং বেসুৰীৰ বেণ্ডপাৰ্টি বাজিবলৈ ধৰে। টোপনিৰ চিকোণ পুৰা উপভোগ কৰিব নোৱাৰোঁ। সেয়া বিয়াৰ বেণ্ডপাৰ্টি, সুৰাগ জাৰি পানী তুলিবলৈ যোৱা আয়তী সকলৰ নাম আৰু বেণ্ড বাজনা। এই ফালৰ বিয়াৰ দৰে তাত শ্ৰাদ্ধলৈকো তামোল-পাণেৰে মতা নিয়ম দেখা পাইছিলোঁ। এখন ডাঙৰ বিয়াত তেলৰ ভাৰত পৈ গাঁথিৰ ওৱা খাই আহিব লগীয়া হৈছিল, চাহপানী বা আন কোনো জলপানৰ দিহা নাছিল। এইটোৱেই বোলে তাৰ নিয়ম। দূৰণিবটীয়া নহলে একে ঠাইতে বিয়া হলে দৰাঘৰীয়া মানুহকো দকছি খুউৱাৰ নিয়ম দেখা পোৱা নাছিলোঁ। এনেবোৰ নিয়ম মই সমাজৰ বাবে হিতকৰ বুলিহে ভাবোঁ। দৰিদ্ৰৰহে ভৰিব জলুৱালৈকে পেট। হোৱাই নোহোৱাই আধানাৰ্জি আৰু বস্তুৰ অপচয় কৰাটো অযুগুত।

ভোগালী বৰপেটাৰ মাজত শিক্ষক-ছাত্ৰ সকলোৰে পৰা পোৱা মৰম চেনেহৰ পৰিবেশৰ মাজত কাম কৰি ভালেই পাইছিলোঁ। একেলগে দুই চাৰিদিন বন্ধ পালেই গুৱাহাটীৰ ঘৰলৈ আহি দেউতাইতকো চাই যাব পাৰিছিলোঁ, চিঙত ভৰাই কাৰৈমাছ আনি লগেভাগে খাইছিলোঁ, গুৱাহাটীত এনে মাছ সততকাই পোৱা নেযায়। পিছে আচৰিতে

এদিন মোৰ সান্দহ খোৱা বালি ভল গ'ল—তেল থকা সত্বেও বন্তি জুমুৰাব দৰে। কথাটো খুলি লিখিছোঁ। অস্থায়ী কাম হলেও সেইবাৰ অলপ দীঘলীয়াকৈ দহমাহমানৰ বাবে এজন শিক্ষকে বি-টি পঢ়িবলৈ যোৱাত তেওঁৰ ঠাইত নিযুক্তি পাই গৈছিলোঁ অৱশ্যে নিয়োজিত হৈছিলোঁ শিক্ষা-ডিৰেক্তৰৰ দ্বাৰা। কিন্তু হলে কি হব? আইৰ ঘৰলৈ যাম, দুই হাতে খাম, বিধতাই বোলে মযো পাছে পাছে যাম। ১৮-৮-৩৭ৰ পৰা নিৰাপদে কাম কৰি আছিলোঁ; কিন্তু আচম্বিতে খবৰ পালোঁ যে নিৰ্দিষ্ট কাল দহমাহৰ আগতে মোৰ কামৰ চিলিম ছিগিল। লোকসেৱা আয়োগে ডিৰেক্তৰৰ নিযুক্তিৰ তালিকা নাকচ কৰি আন এখন নতুন তালিকা যুগুত কৰিছে আৰু সেই তালিকাত মোৰ ঠাইত এজন শিক্ষক মঞ্জুৰ কৰা হৈছে। নতুন গ্ৰেজুৱেট হলেও তেওঁ অনুসূচীত সম্প্ৰদায়ৰ লোক। সেইকাৰণে চাকৰি-বাকৰিত সকলোতে অগ্ৰাধিকাৰ—তেতিয়াও, এতিয়াও। এইদৰে শিক্ষাৰ ক্ষেত্ৰতো হেতাওপৰা লগাই মোক ন্যায্য প্ৰাপ্যৰপৰা বঞ্চিত কৰাৰ বাবে মোতকৈ বেছি দুখ পাইছিল হেডমাষ্টৰ ৰায়চৌধুৰী ডাঙৰীয়াই। মোক বিদায় লোৱাৰ আগতে এখন স্মাৰক পত্ৰ তেওঁৰ যোগেদি ডিৰেক্তৰক দিবলৈ তেওঁ উপদেশ দিলে। সেইমতে এখন স্মাৰক-পত্ৰ লিখি মই তেওঁক দেখুৱালোঁ। ডেকাতেজৰ পিৰ্‌পিৰণিত লিখা সেই স্মাৰক-পত্ৰৰ গৰম ভাষা ৰায়চৌধুৰীয়ে হাত ফুৰাই অলপ নৰম কৰি দিলে। এই স্মাৰক-পত্ৰৰ সুফল ধৰ্মপেই হওক বা আন কাৰণত হওক ইয়াৰ পিছত মই বেছিদিন খৰলি খাই বহি থাকিবলগীয়া নহৈছিল। মোক বিদায় দিবলৈ যিখন সভা অনুষ্ঠিত হৈছিল তাত সকলো শিক্ষক আৰু ছাত্ৰই যোগ দছিল। তেওঁলোকৰ ব্যথিত অন্তৰৰ চলচলীয়া চকুবোৰলৈ আজিও মনত পৰে।

## ডিব্ৰুগড়ত

বৰপেটাৰ পৰা আহি বেছিদিন ঘৰত বহি খৰলি খাই থাকিবলগীয়া হোৱা নাছিল। তাৰপৰা আহিয়েই প্ৰায় এমাহ গুৱাহাটী কলেজিয়েট স্কুলত কাম কৰিলোঁ আৰু তাৰ কেইদিনমান পিছতে ডিবুৰুলৈ যাবলগীয়া হৈছিল। ১৯৩৮ চনৰ পূজাৰ বন্ধৰ পিছতেই ডিব্ৰুগড় চৰকাৰী হাইস্কুললৈ শিক্ষক হৈ গৈছিলোঁ। ডিবুৰুৰ বাহিৰে উজনি অসমৰ আন ঠাইত কাম কৰিবলৈ মই সুবিধা পোৱা নাছিলোঁ। ইয়াৰ ভিতৰতে ভালোখিনি ৰাজনৈতিক পৰিৱৰ্তন ঘটিছিল আৰু লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে কংগ্ৰেছী মন্ত্ৰীসভা গঠন কৰি হাতত শাসনৰ বাঘজৰী তুলি লৈছিল। তেওঁৰ হাতত শিক্ষা দপ্তৰটোও আছিল। বৰদলৈ ডাঙৰীয়াই সৰুৰেপৰা মোক ব্যক্তিগতভাৱে ভালদৰে জানিছিল আৰু মৰমো কৰিছিল। বিশেষ সূত্ৰৰপৰা মই প্ৰায় দহবছৰ কাল শিক্ষা বিভাগত ওলোমা-বাদুলী হৈ থাকিবলগীয়া কথা জানিব পাৰি তেওঁ আচৰিত হৈছিল আৰু অচিৰতে মোক নিগাজী কাম এটা দিম বুলি কৈছিল। তাৰ সুফল ধৰ্মপেই মই পোনতে ডিবুৰুলৈ যাবলগীয়া হৈছিল।

ডিব্ৰুগড়ৰ উৎপত্তি সম্পৰ্কে 'আনন্দ্মৰী'ৰ কবি মহিবুদ্দিন আহমদ হাজৰিকাই ১৮৬০ শকৰ বঙালী বিজ-সংখ্যা 'পূৰবলত লেখি গৈছে এইদৰে: "এই ডিব্ৰুগড় নগৰ আদিতে ইংৰাজ বাহাদুৰ অসমলৈ অহাৰ আগেয়ে কোনো জনাজাত ঠাই নাছিল। এই নগৰৰ উত্তৰকালে পূবা-পশ্চিমাকৈ যি নৈ বৈ গৈছে তাৰ নাম হৈছে ডিবুৰু বা ডিব্ৰু। ই ব্ৰহ্মপুত্ৰৰপৰা কাটি আহি আকৌ ব্ৰহ্মপুত্ৰতে পৰিছে। ডিব্ৰুমুখত দুজোখন নৈ একেলগে মিল

হৈছেহি যে একোপন নৈ বুলিহে জানি। এই নৈৰ পাৰতে এটি কিল্লা বা গড় বা কোঠ আছিল। এই গড় বুটিছ আৰু মোৱামৰীয়াবিলাকেৰে সৈতে যুঁজ লাগিবৰ সময়ত সজা হৈছিল বুলি প্ৰবাদ আছে। কিন্তু দুখৰ বিষয় সেই গড়ৰ অস্তিত্ব এতিয়া নাইকিয়া হ'ল, তাৰ চিনচাবহে অলপ আছে। পৃথিবীজোৱা মহামাৰী ৰণৰ পিছত ১৯২৪ চনত সেই গড় ডিব্ৰুগড়ৰ কোনো এজন মাৰোৱাৰী মহাজনে তাক চৰকাৰৰপৰা প্ৰকাশ্য নীলামত কিনি লৈ তাৰ মাল মছলাৰে নিজ গোলাঘৰ আদি তৈয়াৰ কৰি ললেগৈ। গড়টিৰ চিন নৈৰ দক্ষিণ পাৰত চিভিল ছাৰ্জন চাহাবৰ বঙলাৰ সমুখতে টিংটিঙালিকৈ এতিয়াও জিলিকি আছে। ডিবুৰু নৈ আৰু এই গড়—এই দুই নামকে মিলাই ডিব্ৰুগড় চহৰৰ নামকৰণ কৰা হৈছে বুলি বুঢ়াসকলে কয়। শিৱসাগৰ, যোৰহাট আদি ঠাইৰ পৰা ইয়াত বেহা-বণিজ কৰিবলৈ অহা মানুহবিলাকে এই ঠাইডোখৰক বুজাবৰ নিমিত্তে ডিবুৰু আৰু গড় এই দুই শব্দকে লগলগাই ডিব্ৰুগড় কৰিলে।"

ডিব্ৰুগড়ৰ শ্ৰীজগৎচন্দ্ৰ নেওগৰ মতে ৰবৰজা ফুলেশ্বৰীকুঁৱৰীয়ে বৈষ্ণৱ ধৰ্মৰ শিষ্য মৰাণসকলৰ প্ৰতি ধৰ্মৰ ওপ-চাপৰ বিচাৰ কৰাত তেওঁলোকে ৰাজশক্তিৰ বিপক্ষে বিদ্ৰোহ কৰিবলৈ ধৰে। তেতিয়াৰ সেনাপতি নেওগ ফুকনে ১৭৬৯ খৃষ্টাব্দত ডিবুৰু নৈৰ পাৰত গড় (কোঠ) মৰাইছিল। ১৭৭০ খৃষ্টাব্দত ডিবুৰুৰ উত্তৰ পাৰে দুৰৱা খেলৰ ভাটীয়ালীয়া ফুকনেও এই গড় (কোঠ) মৰাইছিল। ইয়াৰ পিছত ১৭৮৬ খৃষ্টাব্দত কেন্দুগুৰীয়া পোৱালি বৰপাত্ৰ গোহাঁয়ে ডিবুৰু নৈৰ পাৰৰ অমৰাতলীত গড় (কোঠ) মৰাইছিল। অমৰাতলী ব্ৰহ্মপুত্ৰ নৈৰ গৰ্ভত জাহ গল। কিন্তু নামনিত জৰ্জ স্কুলৰ কাষত অমৰাগুৰি নামৰ গাঁও এখন এতিয়াও আছে। এতেকে মৰাণৰ ৰণত ডিব্ৰু নৈৰ পাৰত আহোম ৰাজত্বই এই গড় (কোঠ) বোৰ মৰাৰ কাৰণেই এই ঠাইৰ নাম ডিব্ৰুগড় হল।"*

ডিব্ৰুগড়ত মই ডাক্তৰ দাদাৰ (ডাঃ পুষ্পদত্ত হাজৰিকা) ঘৰত আছিলোঁ। মোহনাবাৰী হাসপতালৰ লগতে ডাক্তৰৰ সৰু বঙলাটো। বঙলাৰপৰা লুইত নিচেই কাষতে ডাক্তৰ দাদা য'তে থাকে, তাতে এখন ধুনীয়া ফুলবাৰী পাতি লয়। মোহনাঘাটৰ ডাক্তৰৰ সৰু বঙলাটোৰ আগচোতালত তেওঁ এখন গোলাপ বাগান পাতিছিল। আগেয়ে এঠাইত ডাক্তৰ দাদা অসমপ্ৰেমী বুলি কৈ আহিছোঁ। তেওঁৰ ঘৰত সততে অসমীয়া মানুহৰ চাকৰি-বাকৰিৰ বিষয়ে আলোচনা হৈছিল। তেওঁৰ ঘৰত মই সততে যতীন্দ্ৰমোহন চৌধুৰী (যানবাহন পৰিদৰ্শক), শ্ৰীগিৰিধৰ ডেকা আৰু শ্ৰীদয়ানন্দ বৰুৱাক লগ পাইছিলোঁ। মই থাকোঁতে শৰৎচন্দ্ৰ বৰুৱাও ("চিন্তানল"ৰ কবিৰ জোঁৱায়েক) মাজে মাজে দুই এৰাতি ডাক্তৰ দাদাৰ আলহী হৈ আহিছিলগৈ। দুয়ো নৱেগলে লগা বন্ধু, চিন্তাধাৰা একে। মই তেওঁলোকৰ আলাপ আলোচনা শুনি এনে ভাব হৈছিল যে দুখুনী অসম আইৰ নীৰৱ সেৱক অনেক আছে, যাৰ নাম নাই আৰু কামবো ক'তো উল্লেখ কৰিবৰ ঠাই নাই। শ্ৰীদয়ানন্দ বৰুৱা বয়সত সৰু হলেও তেওঁ এনেবোৰ কথাত সক্ৰিয় ভাগ লৈছিল। বৰুৱা তেতিয়াৰপৰা মোৰ এজন মনত থকা বন্ধু। তেওঁৰ সাহিত্যতো হাত আছিল আৰু তেতিয়াই মেক্সিম গৰ্কীৰ "মাদাৰ" উপন্যাসৰ ভাঙনি ছোৱা ছোৱাকৈ "জয়ন্তী"ত উলিয়াইছিল। তেওঁ ডিব্ৰুগড়ৰ এজন বৰ উৎসাহী স্বাধীনচিন্তীয়া ডেকা আছিল। বজাৰত এটা কোঠা, কেৰেয়া

* দৈনিক অসম—৮।১০।৭০

লৈ ধাতুৰ বহুত সোণালী আৰু ৰূপালী লেও দিয়া ব্যৱসায় কৰিছিল। আজিকালি গুৱাহাটীৰ চাইকেল কোম্পানীত চাকৰি এটা লৈ কালাপাহাৰৰ ফালে আছে।

ডিব্ৰুগড়ৰ শিক্ষকসকল আৰু দুই একৰ বাহিৰে বৰ বেছি মানুহৰ লগত মোৰ আহ্যাহ নাছিল। ডাক্তৰ দাদাৰ লগত ৰায়বাহাদুৰ নীলাম্বৰ দত্ত আৰু ৰায়বাহাদুৰ সদানন্দ দুৱৰাৰ ঘৰলৈ গৈছিলোঁ। দুইজন ৰায়বাহাদুৰ ব্যক্তিত্বসম্পন্ন পুৰণিকলীয়া আভিজাত্য থকা ডিব্ৰুগড়ৰ শ্ৰদ্ধাভাজন নাগৰিক আছিল। ৰজাঘৰতো নাম, প্ৰজাঘৰতো নাম।

বাগীবৰৰ ককায়েক গণেশৰাম ফুকন আৰু জৰ্জ স্কুলৰ শিক্ষক মোৰ বন্ধু শ্ৰীনাৰায়ণচন্দ্ৰ বৰুৱাৰ ককায়েক ৺ত্ৰৈলোক্যনাথ বৰুৱাৰ ঘৰলৈ গৈ প্ৰায়েই নানা আলাপ আলোচনাৰে আবেলিৰ সময় কটাইছিলোঁ। দুয়োজন মোৰ ঘৈণীৰ ফালৰ কুটুম। ফুকন ডাঙৰীয়া কথাচহকী ভলভলীয়া। বৰুৱাদেৱ জুখিমাখি গাজত লগাকৈ কথা কোৱা মানুহ। দুইজনকে ভাল লাগিছিল। ফুকনৰ পদূলিৰ বকুল গছজোপালৈ আজিও মোৰ মনত পৰে। বিৰাট ফুকন হাউলি এফালৰপৰা লুইতে গিলি আহিছিল। তেতিয়া বাৰীখনৰ আধাআধিলুইতৰ পেটত। আগফালৰ বহল চোতালখনহে বাকী আছিল। তাতে আলিৰ কাষত এটা সৰু বঙলাঘৰ আছিল। সেই বঙলাতে হেনো ডিব্ৰুলৈ গলে বাগীবৰ ফুকন ডাঙৰীয়া আছিল। বৌয়েকে ৰান্ধি দিয়া মণ্ডমাহৰ আঞ্জা আৰু আলুগুটিৰ পিটিকাৰে 'খানা' খাইছিল "আনন্দৰাম হাজৰিকা আৰু" লিফুকিয়ৰ কলিতাৰ বাহিৰে ডিব্ৰুগড়ৰ সাহিত্যিক সমাজ আৰু আমোলাপটী নাট্য সমিতিৰ কোনো শিল্পীয়ে মোক বিচৰা নাছিল আৰুময়ো কাকো বিচৰা নাছিলোঁ। পৰাপক্ষত মই লোকচক্ষুৰ অন্তৰালত থাকিবলৈ ভাল পাওঁ। এতিয়া অৱশ্যে অৱস্থাৰ পাকচক্ৰত পৰি বাহিৰ ওলাবলৈ বাধ্য হৈছোঁ। তেতিয়া ডিব্ৰুৰ কোনেও ভবা নাছিল যে ময়েই এদিন "মঞ্চলেখা'ৰ পাতত তেওঁলোকৰ বহুতকে উপস্থাপন কৰিব লাগিব আৰু মোৰ মনতো মঞ্চলেখাই তেতিয়া ভুমুকি মৰা নাছিল। সেয়ে নহোৱা হলে বহুতক লগ ধৰি বহুত হেৰোৱা সমল গোটাব পাৰিলোহেঁতেন।

হাইস্কুলৰ তেতিয়া কোনোবা এজন ছিলেটীয়া হেডমাষ্টৰ নামত আছিল যদিও বাহিৰে-ভিতৰে প্ৰকৃত হেডমাষ্টৰৰ কাম কৰিছিল ভবেশচন্দ্ৰ মুখাৰ্জীয়ে। অসমীয়া গ্ৰামোফোনত গানগাওঁতা দ্বিতীয়জন গায়ক, ডিব্ৰুগড়ৰ এসময়ৰ খ্যাতনামা সঙ্গীতজ্ঞ ৺উমেশচন্দ্ৰ মুখাৰ্জীৰ পুত্ৰ ভবেশ মুখাৰ্জী কেৱল সঙ্গীতজ্ঞই নহয়, এজন কৃতী শিক্ষকো আছিল। তেৱেঁই স্কুলখনক সকলো প্ৰকাৰে চলাইছিল। বঙালী হলেও তেওঁক মাতেকথাই, ব্যৱহাৰে অসমীয়া যেনেই লাগিছিল। ডিব্ৰুগড়ৰ প্ৰসিদ্ধ নাগৰিকসকলৰ ভিতৰত ভবেশ মুখাৰ্জীও অন্যতম। মই স্কুলত হাজিৰ হবৰ দিনাই এটা সৰু ঘটনা ঘটিছিল। সেইদিনা কিবা এটা পৰীক্ষা চলি আছিল। মুখাৰ্জীয়ে মোক এটা ডাঙৰ কোঠাৰ নিৰীক্ষকৰ ভাৰ দিছিল। মই লৰাৰ কাষে কাষে নিৰীক্ষক হৈ টহল দিছিলোঁ। কোনোবা টলকত এজন পৰীক্ষাৰ্থীয়ে পাছফালৰ পৰা মোৰ পাঞ্জাবী চোলাত নিজৰীকাপৰ মহী ছটিয়াই ফুল বাছিলে। পিছত এই কুকীৰ্তিৰ কথা জানিব পাৰি মুখাৰ্জীয়ে বৰ দুখ প্ৰকাশ কৰিলে আৰু তেওঁ লৰাজনক বিচাৰি উলিয়াই কিবা

এটা শান্তি বিহিলে। মই কৈছিলোঁ বোলে কাপোৰত চিয়াহীৰ চিটা পৰিছে যেতিয়া ই এটা শুভ লক্ষণ। এইবাৰ মই কামত নিগাজী হব পাৰিম। সঁচাকৈ সেয়ে হৈছিল।

ডিব্ৰুগড় হাইস্কুলৰ ৯ম মান শ্ৰেণীত মই ইংৰাজী সাহিত্যৰ পাঠ দিবলগীয়া হৈছিল। পণ্ডিত জৱাহৰলাল নেহৰু ৰচিত "দেউতাকৰ জীয়েকলৈ চিঠি" নামৰ ইংৰাজী পুথিখনি পঢ়াইছিলোঁ। পণ্ডিতজীয়ে তেওঁৰ কণমানি জীয়েক ইন্দিৰালৈ (বৰ্তমান প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধী) সহজ ইংৰাজীত লিখা পত্ৰাৱলী পঢ়ুৱাবলৈ পাই ইমান ভাল পাইছিলোঁ যে পঢ়োৱাৰ লগে লগে মই গোটেই পুথিখনকে ইংৰাজীৰ পৰা অসমীয়ালৈ তৰ্জমা কৰি পেলালোঁ। কেইমাহমানৰ পিছত দেশনেতা অমিয়কুমাৰ দাসদেৱৰ হতুৱাই এখন চিঠি লিখাই কিতাপখন প্ৰকাশ কৰিবলৈ অনুমতি বিচাৰিছিলোঁ। নেহৰুজীয়ে উত্তৰত জনাইছিল, কোনো ব্যক্তি বিশেষক তেওঁ অনুমতি দিবলৈ টান পায়। চৰকাৰে প্ৰকাশ কৰিলে অনুমতি দিব পাৰে, নহলে কোনো প্ৰকাশন অনুষ্ঠানে আবেদন কৰিলেও তেওঁ বিবেচনা কৰি চাব পাৰে। কথাটো সিমানতে তল পৰিল। তাৰ কেইবছৰমান পিছত শ্ৰীমতী অণু বৰুৱাৰ দ্বাৰা অনূদিত হোৱা পুথিখনি ছপা হৈ ওলোৱা দেখা পালোঁ। বোধকৰোঁ শ্ৰীমতী বৰুৱা এম-পি পত্নী হোৱাৰ বাবে অনুমতি পোৱাটো সহজ হ'ল। অৱশ্যে যাৰে দ্বাৰাই নহওক পুথিখন অসমীয়া সাহিত্য ভঁৰাললৈ অহাত মই নিশ্চয় ভালেই পাইছোঁ। পণ্ডিতজীয়ে খেনোক দেখি বন্ধাবঢ়া আৰু খেনোক দেখি দুৱাৰত দাং দিয়া দেখিছে কথাটো উন্দুকিয়াই থলোঁ।

হাইস্কুলৰ তিনিজন শিক্ষক ৺ভুৱাম বৰুৱা, ৺দুলালচন্দ্ৰ বৰঠাকুৰ, শ্ৰীআনন্দৰাম হাজৰিকা আৰু জৰ্জ স্কুলৰ শিক্ষক শ্ৰীবিষ্ণুকিংকৰ কলিতাক মই ডিব্ৰুগড়ত সাহিত্যিক বন্ধু হিচাপে লাভ কৰিছিলোঁ। ঢকুৱাখনাৰ ভুৱাম বৰুৱাই মোৰ প্ৰথম চিনাকিতে বৰ আন্তৰিকভাৱে গ্ৰহণ কৰিছিল আৰু তপতে তপতে নিজৰ ঘৰলৈ লগতে নি সান্দহৰ বাটিৰে সম্বৰ্দ্ধনা জনাইছিল। বৰুৱাৰ দুই এটা প্ৰবন্ধ কবিতা আলোচনী আদিত প্ৰকাশ হৈছিল। তেওঁৰ "ৰাঙলীৰ" নামৰ কিতাপখন মই চাই হাত ফুৰাই দিয়াতহে ছপাবলৈ পাঠাইছিল। বৰঠাকুৰ "মোহনমালা" আদি খনচেৰেক নাটৰ নাট্যকাৰ। মাজিত কচিৰ ওখ-খাপ মানুহজন, কথা-বতৰা পাতি ভাল লাগিছিল। আনন্দ হাজৰিকাও সাহিত্যানুৰাগী। তেওঁ বি-এ মহলালৈকে কেবাটাও ডিগ্ৰী কলেজত নোপোমোকৈয়ে লাভ কৰিছিল। বৰ কৰ্মব্যস্ত মানুহ, প্ৰায়েই ছাত্ৰবাসীৰ ওপৰত দেখা পাইছিলোঁ। তেওঁ তেতিয়া ডিব্ৰুগড় সাহিত্য সভাৰ সম্পাদকো আছিল। বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে মই বহু বছৰ পিছত ডিব্ৰুগড় বিশ্ব-বিদ্যালয়ৰ সম্বৰ্দ্ধনা লবলৈ যাওঁতে হাজৰিকাক বহুদিনৰ মূৰত লগ পাইছিলোঁ। তেতিয়া তেওঁ হাইস্কুলৰ কামৰপৰা অৱসৰ লৈ বিশ্ববিদ্যালয়ৰ আলধৰা কামত সোমাইছিল। এনেদৰে টাকুৰি ঘূৰা দি ঘূৰি ফুৰিছিল যে এজন পেঞ্চনীয়া মানুহ বুলি ভাবিবলৈ টান হৈছিল। সেইদিনা সম্বৰ্দ্ধনা সভাত তেওঁক গায়ন বয়াৰ সাজ পাৰত দেখা পোৱা যেন লাগিছিল। মুগাৰ চুৰিয়া, চোলা, মূৰত পাগুৰি। হাতত ডাঙৰ ঘটা এটা লৈ দৰ্শকক তামোল বিলাই ফুৰিছিল।

শ্ৰীবিষ্ণুকিংকৰ কলিতা "চিন্তা" নামৰ এখন চিঠি উপন্যাসৰ গ্ৰন্থকাৰ। তেওঁ প্ৰায়েই মোৰ আবেলি ফুৰাৰ সঙ্গী হৈছিল। আজৰি পালেই মই প্ৰায়েই ফুৰিবলৈ কলিতাৰ ঘৰলৈ নাইবা ভূৰাম বৰুৱাৰ ঘৰলৈ গৈছিলোঁ। এদিন কলিতা আৰু মই 'ৰংঘৰ'ত চিনেমা চাবলৈ গৈছিলোঁ। চিনেমাখনৰ নাম "লুটাৰু ললনা"। যেনে নাম, তেনে ছবি। ইমান বাজে ছবি যে ধৈৰ্য ধৰি বহি চাই থকাই টান। শেষ নহয়হে নহয়। এবিৰও নোৱাৰোঁ, ধৰিবও নোৱাৰোঁ—কিনা হাঁহৰ ঠোঁটলৈকে মঙহ। ধন দি চোৱা ছবি যেতিয়া শেষলৈকে চাবই লাগিব বুলি দুয়ো ধৈৰ্য্য ধৰি ছবিখন শেষলৈকে চালোঁ। ছবি চাই হাঁহি উঠিছিল, খঙো উঠিছিল।

কলিতাৰ লগত লুইতৰ পাৰত থকা পাৰ্কত বহি জ্ঞানমালিনীৰ ভেকাইতে চালিধৰা সেন্দুৰীয়া আলিটোৰ কথা কল্পনা কৰি লৈছিলোঁ। সেই আলি তেতিয়া লুইতৰ বুকুত জাহ গৈছিল, আৰু আজি আমি বহা সেই পাৰ্কখনো লুইতৰ টোটোলাত সোমোৱা বুলি শুনিছোঁ। মই থকা মোহনাঘাটৰ ডাক্তৰ দাদাৰ বঙলাৰ কাষতে প্ৰায়েই লুইতৰ আস্ফালন আৰু ডকাচাকনৈয়া দেখা পাইছিলোঁ। পাৰত থকা মাটিৰ একোটা ডাঙৰ অংশ পৰত একোখন খহি পৰাৰ নিচিনাকৈ নদীৰ বুকুত পৰি চকুৰ পলকতে চিন-চাব নাইকিয়া হৈ যোৱা দেখা পাইছিলোঁ।

মই নিজে ভালপোৱা আৰু আন বহুতৰপৰা শলাগনি পোৱা 'ডিব্ৰুগড়' 'ডিগবৈ' আৰু 'বগাবাবাৰ দৰগাহ' নামৰ তিনিটা কবিতা ডিবুৰুতে মনৰ মাজত খোৱাৰু পাই সৃষ্টি হৈছিল। ১৯৩৯ চনৰ মাৰ্চ মাহত অসমৰ প্ৰথম তেল-শোধনাগাৰটো নিজ চকুৰে চাবলৈ তেতিয়াই তেলৰ নগৰ ডিগবৈত দুনিশা আছিলোগৈ। কোনোৱা চাহাবে নে যেয়ে বহুৱাক কোৱা 'ডিগ্' আৰু 'বয়' (Dig boy) এই দুটা ইংৰাজী শব্দ অবাসঙ্গৰ হবে জোৰা লাগি ডিগবয় নামটো হেনো উৎপন্ন হৈছিল, মাৰ্গাৰেটৰ পৰা মাৰ্ঘেৰিটা হোৱাৰ নিচিনাকৈ। শোধনাগাৰ চাবলৈ যোৱা বুলি লিখিছোঁ যদিও দৰাচলতে ডিগবয় নগৰখন চোৱাহে মোৰ উদ্দেশ্য আছিল। চাহাবী ধৰণে পৰিপাটীকৈ সজোৱা এখন সৰু তেল নগৰ, মানুহবিলাকে ঘড়ীৰ কাটাৰ লগে লগে খোজ মিলাই কাম কৰে। ইন্দ্ৰনাথ হাজৰিকা, তপনলাল বৰুৱা, শ্ৰীহৰিনাথ ভট্টাচাৰ্য প্ৰভৃতি কেবাজনো অসমীয়া ইঞ্জিনিয়াৰক ডিলাৰৰ কাম কৰি থকা দেখা পাইছিলোঁ। পিছত সেই সকলৰ কেবাজনো অসম চৰকাৰৰ ডাঙৰ চাকৰিয়াল হৈছিল আৰু দুই একে বহুৱা ধৰ্মঘটৰ নেতৃত্ব কৰা অপৰাধত নিৰ্বাসিতো হৈছিল।

ডিবুৰু-প্ৰবাসৰ সময়ত শ্ৰীবিষ্ণুকিংকৰ কলিতাৰ লগত আবেলি ফুৰোঁতে দুই-তিনিবাৰমান 'বগা বাবাৰ দৰগাহত সোমাই ঘূৰিপকি চাইছিলোঁ। এই দৰগাহটো চহৰৰ মাজতে। নগৰৰ হাই-উকমিৰ মাজত থকাৰ বাবে হাটকৰা-বাটকৰাবিলাকৰ চকুৰ দৃষ্টিত পৰিও নপৰাৰ নিচিনা। এই দৰগাহ থকা ঠাইত হেনো বগাবাবা নামেৰে এজন মুছলমান সাধু আছিল। বাবাৰ মাহাত্ম্য দেখি কেৱল মুছলমানেই নহয়, অনেক হিন্দুৱেও তেওঁক ভক্তিৰ চকুৰে চাইছিল। এই দৰগাহতে এটা হত্যাকাণ্ড সংঘটিত হোৱা বুলি শুনিছিলোঁ। সি যি নহওক আজিও এই দৰগাহ সকলো সম্প্ৰদায়ৰ তীৰ্থস্থানৰ নিচিনাকৈ জিলিকি আছে।

বহুতক তাত ভক্তিভাৱে মমবাতি জ্বলোৱা দেখিছিলোঁ। মযো এদিন কেইডালমান মমবাতি জ্বলাইছিলোঁ। এই দৰগাহ দৰ্শন কৰি মোৰ মনৰ মাজত ওপজা ভাব "বগা বাবাৰ দৰগাহ" নামেৰে কবিতাত লিপিবদ্ধ কৰিছিলোঁ। 'জয়ন্তী'ত প্ৰকাশ হোৱা সেই কবিতাটো পঢ়ি ডঃ ৰোহিণীকান্ত বৰুৱাই (গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰসায়নত মুখ্য অধ্যাপক)-মোক সম্বৰ্দ্ধনা জনাই লিখিছিল,—"আপুনি আমাৰ ডিব্ৰুগড়ৰ মান বঢ়ালে। ইমান দিনে কোনো সাহিত্যিকৰ চকুত নপৰা বগা বাবাৰ দৰগাহটো আপোনাৰ কবিতাই পুনৰ্নিৰ্মাণ কৰিলে।"

মই ডিব্ৰুগড়ত থকা কালছোৱাত তাৰ সাহিত্য সভা নাইবা আমোলাপটী নাট্য-মন্দিৰৰ লগত যোগাযোগ হোৱাৰ কোনো সুবিধা মিলা নাছিল। তাৰপৰা আহিবৰ আগে আগে ডিব্ৰুগড সাহিত্য সভাৰ বছেৰেকীয়া অধিৱেশন পতাৰ যো-জা চলিছিল। সভাৰ সম্পাদক শ্ৰীআনন্দ হাজৰিকাই মোক সেই সভাত এটা কবিতা পঢ়িব লাগিব বুলি কোৱাত তাতে ব্ৰহ্মপুত্ৰৰ সংহাৰ মূৰ্ত্তি দেখি ৰচনা কৰা "ডিব্ৰুগড়" কবিতাটো পাঠ কৰিম বুলি আলচি আছিলোঁ। হঠাতে কম সময়ৰ ভিতৰত ডিব্ৰু এৰিবলগীয়া হোৱাত অগত্যা কবিতাটো সম্পাদক হাজৰিকাৰ হাতত দি আহিছিলোঁ। তেওঁ যথা সময়ত সভাৰ বাৰ্ষিক অধিৱেশনত কবিতাটো পাঠ কৰা বুলি মোক জনাইছিল, সমজুৱাসকলে হেনো শুনি ভাল পাইছিল। সেই "ডিব্ৰুগড" কবিতাটো ব্ৰহ্মপুত্ৰৰ স্বগত উক্তি—অসমীয়া জাতিৰ প্ৰতি এটি প্ৰত্যাহ্বান স্বৰূপ। মই ১৯৩৯ চনতে লিখা সেই কবিতাৰ চোক আজিও নিশ্চয় কমা নাই, প্ৰবল প্ৰতাপী কেন্দ্ৰীয় চৰকাৰে আজিও অহৰহ ব্ৰহ্মপুত্ৰৰ লগত যুদ্ধ দি থাকিবলগীয়া হৈছে।

বয়োবৃদ্ধ কবিগৰাকীক মই জীৱনত এবাৰ মাথোন ওচৰৰপৰা ঘৰুৱাভাৱে লগ পাইছিলোঁ ডিব্ৰুত থকা তেওঁৰ নিজা বাসভৱনত। সেই বাসভৱন এতিয়া মহাবাহু লুইতৰ পেটত সোমাইছে। সেইদিনা আমি বাঘ হাজৰিকাৰ বংশধৰ মফিজ হাজৰিকাক দেখা পোৱা যেন লগা নাছিল, আজান ফকিৰৰ বংশধৰ কোনোবা এজন সাধুক দেখা যেনহে অনুভৱ কৰিছিলোঁ।

### ডিব্ৰু বিদায়

৯।৬।৩৯ তাৰিখে ডিব্ৰুগড়ৰপৰা বিদায় লৈ ১০।৬।৩৯ তাৰিখে বৰপেটা হাইস্কুলত নিগাজী কামত হাজিৰ হৈছিলোঁ। ডিব্ৰুগড় স্কুলত কামৰ মিয়াদ অন্ত নোহওঁতেই নতুন কামৰ নিযুক্তি পাই মুখলৈ পানী আহিছিল কিয়নো প্ৰায় দহবছৰ কাল এনে এটা কামত স্থায়ী হ'লৈ অলোঙটি টলোঙটি খেল খেলি ভলাৰ বগবীৰ দৰে বাগৰি ফুৰিবলগীয়া হৈছিল। তথাপি মই হতাশ হোৱা নাছিলোঁ। লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে মুখ্যমন্ত্ৰী আৰু শিক্ষামন্ত্ৰী হোৱাৰ পিছতেই এনেভাৱে মোৰ কপাল ফুলিছিল। লোকপ্ৰিয় বৰদলৈ ডাঙৰীয়াই মোক তালুৰপৰা তলুৱালৈকে চিনি পাইছিল সেইকাৰণেহে স্বেচ্ছাপ্ৰণোদিত হৈ মোক স্থায়ী শিক্ষকৰ কামত নিযুক্তি দিছিল। মই তেওঁৰ সেই নিযুক্তিৰ মৰ্যাদা ৰাখিব পাৰিছোঁ বুলিয়েই আজি ডাঠি কবপৰা হৈছোঁ। কোনোখন স্কুলতে হওক বা কলেজতে হওক উপৰি বিষয়া কোনোজনে মোৰ বিপক্ষে একেবাৰে কলমৰ খোচ মাৰিবলৈ সুবিধা পোৱা নাছিল। বৰ ভতাতৈয়া কৰি ডিব্ৰুগড় এৰিবলৈ যোৱা লাগিছিল যদিও স্থায়ী কামৰ

আনন্দই বিদায়-বিৰহ পাতল কৰি দিছিল। তুফুতে কলটো পকোৱাৰ দৰে অতি কম সময়ৰ ভিতৰতে এখন মানপত্ৰ যুগুত কৰি ছাত্ৰসভাৰ পৰা দিয়া হৈছিল আৰু ছাত্ৰ-শিক্ষকে মোক প্ৰায় থিয়ৈ থিয়ৈ বিদায় দিছিল নহলে সেই দিনা ৰেল ধৰাটো সম্ভৱ নাছিল। সেই সময়ত ৰেলৰ বাহিৰে বিকল্প পৰিবহন ব্যৱস্থা নাছিল। যথাসময়ত বৰপেটা হাইস্কুলত যোৱ বাবে নিৰ্দিষ্ট কামত যোগ দিছিলোঁ।

## বৰপেটা (২)

### থানৰ মহিমা

বৰপেটা থানৰ মহিমা অপাৰ। কলীয়া ঠাকুৰৰ কৃপা আৰু গোপীনাথৰ অনুগ্ৰহত মই বৰপেটা হাইস্কুলত নিগাজীভাৱে আহাৰ-পানীৰ সংস্থান পালোঁ। বৰপেটা আৰু বৰপেটাৰ ওচৰেপাজৰে অসমৰ একাধিক ধৰ্মগুৰুৰ পবিত্ৰ থান বা সত্ৰ আছে। বৰপেটাত বুঢ়া আতা মথুৰাদাসৰ থান, সুন্দৰীদিয়াত মহাপুৰুষ মাধৱদেৱৰ থান, পাটবাউসীত দেৱ দামোদৰৰ থান আৰু গৈলাত ভৱানীপুৰীয়া গোপাল আতাৰ থান বিশেষভাৱে জাকত জিলিকা হৈ আছে। বৰপেটাৰ পুৰণি নাম দহোটা যেনে, বৰপেটা, তাম্ৰীকুছী, ইচ্ছাকুছী, পোৰাভিঠা, চৌখুটিস্থান, বৃন্দাবন, মথুৰানগৰ, পুষ্পকবিমান, কামপুৰ আৰু নৱৰত্নৰ স্থান। বৰপেটা বুলিলে কীৰ্তনঘৰ বুলিলেই বৰপেটা। মহাপুৰুষ মাধৱদেৱে বৰপেটাত এটা ৰভিয়াল গৃহ সজাইছিল। এই ৰভিয়াল গৃহ জুয়ে পোৰাত ঠাইখনক পোৰাভিঠা বোলা হয়। মহাপুৰুষ মথুৰাদাস বুঢ়াআতাক এই থানৰ অধিকাৰ পাতিছিল। বুঢ়াআতাই সত্ৰ পাতি, কীৰ্তনঘৰ সাজি ঠাইখনক মথুৰানগৰ সমসৰ পুণ্যস্থানত পৰিণত কৰে। এই কীৰ্তনঘৰ অসমৰ ভিতৰতে সৰ্ববৃহৎ কীৰ্তনঘৰ। ইয়াৰ ভিতৰত শঙ্কৰদেৱ, মাধৱদেৱ আৰু বুঢ়াআতাৰ তিনিখন গুৰু-আসন পতা আছে। আসনৰ কাষতে বৃহৎ গছাত সহস্ৰ বন্তি।

কীৰ্তনঘৰৰ পূব মূধত থকা ভঁজঘৰত শিলৰ শ্ৰীকৃষ্ণ মূৰ্তি—এইজনাই মহাপ্ৰভু কলীয়া ঠাকুৰ। ভাজঘৰৰ উত্তৰফালত এটা মিঠাতেলৰ পুং আছে। এইটো স্বাভাৱিক তেলৰ পুং বুলি ভবা হয়। এই পুঙতে ভক্তই কলীয়া ঠাকুৰক দিয়া তেল জমা হয়। কীৰ্তনঘৰৰ চোতালত মাধৱদেৱৰ ইটাৰ মঠ এটা আছে। এই মঠত মহাপুৰুষৰ "নামঘোষা" গ্ৰন্থখনি ভক্তিভাৱেৰে ৰখা হৈছে। ধৰ্মীয় কথাৰ বাহিৰেও বিয়াবাক আদি সামাজিক অনুষ্ঠানতো কীৰ্তনঘৰৰ প্ৰতি বৰপেটীয়া ৰাইজৰ ভক্তি-অৱনত।

কীৰ্তনঘৰৰ চৌহদৰ ভিতৰলৈ কোনেও জোতাৰে সোমাব নোৱাৰে। বাহিৰত দোকানী-পোহাৰীয়েই জোতাৰখীয়া হয়। কীৰ্তনঘৰৰ সুদৃশ্য তোৰণৰ সমুখত থকা শাৰী শাৰী দোকানবোৰেই চৰিছ ঘণ্টা কীৰ্তনঘৰৰ জাগ্ৰত প্ৰহৰীৰ কাম কৰে স্বতঃ প্ৰণোদিতভাৱে।

সুন্দৰীদিয়াত থকা মহাপুৰুষ মাধৱদেৱৰ কীৰ্তনঘৰটো বৰপেটা কীৰ্তনঘৰৰে অনুৰূপ কিন্তু আকাৰত বহুত সৰু। মাধৱদেৱৰ পূত পদৰজিত থানখন দেখিলে আপোনাআপুনি মূৰ দোঁ খাই যায়, সেই কালত ৰূপগৰবিনী সুন্দৰীসকলৰ মনত পৰে। 'দিয়া' প্ৰত্যয় নদীবাচক আৰু দ্বীপবাচক যেনে, পাগলাদিয়া, বুঢ়াদিয়া, কালদিয়া আদি নৈ আৰু সুন্দৰীদিয়া, মৰদিয়া, বণদিয়া ( বড়িয়া ) সুন্দৰীদিয়াই মাধৱদেৱক প্ৰলুব্ধ কৰা সুন্দৰীসকলৰ স্মৃতি বচি পেলাব পৰা

নাই। এই থানত মহাপুৰুষজনা ১৪ বছৰ ৬ মাহ আছিল বুলি জনা যায়। মাধৱদেৱ আৰু তেৰাৰ ভাগিন্ ৰামচৰণ ঠাকুৰৰ ঘৰৰ ভেটিৰ চিন আজিও দেখা যায়।*

এই সত্ৰ চাবলৈ আমি মাজে সময়ে নগৰৰ পৰা এখন সৰু নাৱেৰে নখন্দা নৈ পাৰ হৈ গৈছিলোঁ। নখন্দাৰ পানী নিচেই বাম, একঁাঠু, এককাল। খোজকাঢ়িও পাৰ হব পাৰি। গৰুখোজত তল যোৱাৰ নিচিনাকৈ এই বামপানীতে বুৰি কোনোবা এজন বৰপেটাৰ শ্ৰেষ্ঠ সন্তৰণবীৰৰ হেনো মৃত্যু হৈছিল। আজিকালি কাছাৰীঘৰৰ দাঁতিৰে এখন দলং দি বৰপেটা আৰু সুন্দৰীদিয়াক সংলগ্ন কৰা হৈছে।

প্ৰবন্ধুৱা বাহৰ

বৰপেটাত মই কেবা ঠাইতো ঘৰ লৈ অকলে বা মেছ কৰি আছিলোঁ। আৰু দুঠাইত সপৰিবালে আছিলো। প্ৰথমতে আছিলো নখন্দা নৈৰ পাৰত এটা সৰু দ্বীপত থকাৰ নিচিনাকৈ কলবাৰীৰে পৰিবেষ্টিত এটা টিলাৰ বঙলা ঘৰত। সেই ঘৰটো বেৰেয়ালৈ লৈ অৱসৰপ্ৰাপ্ত ন্যায়াধীশ শ্ৰীধৰ্মকান্ত ডেকাই ওকালতি কৰি আছিল অকলে। তেওঁ মোক ঘৰটোৰ এফাল এৰি দিছিল। কলিকতীয়া 'আৱাহন' কাকতৰ জন্মকালত তাত পঢ়িবলৈ যোৱা যিকেইজন ছাত্ৰই কাকতখনক তুলিতালি লৈছিল সেইসকলৰ ভিতৰত পাটাছাৰকুছীৰ শ্ৰীডেকাও অন্যতম আছিল। শ্ৰীডেকা ভাল উকীল, ভাল কথকী আৰু প্ৰবাসত মোৰ ভাল সঙ্গী হৈছিল। আমি দুয়ো সেই এমুৰীয়া ঘৰটোত বহু কথাই পাতিছিলোঁ—কলিকতীয়া আৱাহনৰ কথা, জমিদাৰ নগেন চৌধুৰীৰ কথা, হলিৰাম ডেকাৰ কথা, দীননাথ শৰ্মাৰ পৰিয়ালৰ কথা, বৰপেটাৰ বিশিষ্ট নাগৰিকসকলৰ কথা। অসম চৰকাৰৰ প্ৰাক্তন মুখ্যসচিব শ্ৰীধৰ্মানন্দ দাসক মই ডেকাৰ ঘৰতেই প্ৰথমে লগ পাইছিলোঁ। দুয়ো বন্ধু। উকীল সদানন্দ দাস, ধনীৰাম তালুকদাৰ, ব্যৱসায়ী ৰামচৰণ মেধি, অৱসৰ প্ৰাপ্ত ডি-আই সৰ্বানন্দ দাস, সাহিত্যিক শ্ৰীসোনাপতি দেৱ শৰ্মা প্ৰভৃতি অনেকৰ লগত ডেকাই মোক চা-চিনাকি কৰি দিছিল।

আমি থকা ঘৰটোৰ তিনিফালে নখন্দা নৈ, এফালেদি আলিৰ লগত সংযুক্ত বাট। বাৰিষা এই আলিটোও দুই-চাৰিদিন পানীত বুৰ গৈ থাকে। তেতিয়া ভৰিৰ জোতা হাতত লৈ একাঁঠু পানী ভাঙি নগৰলৈ যাব লাগে। এই ঘৰত থাকোঁতে মোক দুটা বস্তুৱে দৃষ্টি আকৰ্ষণ কৰিছিল। এটা হৈছে আগেয়ে উল্লেখ কৰা 'বস্তি পোৰা' দৃশ্য। আনটো হৈছে গহীন ৰাতি নৈৰ বুকত বঠাৰ চাব আৰু হৰিনামৰ ধ্বনি। সেই নাম শুনি ডেকাই কৈছিল, "কোনোবা এজন গ'ল। সেয়া নাওত তুলি থৰি দিবলৈ নিছে।" সেই দৃশ্য দেখি নিৰ্জনতাৰ মাজত মনটো বৰ উদাস উদাস লাগিছিল। তথাপি বৰপেটীয়া হৰিনামৰ জাউৰিয়ে কাণত মৌ বৰষিছিল।

এবাৰ আছিলোঁ মুছলমান ছাত্ৰাবাসৰ বৰ্ষীয়া শিক্ষক শ্ৰীআমজেদ আলিৰ চ'ৰাঘৰৰ খোটালিটোত, ভাতমুঠি খাইছিলোঁ হিন্দু ছাত্ৰাবাসত। এবাৰ আছিলোঁ অভিনেতা হৰেন্দ্ৰনাথ শৰ্মা উকীলৰ কেবেৰা ঘৰত। উভতৰ কেবেৰাঘৰত অকলে আছিলোঁ যদিও

* বিস্তৃত বিৱৰণৰ বাবে ডঃ মহেশ্বৰ নেওগ সম্পাদিত 'পবিত্ৰ অসমত' দ্ৰষ্টব্য।

বন্ধু-বান্ধৱবিলাকৰ সঘন আহযাহৰ বাবে অকলশৰীয়াকৈ থকা যেন নেলাগিছিল। মোৰ আগতে সেইটো ঘৰতে আছিল লগৰীয়া শিক্ষক কালিৰাম বৈশ্য।

দুবাৰ দুটা ঘৰত মেছ কৰি আছিলোঁ। প্ৰথমতে আছিলোঁ বজাৰৰ উত্তৰ কালৰ আলিটোৰ দাঁতিতে থকা কেবাটাও কোঠা থকা এটা ঘৰত। আগতে এবাৰ শ্ৰীদিবাকৰ শৰ্মাক এখন ভ্ৰাম্যমান গেজেট বুলি কৈ অহা হৈছে তেওঁক মঙলদৈত পাই আহিছিলোঁ। পুনৰ বৰপেটাৰ স্কুলতো পালোঁ। শৰ্মাই সদায় আমাৰ মেছত গৰম বাতৰিবোৰ বিলাইছিল।

আমি দ্বিতীয়টো মেছ পাতি আছিলোঁ আমবাৰীহাটীত, হাইস্কুলৰ নিচেই ওচৰতে। এই মেছত শ্ৰীসুৰেন দাস, শ্ৰীআদিত্য ভৰালী, শ্ৰীধনীৰাম ডেকা, বলোৰাম পাঠক আৰু মই আছিলোঁ। পিছত অভিৰাম তালুকদাৰো লগ হৈছিলহি। ডেকা উপ ছাব ইন্সপেক্টৰ আৰু তালুকদাৰ ডেপুটী ইন্সপেক্টৰ আৰু আমি বাকী কেইজন শিক্ষক। কেবেয়া ঘৰটোৰ গৰাকী নবীনচন্দ্ৰ দাস, বিদ্যাপীঠ স্কুলৰ শিক্ষক—গোটেই বৰপেটাতে মাষ্টৰবাবু বুলি জনাজাত। শ্ৰীধনীৰাম তালুকদাৰৰ অভিন্ন হৃদয় সঙ্গী, পিছত দ্বিতীয় শহৰ। মাষ্টৰবাবু গোটেই দিনটো ঘৰত নেথাকেই বুলিব পাৰি। ৰাতি এভোখৰ যোৱাও ঘৰ চাপে। তেতিয়া আমি শেতেলিত বাগৰ দি শুনো, নবীন বাবুৱে ঘৰলৈ আহি তেওঁৰ গোহালিত গাইকেইজনীৰ বতৰা লৈছে—"বগী আছ? কাজলী আছ? বাঙলী আছ?" ইত্যাদি। গাইকেইজনীয়ে কেনেকৈ উত্তৰ দিয়ে গম নেপাওঁ।

অভি তালুকদাৰৰ মুখত অনবৰত 'ওম্' 'ওম্' ধ্বনি। তেওঁ ঘৰ মুৰা হৈ ক'ৰবাৰপৰা আহিলে প্ৰথমতে বহু দূৰৰপৰা ভাহি অহা 'ওম' ধ্বনি শুনা যায়, তাৰ বহু পিছতহে মানুহটো দেখা যায়। ঠিক যেন প্ৰথমতে বিজুলীৰ পোহৰ, তাৰ পিছতহে মেঘৰ ঢেৰেকনি। ঘৰটোৰ কাষতে এজোপা শিলিখাৰ গছ আছিল। তলখৰা শিলিখাৰে চোতাল ভৰি থাকে। দেখি বৰ ভাল লাগে। বহুত ঘৰলৈ আহিলে একো টোপোলা শিলিখা লৈ আহে—আপুকণীয়া বস্তু পাই আটায়ে ভাল পায়, চুবুৰীয়াকো বিলাই দিয়ে।

সপৰিবাৰে দুবাৰ দুটা ঘৰত আছিলো। শেষৰবাৰ আহিলো বৰপেটাৰ অন্যতম বিশিষ্ট নাগৰিক কামেশ্বৰ দাসদেৱৰ কেৰেয়া ঘৰত। কামেশ্বৰ দাস অসহযোগ আন্দোলনৰ অসমৰ অন্যতম নেতা আছিল। মই যেতিয়া তেওঁৰ কেৰেয়া ঘৰত আছিলোঁ, তেওঁ তেতিয়া ৰাজনৈতিক বন্দী হিচাপে কাৰাগাৰৰ ভিতৰত আছিল। তেওঁৰ মূল ঘৰটোৰ লগালগিকৈ আমি থকা কেৰেয়া ঘৰটো। আলিটোৰ অলপ উত্তৰে চন্দ্ৰকান্ত আৰু শিক্ষক আনন্দচন্দ্ৰ দাস, শ্ৰীগোপাপতি দেব শৰ্মাৰ হাউলি, ছপাখানা, দেবশৰ্মা এজেন্সি। ওচৰ চুবুৰীয়া হিচাপে থকা মোৰ পৰিয়াল আৰু কামেশ্বৰ দাসৰ পৰিয়ালৰ ভিতৰত ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। দাস ডাঙৰীয়াৰ পত্নী গৰাকী আমাৰ আপোন মানুহৰ দৰে হৈছিল। মোৰ আয়ে প্ৰবাসত তেওঁক লগৰীয়া হিচাপে পাই ভাল পাইছিল আৰু আমিও এগৰাকী মৰমিয়াল অভিভাৱিকা পাই উপকৃত হৈছিলোঁ। সেইটো ঘৰতে মোৰ জীয়াৰী জোনাকী আইদেউৰ জন্ম হৈছিল। দাস ডাঙৰীয়াই জেলৰ ভিতৰৰ পৰাই আমাৰ আৰু ছোৱালীটিৰ খবৰ কৰি আছিল।

যোৱা বহুত কালৰপৰা বৰপেটা এখন তোপালী ঠাই বুলি কৈ আহিছোঁ। মহাপুৰুষৰ

সময়ত চেনি-কেৰাচিন-কাপোৰ আদি কিছুমান বস্তু দেবদুৰ্লভ হৈছিল সঁচা, কিন্তু আজি-কালিৰ বজাৰৰ দৰে কোনো বস্তুৰে মহঙা দাম নাছিল। বৰপেটাৰ বালিচহীয়া মাটি, সেইকাৰণে কুঁৱাৰ পানী ফিল্টাৰেৰে চেকা পানীৰ নিচিনা নিকা। সেয়ে হলেও কোনো কোনো কুঁৱাৰ পানীৰে দালি নিসিজে। কোনোটো ঘৰত আমি দালি সিজা পানী-ওচৰৰ আন কুঁৱাবপৰা সংগ্ৰহ কৰিবলগীয়া হৈছিল। হাটীয়ে হাটীয়ে মানুহৰ ঘন বসতি। লৰাছোৱালীও সেই অনুপাতে সৰহ। এদিন চ'তমহীয়া ধূলিময় বাটেৰে আমি ফুৰিবলৈ যাওঁতে এজাক লৰাছোৱালীলৈ লক্ষ্য কৰি এজন বুঢ়াই কোৱা শুনিছিলোঁ, বোলে বসন্তৰ ছিটা ওলোৱাৰ বাবে মানুহে মৰিবলৈ পাহৰিলে, সেইবাবেহে এনেভাৱে মানুহৰ বংশবৃদ্ধি হোৱাত বাটে-পথে ওলাব নোৱাৰা হৈছে। কথাষাৰ শুনি আমাৰ হাঁহি উঠিছিল। শুনিছিলোঁ বুঢ়াৰ কথা একেবাৰে মিছা নহয়। ছিটাৰ পূৰ্বে এসময়ত হেনো শিশুৰ মৃত্যুৰ হাৰ বৰ বেছি আছিল।

## হেডমাষ্টৰসকল

বৰপেটা হাইস্কুলত মই চাৰিজন হেডমাষ্টৰৰ তলত চাউল খাইছিলোঁ। প্ৰথমজন গিৰিশচন্দ্ৰ ৰায়চৌধুৰী, দ্বিতীয়জন কমলাকান্ত ভূঞা, তৃতীয়জন মোক্ষদাকান্ত দাস আৰু চতুৰ্থজন ৰাজকুমাৰ শ্ৰীসুৰেশ্বৰ গোহাঞি। ৰায়চৌধুৰী, দাস আৰু ৰাজকুমাৰ এই তিনিজন নিসন্দেহে যোগ্য ব্যক্তি। ভূঞা যোগ্যও নহয়, অযোগ্যও নহয়, গতানুগতিক।

ৰায়চৌধুৰীৰ বিষয়ে ইয়াৰ আগতেও কৈ অহা হৈছে। এইজন গান্ধীবাদী হেডমাষ্টৰে বৃটিছ আমোলত যোগ্যতাৰে নিজ কাম সম্পন্ন কৰিব পৰাটো তেওঁৰ পক্ষে কৃতিত্বৰ কথা কিয়নো সেই দিনত মহাত্মা গান্ধীক বৃটিছ চৰকাৰে আৰু বৃটিছ চৰকাৰৰ তাবেদাৰ চাকৰিয়াল-বিলাকে ভাল চকুৰে চোৱা নাছিল। মহাত্মাৰ অনুগত চাকৰিয়ালবিলাকো বহু সময়ত উপৰিবিষয়াৰ সন্দেহৰ ভাজন হৈছিল। গান্ধীবাদী হলেও ৰায়চৌধুৰীয়ে কোনোদিনে তেওঁৰ কৰ্তব্য অবহেলা কৰা নাছিল আৰু স্কুলৰ চৌহদৰ ভিতৰত মহাত্মাৰ বিদেশী বৰ্জন আৰু মাদক দ্ৰব্য বিসৰ্জন কাৰ্য্যসূচী পৰাখিনি ৰূপায়িত কৰিবলৈ চেষ্টা কৰিছিল। প্ৰতিটো শ্ৰেণীত একোজন শিক্ষকৰ দায়িত্বত থকা বিষয়বোৰৰ কেনেভাৱে শিক্ষাদান চলিছে সেইবাবে তেওঁ বিশেষ নজৰ ৰাখিছিল। কাৰোবাৰ শিক্ষা-প্ৰণালীত কিবা আসোঁৱাহ দেখিলে মুকলিভাৱে আলোচনা কৰি তাৰ উন্নতি সাধিবলৈ চেষ্টা কৰিছিল। মোৰ ওপৰত তেওঁৰ বিশেষ আস্থা আছিল আৰু মই পঢ়োৱা বিষয়বোৰৰ ভালভাৱেই চলিছে বুলি তেওঁ নিশ্চিন্ত হৈ আছিল। মই আন্তৰিকতাৰে কাম কৰি প্ৰতিজন হেডমাষ্টৰৰ বিশ্বাসভাজন হব পৰাটো সৌভাগ্যৰ কথা বুলি ভাবোঁ। মুঠতে ৰায়চৌধুৰী কেৱল মোৰেই নহয়, স্কুলৰ প্ৰতিজন শিক্ষকৰে হিতাকাঙ্ক্ষী অভিভাৱকৰ নিচিনা আছিল। কেৱল পঢ়াশুনাতে নহয় স্কুলৰ আন সকলো অনুষ্ঠানতে তেওঁ উদাৰক কৰিছিল। সাহিত্যৰ ভাৰটো মোৰ ওপৰত এৰি দিছিল। সুগায়ক ৰায়চৌধুৰী এজন নিষ্ঠাবান মহাপুৰুষীয়া আছিল আৰু বৰগীতো ভালকৈ গাবলৈ জানিছিল। ৰায়চৌধুৰীয়ে ছাত্ৰসভাৰ কাৰণে আৰু বিশেষকৈ বৰপেটা হাইস্কুলে নিজৰ বিদ্যায়নীয়াৰ্থে গাব পৰা গীতো ৰচনা কৰিছিল। ছাত্ৰসভাত ছাত্ৰবিলাকৰ লগতে

বেজবৰুৱাৰ, 'মোৰ দেশ' গীতটোত তেওঁ উদাত্ত কণ্ঠৰ মিলাই দিছিল। তেওঁ গণককুছিত থকা নিজৰ ঘৰত নেথাকি স্কুল হাউচিত ছাত্ৰবিলাকৰ কাষতে আছিল, বন্ধৰ দিনতহে নিজৰ ঘৰলৈ গৈছিল।

দ্বিতীয়জন হেডমাষ্টৰ তেজপুৰৰ কমলাকান্ত ভূঞা। ভূঞা ডাঙৰীয়াৰ স্বভাৱ-চৰিত্ৰ আৰু স্কুল মাষ্টৰিৰ প্ৰণালী অলপ বেলেগ ধৰণৰ আছিল; সৰ্বসাধাৰণৰ লগত তেওঁ ৰক্ষিতা দেখাইছিল। কোনো বিশেষ অৰ্হতা নোহোৱা সত্ত্বেও অসমীয়া শিক্ষক হিচাপে কামত পুৰণি ( ছিনিয়ৰ ) হোৱাৰ বাবেই সম্ভৱতঃ তেওঁ দোপতদোপে উঠাই হেড্‌মাষ্টৰৰ বিষয়-বাব খাবলৈ পাইছিল আৰু অন্ততঃ জেওাজোট নলগাকৈ সেই কাম চলাই গ'ল, এইখিনিয়েই তেওঁৰ কৃতিত্ব।

তৃতীয়জন হেডমাষ্টৰ মোক্ষদাপ্ৰসাদ দাস। এওঁ শ্ৰীহট্টৰ মানুহ। অসমীয়া বঙালীৰ ভেদভাব সমূলি নাছিল। দাসদেৱ মোৰ অন্যতম শ্ৰদ্ধাভাজন শিক্ষাগুৰুও, তেওঁ মোক কলেজিয়েটত ইংৰাজী সাহিত্য মনত লগাকৈ পঢ়াইছিল। তেওঁ বৰপেটালৈ আহি এজন প্ৰাক্তন ছাত্ৰ মোক শিক্ষক হিচাপে লগ পাই নথৈ ৰং পাইছিল আৰু প্ৰথম কেইদিনমান মোৰ ঘৰতে আছিল। মানুহজন সাত্ত্বিক প্ৰকৃতিৰ, নিষ্কামধৰ্মী। বিয়াবাৰু নকৰোৱাকৈ চিৰকুমাৰ হিচাপে ৰামকৃষ্ণ পৰমহংসদেৱৰ আদৰ্শ সাৰোগত কৰি ওৰে জীৱন কটাই দিছিল। দৰমহাৰ সামান্যখিনি নিজলৈ ৰাখি বাকী বৃহৎ অংশ মাহে মাহে ৰামকৃষ্ণ মিছনলৈ পঠাই আছিল। জীৱনৰ ব্ৰত হিচাপে শিক্ষকতাক তেওঁ ধৰ্ম আৰু মানৱ সেৱাৰ অংশ হিচাপে গ্ৰহণ কৰিছিল। শিক্ষক-ছাত্ৰ সকলোৱে তেওঁক ভাল পাইছিল। অৱসৰ লোৱাৰ পিছত তেওঁ বানপ্ৰস্থী হৈ ভাটীৰ ফালে ৰামকৃষ্ণ মঠত আছিলগৈ। অলপ দিনৰ আগতে তেওঁ বেনাৰছৰ ৰামকৃষ্ণ মঠত দেহত্যাগ কৰা বুলি শুনিছোঁ।

মই বৰপেটাত লগ পোৱা শেষৰজন হেডমাষ্টৰ আছিল ৰাজকুমাৰ শ্ৰীসুৰেশ্বৰ গোহাঞি। এওঁৰ ঘৰ গুৱাহাটীৰ উজানবজাৰ ৰাজহাউলিত। ৰসায়নৰ এম-এচ্-চি। নিজ যোগ্যতাৰে অপেক্ষাকৃতভাৱে চাকৰিত কনিষ্ঠ হৈয়ো হেডমাষ্টৰ হব পাৰিছিল। নিজ কৰ্তব্য পালনত স্কুলৰ বাহিৰে-ভিতৰে শিক্ষক আৰু ছাত্ৰৰ আহি স্বৰূপ আছিল। মানুহজনৰ লাহবিলাহ সমূলি নাই। জেহিৰুদ্দিন আহমদ, কামাখ্যা ঠাকুৰ, হৈমুদ্দিন আহমদ প্ৰভৃতিৰ দৰে তেওঁ এজন সুদক্ষ স্কাউট মাষ্টৰ আছিল। সেইকাৰণে কোনো কামলৈ এলাহ নাছিল আৰু সদায় নিয়মানুৱৰ্তী আছিল। তেওঁ শিক্ষকৰ সন্মান ৰাখিবলৈ যত্নপৰ আছিল। ৰাজকুমাৰে কৰ্তব্যনিষ্ঠ শিক্ষক আৰু ছাত্ৰকহে ভাল পাইছিল। অবাটেৰে যোৱাবিলাকক বৰ চকুৰে শাসন কৰিছিল। বিজন ল'ৰাক তেওঁ স্কুলত কঠোৰ শাস্তি দিছিল, অৱ-নবিয়া হোৱাৰ খবৰ পালে সেইজনকে ঘৰলৈ গৈ তালাপী কৰিছিল আৰু আৱশ্যক হলে ঔষধও পিটিকি দিছিল। স্কুল পৰিচালনাতে হওক বা সমাজসেৱাতে হওক তেওঁৰ আন্তৰিকতা দেখা পাইছিলোঁ। এজন নিষ্ঠাবান সমাজসেৱী আৰু অসম শিক্ষা বিভাগৰ কৃতী হেডমাষ্টৰ সকলৰ ভিতৰতো ৰাজকুমাৰকো অন্যতম বুলি মই নিসন্দেহে কব পাৰোঁ।

## ছাত্ৰ আৰু সতীৰ্থ

বৰপেটা হাইস্কুলৰ ছাত্ৰ আৰু শিক্ষক কাকো মই পাহৰিব নোৱাৰোঁ। তেওঁলোকে মোক মৰমৰ এনাজৰীৰে ভালকৈয়ে বান্ধিছিল, এই মৰম আৰু বৰপেটীয়া মথা দৈৰ আঠা একেজাতীয়। স্কুলৰ প্ৰায় আটাইবিলাক ছাত্ৰই অসমীয়া, এমুঠিহে বঙালী। বঙালীবিলাকো প্ৰায় অসমীয়া হৈ গৈছিল। আন ঠাইৰ দৰে বৰপেটাত মাৰোৱাৰী মহাজনৰ আধিপত্যও একেবাৰে নাছিল, আজিকালিৰ কথা অৱশ্যে কব নোৱাৰোঁ। স্কুলৰ ছাত্ৰবিলাকৰ এটা বুজন অংশ পমুৱা মুছলমান। এই ছাত্ৰবিলাকেও আন্তৰিকতাৰে অসমীয়া ভাষা শিকা দেখি ভাল লাগিছিল। মই প্ৰথমবাৰ বৰপেটাত কাম কৰিবলৈ যোৱাৰ অলপ দিন আগতে পমুৱা ছাত্ৰৰ শ্ৰীআটাউৰ ৰহমানে ( প্ৰাক্তন কৃষিমন্ত্ৰী ) বৰপেটা হাইস্কুলৰপৰা অসমীয়া সাহিত্যত 'লেটাৰ' লৈ প্ৰবেশিকা মহলাত উঠিছিল। তেওঁৰ নাম-যশৰ কথা শিক্ষকসকলৰ মুখত বহুদিন পিছলৈকে শুনা গৈছিল। ছাত্ৰবিলাক আছিল নিজু আৰু শিক্ষকৰ বাধ্য। কাৰো গাত তেতিয়া ৰাজনীতিৰ ধনঞ্জয় বায়ু সোমোৱা নাছিল। তেওঁলোকে শিক্ষকৰ লগত মিলিজুলি, শিক্ষকৰ উপদেশ মতে কাম কৰি ভাল পায়, কাৰো মইবৰ ভাব নাই। মোক ছাত্ৰবিলাকে বৰ ভাল পাইছিল, ময়ো তেওঁলোকক ভাল পাইছিলোঁ। কোনো শ্ৰেণীতে হাইউকমি আৰু বজাৰৰ পৰিবেশ পোৱা নাছিলোঁ। এবাৰ মই ষষ্ঠ মানৰ ক্লাছ মাষ্টৰ আছিলোঁ। কেইমাহমানৰ পিছত নতুন 'ৰুটিন' হোৱাত মই সেই শ্ৰেণী এৰি অনি এটা শ্ৰেণীৰ দায়িত্ব লবলগীয়া হল। তেতিয়া ছাত্ৰবিলাকে মোক আগৰ শ্ৰেণীতে ৰাখিবলৈ দৰ্খাস্ত লৈ হেডমাষ্টৰৰ কাষ চাপিছিলগৈ। দলটোৰ নেতৃত্ব কৰিছিল ক্লাছ কেপ্তেইন কমললোচন দাসে। ডম্বৰু পাঠকো ( বৰ্তমান ন্যায়াধীস ) আছিল হব পায়। পিছতহে ৰায়চৌধুৰীয়ে কোৱাত মই কথাটো জানিব পাৰিছিলোঁ। তেওঁ মোক কৈছিল, "হাজৰিকা, ল'ৰাবিলাকে আপোনাক এৰি দিব নোখোজে। ই এটা ডাঙৰ কথা। আপুনি আগৰ ঠাইতে থাকক।"

সেই স্কুলত মোৰ সতীৰ্থ লগৰীয়া শিক্ষকসকল আছিল শ্ৰীমহেন্দ্ৰনাথ চৌধুৰী, শ্ৰীবনমালী ভট্টাচাৰ্য, শ্ৰীদিবাকৰ শৰ্মা, কমলাকান্ত দাস, শ্ৰীকালিৰাম গুহবিলদাৰ, কালিৰাম বৈশ্য, হৰেন্দ্ৰনাথ গোস্বামী, ভোগৰাম দাস, শ্ৰীভগবানচন্দ্ৰ দাস, ধৈৰ্য চৌধুৰী, শ্ৰীআনন্দচন্দ্ৰ দাস, শিৱসাগৰৰ মোঃ হিফজুল্লা, শ্ৰীনাৰায়ণচন্দ্ৰ নায়ক, শ্ৰীহৰিমোহন তালুকদাৰ, মঙলদৈৰ শ্ৰীগণিকদ্দিন আহমদ, আমজেদ আলি, কুমুদেশ্বৰ বৰঠাকুৰ, শিৱসাগৰৰ জোনেশ্বৰ গগৈ, বলোৰাম পাঠক, শ্ৰীসুৰেন্দ্ৰনাথ দাস, শ্ৰীবংশী দাস ( কটনৰ প্ৰাক্তন অধ্যাপক ) আৰু ভালেমান। বহুত নাম পাহৰিছোঁ। এই সকলৰ কেবাজনো অতি আপোন মানুহৰ দৰে মোৰ লগত সনাপিঠা হৈছিল। আজি তেওঁলোক চকুৰ আঁতৰ হলেও মনৰ আঁতৰ হোৱা নাই। দুই এজনৰ কথা মাখোন দুই একেষাৰকৈ কৈছোঁ।

প্ৰথমতে মনত পৰিছে। শ্ৰীমহেন্দ্ৰনাথ চৌধুৰীলৈ। এইজন মন্ত্ৰী মহেন্দ্ৰমোহন নহয়, আমাৰ লগৰীয়া বয়োজ্যেষ্ঠ শিক্ষক শ্ৰীমহেন্দ্ৰ চৌধুৰী বা মণি বাবুহে। এওঁ মোৰ কটন কলেজৰ সহকৰ্মী অধ্যাপক শ্ৰীবিনয়ভূষণ চৌধুৰীৰ দেউতাক। মানুহজন ৰসিক, নিৰ্ভীক আৰু শিক্ষক-সকলৰ দলপতিৰ নিচিনা আছিল। মাজে মাজে আমি সকলো শিক্ষকে তেওঁৰ বিলৰ-

তাৰিত থকা ঘৰলৈ মাতি নি পৰমায় খুৱাইছিল আৰু নখন্দাৰ পাৰৰ তেওঁৰ সৰিয়হ-খেতি দেখুৱাই বাৰভচহ কথা পাতিছিল। স্কাউট মাষ্টৰ শ্ৰীবনমালী ভট্টাচাৰ্য সকলো কামতে পৰিপাটী। আনে এৰিলেও ৰায়চৌধুৰীয়ে চলোৱা গেৰুৱা গান্ধী টুপীটো তেওঁৰ মূৰত বহুদিনলৈকে আছিল। স্কাউটৰ দলত ভট্টাচাৰ্যই অষ্ট্ৰেলিয়া ভ্ৰমণ কৰি আহিছিলগৈ। সেই ভ্ৰমণ কাহিনী 'আৱাহন'ত প্ৰকাশ হৈছিল।

আন এজন শিক্ষক কুলবিল-চামতাৰ কালিৰাম বৈশ্যৰ কথা বিশেষভাৱে জানিবলগীয়া। কমাৰে লো পিটি নিজৰ হাড় মজবুট কৰি লোৱাৰ নিচিনাকৈ বৈশ্যয়ো কোনো-স্কুল-কলেজৰ চাৰিবেৰৰ ভিতৰত নোসোমোৱাকৈয়ে কলিকতা বিশ্ববিদ্যালয়ৰ মহলাবোৰত খোপে খোপে উঠি গৈ ইংৰাজী আৰু অসমীয়া সাহিত্যৰ এম-এ ডিগ্ৰী লৈছিল। অকলশৰীয়া প্ৰচেষ্টাৰে তেওঁ এজন লেখৰ মানুহ হৈ উঠিছিল। তেওঁ অসমীয়া আৰু ইংৰাজীৰ বাহিৰে বঙলা, হিন্দী উৰ্দু আদি আৰু কেবাটাও বিষয় আয়ত্ব কৰি লৈছিল। তেওঁৰ গাত আৰু কেইটামান অদ্ভুৎ গুণ বা দোষ আছিল। তেওঁ কোনোদিনে লগত ল'ৰা-ছোৱালী লৈ থকা নাছিল। শনিবাৰে স্কুল ছুটীৰ পিছত ২৪।২৫ মাইল বাট খোজকাঢ়ি গাঁৱৰ ঘৰলৈ গৈছিল আৰু সোমবাৰে ৰাতিপুৱা খোজকাঢ়ি আহি স্কুল বহাৰ আগতে বৰপেটাত উপস্থিত হৈছিলহি। তেওঁৰ ঘৰলৈ যাবলৈ মটৰ বাছ আৰু ৰেলৰ সুবিধা থকা সত্ত্বেও তেওঁ পৰাপক্ষত নিজৰ ভৰি দুখনহে কামত লগাইছিল। বৈশ্যই 'বেঞ্জামিন ফ্ৰেংকলিন' আৰু স্কুলীয়া পাঠ্যপুথি খনচেৰেক লিখিছিল। বৰপেটা স্কুলৰপৰা গৈ তেওঁ ছিলঙত অসম পুথিবছা সমিতিৰ সচিবৰ পদ পাইছিল। তাতে অৱসৰ লৈ অলপ দিনৰ পিছতে মৃত্যুৰ গৰাহত পৰিল।

চেঙাৰ দুজন নৰ্মাল পাছ শিক্ষক বলোৰাম পাঠক আৰু ধৈৰ্য চৌধুৰী। আজি দুয়োজনৰে হাড়ত বন গজিছে। বলোৰাম পাঠকে ডিব্ৰুগড়ৰ স্কুলত কাম কৰোঁতে 'লৱ-কুশ' নামৰ সেই দিনত সৰবৰহী হোৱা এখন ভাল নাট ৰচনা কৰিছিল। নাটখন প্ৰকাশৰ সৰ্বস্বত্ব ডকুৰি টকাত কিনি লৈ ডিব্ৰুগড়ৰ ভট্টাচাৰ্য এজেন্সিয়ে প্ৰকাশ কৰিছিল। সেইকাৰণে নাটখন ছপাৰ বাহিৰ হৈ দুষ্প্ৰাপ্য হোৱাতো প্ৰকাশ কৰিব নোৱাৰি পাঠকে আমাৰ আগত দুখৰ হুমুনিয়াহ পেলাইছিল।

চেঙাৰ ওচৰত নগাঁৱৰ আন এজন ডেকা তত্ত্বজ্ঞ শিক্ষক আছিল শ্ৰীহৰিমোহন তালুকদাৰ। এওঁ ৰাজ্যপাল শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীৰ ককায়েক। তেওঁ মহাসমৰৰ সময়ত স্কুলৰ সৰবায় ভৰ্তালৰ দায়িত্ব লৈ আমাক দুষ্প্ৰাপ্য বস্তুবোৰৰ যোগান ধৰি সকাহ দিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে বৰপেটাৰ ওচৰতে লগালগিকৈ থকা চেঙা আৰু নগাঁও দুখন বৰ্দ্ধমান গাঁও। শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী আৰু ধনীৰাম তালুকদাৰ (ৰাজ্যপাল শ্ৰীমহেন্দ্ৰ চৌধুৰীৰ ককায়েক) নগাঁও অঞ্চলৰ দুটি উজ্জ্বল ৰত্ন।

ভোগৰাম দাস আৰু শ্ৰীভগবানচন্দ্ৰ দাসো দুজন ব্যক্তিত্বসম্পন্ন নৰ্মাল পাছ শিক্ষক আছিল। দুয়োজনৰে ছাত্ৰৰ ওপৰত বিশেষ প্ৰভাৱ থকা দেখা পাইছিলোঁ। স্কুলৰ সমূহীয়া কামবোৰত ভোগৰাম বাবু আৰু ভগবান বাবু নহলেই নহৈছিল।

## বিশিষ্ট নাগৰিক

বৰপেটা সত্ৰৰ মিশ্ৰ-পৰিয়ালৰ অন্যতম উজ্জল বয়স্ক জ্ঞানবৃদ্ধ নাৰায়ণচন্দ্ৰ দেৱমিশ্ৰ সেই সময়ত নগৰৰ আটাইতকৈ শ্ৰদ্ধাভাজন ব্যক্তি আছিল। সংস্কৃত আৰু অসমীয়া মহাপুৰুষীয়া ধৰ্ম্মগ্ৰন্থত মিশ্ৰদেৱৰ অসাধাৰণ দখল আছিল। মই বন্ধুবৰ কালিৰাম বৈশ্যৰ লগত তেওঁৰ ঘৰলৈ গৈ কেবাদিনো মহাপুৰুষৰ নামঘোষাৰ পদৰ সৰল ব্যাখ্যা শুনিছিলোঁ, সভাত জ্ঞানগৰ্ভ বক্তৃতাও শুনিছিলোঁ। অবিৰাম কৈ যাব পাৰে, সংস্কৃত আৰু ঘোষা-কীৰ্ত্তনৰ উদ্ধৃতি খাপ খুৱাই দি যায়। শুনি আমনি নেলাগে, ভাল লাগে। তেওঁ নামঘোষাৰ বহল ব্যাখ্যা গ্ৰন্থ এখন ৰচনা কৰি থৈ গৈছে। মিশ্ৰদেৱৰ ৰবপুতেক জয়কৃষ্ণ মিশ্ৰ মোৰ কলেজীয়া সহপাঠী, কলিকতা বিশ্ববিদ্যালয়ৰ এম-এ মহলাত সংস্কৃতত প্ৰথম শ্ৰেণীৰ প্ৰথম। যেনে বাপ, তেনে বেটা। কটনৰ সংস্কৃত বিভাগৰ অধ্যাপক কামত সোমোৱাৰ অলপ দিনৰ পিছতে নিষ্ঠুৰ কালে হৰি নিনিয়া হলে জয়কৃষ্ণৰ পৰাও মহাপুৰুষীয়া সাহিত্যই বুজন বৰঙণি পোৱাৰ আশা আছিল। গুণী পুত্ৰৰ দুৰ্বহ মৃত্যু-ব্যথায়ো নাৰায়ণ মিশ্ৰক বিচলিত কৰিব পৰা নাছিল। তেওঁৰ সেই স্থিতপ্ৰজ্ঞ অৱস্থা দেখি আমি বিস্মিত হৈছিলোঁ। মিশ্ৰ-পুত্ৰ আটাই কেউজনৰে ভাল বেহেলাবাদক হিচাপে নাম আছে। তেওঁলোক জ্ঞানী, অমায়িক আৰু শান্ত-শিষ্ট প্ৰকৃতিৰ। বৰপেটাত এই মিশ্ৰ পৰিয়ালটো সমাজৰ শীৰ্ষস্থানত অধিষ্ঠিত।

মই বৰপেটালৈ নোযাওঁতেই কংগ্ৰেছ মহাসভাত যোগ দি অসহযোগ আন্দোলনত জঁপিয়াই পৰা হৰিপ্ৰসাদ ব্ৰহ্মচাৰী (ডালিম বাবু), কামেশ্বৰ দাস আদিৰ বৰ নাম শুনিছিলোঁ। বৰপেটাত মোৰ ডালিম বাবুৰ সংস্পৰ্শলৈ অহা নহ'ল কিন্তু ঘটনাচক্ৰত কংগ্ৰেছ নেতা কামেশ্বৰ দাস মোৰ আত্মীয়ৰ দৰে হৈছিল। গুৱাহাটীৰ হিহাবাৰীত ঘৰ-দুৱাৰ সাজি বহিছিল। তেওঁ যেতিয়া বঙালী কলেজৰপৰা অৱসৰ লয়, মযো তেতিয়া কটন কলেজৰ চাকৰিৰপৰা অৱসৰ লৈ ঘৰতে বহি আছিলোঁ। সেই সময়তে এদিন দাস ডাঙৰীয়াই মোৰ ঘৰলৈ আহি মোক বঙালীলৈ গৈ কলেজৰ অধ্যক্ষৰ পদটো লবলৈ খাটনি ধৰিছিল। পদটো লোভনীয় আৰু শোভনীয় হলেও মোৰ পক্ষে সেই পদ ভালুকৰ সাঙী হব বুলি ভাবি মই তেওঁক ধন্যবাদ জনাই সেই দায়িত্বপূৰ্ণ পদটো লবলৈ অমান্তি হৈ কৈছিলোঁ—"ঘৰৰ ভাতমুঠি খাই মোৰ এতিয়া নিৰলে সাহিত্য-চৰ্চা কৰাটোৱেই মনৰ ইচ্ছা। এখন কলেজ গঢ়াৰ সামৰ্থ্য মোৰ নাই।"

বৰপেটাৰ আন দুগৰাকী কংগ্ৰেছী নেতা শ্ৰীঅক্ষয় কুমাৰ দাস আৰু শ্ৰীবংশীধৰ চৌধুৰীক মই বাটে-পথে লগ পাই দুই-একেষাৰ কথা পাতিছিলোঁ। দাসে কংগ্ৰেছৰ কামত আশাওধীয়াভাৱে আত্মনিয়োগ কৰি ডেকাকালতে মূৰৰ চুলিবোৰ পকালে। তেতিয়াৰ-পৰা এতিয়ালৈকে তেওঁ কংগ্ৰেছৰ ৰথনাওখন হেলো-হেচো কৰি ঠেলিয়েই আছে। কেতিয়াবা উঠিছে, কেতিয়াবা পৰিছে। কেটেঙা বংশী চৌধুৰীৰ হাড়কেইডাল দধীচিৰ হাড়ৰ দৰেই। তেওঁ 'জবাহৰলাল'ৰ জীৱনী এখনো লিখি প্ৰকাশ কৰিছিল। মোৰ দৰে তেওঁকো চকু দুটাই জুলুকি জুলুকি সিকাইছে। লণ্ডনলৈ গৈ চিকিৎসা কৰাইহে এতিয়া কিছু পৰিমাণে চকু-ৰোগৰপৰা সকাহ পাইছে বুলি শুনিছোঁ।

মোৰ দৃষ্টি আকৰ্ষণ কৰা আন এগৰাকী বয়োবৃদ্ধ নাগৰিক আছিল ৰেজিষ্ট্ৰাৰ শ্ৰীচিদানন্দ দাসৰ দেউতাক সৰ্বানন্দ দাস। দাস ডাঙৰীয়াই স্কুলৰ ডেপুটী ইন্সপেক্টৰ কামৰপৰা অৱসৰ লৈ এক প্ৰকাৰ বানপ্ৰস্থী জীৱন যাপন কৰি সেই সময়ত ঘৰতে আছিল। তেওঁক আমি নিতৌ গধূলি ফুৰিবলৈ যাওঁতে কীৰ্তন ঘৰৰ কাষে যোৱা দেখিছিলোঁ। দৈনিক নাম-প্ৰসঙ্গত যোগ দিয়াৰ উপৰিও তেওঁ হেনো পুৱা-গধূলি নিয়মিতভাৱে কীৰ্তনঘৰৰ চোতালত জাক দিছিল। মৃত্যুৰ আগে আগে ৰোগত পাটী লৱলগীয়া হোৱাত তেওঁ ৰোগে আক্ষেপ কৰি কৈছিল, "যদি কীৰ্তন ঘৰতেই জাক দিব নোৱাৰা হলোঁ তেন্তে আৰু জীয়াই থাকিম কিহৰ বাবে ?"

বৰপেটাৰ কবি-নাট্যকাৰ আৰু তেতিয়াৰ বিদ্যাপীঠ স্কুলৰ প্ৰধান শিক্ষক শ্ৰীপ্ৰেমলাল চৌধুৰী আৰু তেওঁৰ ভায়েক শ্ৰীমোহনলাল চৌধুৰীক মই তাত ওচৰৰপৰা পাইছিলোঁ।

মই বৰপেটাত থাকোঁতে দুজন বীৰপুৰুষক লগ পাইছিলোঁ। ধনীৰাম তালুকদাৰ আৰু সদানন্দ দাস উকীল এই দুজন খুলসম্বৰ পুৰুষক ভীম-দুৰ্যোধনৰ কলিকলীয়া সংস্কৰণ বুলি কব পাৰি। তালুকদাৰে গদা ঘূৰাই কেবাটাও লোকেলবোৰ্ড নিৰ্বাচন আৰু এবাৰ অসম বিধান সভাৰ নিৰ্বাচনত জয়লাভ কৰিছিল। সদানন্দ দাসো বৰপেটা উকীলখানাৰ এজন বিজয়ী বীৰ। তালুকদাৰে পাটৰ পাঞ্জাবী এটা পিন্ধি মূৰত ৰামধেনুবৰণীয়া মহিলা ছাতি এটাৰে আৰু দাসে ভৰিত জোতা নোহোৱাকৈ মুগাৰ পাঞ্জাবী পিন্ধি কাছাৰীলৈ অহা-যোৱা কৰা দেখা পালে একোজন ৰাজপুৰুষ যোৱা যেন অনুমান হৈছিল। তালুকদাৰে 'কৃষ্ণলীলা' নাট ৰচনা কৰি আৰু দাসে 'জয়ন্তী'ত কেইটামান চিন্তাগধুৰ প্ৰবন্ধ প্ৰকাশ কৰি অসমীয়া সাহিত্যতো নাম লগাই থৈছে।

মই বৰপেটা স্কুলত হাজিৰ হোৱাৰ কেইদিনমান পিছতে এটা জান পাৰ হৈ গৈছিলোঁ হেমচন্দ্ৰ মেধি উকীলৰ লগত চা-চিনাকি হবলৈ। হেম মেধি মোৰ কলেজীয়া সহপাঠী শ্ৰীজগদীশচন্দ্ৰ মেধি এডভোকেট—জেনেৰেলৰ ককায়েক। মেধি-ত্ৰিভাতৃ অৰ্থাৎ জগদীশ মেধি, হেম মেধি আৰু ঈশ্বৰ মেধি আইন শিক্ষাত টিধৰ। হেম মেধিৰ মুখখন খালাংখাছ। তেওঁ মোক বৰপেটালৈ যোৱা 'বিদ্যাৰ জাহাজ' এখন বুলিহে আগত সম্ভাষণ জনাইছিল। তাৰ পূৰ্বে হেনো আৰু দুখন 'বিদ্যাৰ জাহাজ' বৰপেটালৈ যোৱাৰ হুকুম হৈছিল, নগ'ল। সেই দুখন জাহাজ আছিল সৰ্বেশ্বৰ শৰ্মা কটকী আৰু ডিম্বেশ্বৰ নেওগ।

এসময়ত প্ৰায় মোৰ দুৱাৰমুখতে থকা শ্ৰীগোপাপতি দেৱশৰ্মাকো মই পাহৰিব নোৱাৰোঁ। সাহিত্যিক দেৱশৰ্মাই ওকালতি আৰু ছাপাখানা লৈ ব্যস্ত হৈ থকা দেখা পাইছিলোঁ। ভৰিত প্ৰায় জোতা নেথাকেই, টলৌটলৌকৈ ফুৰি বাসুলীয়া দীঘল খোজ দি ঘৰ সোমায়হি। এসময়ত তেওঁ ঐকান্তিকভাৱে সাহিত্য চৰ্চা কৰিছিল আৰু 'কষ্টি', 'সাহিত্যৰ সাজ' কেবাখনো পুথি প্ৰকাশ কৰিছিল। মই লগ পোৱা সময়ত তেওঁৰ গাত বৰ বেছি সাহিত্যৰ পিৰপিৰণি অনুভৱ কৰিব পৰা নাছিলোঁ। সংসাৰ সাগৰত এওঁৰ সাহিত্য তল গৈছিল।

আগৰ তৰপৰ লগত সুপৰিচিত মোৰ বন্ধু শ্ৰীৰামচন্দ্ৰ দাসক কাচিৎহে লগ পাইছিলোঁ। কিয়নো সেই সময়ত তেওঁ অসমৰ বিভিন্ন স্থানৰ স্কুলত শিক্ষকতা কৰি দিহিঙে দিপাঙে ঘূৰি ফুৰিছিল। এদিন তেওঁৰ সুন্দৰীদিয়াত থকা ঘৰখন চাবলৈ সুযোগ মিলিছিল। যেন এটা বিজুৰৰ পঁজাহে। চাকৰিয়ে নোৱাৰিলেও সম্প্ৰতি লটাৰিয়ে শ্ৰীৰামচন্দ্ৰক লাখপতি কৰিছে। আঁউসীৰ পিছত পূৰ্ণিমা। স্থানীয় স্কুল এটাৰ শিক্ষক শ্ৰীঅৰ্জুনচন্দ্ৰ দাসক বাটে-পথে প্ৰায়েই লগ পাইছিলোঁ। তেওঁ লিখা 'পঞ্চৰত্ন' নামৰ এখন মূল্যবান গ্ৰন্থ।

## কলিকতীয়া এম-এ প্ৰসঙ্গ

বৰপেটা স্কুলত কাম কৰি থকাৰ কালতেই মই ছিলঙৰ এডমাণ্ডছ্ কলেজত পঢ়ি ১৯৪১ চনত বি-টি ডিগ্ৰী আৰু ঘৰত পঢ়ি প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে কলিকতা বিশ্ববিদ্যালয়ৰ অসমীয়া সাহিত্যৰ এম-এ ডিগ্ৰী লাভ কৰিছিলোঁ। বি-টি প্ৰশিক্ষণ শিক্ষা লাভৰ বিষয়ে ইয়াৰ আগৰ এক অধ্যায়ত বিবৰি কৈ অহা হৈছে। এতিয়া মোৰ এম-এ পৰীক্ষাৰ স্মৃতি-প্ৰসঙ্গ। সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ এম-এ মহলাত অসমীয়া সাহিত্যই ঠাই পালেও শিক্ষা পাঠ্যক্ৰমত ই এমাডিমা অৱস্থাতে আছিল। তাৰ পূৰ্বে আধুনিক ভাৰতীয় সাহিত্য নামৰ বিষয় এটাৰ পেটতে ওজা বঙলা ভাষাৰ লগত পালি হৈ অসমীয়া ভাষাই ৮০০ নম্বৰৰ ভিতৰত ১০০ নম্বৰৰ ঠাই অধিকাৰ কৰি আছিল। ৫০০ নম্বৰ বঙলাৰ, ১০০ নম্বৰ পালি-প্ৰাকৃতৰ আৰু ১০০ নম্বৰ ভাষাতত্ত্বৰ ভাগত পৰিছিল। সেই সময়ত বঙলা ভাষাক মুখ্য-ভাষা হিচাপে লৈ লক্ষ্মীধৰ শৰ্মা, হলিৰাম ডেকা আৰু শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু আধুনিক ভাৰতীয় সাহিত্যৰ এম-এ মহলাত উঠিবলৈ সমৰ্থ হৈছিল। অসমীয়া সাহিত্যৰ ওজা ডঃ বাণীকান্ত কাকতি আৰু ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই যথাক্ৰমে ইংৰাজী আৰু পালি সাহিত্যতহে এম-এ ডিগ্ৰী লাভ কৰিছিল। তেওঁলোক এজনেও অসমীয়া সাহিত্যত এম-এ পৰীক্ষা দিবলৈ সুবিধা পোৱা নাছিল। লাহে লাহে 'তিমিৰ ফিৰিয়া বাজ ৰবিৰ কিৰণ' হৈ আকাশ ধৱলী বৰণ হৈ উঠিল। অসমীয়া সাহিত্যকে মুখ্য বিষয় কৰি লৈ এম-এ পৰীক্ষা দিবলৈ সুবিধা মিলিল। প্ৰথম কেইবছৰমান নিয়মিতভাৱে শ্ৰেণীত পঢ়ি পৰীক্ষা দিয়া পৰীক্ষাৰ্থী কমেই ওলাইছিল। পৰীক্ষাৰ্থীৰ প্ৰথম দলটোত ডিম্বেশ্বৰ নেওগ দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈছিল। এই দলতে শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু আৰু শ্ৰীনলিনীকুমাৰ মিশ্ৰও আছিল। মই তৃতীয় কি চতুৰ্থ দলত আছিলোঁ।

কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া বিভাগৰ এম-এ শ্ৰেণীৰ প্ৰতিষ্ঠাতা অধ্যাপক তিনিগৰাকী আছিল অম্বিকানাথ বৰা, যতীন্দ্ৰনাথ দুৱৰা আৰু ডঃ বিৰিঞ্চিকুমাৰ বৰুৱা। ডঃ বিৰিঞ্চি বৰুৱা কটনলৈ অহাত তেওঁৰ ঠাইত শ্ৰীতীৰ্থনাথ শৰ্মাই (প্ৰাক্তন অধ্যক্ষ) নিযুক্তি পাইছিল। এওঁলোককে বিষয়টোৰ প্ৰথম বাটকটীয়া বুলি শ্ৰদ্ধাৰে মনত ৰাখিব লাগিব। এওঁলোকৰ কোনো জনেই কিন্তু অসমীয়া সাহিত্যৰ এম-এ নাছিল সেই বিশ্ববিদ্যালয়ৰ পৰা দুজন মাথোন ছাত্ৰই প্ৰথম শ্ৰেণী লাভ কৰিবলৈ সমৰ্থ হৈছিল—এজন ডঃ শ্ৰীমহেশ্বৰ নেওগ আৰু আনজন ডঃ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা। শৰ্মা আছিল নিয়মীয়া ছাত্ৰ আৰু নেওগ আছিল প্ৰাইভেট পৰীক্ষাৰ্থী।

তেতিয়ালৈকে অসমীয়া সাহিত্যত এম-এ ডিগ্ৰী লাভ কৰিবলৈ মই কোনো চিন্তা কৰা নাছিলোঁ। পিছে লেখাক দেখি গা উঠিল, অৱশ্যে ভালৰ বাবেই। কোনোমতে ডিগ্ৰী এটা লাভ কৰিব পাৰিলে কৰ্মস্থানত বৃহস্পতি পোন হ'ব পাৰে কিজানি, এই আশাকে মনত পুহি বি-এ মহলাত উঠাৰ প্ৰায় এযুগৰ পিছত নিজৰ অকলশৰীয়া চেষ্টাৰে এই পৰীক্ষাত বহিবলৈ মন মেলিছিলোঁ। মোৰ কৰ্মস্থান বৰপেটাত কিন্তু পঢ়াৰ পৰিবেশ সমূলি নাই, ভাল পুথিভঁৰালৰ সুবিধা নাই দিহা-পৰামৰ্শ সুধিবলৈ কোনো অসমীয়া ভাষাৰ বিশেষজ্ঞ নাই, সেইকাৰণে মাজে মাজে মনটো কোঁচখাই গৈছিল। সেই সময়ত ডঃ সূৰ্য্যকুমাৰ ভূঞা কেইমাহমানলৈ অসম স্কুল বিভাগৰ ইন্সপেক্টৰ পদত অধিষ্ঠিত হৈ আছিল। বিদ্যোৎসাহী ভূঞা ডাঙৰীয়াই অহকাণে পহকাণে মই এম-এ দিবলৈ ওলোৱাৰ বাতৰি পাই মোক বৰপেটা হাইস্কুলৰপৰা গুৱাহাটী কলেজিয়েট স্কুললৈ বদলি কৰিছিল। কিন্তু দাতাই দিলেও বিধাতাই নিদিয়ে বোলা কথাষাৰ সঁচা। ভূঞা ডাঙৰীয়াই দিয়া বদলিৰ হুকুম কাৰ্যকৰী হবলৈ নৌপাওঁতেই ইন্সপেক্টৰ শৰৎ গোস্বামী পুনৰ নিজৰ কামলৈ ঘূৰি আহে। আহিয়েই ততাতৈয়াকৈ তেওঁ টেলিগ্ৰাফযোগে মোৰ বদলি হুকুম নাকচ কৰিলে। মোৰ ঠাইত ইন্সপেক্টৰ প্ৰভুৱে তেওঁৰ ঘৈণীৰ সম্পৰ্কীয় এজনক কলেজিয়েটত নিযুক্তি দিলে। গোস্বামীদেৱৰ সেই ইচ্ছাকৃত বা অনিচ্ছাকৃত কাৰ্যই মোক বাককৈয়ে আঘাত হানিছিল। তাৰ ফলত দ্বিতীয় মহাসমৰৰ বিভীষিকাৰ মাজেদি মই মোৰ পৰিয়ালটো নিজৰ ঘৰ এৰি বৰপেটালৈ লৈ যাবলগীয় হৈছিল আৰু যাত্ৰাৰ পথত জহৰ বছটো নলবাৰীত থাকিবলগীয়া হোৱাত মোৰ একমাত্ৰ পুত্ৰ চাৰিমহীয়া কেঁচুৱা এটিক প্ৰায় বিনা চিকিৎসাই যমৰ বুকুত দিবলগীয়া হৈছিল। গুৱিয়াল নোহোৱা নাৱত উঠি বৈতৰণী পাৰ হোৱাৰ নিচিনাকৈ কোনো সহায়-সাৰথি আৰু সা-সমল একেবাৰে একোটো নোহোৱাকৈ মই এম-এ পৰীক্ষাত বহিছিলোঁ— গুৱাহাটীত থাকি পৰীক্ষা দিব পৰা হলে হয়তো প্ৰথম শ্ৰেণী পাবলৈ টান নহলহেঁতেন। এইবোৰ নিজৰ কপালৰ কথা। 'গতস্য শোচনা নাস্তি।'

দ্বিতীয় মহাসমৰৰ আগতে কলিকতালৈ যোৱাটো সহজ কথা আছিল—আগদিনা গুৱাহাটীত ৰেলত উঠিলেই পিচদিনা কলিকতা পোৱা হৈছিল। আজিকালি অৱশ্যে চমু বাটটো এৰা পৰি ঘূৰণ বাট হোৱাত দূৰত্ব বাঢ়িছে; ভ্ৰমণৰ সময়ো বাঢ়িছে, কষ্টও বাঢ়িছে দ্বিতীয় মহাসমৰৰ সময়ছোৱাত প্ৰতিখন ৰেলগাড়ীয়ে মিলিটেৰীৰে ঠাক খাই পৰাত সাধাৰণ যাত্ৰীৰ বাবে ঠাইৰ বৰ অকুলন হৈছিল আৰু সাধাৰণ ৰেলযাত্ৰীৰ পক্ষে ভ্ৰমণ বৰ কষ্টকৰ হৈ পৰিছিল। মযো সেই যুদ্ধকালৰ বিপদসঙ্কুল পৰিবেশৰ মাজতে ৰেলেৰে বৰপেটা ৰোড ষ্টেচনৰপৰা অকলশৰে কলিকতালৈ যাবলগীয়া হৈছিল। বৰপেটাৰোডত ভাটিৰ গাড়ীত বহিবলৈ ঠাই অলপ পাই ভালেবেই গৈছিলোঁ। কিন্তু এই ৰেল দুঠাইত সলাবলগীয়া হৈছিল —চান্তাহাৰ আৰু পাৰ্বতীপুৰ জংছনত। চান্তাহাৰত কোনোমতে এটা দবাত উঠিব পাৰিছিলোঁ; কিন্তু পাৰ্বতীপুৰত চকুৰে সৰিষহৰ ফুল দেখিবলগীয়া হৈছিল। তেতিয়া ৰাতি একমান বাজিব পায়। এটা ডব্বাৰ মুখত বাকচ আৰু বিছনা তুলি দি তাৰ পাছে পাছে ৰেলৰ ইমূৰৰপৰা সিমূৰলৈ অহাযোৱা কৰি কোনো এটা কোঠাতে সোমাব পৰা নাছিলোঁ।

মানুহ, মানুহ, কেবল মানুহ। গোটেইখন ৰেলতে মানুহ ওলোমাবাদুলী হৈ গৈছে। ৰেলৰ চালতো মানুহ। মোৰ আগৰ ঘাম শুকিলৈ বৈ গৈছিল। বন্ধুবাটোৱেও ভাত বাতি কাঢ়ি বিৰক্ত হৈছিল। ৰেল এৰো, এৰো। অগত্যা বিপদ কালত বুদ্ধি নিজেই ওলাল। মহিলা-কোঠা এটাত জোৰ কৰি মোৰ মালবস্তবোৰ সুমাই দিলোঁগৈ। মই বিনা অধিকাৰে মহিলা কোঠা দখল কৰিবলৈ যোৱা দেখি মহিলা-যাত্ৰীবিলাকে চকু পেল্লোৱাকৈ মোৰ কালে চাই বক্ৰদৃষ্টি নিক্ষেপ কৰিছিল। তেওঁলোকৰো কেইজনীমান থিয় হৈ যাবলগীয়া হৈছিল। মই তাৰে এজনী গাভৰুক মোৰ বাকচটোৰ ওপৰত বহিবলৈ আৰু মোৰ বিছনাৰ হোল্ড অলটো চমজি লবলৈ অনুৰোধ জনালোঁ। তেওঁ সন্মত হোৱাত মই উশাহ পাই সেই কোঠাটোৰ পৰা ওলাই আহি কাষৰ কোঠাটোৰ দুৱাৰমুখত কোনোমতে থিয় দি ৰলোঁ। ৰেল এবাৰ লগে লগে দুৱাৰখন অলপ খোল খালে, মযো অলপ ভিতৰ সোমাই বাতিটোৰ বাকীছোৱা জাগ্ৰত দুৰবী হৈ থিয় দি থাকি পিছদিনা কলিকতাৰ শিয়ালদহ ষ্টেচন ওলাইছিলোঁ। মোক আগবঢ়াই নিবলৈ ডঃ প্ৰফুল্লদত্ত গোস্বামী আহিছিল। তেওঁক দেখি মুখত হাঁহি ওলাল, ভ্ৰমণৰ দুখ-কষ্টৰ কথা পাহৰি গলোঁ। মহিলা কোঠালৈ গৈ মোৰ ট্ৰাংকটোৰ ওপৰতে অপৰিচিতা গাভৰু গৰাকীক বহি থকা দেখা পালোঁ। বস্তবোৰ তেওঁৰ অনুগ্ৰহত হানিবিঘিনি নোহোৱাকৈ পাই তেওঁক ধন্যবাদ জনাই গোস্বামীৰ লগত গন্তব্য স্থানত ওলালোঁগৈ।

এইখিনিতে কৈ থওঁ যে মই আগেয়েও দুবাৰ নে তিনিবাৰ ৰেলেৰে কলিকতালৈ গৈছিলোঁ; কিন্তু কোনোবাৰেই এনে তিতা কেঁহা অভিজ্ঞতা লাভ কৰা নাছিলোঁ, বৰং আগৰ কেবাৰৰ শান্তিপূৰ্ণ আৰু আৰামদায়ক ৰেল-ভ্ৰমণৰ কথা ভাবিলেও ভাল লাগে। পদ্মা নদীৰ ওপৰৰ হাৰ্ডিঞ্জ দলংখন আছিল যাই আকৰ্ষণৰ বস্তু। ৰেলৰ খিড়িকীৰে চাই গৈছিলোঁ, পূৰ্ববঙ্গৰ কৃষি-জীৱনৰ কৰ্মব্যস্ত ছবি, সোণালী ধানৰ পথাৰ, মনোৰম, নৈ-বিল, আকাশে বতাহে এটা মিঠা মিঠা ভাব। সেই মিঠা ভাববোৰ আজি ভাৰত দুফাল হোৱাৰ পিছত তিতা হৈ গৈছে। পূৰ্ববঙ্গ গুচি পূব পাকিস্থান হোৱাত নিজৰ মানুহবোৰ পৰ হ'ল, নিজৰ দেশখন পৰৰ দেশ হ'ল। কি পৰিতাপৰ কথা!

পি বি নহওক শ্ৰীপ্ৰফুল্লদত্ত গোস্বামীয়ে লৈ গৈ তেওঁ থকা হাৰ্ডিঞ্জ হোষ্টেলৰ তিনি মহলাৰ ওপৰৰ এটা এজনীয়া কোঠাত মোক থাকিবলৈ দিহা লগাই দিলে। গোস্বামীয়ে সেই বছৰ সেই হোষ্টেলত থাকি ইংৰাজী সাহিত্যত এম-এ পৰীক্ষা দিবলৈ সাজু হৈছিল। তেওঁ মোক হোষ্টেলত প্ৰায় এমাহ তেওঁৰ আলহী কৰি ৰাখিছিল আৰু মই থকা-খোৱাৰ বাবে কোনো কথাই ভাবিবলগীয়া হোৱা নাছিল। তেওঁৰ পৰা এইৰূপ সুবিধা নোপোৱা হলে মোৰ লগৰ পৰীক্ষাৰ্থী তুলসীনাৰায়ণ শৰ্মাৰ দৰে মযো কোনো এখন হোটেলত ঠাই লবলগীয়া হলহেঁতেন। হোটেলৰ পৰিবেশ আৰু হোষ্টেলৰ পৰিবেশ একে নহয়। সেইকাৰণে মোৰ এম-এ পৰীক্ষাৰ কৃতকাৰ্যতাত গোস্বামীদেৱৰ অৱিহনাৰ কথা মই নেপাহৰোঁ।

সেই যাত্ৰাত এমাহ কামৰপৰা ছুটী লৈ মই প্ৰায় পঁচিশ দিনমান কলিকতাত আছিলোঁ। মোৰ পুৱি হাত পোৱাৰ বাবে বেছিভাগ সময় হোষ্টেলৰ কোঠাটোতে কিতাপৰ লগত মেল পাতি আছিলোঁ। তলৈ নামি গৈ ফুটপাথৰ কাষৰ দোকানবপৰা

এটোপোলা ভজা বাদাম আৰু এআধি চেনিচম্পা কল কিনি আনি মেজত থৈ লওঁ, কাষতে এগিলাছ চেঁচাপানী আৰু কেইখনমান 'খিলিপান'। তাৰেই সদ্ব্যৱহাৰ কৰি দিনটো কিতাপৰ লগত কটাই দিওঁ। মাজে সময়ে কোঠাৰ বাৰান্দালৈ ওলাই গলে আলিৰ বিপৰীত ফালে থকা মেডিকেল কলেজৰ ৰোগী আৰু নাৰ্চ দুই এজনীক অহা-যোৱা কৰি থকা দেখোঁ। কৰুণ দৃশ্য! আবেলি এঘণ্টামান গোস্বামীৰ লগত, নহলে অকলে ওলাই গৈ বাহিৰত এপাক মাৰি আহোঁগৈ। এদিন মেট্ৰো চিনেমাত এখন ছবি চোৱাৰ বাহিৰে সেইবাৰ মই কলিকতাৰ দৰ্শনীয় বস্তু একো চোৱা নাছিলোঁ, চাবৰ অবসৰো নাছিল।

ঠৌতে খৰ মাৰি অম্বিকানাথ বৰা, যতীন্দ্ৰনাথ দুৱৰা, ললিৰাম ডেকা আৰু শ্ৰীতীৰ্থনাথ শৰ্মা থকা ঘৰলৈ গৈছিলোঁ। মানুহৰ ঘৰলৈ যোৱা ইমানেই। আটাই কেউজনে মোক অতি আন্তৰিকতাৰে সোধপোছ কৰিছিল, অতি আপোন মানুহৰ দৰে।

সেই বছৰ শ্ৰেণীত পাঠ লৈ পৰীক্ষা দিয়া নিয়মীয়া পৰীক্ষাৰ্থী কোনো নাছিল। মই, যোৰহাট জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ তুলসীনাৰায়ণ শৰ্মা আৰু যোৰহাটৰ এগৰাকী মুছলমান ছাত্ৰী, এই তিনিজনেই পৰীক্ষাৰ্থী আছিলোঁ। শৰ্মাই ইতিপূৰ্বে সংস্কৃত ডিগ্ৰী লাভ কৰি এম-এ পৰীক্ষাৰ কিছু আওভাও পাইছিল। মোৰ হলে সাঁচতীয়া উঁৱালত একোৰে একোটো নাছিল। স্কুল আৰু কলেজত পাছ নম্বৰ ধৰিবলৈ অসমীয়া সাহিত্যৰ বেছি ভিতৰলৈ সোমাবৰ আৱশ্যক নোহোৱাৰ বাবে বিশেষ একো শিকা নাছিলোঁ বুলিলেই হয়। আজিকালিৰ দৰে তেতিয়া কলেজীয়া সাহিত্যত অসমীয়া শিক্ষাৰ উচ্চ স্থান একেবাৰে নাছিল, ভাল অধ্যাপনাৰো ব্যৱস্থা নাছিল। তদুপৰি আজিকালিৰ দৰে তেতিয়া ডাকৰীয়া পাঠ্যপুথি কেইখনৰ বাহিৰে প্ৰসঙ্গ-পুথিও একেবাৰে নাছিল। নিজেই নিজৰ বাটকটীয়া হৈ আগবাঢ়িছিলোঁ। অৱশ্যে এম-এ ডিগ্ৰী এটা লাভ কৰাৰ বাহিৰে আন লাভো যে হোৱা নাছিল এনে নহয়। পুৰণি অসমীয়া সাহিত্যৰ মেটমৰা উঁৱালটোৰ ভিতৰ সোমাই উৱাদিহ নোপোৱা হৈ পৰিছিলোঁ। আগেয়ে পঢ়া পুথিবোৰকে পৰীক্ষাৰ বাবে বেলেগ দৃষ্টি ভঙ্গীৰে পঢ়িবলগীয়া হোৱাত জিভাই নতুন পুষ্টিকৰ সোৱাদ বিচাৰি পালে। প্ৰাচীন কবিসকলে অসমীয়া সাহিত্যৰ যিটো বুনিয়াদ বা ভেটি বান্ধি থৈ গ'ল তাৰ ওপৰতে খাইকৈ সাহিত্যৰথী বেজবৰুৱা আৰু ভাষাবিদ্ কাকতিয়ে বাউতিযুগীয়া দেউল বান্ধি গৈছে বুলি মনত দৃঢ় প্ৰত্যয় জন্মিল।

নিৰ্দিষ্ট দিনত পৰীক্ষা ঘৰত বহিলোগৈ। মই যিটো ঘৰত আছিলোঁ তাৰ ওপৰ মহলাতে পৰীক্ষাৰ ঘৰ ছিনেট হাউচ। প্ৰথম দিনা লেখিবলৈ আৰম্ভ কৰি অলপ বিমোৰত পৰিছিলোঁ। যিমানে লিখোঁ সিমানে দেখোন উত্তৰবোৰ দীঘল হৈ বাঢ়ি যায়, মোখনি মৰা টান হৈ পৰে। এইদৰে জুখিমাখি লিখিব নোৱাৰাত শেষৰটো প্ৰশ্নৰ উত্তৰ পালমৰা ধৰণৰ হৈছিল। প্ৰশ্নোত্তৰ লেখি থাকোঁতেই প্ৰতিদিনে অসমীয়া বিভাগৰ গুৰিয়াল অম্বিকানাথ বৰাই আমি তিনিওজন অসমীয়া পৰীক্ষাৰ্থীৰ কাষলৈ আহি মিঠামাতেৰে বৰা পাতি উৎসাহ যোগাই গৈছিল। চাহাবী সাজপাৰেৰে ফিটফাট হৈ যোৱা বুনীয়া বৰাক তেনেভাৱে আমাৰ ওচৰলৈ যোৱা দেখি আনভাষী অচিনাকি পৰীক্ষাৰ্থীবিলাক অলপ

আচৰিত নোহোৱাকৈ থকা নাছিল। দ্বিতীয় দিনাৰ কাকতত কমকৈ লেখিবলৈ মন বান্ধি গৈছিলোঁ, তথাপি আন এটা কেনা লাগিল। পৰীক্ষাৰ কাকতৰ ওপৰৰ কালে টং কৰি চাবৰ নহল, সেইবাবে ৫টা প্ৰশ্নৰ সলনি লিখিছিলোঁ ৬টা প্ৰশ্নৰ উত্তৰ। ঘণ্টা বজাৰ আগে আগে ভুলটো ধৰা পৰাত এটা প্ৰশ্নৰ উত্তৰ কাটি থৈ আহিছিলোঁ। অতিৰিক্ত পৰিশ্ৰমখিনি অথলে গ'ল। আনকেইটা প্ৰশ্নত সেই শ্ৰম প্ৰয়োগ কৰিব নোৱাৰিলোঁ। বহু বছৰৰ মূৰত পৰীক্ষা দিবলৈ বহিলে এনেবোৰ বেমেজালি হয়। অসমীয়া সাহিত্যৰ প্ৰশ্ন পাঁচখন ভালে ভালেই দিলোঁ। বঙলা সাহিত্যৰ ৬ষ্ঠ কাকতখনো বেয়া হোৱা নাছিল। এই কেইখন কাকতত ভাল নম্বৰেই পাইছিলোঁ নিশ্চয়। সপ্তমখন কাকতত আছিল পালি আৰু প্ৰাকৃত। ধেন্দিয়াই ধেন্দিয়াই বিষয় দুটাত পাছ কৰাৰ জোখাৰে জ্ঞান আৰ্জিছিলোঁ, সিমানেই। লাভৰ ভিতৰত পালিৰপৰা দুটা কবিতা অসমীয়ালৈ তৰ্জমা কৰিছিলোঁ, 'পুন্নিকা' আৰু 'মহাভিক্ষুনীৰ উক্তি।' অষ্টমখন কাকতত আছিল উচ্চ ব্যাকৰণ আৰু ভাষা-বিজ্ঞান। সকৰেপৰা ব্যাকৰণৰ লগত মোৰ ভালদৰে বাহিযোৱা অহা নাছিল, ভাষা-বিজ্ঞানৰ জ্ঞানো তথৈবচ। এইখন কাকতত ভাল কৰিব নোৱাৰিম বুলি মই আগতেই জানিছিলোঁ আৰু হৈছিলোঁ সেয়েই। সেইদিনাৰ পৰীক্ষাৰ বাবেই ৰাতিপুৱাতে যি মেজৰ কাষত বহিছিলোঁ, একেবাৰে পৰীক্ষাৰ দহ পোন্ধৰ মিনিটমান আগতে সেই বহাৰপৰা উঠি ওপৰতলাৰ পৰীক্ষা ঘৰত সোমাইছিলোগৈ। গা-পাও ধোৱা নাছিলোঁ, ভাত-পানীও খোৱা নাছিলোঁ। পৰীক্ষা দি একেবাৰে একপিঠীয়া হৈ মুকলি হৈ আহিম বুলি ভাবিছিলোঁ।

শেষৰ দিনা পৰীক্ষা দিবলৈ ওলোৱাৰ আগে আগে মোৰ বৰপেটাৰ ঘৰৰপৰা এখন অমঙ্গলীয়া চিঠি পাই মনটো সেমেকি গৈছিল আৰু পৰীক্ষাতো তাৰ প্ৰভাৱ পৰিছিল। মই বৰপেটা এৰি অহাৰ পিছতেই দেউতাৰ খোৱা-খোৱা নৰিয়া হোৱা বুলি মোক সেই চিঠিত জনোৱা হৈছিল আৰু পৰীক্ষা শেষ হোৱা মাত্ৰেই ততালিকে ঘৰলৈ মাতি পঠাইছিল। দেউতাৰ মূত্ৰাশয় আৰু ৰক্তচাপৰ অসুখ। সেই চিঠি পাই মোৰ মনৰ অৱস্থা কেনে হৈছিল বুজোঁতাই বুজিব। হাতত দুই এদিন ছুটী আছিল যদিও মোৰ হিতাকাঙ্ক্ষী বন্ধু গোস্বামীৰ লগত পৰামৰ্শ কৰি তাৰ পিছদিনাই টোপোলাটোপলি বান্ধি বৰপেটামুৱা হৈ ৰেলত উঠিলোঁ। তেওঁ আগবঢ়াই ৰেলত তুলি থৈ গ'ল।

ঘৰ পাই দেখিলোঁ তেতিয়াও দেউতাৰ অসুখ চলিয়েই আছে। চিঠিত অলপ কমকৈয়ে লেখা হৈছিল। পৰিয়ালত কোনো ডাঙৰ মতা মানুহ নোহোৱাৰ বাবে উৎকণ্ঠাত মোৰ আই আৰু ভৈণীৰ মুখ শুকাই টেমী যেন হৈছিল। মোক দেখা পাই তেওঁলোকৰ মুখলৈ পানী আহিল। ডাঃ নলিনীকান্ত শৰ্মা আৰু মোৰ কলেজীয়া বন্ধু ডাঃ জীৱনচন্দ্ৰ মেধিৰ চিকিৎসা আৰু চুবুৰীয়া শ্ৰীচন্দ্ৰকান্ত তালুকদাৰ আদিৰ পৰিচৰ্যাত সেই যাত্ৰাত দেউতাৰ জীৱন ৰক্ষা পৰিল; কিন্তু তেতিয়াই তেওঁ যি পাটী ললে ললেই। উঠি ধানৰ ভাত বহি খাব নোৱাৰিলে। মৰণৰ দিনলৈকে কেবাবছৰো সেই নৰিয়াপাটীতে লেলাইধেন্দাই থাকিবলগীয়া হৈছিল। তেনেভাৱেই তেওঁক গুৱাহাটীলৈ লৈ আহিছিলোঁ। গুৱাহাটীত

প্রসিদ্ধ চিকিৎসক ডাঃ ভুবনেশ্বৰ বৰুৱা, ডাঃ নলিনীকান্ত শৰ্মা আৰু ডাঃ ৰুদ্ৰকান্ত শৰ্মাই দেউতাৰ আয়ুসৰ মিয়াদ বৃদ্ধি কৰি কেইবছৰমান জীয়াই ৰাখিছিল।

নিৰ্দিষ্ট দিনত এম-এ পৰীক্ষাৰ খবৰ ওলাল। কলিকতাৰপৰা বন্ধুবৰ শ্ৰীঈশ্বৰপ্ৰসাদ চৌধুৰী মই আৰু তুলসীনাৰায়ণ শৰ্মাই দ্বিতীয় শ্ৰেণীত আৰু ছাত্ৰীগৰাকীয়ে তৃতীয় শ্ৰেণীত উত্তীৰ্ণ হোৱা বুলি পত্ৰযোগে জনালে। সিমানখিনিকে হব বুলি আশা কৰা নাছিলোঁ। আশাতীত ফল লাভ কৰি আৰু বেছি খবৰ নকৰিলোঁ। শিক্ষক বন্ধুসকলক চাহপানী একোটুপিৰে হাত মুখ ধুৱাবলগীয়া হল। এম-এ, বি-এল, বি-টি হলোঁ; বন্ধুবৰ ঈশ্বৰ চৌধুৰীৰ বাহিৰে অসমত আন কাৰো একেলগে এই তিনিটা ডিগ্ৰী নাই আৰু আগলৈকো হোৱাৰ মুদা মৰিছে কিয়নো এতিয়া বি-এল ডিগ্ৰী উঠি গে এল-এল-বি ডিগ্ৰী হৈছে।

## সৰস্বতী পূজা আৰু নাট্যাভিনয়

মই বৰপেটাত থকা কালত শিক্ষক হলেও স্কুলৰ সৰস্বতী পূজা উৎসৱ আহানিৰ স্কুলীয়া ছাত্ৰৰ দৰেই উপভোগ কৰিবলৈ সুবিধা পাইছিলোঁ। মহাপুৰুষীয়া বৰপেটাই মূৰ্ত্তিপূজা ভাল নোপোৱাটো স্বাভাবিক। বহুত স্কুলত প্ৰতিমাৰ সলনি ঘট স্থাপন কৰি কোনোমতে বাণীদেৱীক পূজা এভাগ দিয়া দেখিছিলোঁ, চান্দো সাওদে মনসা দেৱীক বাঁওহাতেৰে এখিলা বেলপাতেৰে পূজা দিয়াৰ নিচিনাকৈ। ৰায়চৌধুৰী মহাপুৰুষীয়া আৰু গান্ধীবাদী। তেওঁ ব্যক্তিগতভাৱে সৰস্বতী পূজাৰ পোষকতা নকৰিলেও স্কুলৰ এটা পালনীয় উছৱ বা 'ফাংছন' হিচাপে স্কুলৰ পূজাৰ গুৰি ধৰিছিল।

মই বৰপেটাত থাকোঁতেই শিক্ষক ভোগৰাম দাসৰ চাকৰিৰ কাৰ্যকালৰ অন্ত পৰিছিল। তেওঁৰ বিদায় উছৱ জামজমকৈ পাতি ছাত্ৰবিলাকৰ হতুৱাই সেই উপলক্ষে এখন অভিনয় কৰাবলৈ ৰায়চৌধুৰীয়ে ইচ্ছা প্ৰকাশ কৰিলে। আৰু মোক সেই ভাৰ দিছিল। তেওঁ মোক সাহিত্য আৰু নাটকৰ 'অথৰিটী' বুলি বোধকৰো ধৰি লৈছিল। কিন্তু লুইতেহে জানে, কঠা কিমানলৈ সহে। তথাপি নগৰীয়া শিক্ষকসকলে সহযোগ কৰিবলৈ আগবাঢ়ি অহাত মই গাত বল পাইছিলোঁ। 'বস্ত্ৰহৰণৰ জঙ্গলীয়া প্ৰস্তাবনাৰ দৃশ্যটো বাদ দি মোৰ 'কুৰুক্ষেত্ৰ' নাটখনিকে হাতত লোৱা হ'ল। নাট্যাভিনয়ৰ প্ৰতি অনুৰাগ ল'ৰাৰ পৰা বুঢ়ালৈকে বৰপেটীয়া মানুহৰ এটা স্বভাৱজাত প্ৰবৃত্তি। অল্পশিক্ষিত দোকানী-পোহাৰীয়েও একোখন ডাঙৰ নাট কৃতকাৰ্যভাৱে কণ্ঠস্থ কৰিব পাৰে, দীঘলীয়া অমিত্ৰাক্ষৰ ছন্দৰ ৰচনা সলসলীয়াকৈ মাতিব পাৰে। বৰপেটা হাইস্কুলৰ ছাত্ৰবিলাকে মোৰ 'কুৰুক্ষেত্ৰ' নাটৰ অভিনয়ত প্ৰমাণ কৰি দেখুৱাইছিল যে বৰপেটাৰ কোমল বয়সীয়া ছাত্ৰও নাট্যকলাত আগবঢ়া, ডাঙৰৰ লগত যোজ মিলাবলৈ সক্ষম। সেই অভিনয়ত স্কুলৰ বাহিৰৰ শিল্পীয়ে বিশেষভাৱে সহায় কৰি অভিনয়ৰ কৃতকাৰ্যতাত অৰিহণা যোগাইছিল। এজন আছিল শ্ৰীসতীশচন্দ্ৰ শৰ্মা, বৰপেটাৰ বিখ্যাত অভিনেতা হৰেন্দ্ৰনাথ শৰ্মা উকীলৰ ভায়েক। যেনে ককাই, তেনে ভাই। ছাত্ৰবিলাকক শিকোৱাৰ কৌশল দেখিয়েই মই তেওঁৰ অভিনয়-প্ৰতিভাৰ চিনাকি পাইছিলোঁ। শৰ্মাই নিজেও যেনো ঠাইত 'কুৰুক্ষেত্ৰ' অভিনয়ৰ কৰ্ণৰ

ভূমিকাত নামি এডিভি পানীবপৰা স্বৰ্ধাত্তৰ মাতিছিল আৰু প্ৰতিটো দৃশ্যতে দৰ্শকৰ পৰা আউৰিয়ে আউৰিয়ে হাতচাপৰি লাভ কৰিছিল।

আনজন হৈছে শিল্পী 'খটি'। (পিছত এওঁ সত্তাধিকাৰ হৈছিল।) এওঁ উজনিৰ কোনো এঠাইত জন্ম লাভ কৰি 'সোণটি' নাম পাইছিল, বৰপেটালৈ আহি 'সোণটি'য়েই 'খটি' নামেৰে বিখ্যাত মঞ্চশিল্পীৰূপে জনাজাত হৈছিল। অস্থায়ীভাবে সাজি লোৱা ৰঙ্গমঞ্চৰ বাবে আৱশ্যকীয় দৃশ্যপট ৰথ, ঘোঁৰা আদি নিজ হাতে নিৰ্মাণ কৰি দিয়াৰ উপৰিও খটি শিল্পীয়ে মঞ্চাধ্যক্ষৰ দায়িত্বও বহন কৰিছিল। স্কুল হাউলিৰ অভিনয় মণ্ডপত বৰপেটাৰ ৰাইজ উবুৰি খাই পৰিছিল আৰু বহুদিন পিছলৈকে সেই অভিনয়ৰ প্ৰশংসা শুনা গৈছিল।

## বৰপেটা-বিদায়

প্ৰায় আধাযুগ (১০-৬-৩৯ ৰ পৰা ১০-১১-৪৫ লৈ) মই নিগাজী শিক্ষক হৈ বৰপেটা হাইস্কুলত আছিলোঁ। অসমৰ এই ধৰ্মীয় নগৰখনৰ লগত মোৰ নিবিড় সম্পৰ্ক গঢ়ি উঠিছিল। বহুতৰ লগত চা-চিনাকি হ'ল, নিজ চকুৰে বৰপেটা থানৰ মহিমা দেখা পালোঁ, তিনি কীৰ্তন দেখিলোঁ, দেউল দেখিলোঁ, জনচেৰেক নলেগলে লগা বন্ধু আৰু কৃতী ছাত্ৰ লাভ কৰিলোঁ। অৱশেষত বৰপেটাক বিদায় দিবলগীয়া হ'ল পঞ্চল্লিচ চনৰ নভেম্বৰ মাহত। কলেজিয়েট স্কুললৈ বদলি হলোঁ। বৰপেটা এৰিবলগীয়া হোৱাত বেয়া পাইছিলোঁ যদিও ঘৰৰ ল'ৰা ঘৰলৈ আহিবলৈ পাই ভাল লাগিছিল।

"Home, Home, sweet Home,
There is no place like Home."

বহুদিন প্ৰবাসত খৰণি খোৱাৰ পিছত নিজৰ টোকোৰা বাহত থিতাপি লাগিবলৈ পাই হাততে স্বৰগ ঢুকি পোৱা যেন লাগিছিল। লগৰীয়া শিক্ষকসকলে আৰু মৰমৰ ছাত্ৰবিলাকেও মোক এৰি দিবলৈ নখৈ বেয়া পাইছিল সন্দেহ নাই। এখন ডাঙৰ সভা পাতি তেওঁলোকে মোক চলচলীয়া চকুৰে বিদায় সম্ভাষণ জনাইছিল, কবিতা এটা আৰু কিবাকিবি উপহাৰো দিছিল। কামেশ্বৰ দাসৰ পৰিয়াল শোকত মাৰ মৰা কপোতীৰ দৰে হৈছিল।

দ্বিতীয় মহাসমৰৰ সামৰিক পৰিবেশ তেতিয়াও অব্যাহত আছিল। ৰেলভ্ৰমণ অতিশয় কষ্টকৰ হৈয়েই আছিল। মটৰবাছেৰে আহি ৰবপেটা ৰোড ষ্টেছনত শৰণ লোৱাৰ বাহিৰে তেতিয়া পৰিবহনৰ আন কোনো বিকল্প ব্যৱস্থা নাছিল। কণীয়া দেউতা, বৃদ্ধা আই, এটা পানীকেচুৱা ছোৱালী বুকুত বান্ধি ঘৈণী, তদুপৰি এখন সংসাৰৰ মালবস্তু, লামলাকটু। হেডমাষ্টৰ ৰাজকুমাৰ সুৰেশ্বৰ গোহাঞিদেৱে লগত জনচেৰেক ছাত্ৰ লৈ আমাক ৰেলত তুলি দিবলৈ ৰবপেটা ৰোড ষ্টেছনলৈকে আহিছিল। ভগবান বাবু আমাৰ গুৱাহাটীৰ ঘৰলৈকে সহযাত্ৰী আৰু সহায়কাৰী হৈছিল। নিৰ্দিষ্ট সময়ত ৰেল ষ্টেছনত ৰলহি। উঠাটো হ'ল ডাঙৰ সমস্যা। দ্বিতীয় শ্ৰেণীৰ টিকট লোৱা হৈছিল কিন্তু তৃতীয় শ্ৰেণীৰ ডবা এটাতে সোমোৱাটো অসম্ভৱ। সময় মাথোন এক মিনিট। অগত্যা চলন্ত ৰেলৰ চাহবোৱানীক

পাঁচটকা গুজি দি তেওঁৰ আত্মীয়া কোঠাটোতে নিৰাপদে সোমাই ললোঁ। লম্বোদৰবাবু মাজতে ছাত্ৰবিলাকে আৰু হেডমাষ্টৰ ৰাজকুমাৰে নিজে মালবস্তবোৰ কঢ়িয়াই বেলত ভৰাই দিছিল। বেল এৰিলে, ববপেটা এৰিলোঁ। ৰাজকুমাৰ আৰু ভগবান বাবুৰ ওচৰত মোৰ পৰিয়াল কৃতজ্ঞ হৈ থাকিল। মোৰ মানসপটৰপৰা ববপেটাৰ মধুৰ স্মৃতিবোৰ আজিও মচ খাই যোৱা নাই।

## কলেজিয়েট স্কুল (২)

কটনত পি-চি বায়ে ডি-এল বায়ৰ গান একাকি মাতি শুনাইছিল বোলে পুখুৰীত ওপঙি থকা পদুম পাতবোৰ যদি একোখন লুচী হলহেঁতেন, পৰ্বতত দম হৈ থকা ঘূৰণীয়া শিলবোৰ যদি একোটা বসগোল্লা হলহেঁতেন তেন্তে 'হত কি মজা' অৰ্থাৎ কি মজাই নহলহেঁতেন! ময়ো ঠিক তেনেকৈ অহৰ বন্ধ আৰু পূজাৰ বন্ধৰ আগতে বহা 'মৰ্ণিং স্কুল' হলে মনে মনে ভাবিছিলোঁ যে যদি আমাৰ স্কুলবোৰত সদায় মৰ্ণিং স্কুল' হলহেঁতেন, আকৌ ববপেটা স্কুলত শিক্ষকৰ দহবজাৰপৰা তিনিবজালৈ একেৰাহে বিভিন্ন বিষয় পঢ়াবলগীয়া হাড়ভগা খাটনিৰ পিছত একোটা 'হাফ' বা আধাছুটী পালে মনে মনে ভাবিছিলোঁ স্কুলবোৰত যদি সদায় 'হাফ' হলহেঁতেন, তেন্তে 'হত কি মজা।' ঈশ্বৰৰ কি ইচ্ছা কবনোৱাৰোঁ মোৰ এই দুয়োটা অদ্ভুত আৰু অসঙ্গত মনোবাঞ্ছাই মোৰ জীৱনতে গুটি ধৰিছিল। কলেজিয়েট স্কুললৈ আহি সদায় 'মৰ্ণিং স্কুল' পালোঁ আৰু তাৰ পিছত কটন কলেজত শিক্ষক হৈ সদায় 'হাফ' নেপালেও হাফৰ সমতুল্য তিনিঘণ্টা, চাৰিঘণ্টা কাম কৰিবলৈ পাইছিলোঁ। দ্বিতীয় মহাসমৰৰ সময়ত গুৱাহাটী আৰু আন আন ঠাইৰ শিক্ষানুষ্ঠানবোৰ খানখান হৈ পৰিছিল। সেইবোৰ চিপাহীৰ দখললৈ যোৱাত জোৰাটাপলি মাৰি শিক্ষাদান চলিছিল। কলেজিয়েটৰ বুঢ়া ঘৰটোতে মিলিটেৰীয়ে খুটি পুতি বহিছিল আৰু অসমৰ এই পুৰণি স্কুলখনও অথবী হোৱাত শিক্ষা-ব্যৱস্থাত আউল লাগিছিল। কামৰূপ একাডেমী স্কুলঘৰকে কেৰেয়ালৈ লৈ তাতে ৰাতিপুৱা কলেজিয়েট স্কুল বহাৰ ব্যৱস্থা কৰা হৈছিল। কলেজিয়েট স্কুল বহে ৰাতিপুৱা ছয় বজাৰপৰা দহ বজালৈ আৰু চাৰে দহ বজাৰপৰা বহে একাডেমী স্কুল। কলেজিয়েটৰ পঁকলিছ মিনিটৰ ঘণ্টা পয়ত্ৰিশ মিনিটীয়া কৰিবলগীয়া হৈছিল। আবকালি আৰু কমে। এনেকুৱাই আছিল যুদ্ধৰ দিনৰ স্কুল। একাডেমী স্কুলঘৰ মোৰ ঘৰৰপৰা বেছি দূৰত নহয়। বোৰপুখুৰীৰ পূব-দক্ষিণ কোণেদি মোটোকাটোৰে দৃৰি বেলঙালি পাৰ হলেই, স্কুলত সোমাব পাৰি। এইদৰেই মোৰ ভাগ্যত নিতৌ 'মৰ্ণিং স্কুল' মিলিছিল। দুপৰীয়া নিয়মিত সময়ত ভাতপানী খাই এযুমটি শুবলৈকো সুবিধা পাইছিলোঁ। আগত শালেগ্ৰাম দিনটো পৰি থাকে। কৰোঁ বুলিলে বহুত কামেই কৰিব পাৰি। গতিকে ঘৰৰ ভাত খাই কলেজিয়েট স্কুলত কাম কৰা সময়ছোৱা মোৰ পক্ষে শাৰীৰতে মহৰ খুটিৰ দৰে হৈছিল।

কলেজিয়েট স্কুলত মই হেডমাষ্টৰ হিচাপে পাইছিলোঁ মোৰ তাহানিৰ শিক্ষাগুৰু শ্ৰীমন্নাম বৰুৱাক। বৰুৱাদেৱৰ আগৰজন হেডমাষ্টৰ ভাৰতচন্দ্ৰ চলিহাৰ চোকা শাসনৰ স্মৃতি তেতিয়াও কলেজিয়েটৰ শিক্ষকসকলৰ মনত সেউজীয়া হৈ আছিল। চলিহাৰ কটকটীয়া শাসনৰ অন্তত অম বৰুৱাক তেওঁৰ ঠাইত পাই কলেজিয়েটৰ শিক্ষকসকলে যে

নথৈ সকাহ পাইছিল সেই কথা স্বীকাৰ কৰিব লাগিব। অন্ন বৰুৱাৰ উপৰিও মোৰ আৰু জনচেৰেক শিক্ষাগুৰুক কলেজিয়েটত সহকৰ্মী হিচাপে পোৱাটো মোৰ পক্ষে সৌভাগ্যৰ কথা আছিল। সেই সকলৰ ভিতৰত ৺সৰ্বেশ্বৰ শৰ্মা কটকী, ৺শান্তিৰাম দাস আৰু ৺মহম্মদ চালেহৰ নাম মনত পৰিছে। কটকীদেৱে মোক দেখি কৈছিল, "অতুল, এম-এ পাছ কৰিলা যেতিয়া বেছিদিন আৰু স্কুলত থাকিব নেলাগিব। গুৱাহাটী বিশ্ববিদ্যালয় সোনকালে হবই। তেতিয়া তুমি আৰু সুৰেন বাবু (সুৰেন্দ্ৰমোহন দাস) কলেজলৈ যাব লাগিব। এম-এ পাছ সকলোৰে ভবিষ্যত উজ্জ্বল।" কটকীদেৱৰ মুখত ফুল-চন্দন পৰিল।

মই কলেজিয়েটৰ কামত থাকোতেই ১৯৪৪ চনৰ ১৯ ডিচেম্বৰৰ জয়পুৰত মহা বুৰ্জী কংগ্ৰেচত অসমৰ চৰকাৰৰ প্ৰতিনিধিত্ব কৰি উলটি আহোতে অপ্ৰত্যাশিতভাৱে শৰৎচন্দ্ৰ গোস্বামীদেৱৰ দিল্লীত অকাল মৃত্যু হৈছিল। এই খবৰটো আছিল অসমৰ মূৰত বিনামেঘে বজ্ৰপাত অসমৰ এজন কৃতী সন্তানৰ আকস্মিক তিৰোধানত আমি সকলোৱে ম্ৰিয়মান হৈ পৰিছিলোঁ, সেইদিনা স্কুলৰ ছাত্ৰ-শিক্ষক সকলোৱে জঁয় পৰিছিল। আকস্মিকভাৱে স্বৰ্গগামী নোহোৱা হলে তেৱেঁই হয়তো গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম ৰেজিষ্ট্ৰাৰ হলহেঁতেন।

সি যি নহওক, কলিৰ শেষত পুষ্পভদ্ৰাই মুক্তি লাভ কৰাৰ নিচিনাকৈ কলেজিয়েট স্কুলতে মোৰ স্কুলীয়া শিক্ষকতাৰ অবসান ঘটিল। এদিন হঠাতে ছিলঙৰপৰা কটন কলেজত হাজিৰ হবলৈ নিযুক্তি পত্ৰ আহিল। কেনেকৈ মই কামটো পাইছিলোঁ সিও এক ৰহস্যৰ কথা। ইয়াৰ পিছৰ অধ্যায়ত বিবৰি লেখা হব। নিযুক্তি-পত্ৰখন পাই মোৰ শিক্ষাগুৰু শ্ৰীমন্নৰাম বৰুৱাৰ কি যে আনন্দ! সেইদিনা মই বহীত হাজিৰা কৰাৰ পিছতেই হেডমাষ্টৰৰ কোঠালৈ ডাক পৰিল। বৰুৱাদেৱে মোৰ হাতত নিযুক্তি-পত্ৰখন দি ক'লে, "অতুল, তোমাক মই স্কুলৰপৰা এতিয়াই অজৰাই দিলোঁ। তৎক্ষণাৎ বাহিৰে বাহিৰে গৈ কলেজত হাজিৰ হোৱাগৈ, বাৰ বজাৰ আগতে।" তেওঁ শিক্ষকসকলক মাত-বোল লগাবলৈকে সময় নিদি মোক খৰখেদা লগাই পঠাই দিলে। পিছতহে সকলোৱে কথাটো গম পাই ভালো পাইছিল আৰু বিদায় অভিনন্দন দিব নোৱাৰি বেয়াও পাইছিল। কিন্তু কলেজিয়েট মোৰ ঘৰৰ কাষৰে স্কুল, সেইকাৰণে আন ঠাইৰ বিদায়-ব্যথা অনুভূত হোৱা নাছিল। ওচৰাউচৰি দুটা ঘৰৰ এটাৰপৰা আনটোলৈ যোৱা যেনহে লাগিছিল।

---

* মোৰ স্কুলীয়া কামৰ যৱনিকা পতন হোৱাত কোনজন হেডমাষ্টৰে মোৰ বিষয়ে চাকৰি-বহীত কি মন্তব্য দিছিল তলত তুলি দিলোঁ—

1. I was satisfied with his work.
   Sd/- G. Roychowdhury
   Headmaster, 7.7.40
   Barpeta High School

2. A good teacher.
   Sd/- K. K. Bhuyan
   Headmaster, 1.9.42
   Barpeta High School

3. A faithful and ungrudging worker.
   Sd/- M. Das
   Headmaster, 8.6.43
   Barpeta High School

4. A qualified teacher and a loyal worker
   Sd/- S. Gohain, 5.5.45

5. Worked satisfactorily
   Sd/- S. C. Chakraborty, Headmaster. 10-11.45

## কটন কলেজ

তাহানিখন এদিন যে কটন কলেজত অধ্যাপকৰ কাম কৰিব লাগিব সেই কথা মই জনা নাছিলোঁ, আনকি কোনোদিনে কল্পনাও কৰা নাছিলোঁ। কিন্তু জানিছিল এজন মানুহে আৰু ভবিষ্যদ্বাণী কৰাৰ নিচিনাকৈ তেওঁ এই কথা কৈছিল। তেওঁ আছিল মোৰ গুৱাহাটী-ঘৰৰ চুবুৰীয়া শ্ৰীনাথ চক্ৰবৰ্তী ডাঙৰীয়া (কটনৰ প্ৰাক্তন অধ্যক্ষ)। গুৱাহাটীত চক্ৰবৰ্তী আৰু আমাৰ ঘৰ লগালগি। ৰাতি ভাতপানী খোৱাৰ পিছত চক্ৰবৰ্তী আৰু দেউতাৰ মাজত নিজৰ ঘৰত থাকিয়েই কথা-বতৰা পাতে। তেতিয়া প্ৰায় চক্ৰবৰ্তীয়ে দেউতাক সোধে—'অতুল কেতিয়া আমাৰ কলেজলৈ আহিব?" দেউতা আচৰিত হয় আৰু পিছত প্ৰশ্নটোৰ কথা জানিব পাৰি ময়ো আচৰিত হৈছিলোঁ। তেতিয়া মই স্কুলত কাম কৰোঁ আৰু কটনত কাম কৰাৰ কথাটো নাইবা এম-এ পৰীক্ষা দিয়া কথাটো মোৰ কল্পনাতো ভুমুকি মৰা নাছিল। ৰাম নৌ ওপজোতেই ৰামায়ণ। পিছে কেইবছৰমানৰ পিছতে চক্ৰবৰ্তীৰ কথাটো খাণ্ডৰত ফলিয়ালে আৰু মই তেওঁৰ (অধ্যক্ষ) তলতেই কাম কৰাৰ সৌভাগ্যও হৈছিল। এইদৰে বহু সময়ত নভবা নিচিন্তা কথাও সঁচা হয়।

মই কলেজিয়েটত কাম কৰি থাকোঁতেই অলকাণে পলকাণে শুনিবলৈ পাইছিলোঁ যোলে গুৱাহাটী সন্দিকৈ ছোৱালী কলেজত নতুনকৈ অসমীয়াৰ অধ্যাপক এজন লোৱা হব। সেই সময়ত সন্দিকৈ কলেজ অলপ দিনৰ বাবে (১৯৪৫-৪৭) চৰকাৰী হৈছিল। মই নতুন কামটোৰ পম খেদিবলৈ ছিলঙলৈ গৈছিলোঁ। ছৈয়দ আবু ফজল চাহাব তেতিয়া সহকাৰী শিক্ষা-ডিৰেক্তৰ। মই তেওঁক তেওঁৰ নিজৰ বাসভৱনত দেখা কৰিছিলোঁ। আগৰ চিনাকি নাছিল যদিও তেওঁ মোক বৰ ভদ্ৰভাৱে শোধপোচ কৰিলে, তামোল-চাহপানী দিলে। কথাৰ মাজতে মই সন্দিকৈ কলেজৰ কামটোৰ কথা উলিয়ালোঁ আৰু সেই কামটো মোক দিব লাগে বুলি খাটনি ধৰিলোঁ। সকলো কথা মনোযোগেৰে শুনি তেওঁ ক'লে যে, মই শুনি যোৱা কথা সঁচা নহয়, সন্দিকৈ কলেজত অসমীয়াৰ অধ্যাপক লোৱা কোনো প্ৰস্তাৱেই চৰকাৰৰ হাতত নাই। যি ভাবি গৈছিলোঁ মিছা হ'ল। মাজ মূৰত শিয়ালৰ শিঙেই নাই যেতিয়া অৰ্থাৎ কোনো কামেই খালী নাই যেতিয়া কাম পাওঁ কেনেকৈ? ঠোট মুখ চেলেকি ঘৰৰ ল'ৰা ঘৰলৈ উলটি আহিলোঁ।

তাৰ কিছুদিনৰ পিছত নভবা নিচিন্তাকৈ আৰু নিজে কোনো চেষ্টা নকৰাকৈ কটনত অসমীয়াৰ অধ্যাপকৰ কামত নিযুক্তিৰ হুকুম পালোঁ। সিবিকি সকলোৱে দুবছৰৰ ছুটী লৈ বিলাতলৈ গলেই। তেওঁৰ ঠাইত প্ৰযোজন পাই শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাক এখোপ ওপৰলৈ গৈছে আৰু মই লেখাকৰ ঠাইত নিম্ন কামটো পাইছোঁ। পিছত অনুসন্ধান কৰি জানিব পাৰিছিলোঁ যে প্ৰথমতে মই কামটো পোৱা নাছিলোঁ। ছিলঙৰ সচিবালয়ৰ এম-এ পাছ আমোদা একজনকহে কামটো দিয়া হৈছিল। হুকুমৰ খচৰা নকলটো সহ-ডিৰেক্তৰ ফজল চাহাবৰ চকুত পৰিল। তেওঁ মোৰ অনুৰোধৰ কথা মনত ৰাখিছিল আৰু তত্তালিকে মোৰ নাম লেখি কাকতখন ডিৰেক্তৰ চাহাবলৈ পঠাই দিলে। শিক্ষা-ডিৰেক্তৰ আবু সেইচ

চাহাবে কাটকুট কৰা কাকতখন পাই আৰু ফজল চাহাবক তলব কৰি মাতি নিলে আৰু তেনে কৰাৰ কাৰণ সুধিলে। ফজল চাহাবে কলে যোলে শিক্ষা-বিভাগত কাম কৰি থকা এজন অতুল হাজৰিকা আছে, তেওঁহে কামটো পাবৰ উপযুক্ত। লেইছ চাহাবে শিক্ষা-বিভাগত আৰু কোনোবা উপযুক্ত প্ৰাৰ্থী আছে নে সুধিলে। ফজল চাহাবে উত্তৰত কলে যোলে এজন অৰ্হতা থকা শিক্ষক আছে, কিন্তু খোনা হোৱাৰ বাবে তেওঁ কলেজত বক্তৃতা দিব নোৱাৰিব। লেইছ চাহাবে আৰু আপত্তি নকৰিলে। মোৰ কপাল ফুলিল।

মোৰ এই কৰ্মপ্ৰাপ্তিৰ পৰা ঠাৱৰকৈ বুজিব পাৰিছিলোঁ যে চেষ্টাৰ সুফল পলমকৈ হলেও পোৱা যায়। আৰু সকলো কামতে নিয়তিৰ অদৃশ্য হাত আছে। সেয়েহে মই দলিটো মাৰিছিলোঁ সন্দিকৈ কলেজলৈ, পৰিল কটন কলেজত।

কেইবছৰমান পিছত কটনত কামত নিগাজী হওঁতেও মোক ভাগ্যলক্ষ্মীয়ে অজ্ঞাতসাৰে অদৃশ্যভাৱে থাকি মোৰ কপালত জয়তিলক পিন্ধাই দিছিল। কটনত অসমীয়া অধ্যাপকৰ খালী কামৰ বাবে একাধিকবাৰ গেজেটত জাননী ওলাইছিল। ময়ো সেইমতে তিনি চাৰিবাৰমান দৰ্খাস্ত দলিয়ালোঁ কণাৰ ফমুটিৰ দৰে। শেষৰখন জাননীত লেখা আছিল অনুসূচীত আৰু আহোম প্ৰাৰ্থীক অগ্ৰাধিকাৰ দিয়া হ'ব বুলি। তথাপি আকৌ এখন দৰ্খাস্ত 'নখো ছিলঙায়' বুলি পঠাই দিছিলোঁ। দুমাহমানৰ পিছত এদিন এজন বন্ধুৰে বাটত লগ পাই মই ছিলঙলৈ নোযোৱাৰ কাৰণ সুধিলে, লোকসেৱা আয়োগে হেনো প্ৰাৰ্থীক মাতিছেই। মই ছিলঙৰপৰা কোনো আহ্বান পোৱা নাছিলোঁ, তথাপি খা-খবৰ এটাকে লওঁ বুলি পিছদিনা পুৱাই ছিলঙলৈ ঢাপলি মেলিলোঁ। মোৰ সান্দহ খোৱা বালি তল গ'ল বুলি মনে মনে ধৰিয়েই লৈছিলোঁ। পোনচাটে গৈ লোকসেৱা আয়োগৰ সচিব পি-গোস্বামীক দেখা কৰিলোঁ। গোস্বামীয়ে মোক দেখিয়েই হাঁহি মাৰি মিঠাই সাধিলে মই একো বুজিব নোৱাৰি তেওঁৰ মুখলৈ চালোঁ আৰু মোক কিয় মতা নহল সুধিলোঁ। তেওঁ ক'লে, আপোনাৰ ভাগ্য ভাল। চাহাবে (আয়োগৰ চেয়াৰমেন কেণ্ট্লি চাহাব) আপোনাক কামটো এনেয়ে দিলেই। কথাটো হৈছে, চাহাবে এজন আহোমপ্ৰাৰ্থীক মাতিছিল। সাক্ষাৎ প্ৰসঙ্গত তেওঁক ভাল নেপাই বৰ্ত্তমান চলি থকা ব্যৱস্থাই বাহাল থাকিব লাগে বুলি মত প্ৰকাশ কৰিছিল। সেইকাৰণে মই আগৰ ঠাইতে গজগজীয়া হৈ বহিবলৈ সুবিধা লাভ কৰিলোঁ। এইবাৰো নিয়তি সহায়।

### পুনৰ কটন প্ৰৱেশ

কটনত কামটো পাই মোৰ আৰু মোৰ পৰিয়ালৰ পক্ষে এটা বিশেষ আনন্দৰ কথা হৈছিল এইবাবেই যে বদলিৰপৰা একেবাৰে নিষ্কৃতি পালোঁ চৰকাৰী চাকৰিয়ালে একে ঠাইতে নিজৰ ঘৰখনত গোজ মাৰি থাকিবলৈ খুব কমেইহে সুবিধা পায়। অসমত তেতিয়া দুখন চৰকাৰী কলেজ—এখন কটন কলেজ আৰু আনখন শ্ৰীহট্টৰ মুৰাৰিচাঁদ কলেজ। মুৰাৰিচাঁদত অসমীয়া সাহিত্য-শিক্ষা ব্যৱস্থা প্ৰায় নাছিলেই। গতিকে এইবাৰ মই নিষ্কণ্টক, বদলিৰ ভয়েই নাই। ভয়াৰ বগৰী হোৱাৰ মুৰা মৰিল।

যথাসময়ত কামত হাজিৰ হৈ প্ৰফেচৰৰ কমন ৰুমত সোমালোগৈ। তিনিগৰাকী অধ্যাপকৰ সম্বৰ্দ্ধনাৰ কথা মনত আছে। মোৰ কলেজীয়া সহপাঠী শ্ৰীমথুৰানাথ গোস্বামী (প্ৰাক্তন উপাধ্যক্ষ) তেতিয়া অৰ্থনীতিৰ অধ্যাপক। তেওঁ মোক আদৰণি জনাই কৈছিল—"আহক হাজৰিকা, আজিৰপৰা আপুনিও আমাৰ লগৰীয়া শিক্ষক হ'ল। কলেজৰ শিক্ষা আৰু স্কুলৰ শিক্ষা বেলেগ। এতিয়াৰপৰা আৰু স্কুলৰ দৰে হাজিৰা বহীত নাম চহী কৰিব নেলাগে।" মোৰ স্কুলৰ শিক্ষাগুৰু অধ্যাপক ৰাধাকান্ত দাস আৰু ডঃ বাণীকান্ত কাকতিয়েও হাঁহি মাৰি মোক স্বাগত সম্ভাষণ জনালে। দাসৰ হাঁহিটো সন্তোষীয়া হাঁহি; কিন্তু কাকতিৰ হাঁহিটোৰ তাৎপৰ্য বুজি নেপালোঁ।

তেতিয়াও দ্বিতীয় মহাসমৰৰ যুদ্ধকলীয়া পৰিবেশ নাইকিয়া হোৱা নাছিল। কটন কলেজৰ অধ্যাপকৰ 'কমন ৰুম' আছিল ৰসায়নৰ কমন ৰুমতেই। তেতিয়া কটন কলেজৰ আগৰ সৌষ্ঠৱ নাছিল, আহলবহল পৰিসৰো নাছিল—আধাআধি মিলিটেৰীৰ দখললৈ গৈছিল। মূল কলেজৰ ঘৰ আৰু ছাত্ৰাবাসবোৰত মিলিটেৰী আসপতাল পতা হৈছিল। মূল ঘৰৰ পূব পেলেৰী আৰু পশ্চিম পেলেৰী দুখন ভাঙি বহু ঐতিহাসিক স্মৃতি বিলুপ্ত কৰা হৈছিল। নগৰৰ অ'ত ত'ত কেবোৱালৈ ঘৰ লৈ ছাত্ৰাবাস পতা হৈছিল। কলেজিয়েট স্কুলৰ দক্ষিণে ৰসায়ন আৰু পদাৰ্থ বিজ্ঞানৰ (আজিকালি ৰসায়ন) ঘৰৰ মাজত টিনৰ বঙাঘৰ সাজি শ্ৰেণী লোৱা ব্যৱস্থা কৰা হৈছিল। ১৯২৫ চনতে কমাৰ্চিয়েল কেৰিং কোম্পানীৰ মটৰ ষ্টেছনটো অধিগ্ৰহণ কৰি কলেজে দখল লৈছিল তেতিয়া মটৰ কোম্পানীৰ গুদাম ঘৰটো অলপ সংস্কাৰ কৰি। 'ছুদমাৰ্চন হল' (১৯৩৫ চন) আৰু পশ্চিমে নিউ বিল্ডিঙৰ ঘৰবোৰ নকৈ সজা হৈছিল। এইকেইটা ঘৰ আৰু ৰসায়ন বিভাগৰ ঘৰ-দুৱাৰতে যুদ্ধকলীয়া কলেজ চলিছিল হেকোৰপেকোৰকৈ। শ্ৰীকৃষ্ণই বৈকুণ্ঠ প্ৰয়াণ কৰাৰ পিছত—

একে ধনু, একে শৰ, একে ধনঞ্জয়,
তথাপিতো গুৱালৰ গা নিবিন্ধয়।

ছুদমাৰ্চন আৰু তেওঁৰ লব্ধপ্ৰতিষ্ঠ সহকৰ্মী সকল নাইকিয়া হোৱাত কটন কলেজৰো তেনে অৱস্থাই হৈছিল। গফিন চাহাব, ৰবাৰ্টছ চাহাব, ব্ৰাউন চাহাব, পি, চি ৰায়, চুনীবাবু, আশুবাবু, শৰৎবাবু, লক্ষীবাবু প্ৰভৃতি মোৰ চিৰনমস্য শিক্ষাগুৰুসকলৰ বহুতেই কামৰপৰা অৱসৰ লৈ কটন কলেজ এৰি গৈছিল। মুঠতে তেতিয়া কটনৰ পূৰ্বৰ কালিকা বহু পৰিমাণে টুটি যোৱা যেন অনুভৱ কৰিছিলোঁ। তথাপি ডঃ ভূঞা ডঃ কাকতি, শ্ৰীসুৰেন্দ্ৰ চৌধুৰী, মহম্মদ মহিবুল্লা, শ্ৰীইন্দুবাবু, শ্ৰীৰাধা বাবু প্ৰভৃতি পুৰণি চাৰৰ জনচেৰেক অধ্যাপক থকাৰ বাবে কটন কলেজ কটন কলেজ হৈয়েই আছিল আগৰ অধ্যাপকসকলৰ কৃতী ছাত্ৰ জনচেৰেক আহিও কটনৰ অধ্যাপক মণ্ডলীৰ সম্মান বঢ়াইছিল। সেই সকলৰ ভিতৰত ডঃ শ্ৰীমথুৰানাথ গোস্বামী, ডঃ হিৰণ্যচন্দ্ৰ ভূঞা, শ্ৰীমহেশচন্দ্ৰ ৰাজখোৱা, শ্ৰীৰূপানন্দ দত্ত, ধনকান্ত শৰ্মা, ৰজনীকান্ত শৰ্মা প্ৰভৃতিৰ নাম লব পাৰি।

স্কুলতেই হওক বা কলেজতে হওক সেইদিনাৰ পাঠদানৰ বাবে মই নিজেই ঘৰত

আগতীয়াকৈ সাজু হৈ গৈছিলোঁ আৰু মনৰ মাজত দিনৰ পাঠদানৰ আঁচনি আউটি গৈছিলোঁ। কোনোবাদিনা যদি ঘৰত পঢ়াখিনি চকু ফুৰাই যাবলৈ সময় নহয়, সেইদিনা কিতাপৰ কথা কালৰি কাটি আন বিষয়ে আলোচনা মেলোঁ, অসম সাহিত্য সভাৰ কথা কওঁ, মই জনা অসমীয়া সাহিত্যিক সকলৰ ঘৰুৱা জীৱনৰ কথা কওঁ, অসমীয়া সাহিত্যৰ সমস্যা খেলিমেলি আদিৰ বিষয়ে কওঁ। এইবোৰ কথা শুনি ছাত্ৰবিলাকে ভালকে পায়, বেছি আগ্ৰহেৰে শুনে। কোনো কোনো নিৰস পুথিৰ পাঠ দিবলগীয়া হলে অলপ অসুবিধাতো যে পৰিবলগীয়া হোৱা নাছিল এনে নহয়। পাঠ্যপুথি হল বুলিয়েই সকলোবিলাক যে পঢ়ুৱাবৰ বা পঢ়িবৰ উপযুক্ত এনে নহয়। ছাত্ৰৰ ভাগ্যবিধাতা সকলে বহু সময়ত কিতাপ একোখনৰ ভিতৰত নোসোমোৱাকৈ ওপৰে ওপৰে বিষয়বস্তু আৰু গ্ৰন্থকাৰৰ নামলৈ চাই বা আন কিবা ভিতৰুৱা কাৰণত পাঠ্যপুথি একোখন বাছনিত তোলে। একেটা কবিতাই আই-এ, বি এ, এম-এ আদি বিভিন্ন মহলাত চলে। এনে ক্ষেত্ৰত পঢ়ুৱলৈ অসুবিধা হোৱাটো স্বাভাৱিক। অধ্যাপকৰ অলপ বহল অধ্যয়ন নেথাকিলে কেৱল পাঠ্যপুথিৰ ওপৰতে ভেজা লৈ এটা শ্ৰেণী পৰিচালনা কৰিবলৈ টান হয়। টটাটিঙা ছাত্ৰই শিক্ষকক বিমোৰত পেলাবলৈ ছিদ্ৰ বিচাৰি ফুৰে। তদুপৰি শিক্ষকে যিটো বিষয়ে পাঠদান কৰে সেই বিষয়ত অধ্যাপকজনৰ অধিকাৰ আছে বুলি ছাত্ৰৰ মনত দৃঢ় বিশ্বাস থাকিব লাগে। কোনো শিক্ষকে নিজে সেই বিশ্বাস ভঙ্গ হবলৈ থল উলিয়াই দিব নেলাগে। অভিজ্ঞতাৰ পৰাহে এইবোৰ কথা লিখিছোঁ।

মই নিজে অসমীয়া ভাষা-সাহিত্যৰ বিদগ্ধ পণ্ডিত নহওঁ আৰু সাহিত্যৰ সকলো দিশতে সমানে পাৰি দিব নোৱাৰোঁ। সৌভাগ্যৰ বিষয় কটন কলেজৰ অসমীয়া বিভাগত অধ্যাপক কেইবাজনো। প্ৰতিজনৰ বিষয়টোৰ বেলেগ বেলেগ ভাগত পাৰদৰ্শিতা। সেইকাৰণে আমি নিজৰ ৰাপমতে বিভিন্ন ভাগ পঢ়াবলৈ লৈছিলোঁ। একজনীয়া বা দুজনীয়া অধ্যাপক থকা কলেজ এনেদৰে ৰুচি অনুযায়ী পঢ়াবলৈ সুবিধা পোৱা নেযায়। একজনেই অনুপান ভেদে মকৰধ্বজ হৈ ভিন ভিন পাঠ দিব লাগে। মই কটনত যাইকৈ কবিতা আৰু নাটক পঢ়াইছিলোঁ। মই ভাল নোপোৱা ভাষাতত্ত্ব ব্যাকৰণ আদি শ্ৰীবিনয় চৌধুৰীয়ে পঢ়াইছিল, পুৰণি সাহিত্যৰ গুৰুতীয়া পুথিবোৰ লেখাকৰ একচেতীয়া আছিল। কটনত সোমাই মোৰ আন এটা সৌভাগ্যৰ বিষয় এয়ে হৈছিল যে মোৰ ইংৰাজী ভাষাৰ লগত একৰকম সম্পৰ্ক ছেদ হ'ল। অসমীয়া ভাষাৰ মাধ্যমেৰে অসমীয়া সাহিত্যৰ শিক্ষা দিব পাৰি ওবে জীৱনে মই যি সাহিত্য সেৱা কৰি আহিছোঁ আৰু যিবিলাক কিতাপ লিখিকিবিদাৰি কাল কটাইছিলোঁ, তাৰে কথন-মথন কৰি জীৱিকা নিৰ্বাহ কৰিব পাৰি মই পৰম তৃপ্তি লাভ কৰিছিলোঁ।

অপ্ৰিয় সত্য আৰু ছুটা কথা কোৱা মোৰ স্বভাৱ। এইকাৰণে মানুহে মোক বেয়াও পায় আৰু পিছত মোৰো অনুশোচনা হয়। শ্ৰেণীত যে মই ছাত্ৰবিলাকক টান কথা কোৱা নাছিলোঁ এনে নহয়, কেতিয়াবা উবাইঘূৰাই গালিও পাৰিছিলোঁ। কিন্তু মোৰ ব্যৱহাৰত বা মোৰ গালি খাই কোনো ছাত্ৰ অসন্তুষ্ট হোৱা নাছিল। পৰাপক্ষত মই শ্ৰেণীত খং দমন

কৰি ৰাখিছিলোঁ আৰু খং মুঠা অৱস্থাতহে পালি পাৰিছিলোঁ। কেতিয়াবা অযত্নে কোনো ছাত্ৰই যে ওভোতাউভতি প্ৰশ্ন কৰি মোক যে খং তোলাবলৈ বা বিব্ৰত কৰিবলৈ চেষ্টা কৰা নাছিল এনেও নহয়, কেতিয়াবা আকৌ শ্ৰেণীত হাঁহিৰ ৰগৰ তুলিবলৈও এনে কৰিছিল। বিশেষকৈ 'বাণৰজা' নাটকত কোনো কোনো অংশত থকা অশ্লীল ইঙ্গিত ভাঙিপাতি দেখুৱাবলৈ প্ৰশ্নৰ অৱতাৰণা কৰোঁতে মই চুঙা চাই সোপা দিছিলোঁ। যেতিয়া কোনো কথাত মোৰ খঁচাকৈয়ে খং উঠে তেতিয়া মই ততালিকে পঢ়োৱা বন্ধ কৰি শ্ৰেণীৰপৰা ওলাই আহিছিলোঁ। মাজতে দুৰছৰমান মোক চকু দুটায়ো বৰ আহুকালত পেলাইছিল। চামনি পৰাৰ বাবে কিছুমান দিন চকুৰে খুব কম দেখিছিলোঁ আৰু কিতাপ-কাকত একেবাৰে পঢ়িব নোৱাৰা হৈছিলোঁ। সেই সময়তো মোৰ শ্ৰেণীত পাঠদান বা বক্তৃতাদান অব্যাহতভাৱে চলি আছিল। ছাত্ৰবিলাকে মোৰ অসুবিধাৰ কথা জানিও কোনো প্ৰকাৰে এদিনো আমনি দিয়া নাছিল বৰং পৰাখিনি সহযোগ কৰি মোৰ বক্তৃতা মনোযোগেৰে শুনিছিল, মোৰ শ্ৰেণীটোলৈ তেওঁলোকে সদায় আগ্ৰহেৰে বাট চাই আছিল। সেইকাৰণে আজিও মোৰ প্ৰতি তেওঁলোকৰ মৰম-চেনেহৰ কথা ভাবি মই ভাল পাওঁ। এইবোৰ মই মনে সাজি কোৱা অতিৰঞ্জিত কথা নহয়। মোৰ প্ৰাক্তন ছাত্ৰ অনেক আছে, তেওঁলোকেই ইয়াৰ সাক্ষী।

মই কটনত কাম কৰা কালছোৱাত বিভিন্ন সময়ত অসমীয়া বিভাগত মোৰ লগৰীয়া অধ্যাপকসকল আছিল—ডঃ শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা, শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু, শ্ৰীবিনয়ভূষণ চৌধুৰী, শ্ৰীগিৰিধৰ শৰ্মা ( অধ্যক্ষ ), শ্ৰীহেমন্তকুমাৰ শৰ্মা, ডঃ শ্ৰীউপেন্দ্ৰনাথ গোস্বামী আৰু শ্ৰীমতী ভুবনেশ্বৰী বৈশ্য। সৰহদিন লেখাৰুৱে বিভাগটোৰ মুখ্য অধ্যাপক হৈ আছিল আৰু তেওঁ অৱসৰ লোৱাৰ পিছত এবছৰ মুখ্য অধ্যাপক হৈ মযো চাকৰিৰপৰা বিদায় লৈছিলোঁ। ১২৬্ টকা দৰমহাত সহকাৰী লেকচাৰাৰ হিচাপে কামত সোমাই ক্ৰমে লেকচাৰাৰ, অধ্যাপক হৈ অৱশেষত বিভাগৰ বৰমূৰীয়া হৈ ১৯৬০ চনৰ ২৮ ফেব্ৰুৱাৰীলৈ কলেজৰ চাউল খাইছিলোঁ। ইয়াৰ ভিতৰতে এমাহ বাহৰ গ্ৰাসত পৰি ছুটী লৈ থাকিবলগীয়া হৈছিল।

### অধ্যক্ষসকল

মই কলেজত ছাত্ৰ হৈ সোমোৱাৰপৰা শিক্ষক হিচাপে কলেজ এৰালৈকে কটনৰ অধ্যক্ষ আছিল যথাক্ৰমে—

১। এফ-ডব্লিউ চুডমাৰ্চ'ন ( ১৯০১-২০ )
২। ডি-টমছন ( ১৯২০-৩০ )
৩। এ-ই ব্ৰাউন ( ১৯৩০-৩৪ )
৪। ডি-ই ৰবাৰ্টছ ( ১৯৩৪-৩৭ )
৫। এচ-টি বাৰ ( ১৯৩৭-৪০ )
৬। বিনয় সেনগুপ্ত ( ১৯৪০-৪২ )
৭। হৰিনাথ সেন ( ১৯৪২-৪৩ )
৮। মণীন্দ্ৰনাথ গোস্বামী ( ১৯৪৩ )
৯। এচ-এ সেন ( ১৯৪৩-৪৪ )

১০। ৰায় বোণাল্ড টমাছ ( ১৯৩৫-৪৬ )
১১। সূৰ্য্যকুমাৰ ভূঞা ( ১৯৪৬ )
১২। পি-চি সান্যাল ( ১৯৪৬-৪৭ )
১৩। ছৈয়দ মঃ মুহিবুল্লা ( ১৯৪৭ )
১৪। বাণীকান্ত কাকতি ( ১৯৪৭-৪৯ )
১৫। উমাকান্ত গোস্বামী ( ১৯৪৯ )
১৬। শ্ৰীনাথ চক্ৰৱৰ্ত্তী ( ১৯৪৯-৫২ )
১৭। হিৰণ্যচন্দ্ৰ ভূঞা ( ১৯৫২-৫৪ )
১৮। উপেন্দ্ৰনাথ দত্ত ( ১৯৫৪-৫৮ )
১৯। হৰিশচন্দ্ৰ গোস্বামী ( ১৯৫৮- )

প্ৰথম দুজন চাহাবক মই ছাত্ৰ হিচাপে পাইছিলোঁ। ডঃ সূৰ্য্যকুমাৰ ভূঞাৰপৰা শ্ৰীহৰিশ গোসাঁইলৈকে এই নগৰাকী মই অধ্যাপনা কৰা কালত কটনৰ অধ্যক্ষ পদত আছিল। এই সকলৰ ভিতৰত ডঃ সূৰ্য্য ভূঞা, ডঃ বাণীকান্ত কাকতি আৰু উমাকান্ত গোস্বামী মোৰ আছিল মোৰ শিক্ষাগুৰু আৰু ডঃ হিৰণ্য ভূঞা মোৰ কলেজীয়া সহপাঠী আছিল। শ্ৰীনাথ চক্ৰৱৰ্ত্তী হিতাকাঙ্খী চুবুৰীয়া আৰু অভিভাৱকৰ সমসৰ।

ঘৰলৈ গলে কাকতিৰপৰা আমি সদায় ভাল ব্যৱহাৰকে পাইছিলোঁ। চ'ৰাঘৰত জাপেজাপে কিতাপ আৰু আগত এটা গুৰ্‌গুৰী, তাৰ মাজতে মই যেতিয়াই গৈছিলোঁ তেতিয়াই এইজন বাণীসাধক বাণীকান্তক লগ পাইছিলোঁ। আম মাটিকঠাল চাহপানী আদি কোনোদিনে নহাকৈ নাছিল। যেয়ে গৈছিল তাকে তেওঁ গভীৰভাৱে পঢ়াশুনা কৰিবলৈ আৰু অধ্যয়নব্ৰতী হবলৈ দিহা লগাই দিছিল। অসমীয়া সাহিত্যিকসকলৰ বিষয়ে স্বকীয় মন্তব্য দিছিল। মোক তেওঁ সাহিত্যৰ সকলো বিষয়কে জপটিয়াই নলৈ নাটক আৰু শিশু-সাহিত্যত মনোনিবেশ কৰিবলৈ উপদেশ দিছিল।

শ্ৰীনাথ চক্ৰৱৰ্ত্তীদেৱো অধ্যক্ষ হিচাপে শিক্ষক-ছাত্ৰ সকলোৰে প্ৰিয়পাত্ৰ হব পাৰিছিল। সংস্কৃতৰ উপৰিও শাস্ত্ৰীয় কণ্ঠসঙ্গীত আৰু যন্ত্ৰসঙ্গীতত তেওঁৰ ভাল ব্যুৎপত্তি আছিল। ছাত্ৰৰ মাজত শাস্ত্ৰীয় সঙ্গীত প্ৰচাৰ কৰিবলৈ তেওঁ যত্নবান হৈছিল আৰু সঙ্গীত-শিক্ষাৰ শ্ৰেণী এটাও খুলিছিল। তেওঁৰ দিনতেই কটনৰ সোণালী জয়ন্তী উৎসৱ মহাসমাৰোহেৰে পতা হৈছিল।

উমাকান্ত গোস্বামী অৰ্থনীতিৰ অধ্যাপক হলেও মই তেওঁক অসমীয়াৰ অধ্যাপক হিচাপেও পাইছিলোঁ। অসমীয়া শ্ৰেণীত তেওঁ মোৰ মনত বিশেষ ৰেখাপাত কৰিব পৰা নাছিল আৰু অসমীয়া তেতিয়া এটা শ্ৰেণীত শিকিবলগীয়া বিষয় বুলি শিক্ষক-ছাত্ৰ কোনেও ধাৰ লোৱা নাছিল। গোস্বামীদেৱ পণ্ডিত মানুহ, জানে বহুত কিন্তু জনা কথা ব্যৱহাৰত প্ৰকাশ নহয়। এওঁ শৰৎ গোসাঁইৰ বৰজোঁৱাই, অকালতে স্বৰ্গী হোৱা প্ৰতিভা দেৱীৰ স্বামী। উমাকান্ত গোস্বামী এবছৰমান কটনত অধ্যক্ষ থাকি শিক্ষা-ডিৰেক্টৰ হয়লৈ। চলন-ফুৰণত সাধাৰণ, বৰ নিৰ্বিকাৰ ভাৱত থাকে যদিও প্ৰখৰ বুদ্ধিমান।

কটনৰ প্ৰাক্তন কৃতী ছাত্ৰ আৰু অধ্যাপক, মোৰ কলেজীয়া সহপাঠী ডঃ শ্ৰীহিৰণ্যচন্দ্ৰ ভূঞাই কটন কলেজৰ অধ্যক্ষ হিচাপে, অসমৰ শিক্ষা-ডিৰেক্টৰ হিচাপে, শিক্ষা-সচিব হিচাপে, গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য হিচাপে, অসম লোকসেৱা আয়োগৰ সভাপতি হিচাপে আৰু সম্প্ৰতি মেঘালয় বিধান সভাৰ মনোনীত সদস্য হিচাপে ধাৰাবাহিক কৃতিত্বৰ এক উজ্জল পৰম্পৰা প্ৰতিষ্ঠা কৰিছে। ভূঞাৰ দিনতেই কটন কলেজৰ কেমিষ্ট্ৰি আৰু পদাৰ্থ বিজ্ঞান বিভাগৰ দুমহলা ভৱনটো নিৰ্মিত হয়। অসম সাহিত্য সভাৰ বিজ্ঞান শাখাৰ সভাপতি আৰু অসম বিজ্ঞান সমিতিৰ সভাপতি পদতো এইজন বিজ্ঞানীক পোৱা গৈছিল।

সৰহভাগ অধ্যক্ষই গতানুগতিকভাৱে কাৰ্যনিৰ্বাহ কৰিছিল আৰু অফিচৰ কাম-কাজতে মূৰ গুজি থাকিবলগীয়া হৈছিল। ষ্টুদমাৰ্চন চাহাবৰ নিচিনা কোনোজনে কলেজখনৰ বাহিৰে-ভিতৰে সমান প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাছিল। কোন কেতিয়া আহিছিল, কেতিয়া গৈছিল, কোনে কি পঢ়াইছিল এইবোৰ কথা প্ৰতিটো বিভাগৰ মূৰব্বীয়াসকলক এৰি দি তেওঁলোকে কলেজ পৰিচালনাতে ব্যস্ত হৈ থাকিবলগীয়া হৈছিল। কলেজৰ অবয়ব বাঢ়ি বাঢ়ি ইমান ডাঙৰ হৈছিল, আয়-ব্যয়ৰ অঙ্ক ইমান বেছি শকত হৈছিল আৰু আগেয়ে নথকা ছাত্ৰ-সমস্যা আদিৰ এনেভাৱে উদ্ভৱ হৈছিল যে অধ্যক্ষৰ মেটমৰা ভাৰখন বছৰে বছৰে বেছি গধুৰ আৰু জটিল হৈ পৰিছিল সেইবাবে এতিয়া আৰু ষ্টুদমাৰ্চন চাহাবৰ আমোল আশা কৰিবও নোৱাৰি।

## সুখী পৰিয়াল

কটনত কাম কৰা কালছোৱাত মই ছাত্ৰ আৰু শিক্ষকৰ মাজৰ এটা সুখী পৰিয়ালৰ মাজত থকাৰ নিচিনাকৈ অতিবাহিত কৰিব পাৰিছিলোঁ। সেইবাবে আজিও গৰ্ব কৰিবৰ মন যায়। পদাৰ্থবিজ্ঞান, ৰসায়ন, উদ্ভিদ, নৃতত্ত্ব, জীৱবিজ্ঞান আদি বিজ্ঞান-বিভাগবিলাক আঁতৰে আঁতৰে স্বকীয়া ঘৰ-দুৱাৰত স্বতন্ত্ৰীয়াভাৱে অৱস্থিত। সেইকাৰণে বিজ্ঞানী-অধ্যাপকসকলৰ লগত সততে মুখামুখি হবৰ সুযোগ মিলা নাছিল। কলা বিভাগৰ অধ্যাপক প্ৰায় আটাই কেইজনৰে লগতে মোৰ ঘনিষ্ঠ বন্ধুত্ব হৈছিল। কোনো আহিছিল, কোনো গৈছিল। অনাসকলক আদৰি লৈছিলোঁ আৰু যোৱাসকলক চকুপানীৰে বিদায় দিছিলোঁ। প্ৰতিজনৰে মধুৰ স্মৃতি মোৰ হৃদয় ফলিত দকৈ অঙ্কিত হৈ আছে আৰু মৰাৰ দিনলৈকে থাকিব। অধ্যাপকসকলৰ মাজত আমাৰ এটা সুখী পৰিয়াল গঢ়ি উঠাৰ কাৰণ এয়ে আছিল যে আমাৰ মাজত গুথ-চাপৰ, সৰু-বৰ ভাব নাছিল। সকলোৱে নিজ নিজ কাম কৰি গৈছিল, কোনেও কাৰো ভাগৰ ভাত কাঢ়ি খাবলৈ চেষ্টা চলোৱা নাছিল আৰু তেনে চেষ্টা চলাবৰ আৱশ্যকো নাছিল।

মোৰ নিজা অসমীয়া বিভাগটোত লেখাৰু, গিৰিধৰ শৰ্মা, হেমন্ত শৰ্মা, উপেন গোস্বামী প্ৰতিজনৰে অসমীয়া সাহিত্যত ভাল অৰিহণা আছে।

অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু বহু বছৰ অসমীয়া বিভাগৰ মূৰব্বীয়া হৈ আছিল। মানুহজন সৰল আৰু সাত্ত্বিক প্ৰকৃতিৰ, সহজভাৱেই সকলো কাম-কাজ চলাই দিব খোজে। কাকো টান কথা নকয়, তাতিবাৰ বকবাৰ ৰবে বস্তুৰ উজ্জল পিঠিটোলৈহে চকু দিয়ে।

তেওঁ মোৰ আগত প্ৰায় এটা সপোনৰ কথা কৈছিল। তেওঁ তেতিয়া কটনৰ কামত ভালদৰে প্ৰতিষ্ঠিত হোৱা নাই, মন্নো ভলাৰ বগৰী হৈ বাগৰি ফুৰিছোঁ, ক'তো থিতাপি লাগিব পৰা নাই। সেই সময়তে তেওঁ হেনো সপোনত এটা বৰ ডাঙৰ উৎসৱৰ সমদল দেখা পাইছিল। তেওঁ আৰু মই দূৰত একাষৰীয়া হৈ সমদল চাই আছিলোঁ হেনো। হুৰমূৰ হেচাঠেলা কৰি জনতাৰ মাজলৈ যাব পৰা নাছিলোঁ। কোনোবাই হেনো আমালৈ কেইটামান বাটাচা দলিয়াই দি গৈছিল। তাকে পাই সন্তুষ্ট হৈ দিহাদিহি গৈছিলোঁ। "সাধুটো তাৎপৰ্য-মূলক", লেখাৰুৱে মোক কৈছিল, "চাকৰিৰ বজাৰত আমি দুয়ো হেচাঠেলা কৰি সোমাব নোৱাৰা মানুহ। এয়া অৱশেষত ভগবানে নিজে কৃপা কৰি আমাক কাম দিলে।"

শ্ৰীবিনয়ভূষণ চৌধুৰীৰ দেউতাক শ্ৰীমহেন্দ্ৰনাথ চৌধুৰী বৰপেটা হাইস্কুলত মোৰ সহকৰ্মী আছিল। কটনত পুতেকৰ লগত বহুদিন মিলিজুলি কাম কৰিছিলোঁ। অসমীয়া সাহিত্যৰ তেওঁ এজন সূক্ষ্ম সমালোচক, ব্যাকৰণ আৰু ভাল ভাষাজনো আছে। চৌধুৰী পিতা-পুত্ৰ একেবাৰে দিলখোলা মানুহ। মানুহক খুৱাই তৃপ্তি পায়। কলেজৰ বা গুৱাহাটীৰ আন ৰাজহুৱা অনুষ্ঠানৰ খোৱাবোৱাৰ দায়িত্বত সদায় বিনয় চৌধুৰীক পোৱা গৈছিল। আজিও পোৱা যায়। শ্ৰীগিৰিধৰ শৰ্মাৰো অসমীয়া বিভাগত অৰিহণা উল্লেখযোগ্য। আমি আটাইকেউজনে বিভাগটোত একগোট হৈ কাম কৰি ভাল লাগিছিল। কটন কলেজৰ চৰকাৰী কাম ইস্তফা দি গৈ তেওঁ আৰ্য্য বিদ্যাপীঠ কলেজটো নিজ হাতেৰে গঢ়ি তুলিছে— একেবাৰে তলৰপৰা ওপৰৰ এম-এ মহলালৈকে এখন পূৰ্ণাঙ্গ শিক্ষানুষ্ঠান স্বৰূপে। এই আৰ্য্য বিদ্যাপীঠ কলেজেই শ্ৰীগিৰিধৰ শৰ্মাৰ কৰ্মজীৱনৰ উজ্জ্বল কীৰ্তি স্বৰূপ। মই তেওঁক 'শিক্ষাৰ বিশ্বকৰ্মা' আখ্যা দি ভাল পাওঁ।

ডঃ শ্ৰীহেমন্ত শৰ্মাই ঐকান্তিকতাৰে কটনত শিক্ষা আৰু সাহিত্যত আত্মনিয়োগ কৰিছে আৰু অসমীয়া লোক-সাহিত্যৰ বিভাগটো টনকিয়াল কৰিবলৈ চেষ্টা চলাই আছে।

ডঃ শ্ৰীউপেন্দ্ৰনাথ গোস্বামী সুপ্ৰতিষ্ঠিত সাহিত্যিক শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ (নলবাৰী কলেজৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ) ভাতৃ। তেওঁ ডিব্ৰুগড়ৰ কানৈ কলেজৰ পৰা আহি কটন কলেজত বছৰেকিয়েক কাম কৰিছিল। এতিয়া গুৱাহাটী বিশ্ববিদ্যালয়লৈ গৈছে। ৰজনীকান্ত বৰদলৈৰ ভাষাৰে গোস্বামী 'এককুৰীয়া' মানুহ।

বঙলা বিভাগৰ অধ্যাপক শ্ৰীসতীন্দ্ৰনাথ ভট্টাচাৰ্য আছিল এজন অনুসন্ধিৎসু পণ্ডিত। তেওঁক পুৰণি পুথি-পাজি আৰু কাকত-পত্ৰৰ পোক বুলিও কব পাৰি। তেওঁৰ ব্যক্তিগত পুথিভঁৰালটো এনে ধৰণৰ বহু আপুৰুগীয়া কিতাপ-কাকতেৰে ঠাহ খাই আছে। অসমীয়া ভাষা-সাহিত্য সম্বন্ধ কৰোঁতা বঙালী লেখকসকলৰ ভিতৰত ভট্টাচাৰ্যৰ অৰিহণা মূল্যবান।

ইংৰাজী বিভাগৰ ডঃ ভূঞা আৰু ডঃ কাকতিয়ে অসমীয়া সাহিত্যৰ জেউতি চৰাইছিল। সেইসকল বেৰাৰ পিছতো মই এই বিভাগতো কেবাজনো সাহিত্যিক বন্ধুৰ সান্নিধ্য লাভ কৰিছিলোঁ। সেই সময়ত বিভাগৰ মুখ্য অধ্যাপক আছিল শ্ৰীহৰেন্দ্ৰকুমাৰ চৌধুৰী। চৌধুৰীক last of the Romans অৰ্থাৎ তেওঁ পূৰ্ববৰ্তী পুৰণিচাম অধ্যাপকৰ শেষ চিন বুলি ক'ব পাৰি। মোৰ তেওঁৰপৰা ইংৰাজী পাঠ লবলৈকো সৌভাগ্য ঘটিছিল। চৌধুৰীয়ে

আলোচনীত সাহিত্যৰ স্বৰূপ সম্পৰ্কীয় কেইটামান মধুৰ প্ৰবন্ধ লেখিছিল। পিছত শ্ৰীচন্দ্ৰনাথ কলিতা (বৰা) ইংৰাজীৰ মুখ্য অধ্যাপক হয়। কলিতা মোৰ বি-এ শ্ৰেণীত সহপাঠী আছিল। তেওঁ কলেজৰ জ্ঞানৰ খেতি কৰিছিল, লগতে পথাৰত ধানৰ খেতিও কৰিছিল।

'টলষ্টয়ৰ সাধু'ৰ গ্ৰন্থকাৰ সুৰেন্দ্ৰমোহন দাস এই বিভাগৰে আন এজন কৃতী অধ্যাপক আছিল। তেওঁক মই কলেজিয়েট স্কুলতে সহকৰ্মী শিক্ষক হিচাপে পাইছিলোঁ। তেওঁৰ ঘৰ গোৱালপাৰাৰ অভয়াপুৰীত 'যুদ্ধ আৰু শান্তি' নামৰ টলষ্টয়ৰ বিশ্ববিখ্যাত গ্ৰন্থখনি তেওঁৰ এক উজ্জ্বল কীৰ্তি। এই গ্ৰন্থৰ বাবে তেওঁ ছোভিয়েট দেশৰপৰা 'নেহৰু বঁটা' লাভ কৰে আৰু টলষ্টয়ৰ ছোভিয়েট দেশত এপাক ভ্ৰমণ কৰি আহেগৈ।

ইংৰাজী বিভাগত কেবাজনো অসমীয়া সাহিত্যপ্ৰেমী অধ্যাপকৰ নাম লব পাৰি। বয়সস্থসকলৰ ভিতৰত শ্ৰীতাৰিনীকান্ত ভট্টাচাৰ্য আৰু মহম্মদ বায়চান ছাহ, কনিষ্ঠ সকলৰ ভিতৰত কলংপৰীয়া কবি জাকত জিলিকী আছিল। বৰুৱা বৰ্তমানে বিভাগটোৰ মুৰব্বী হৈছে। তেওঁ নম্ৰ, নিৰহঙ্কাৰী আৰু অধ্যয়নশীল। সাহিত্য-মণ্ডপত ইতিমধ্যে তেওঁ সুপ্ৰতিষ্ঠিত আৰু বক্তা-ঘৰ, প্ৰজাঘৰত সমানে সুকীৰ্তি আৰ্জিব পৰাত আমি গৌৰৱ অনুভৱ কৰোঁ। বৰুৱাৰ ভৱিষ্যৎ আৰু উজ্জ্বল হব বুলি ভাবিবৰ থল আছে।

ঠাইৰ অভাৱত আৰু জনচেৰেক কৃতী অধ্যাপকৰ নাম কেইটা মাথোন উল্লেখ কৰোঁ। অঙ্কত শ্ৰীৰাধাকান্ত দাস, শিক্ষাগুৰু, নকল ইছলাম, ফণীধৰ দত্ত; শ্ৰীৰজনী চক্ৰৱৰ্তী বুৰঞ্জীত শ্ৰীসুৰেশ ৰাজখোৱা, শ্ৰীহেড়ম্ব বৰপূজাৰী, শ্ৰীকৰুণাধৰ দত্ত, দেবেন বৰা (ওখ পুলিচ বিষয়া, শহৰী ধৰ্মৰ ভাল বক্তা) শিক্ষাত শ্ৰীমতী লক্ষহীৰা দাস, বঙলাত শ্ৰীযতীন্দ্ৰ ভট্টাচাৰ্য দৰ্শনত ভবানন্দ দত্ত, শ্ৰীআব্দুল জেলিল অৰ্থ-নীতিত ডঃ মথুৰানাথ গোস্বামী, শ্ৰীনগেশ্বৰ গগৈ, শ্ৰীআশ্ৰফ আলি আৰবিকত আমিন খাঁ, শ্ৰীৰজনীকান্ত দেৱ শৰ্মা, শ্ৰীদিনন্দ বৰ্মন, শ্ৰীডিম্বেশ্বৰ শৰ্মা প্ৰভৃতি আৰু ভালেমান।

এই সকলৰ লগত মিলিজুলি কাম কৰি জীৱনৰ এচোৱা কটাবলৈ পাই মই আজিও মনত আনন্দ উপভোগ কৰোঁ।

### পুথিভঁৰাল আৰু আয়োজনৰ

আজিকালি যিটো ঘৰত কটনৰ পুথিভঁৰাল পতা হৈছে কটন কলেজ প্ৰতিষ্ঠা হোৱাৰ আগতে তাত কাৰ্জন হল লাইব্ৰেৰী আছিল। মই কলেজত পঢ়া দিনত সেই ঘৰটো পঢ়োৱা আৰু পৰীক্ষা লোৱা ঘৰ হিচাপে ব্যৱহৃত হৈছিল। ১৯৩৫ চন ভাদেও যাৰ নামত কলেজখন প্ৰতিষ্ঠা কৰা হৈছিল সেই ছাৰ হেনৰী কটন চাহাবৰ মাৰ্বলৰ মূৰ্তিটো ৰখা হৈছিল। সেই সময়তে কমাৰ্চিয়েল মটৰ কোম্পানীক গুৱাহাটী ষ্টেচনলৈ সেই ঠাইৰপৰা খেদি চুক্‌মাৰ্হিন হল সৃষ্টি কৰাত কটনৰ মূৰ্তিটোও তালৈকে তুলি নিয়া হয়।

তাৰ পিছত কলেজৰ পদাৰ্থবিজ্ঞান বিভাগৰ পা-পাৰি বাঢ়ি যোৱাত সেই ঘৰটো সেই বিভাগকে দিয়া হৈছিল। কিছুদিন এইদৰে চলাত মই শিক্ষকতা কৰাৰ সময়তে পদাৰ্থ-বিজ্ঞানৰ নৱনিৰ্মিত ভৱনটো থিয় হৈ উঠাত পুৰণি কাৰ্জন হল পুথিভঁৰালৰ ঘৰটোতে কটন কলেজৰ পুথিভঁৰাল পতা হল। ইয়াৰ আগতে এই পুথিভঁৰালটো ৰসায়ন বিভাগৰ ঘৰৰ

পশ্চিম অংশত বহু বছৰ আছিল। সেই পুথিভঁৰালৰ দক্ষিণত ছাত্ৰী কমনৰুমটো আছিল আৰু এতিয়াও তাতেই আছে। ৰসায়ন বিভাগে পূৰ্বৰ পুথিভঁৰাল আৰু আগৰ পদাৰ্থ বিভাগৰ ঘৰদুৱাৰৰ দখল পালে। শ্ৰীতীৰ্থনাথ শৰ্মাদেৱ গ্ৰন্থাগাৰিক বা পুথিভঁৰালী হৈ থকা দিনতে ইয়াক আধুনিকীকৰণ কৰা হয়। পঢ়া কোঠাটোত আনৰ উপৰিও স্বনামধন্য সাহিত্যিক সকলকো প্ৰতিষ্ঠা কৰা হয় কেৱল আলমাৰীৰ ভিতৰতে নহয়, পাঠভৱনৰ বেৰতো। নকলেও হব যে এই পুথিভঁৰালটোও কলেজৰ এটা ঘাই শিক্ষাকেন্দ্ৰ ইয়াৰ সহায়ত সৰৱ পাঠ নহয়, নীৰৱ পাঠ হয়।

কটন কলেজৰ অফিচ বা কাৰ্যালয়টো পথালিকোমোৱাৰ দৰে বাঢ়ি বাঢ়ি আজিকালি এটা সৰুসুৰা সচিবালয়ত পৰিণত হৈছে, অন্ততঃ বাৰেবৰণীয়া কাম কাজত আৰু ধনবিত্তৰ লেনদেনত। মই পঢ়াৰ সময়ত দেখা পাইছিলোঁ এই কাৰ্যালয়ত নিধি বৰদলৈ, অমল দা (?) আৰু শ্ৰীবামদেৱ গোস্বামী তিনিজনেই নিৰঞ্জন ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰ। মাহৰ পাঁচ তাৰিখ, দহ তাৰিখ আৰু পোন্ধৰ তাৰিখে মাচুলৰ দিন ধাৰ্য কৰা আছিল, তাৰ পিছত কাবুলীৰ সুতৰ দৰে জৰিমনা বাঢ়িছিল দিনে এক অনাকৈ। এতিয়া তেনে বান্ধাধৰা দিনবাৰ নাই। যাৰ যেতিয়াই ইচ্ছা তেতিয়াই মাচুল দিব পৰা হৈছে।

মই কাম কৰা দিনত আগৰ বৰদলৈ, অমল দা নাছিল, শ্ৰীবামদেৱ গোস্বামী বৰমাচিয়াত বহিছিল। তেওঁ সেই মাচিয়া এৰি যোৱাত বহন বিষ্ণালয়ৰ পৰা আহিল শ্ৰীমহেশচন্দ্ৰ তালুকদাৰ। লগতে শ্ৰীউজিৰো আমোলা হৈ বহিছিল আৰু কেবাজনো আছিল নাম কব নোৱাৰোঁ। মুঠতে লবাৰ লগত ব্যৱহাৰ কেনে কব নোৱাৰোঁ অধ্যাপক সকলৰ লগত হলে এই সকলৰ ব্যৱহাৰ সদায় ভাল আছিল। মুঠতে কাছাৰীৰ আমোলালয়ৰ পৰিবেশ আৰু কলেজৰ আমোলালয়ৰ পৰিবেশ স্বকীয়া। বিশ্বাসী জহৰমলক পুনৰ পাইছিলোঁ আৰু পাইছিলোঁ এজন বন্ধুবামক, লাগ বুলিলে কামৰ সময়ত সদায় পোৱা নগলেও বিহু আৰু পূজাৰ বকছিছৰ সময়ত বন্ধুবামক পোৱা যাবই।

মিলিটেৰী যুদ্ধৰ দিনত কটনৰ তৃতীয় ছাত্ৰাবাস আৰু মূল ঘৰৰ মাজত দুটা ঘৰ সাজি লৈছিল। তাকে নকৈ সজাই পৰাই এটাত কলেজৰ পৰিসংখ্যা বিভাগটো সংস্থাপিত কৰা হয় আৰু আনটোত হিৰণ্য ভূঞাৰ দিনতে সমবায় ভিত্তিত পতা হয় কলেজ কেন্টিন বা শিক্ষক-ছাত্ৰৰ বাবে মিঠাই চাহপানীৰ দোকান। আৰম্ভণিতে অধ্যাপকসকলৰ পৰা অংশ বিক্ৰী কৰি মূলধন সংগ্ৰহ কৰা হৈছিল আৰু অৱসৰ লোৱাৰ লগে লগে অংশীদাৰ অধ্যাপক-সকলক অংশৰ ধন ঘূৰাই দিয়াৰ কথা আছিল। ময়ো এশ টকাৰ অংশ কিনি লৈছিলোঁ; কিন্তু কামৰ পৰা অৱসৰ লোৱাৰ পিছত কেবাখনো দৰ্খাস্ত দি অংশৰ টকাশ হলে ঘূৰাই নেপালোঁ। লাভৰ নামততো ফুটা কড়ি এটাকে পোৱা নাছিলোঁ, হাতৰ মূল টকা শও উলটি নাহিল। এয়ে আমাৰ দেশৰ সমবায় অনুষ্ঠানৰ মহিমা।

**প্ৰথম পোন্ধৰ আগষ্ট**

মই কটনত কাম কৰি থাকোতেই হাততে ত্ৰিবৰ্ণ পতাকা লৈ স্বাধীনতাৰ কিৰীটি পিন্ধি ১৯৪৭ চনত প্ৰথম পোন্ধৰ আগষ্টই ভুমুকি মাৰিছিল। ইয়ান সহজে যে ফুটিছে টোপোলা-

টুপনি যাবি ভাৰত এৰি যাব আৰু ভাৰতবাসীৰ হাতত শাসনভাৰ অৰ্পণ কৰি যাব, এই কথা সপোনতো ভাবিবই পৰা নাছিল। এখন স্বাধীনতাৰ দিন কাষ চাপি আহিল সময়ত আহ্বায় নৌকাৰকলৰ নিচিনা প্ৰাচীনপন্থী বৃটিছৰ মানুহবিলাকে এই কথা সঁচা হলেও বিশ্বাস কৰিবলৈ টান পাইছিল। তথাপি পোহৰ আগষ্ট আহিল। ভাৰতবৰ্ষই স্বাধীনতা পালে। অৱশেষে স্বাধীন হ'ল। সকলোৰে মনত কেৱল এটা মাথোন দুখ ৰৈ গ'ল যে ভাৰত দুফাল হ'ল। ভাৰতৰ বুকুৰ এচপৰা মঙহ পাকিস্তান হৈ আঁতৰি গ'ল।

সেই সময়ত কটনৰ চেহেৰা সলনি হৈছিল আৰু বিনষ্ট হোৱা আগৰ অৱস্থা বহুখিনি ঘূৰি আহিছিল। দ্বিতীয় মহাসমৰে কটনৰ ঘৰ-দুৱাৰবোৰৰ যি ক্ষতি সাধন কৰিছিল, সেই ক্ষতিও প্ৰায় পূৰণ হৈছিল। নগৰৰ বিভিন্ন অংশৰ ভেৰোণীয়া ঘৰত ছেলেপি-ভেলেপি হৈ থকা ছাত্ৰাবাসবোৰ পুনৰ আগৰ ঠাইলৈ আহিল। দীঘলীপুখুৰীৰ পাৰত এটা নতুন ছাত্ৰাবাস হ'ল।* পি, চি, ৰায়ৰ বঙলা থকা ঠাইত কছ্মপলিটান ছাত্ৰাবাস হ'ল। নতুন ছাত্ৰাবাসৰ কাষতে আৰু এটা দুমহলীয়া ছাত্ৰাবাস থিয় হ'ল। দীঘলীপুখুৰীৰ পশ্চিমে থকা চাহাব অধ্যাপকসকলৰ বঙলাত যথাক্ৰমে বোটানি, জুলজী, এন্থ্ৰপলজি আদি বিভাগবোৰ পতা হ'ল। সকিন চাহাবৰ ঘৰটো সন্মিকৈ ছোৱালী কলেজৰ দখললৈ গ'ল। ৰসায়ন আৰু পদাৰ্থ বিজ্ঞানৰ মাজত সৰু চালিঘৰটো ভাঙি পেলোৱা হ'ল। কিন্তু মূলঘৰৰ পূবে আৰু পশ্চিমে থকা 'ইষ্ট গেলাৰী' আৰু 'ৱেষ্ট গেলাৰী' মিলিটেৰীয়ে ভঙাৰ পিছত কেৱল তাৰ কোঠা ছটাহে ৰৈছিল। সৰ্বশেষত সম্প্ৰতি ( ১৯৭৮ চন ) বহু স্মৃতি বিজড়িত কটনৰ পুৰণি মজুত প্ৰশাসনীয় ভৱনটোকো নিৰ্মমভাৱে নিৰ্মূল কৰা হ'ল। কি দুখো!

পোহৰ আগষ্ট উপলক্ষে গোটেই দেশতে স্বতঃস্ফূৰ্তভাৱে আনন্দৰ সোঁত বৈ গৈছিল। কটন কলেজৰ আমি শিক্ষক ছাত্ৰবিলাকেও আনন্দত আপোনপাহৰা হৈছিলোঁ। গোটেই দিনটো আকৰ্ষণীয় কাৰ্যসূচীৰে উলহমালহৰ মাজেদি অতিবাহিত হৈছিল। ৰাতি কলেজ ভৱনত দীপাৱলী পতা হৈছিল। প্ৰথম পোহৰ আগষ্টই জাতিৰ প্ৰাণত যি স্পন্দন তুলিছিল, সেই স্পন্দন আজি আৰু কোনেও অনুভৱ নকৰে। 'ভোকে-খকে, চৰিত্ৰহীনতাই, কৰ্মবিমুখতাই দেশৰ ভবিষ্যৎ অন্ধকাৰ কৰি পেলাইছে। এতিয়া সকলোৰে মনৰ বাঞ্ছা— আমাক পোহৰ লাগে, পোহৰ লাগে।

## কটনৰ সোণালী-জয়ন্তী

১৯৫০ চনত কটন কলেজৰ পঞ্চাশ বছৰ পূৰ্ণ হয়। ই এক গৌৰবোজ্জ্বল যুগৰ কথা। সেই উপলক্ষে অধ্যক্ষ শ্ৰীনাথ চক্ৰৱৰ্তীদেৱে অধ্যাপকসকলৰ পৰামৰ্শমতে সক্ৰিয়ভাৱে শিক্ষক-ছাত্ৰ মিলি কটন কলেজৰ সোণালী জয়ন্তী উৎসৱ পাতিবলৈ আঁচনি প্ৰস্তুত কৰে আৰু ভাগে ভাগে কাম বটাই দিয়ে। কলেজৰ দুখনি সাময়িক এখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিবলৈকো সিদ্ধান্ত লোৱা হয়। সেই স্মৃতিগ্ৰন্থৰ সম্পাদনাৰ ভাৰ পৰিছিল ড. [illegible]ৰ গাত। সেই গ্ৰন্থত কোনে কি লিখিব তাকো স্থিৰ কৰি দিয়া হৈছিল। অধ্যাপক দেৱেন্দ্ৰ আৰু মোৰ গাত দায়িত্ব দিয়া হয় কটন কলেজৰ প্ৰতিষ্ঠাৰ

* [illegible]

মাণিকচন্দ্ৰ বৰুৱা আৰু ছাৰ হেনৰি কটনৰ জীৱনালেখ্য লিখাৰ ভাৰ পৰিছিল। ইংৰাজীত প্ৰবন্ধ লিখাৰ মোৰ অভ্যাস নাই তথাপি গুৰু চক্ৰবৰ্তীদেৱৰ নিৰ্দেশ মানি মই এটা প্ৰবন্ধ যুগুত কৰি দিছিলোঁ। সোণালী-জয়ন্তী আৰু হীৰক-জয়ন্তী উপলক্ষে সংকলিত আৰু প্ৰকাশিত স্মৃতিগ্ৰন্থ দুখনি কটন কলেজ জীৱনৰ প্ৰামাণ্য আলেখ্য।

এই সোণালী-জয়ন্তী উৎসৱ মহাসমাৰোহেৰে পতা হৈছিল ১৯৫২ চনৰ ৬ ফেব্ৰুৱাৰীৰ দিনা। গাম্ভীৰ্যপূৰ্ণ মুকলি অধিবেশনত মুখ্য অতিথিৰ ভাষণ দিবলৈ আহ্বান কৰি অনা হৈছিল দক্ষিণ-ভাৰতৰ বিশ্ববিখ্যাত বিজ্ঞানী, নবেল-বঁটাবিজয়ী চন্দ্ৰশেখৰ ভেংকটাৰমনক। দাৰ্শনিক পণ্ডিত ৰাধাকৃষ্ণণৰ নিচিনা মূৰত পাগুৰি পৰিহিত এই মহাবিজ্ঞানী গৰাকীৰ দৰ্শন লাভ কৰাটোৱে সৌভাগ্যৰ কথা। তেওঁৰ মুখৰ ভাষণ শুনিবলৈ পোৱাটো ততোধিক সৌভাগ্যৰ কথা। সেই সৌভাগ্য আমাৰ বহুতৰে হৈছিল। তেওঁ কি কৈছিল আজি পাহৰিছোঁ। কিন্তু কাঁহ পৰি জীন যোৱা সেই বিৰাট সভামণ্ডপত তেওঁৰ গভীৰ পাণ্ডিত্যপূৰ্ণ ভাষণখিনিয়ে যে সকলো সমজুৱাকে মুগ্ধ কৰিছিল, সেই কথা আজিও মনত আছে। মহাবিজ্ঞানী এজনৰ ভাষণত বহুতে আশা কৰাৰ দৰে কেৱল বিজ্ঞানৰ কথাই নাছিল, প্ৰাচ্য আৰু পাশ্চাত্য শিক্ষাপদ্ধতি আৰু জীৱনধাৰাৰ বহু কথাও তাত সন্নিবিষ্ট কৰা হৈছিল আৰু বক্তৃতাৰ মাজে মাজে সংস্কৃত সাহিত্যৰপৰা দিয়া উদ্ধৃতি আৰু তাৰ আবৃত্তি শুনি ড. ৰমণ যে এজন ভাল সংস্কৃতজ্ঞও আছিল এই কথাৰ বুজ পোৱা গৈছিল। আমাৰ বহুতৰে মহামনীষী ৰাধাকৃষ্ণণৰ বক্তৃতা শুনিবলৈ সৌভাগ্য ঘটিছিল। মই ভাবিছিলোঁ আৰু বহুতেই একে মতকে প্ৰকাশ কৰিছিল যে এই দুই গৰাকী পণ্ডিতৰ বক্তৃতাৰ গভীৰতা আৰু ওজস্বিতা প্ৰায় একে পৰ্যায়ৰ।

উৎসৱৰ নিশা সভামণ্ডপতে অস্থায়ী নাটশাল সাজি মোৰ 'আহুতি' নামৰ নাটখন মঞ্চস্থ কৰিছিল কলেজৰ ছাত্ৰ-ছাত্ৰীবিলাকে। পৰিচালনাৰ ভাৰ মোৰ ওপৰতে আছিল যদিও কলেজৰ জনচেৰেক শিল্পী ছাত্ৰই দেহেকেহে খাটি অভিনয় বিশেষভাৱে সাফল্যমণ্ডিত কৰি তুলিছিল আৰু সমজুৱাৰপৰা ভূৰি ভূৰি প্ৰশংসাও পাইছিল। নায়ক আলোকৰ ভাগত শ্ৰীদিলীপ হাজৰিকা, নায়িকা আৰতিৰ ভাগত শ্ৰীমতী লিলি দাস ( ম্যাজিক ) আৰু সাজতোলাৰ ভাগত লক্ষীমপুৰৰ চন্দ্ৰকুমাৰ বৰুৱাই বিশেষভাৱে প্ৰশংসনীয় অভিনয় কৰিছিল।

মই কটনত প্ৰথম প্ৰৱেশ কৰিছিলোঁ ১৯২৩ চনত ছাত্ৰ হিচাপে। তাৰ পিছত ১৯৩৮ চনত দ্বিতীয়বাৰ প্ৰৱেশ কৰিছিলোঁ শিক্ষক হিচাপে। এইটো মোৰ পক্ষে এটা সৌভাগ্যৰ কথা এয়ে যে যিখন শিক্ষানুষ্ঠানতে মই ছাত্ৰ হিচাপে শিক্ষা লাভ কৰিছিলোঁ, সেইখনতে আকৌ এদিন শিক্ষক হিচাপেও শিক্ষাদান কৰিবলগীয়া হৈছিল। সতাঁপিল আৰু আৰ্ল ল কলেজতহে ইয়াৰ ব্যতিক্ৰম আছিল। মাণিকচন্দ্ৰ মাইনৰ স্কুল, কলেজিয়েট স্কুল, কটন কলেজ, এচ্.মাও কলেজ আদিত মোৰ গুৰুসকলে বহা আসনতে মই সেইসকলৰ স্মৃতিত মূৰ দোঁৱাই থাকিছিলোঁ।

মই কটন কলেজত প্ৰায় এটা যুগ কাম কৰিলোঁ। চাৰে চাৰে অনেক ছাত্ৰ পালোঁ। বছৰে বছৰে ছাত্ৰীও বাঢ়ি আহিছিল। [illegible] মই অতীতৰ ফালে ভুমুকি মাৰি চাই কবলৈ কব পাৰোঁ যে এই ছাত্ৰ-ছাত্ৰী[illegible] মই কোনো দিনে কোনো

কথাতে বিৰক্তি পোৱা নাছিলোঁ। একোজন তথাকথিত দুৰ্দান্ত ছাত্ৰও মোৰ শ্ৰেণীত একেবাৰে বাধ্য হৈ বহি আছিল। মই পঢ়োৱা কালত কটনত চাৰিটা শ্ৰেণী—আই-এত দুটা, বি-এত দুটা। অসমীয়াৰ ইংৰাজ শ্ৰেণীৰ তিনিটাকৈ শাখা। প্ৰতি শাখাত সৰহ-হোৱাকৈ এশ-ডেৰশৰ ভিতৰত, একোখন সৰু সভাৰ নিচিনা। তথাপি মই প্ৰতিটো শ্ৰেণী কোনো হাই-উৰুমি নোহোৱাকৈ চলাব পাৰিছিলোঁ। ই গৌৰৱ কৰি কোৱা কথা নহয়, সঁচা কথা। বহু সময়ত আন শ্ৰেণীৰ উৎসাহী ছাত্ৰও আহি মোৰ শ্ৰেণীত সোমাই, বক্তৃতা শুনি বহি থাকে। মই জানো, কিন্তু বাধা নিদিওঁ। অসমীয়াৰ প্ৰতি এনে আগ্ৰহ বা মোৰ বক্তৃতাৰ প্ৰতি আগ্ৰহ দেখি ভাল হে পাওঁ।

নিৰ্দিষ্ট দিনত ( ১ মাৰ্চ, ১৯৭০ চন ) কটনৰ চাকৰিৰপৰা অৱসৰ লওঁ। অধ্যাপক, ছাত্ৰই মিলি বিদায় সভা পাতিলে, অভিনন্দন দিলে, কলম, শৰাই দিলে। চৰকাৰী কামৰ পৰা অৱসৰহে পালোঁ ১৯৭০ চনত, কিন্তু পেঞ্চন পাইছিলো তাৰ বহুদিন পিছত। নিয়মমতে হৈছিল মোৰ চৰকাৰী চাকৰি-জীৱনৰ ইতি।

## গুৱাহাটী বিশ্ববিদ্যালয় আৰু বি-টি শ্ৰেণী

নৱজাত স্বাধীনতা পোৱাৰ লগে লগে অসমৰ প্ৰথম মুখ্যমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ দূৰদৰ্শিতাৰ ফলত অসমে একেলগে অনাদিছাটিকে কেবাটাও সম্পদ লাভ কৰিছিল, যেনে গুৱাহাটী বিশ্ববিদ্যালয়, অসম হাইকোৰ্ট ( পিছত গুৱাহাটী হাইকোৰ্ট ), অসম মেডিকেল কলেজ ( ডিব্ৰুগড় ), অসম পশু চিকিৎসা কলেজ, অসম সমবায় কলেজ, অসম ইঞ্জিনিয়াৰিং কলেজ আদি। ইয়াৰ ভিতৰত অসম সমবায় কলেজটোৰ বাহিৰে আন সকলোবোৰ আজিও বৰ্তি আছে আৰু যোগতলোপে উন্নতিৰ বাটত আগবাঢ়িছে। পশু-চিকিৎসা কলেজটো প্ৰথমতে নগাঁৱত প্ৰতিষ্ঠা কৰা হৈছিল ; কিন্তু তাত ছাত্ৰৰ অভাৱ হোৱাৰ বাবে পিছত গুৱাহাটীলৈ তুলি অনা হ'ল। এই শিক্ষানুষ্ঠানবোৰৰ ভিতৰত কটন কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ লগতহে মোৰ সম্পৰ্ক ঘটিছিল।

পূৰ্বতে কটন কলেজেই বিশ্ববিদ্যালয়লৈ ৰূপান্তৰিত হব বুলি আশা কৰা হৈছিল আৰু সেই সময়ত লাভৰ আধাভাগ যোৱা শ্ৰীহট্ট জিলাখন টেঁটুত লাগি থকা হলে বহুদিন আগতে কটনতে এই বিশ্ববিদ্যালয় স্থাপন হোৱাটো সম্ভৱ হ'লহেঁতেন। আমি যদিও তাহানিৰ সুৰমা উপত্যকাৰ অৱশেষ কাছাৰ আৰু অধিবাসীসকলে যদি অসমৰ সকলোৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সমান অংশীদাৰ হৈছে তথাপি এই কথা স্বীকাৰ্য যে এই শিক্ষাপ্ৰতিষ্ঠানখনি একেবাৰে অসমীয়া মাটিৰ বুকুৰপৰা গজি উঠা আৰু আশা-আকাংক্ষা, এক কথাত ক'বলৈ গলে অসমীয়াৰ ধন।

প্ৰথম ৰাজনৈতিক আন্দোলন আৰু ধাৰাবাহিক প্ৰচেষ্টাৰ ফলত গুৱাহাটী বিশ্ববিদ্যালয় [illegible] ১৯৪৮ চনত স্থাপিত হোৱাৰ পূৰ্বতে অসম শিক্ষা-বিভাগ কলিকাতা বিশ্ববিদ্যালয়ৰ [illegible] [illegible] হৈছিল। [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] [illegible] ১৯৪৮ [illegible] [illegible] [illegible] [illegible] [illegible] বিশ্ববিদ্যালয়ৰ [illegible] [illegible] [illegible]

কৰি ছিলেটীয়া কোনোৱে বাহুত জুই দিছিল। তদুপৰি সেই বিলে তেতিয়াৰ লাটচাহাবৰ সমৰ্থন নেপালে। পিছত অৱশ্যে কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ জনক অৱসৰপ্ৰাপ্ত ডি-পি-আই কানিংহামক বিশ্ববিদ্যালয় বিলৰ খচৰা কৰিবলৈ নিয়োগ কৰা হয়। কানিংহাম বিল প্ৰস্তাৱিত বিশ্ববিদ্যালয় চিলং-সচিবালয়ৰ এটি শাখাৰ অনুৰূপহে হ'ল। তাৰ পিছত অধ্যাপক (পিছত ডক্টৰ) সূৰ্যকুমাৰ ভূঞাক সেই কামত নিয়োগ কৰা হয়। ইকুল সিকুল দুয়োকুল ৰক্ষা কৰি ভূঞা ডাঙৰীয়াৰো এখন দুপখীয়া বিশ্ববিদ্যালয়ৰ দিহা দিছিল—এখন পাখি গুৱাহাটীৰ কটনত, আনখন শ্ৰীহট্টৰ মুৰাৰিচাঁদত। কেন্দ্ৰ ক'ত হব সেই বিষয়ে মত দিয়া হোৱা নাছিল। ঠোৰতে মনোৱাৰ আলি, কানিংহাম আৰু ভূঞা এই ত্ৰিমূৰ্তিৰ তিনিখন আঁচনি বাচনিতে গেলিল, অনুকূল সঁহাৰিৰ অভাৱত। মুঠতে ব্ৰহ্মপুত্ৰ উপত্যকাই অসমৰ বাবে এখন বিশ্ববিদ্যালয় যিমান জোৰেৰে বিচাৰিছিল শ্ৰীহট্টই সিমান জোৰেৰে তাৰ বিৰোধিতা কৰিছিল।

আলোচনা দীঘল নকৰি ঠোৰতে ইমানকে কওঁ যে প্ৰাক-স্বাধীনতা কালবেলৰা অসমীয়া ৰাইজে নিজৰ ৰাজ্য অসমৰ বাবে এখন স্বতন্ত্ৰীয়া বিশ্ববিদ্যালয় লাগে বুলি হাময়াও কাঢ়ি আছিল আৰু অসম বিশ্ববিদ্যালয় আন্দোলন আৰম্ভ হৈছিল। লোকপ্ৰিয় বৰদলৈৰ নেতৃত্বত ডেকাদলৰ নেতা মাধৱচন্দ্ৰ বেজবৰুৱা প্ৰমুখ্যে বহুতে অসমত বিশ্ববিদ্যালয় লাগে বুলি দৃঢ়-সঙ্কল্প লৈছিল আৰু দেহেকেহে খাটি ঠায়ে ঠায়ে জনমত গঠন কৰিছিল আৰু দান-বৰঙণি সংগ্ৰহ কৰিছিল। তেওঁলোকৰ আহ্বানত অসমৰ সৰহভাগ ৰাইজেই সঁহাৰি জনাইছিল। কিন্তু নৈৰাশ্যবাদী ড. বাণীকান্ত কাকতিৰ দৰে দুই-চাৰি পণ্ডিত লোকে হলে এই আন্দোলনত সঁহাৰি নজনাই চেঁচা পানীহে ঢালিছিল। আন কাৰণত নহয় তেওঁলোকে হয়তো সেই সময়ত ভাবিছিল যে প্ৰস্তাৱিত অসম বিশ্ববিদ্যালয় আকাশ-কুসুম। সৰু খালৰ ভিতৰত থকাতকৈ কলিকতা বিশ্ববিদ্যালয়ৰ দৰে বৰবিলত থকাই ভাল। পিছত সেই কাকতিদেৱেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ গঢ়দিওঁতাসকলৰ অন্যতম হিচাপে স্মৰণীয় হৈ ৰ'ল। সি যি নহওক অসম বিশ্ববিদ্যালয় পুঁজিলৈ আনকি বাৰী-চুবুৰীয়েও সিকিটো-আধলিটো আৰু মটৰ-ড্ৰাইভাৰ, বাটৰ দোকানী-পোহাৰীয়েও টুটকা-এটকা হাঁহিমুখে আগবঢ়াইছিল। সৰু-বৰ অনেকৰ পুণ্যস্মৃতি গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ লগত লিপিট খাই আছে। বহুতৰ নাম এতিয়াও আমাৰ মনত আছে, তাতোকৈ সৰহ বহুতৰ নাম জানিবলৈকে উপায় নোহোৱা হ'ল। সেই সকলৰ ভিতৰত গোপীনাথ বৰদলৈ, মাধৱচন্দ্ৰ বেজবৰুৱা, জীৱনৰাম মুকন, শৰৎচন্দ্ৰ গোস্বামী, ৰোহিণীকুমাৰ চৌধুৰী, চৈয়দ মহম্মদ চাদুল্লা, অম্বিকানাথ বৰা, চৈয়দুৰ ৰহমান, হেৰম্বপ্ৰসাদ বৰুৱা, ফিজনুৰ আলি, শৈলেন্দ্ৰপ্ৰসাদ বৰুৱা, বিৰিঞ্চিকুমাৰ বৰুৱা, ৰোহিণীকান্ত বৰুৱা, হৰেন কলিতা আদিৰ উপৰিও শ্ৰীকৃষ্ণকান্ত সন্দিকৈ, কমৰুদ্দিন আলি আহমেদ, দেৱকান্ত বৰুৱা, শ্ৰীমহেশ্বৰ নেওগ, হেম বৰুৱা, শ্ৰীৰমাকান্ত শৰ্মা প্ৰভৃতি অনেকেই সৰু-বেছি পৰিমাণে শ্ৰমদান কৰি সেলেটীয়া [illegible] কৃতকাৰ্যতা লাভ কৰিলে। সেইসকলৰ মাজত এই লেখকৰ বিশেষ বৰঙণি নাছিল বুলিলেই হয়। মই প্ৰথমে তেজপুৰত বহা অসম ছাত্ৰ সন্মিলনৰ অধিবেশনত বিশ্ববিদ্যালয়ৰ স্বপক্ষীয় প্ৰস্তাৱটো উত্থাপন

কৰিছিলো আৰু সৰস্বতী পূজাৰ চাঁদা তোলাৰ দৰে মাজে-সময়ে বিশ্ববিদ্যালয়ৰ পুঁজি সংগ্ৰহ কৰা বলত যোগ দি মানুহৰ ঘৰে ঘৰে আৰু দোকানে-পোহাৰে ভিক্ষা মাগিবলৈ ওলাই গৈছিলোঁ ইমানেই। মোৰ দৰে জেনে মিনাও মগনিয়াৰৰ সংখ্যা হাজাৰ-বিজাৰ হব।

**লুইতৰ পাৰৰ জ্ঞানৰ দীপাৱলী**

শেষ ভালেই সকলো ভাল। ১৯৪৭ চনত লোকপ্ৰিয় বৰদলৈদেৱে (মুখ্যমন্ত্ৰী আৰু শিক্ষামন্ত্ৰীও) দাঙি ধৰা গুৱাহাটী বিশ্ববিদ্যালয় বিলখন অসম বিধান সভাই সৰ্বসন্মতিক্ৰমে গ্ৰহণ কৰে আৰু ১৯৪৮ চনৰ ১ জানুৱাৰীৰপৰা বিশ্ববিদ্যালয়ৰ কাম-কাজৰ শুভাৰম্ভ হয়। চৰকাৰে নিজে বিশ্ববিদ্যালয় পতাত বাইজে সকাহ পালে, আগৰ কথা পাহৰি গ'ল। ইমাকে বোলে পাৰ পালে মুৰয়া, কুৰত মাৰিলে লাখি। দাতাৰ কথা, সংগৃহীত ভাগপুঁজিৰ কথা, আগৰ উদ্দেশ্য আৰু আশা-আকাংক্ষাৰ কথা, পুৰণি ইতিবৃত্ত সকলো বিস্মৃতিৰ গৰ্ভত জাহ গ'ল।' অগ্ৰণীসকলৰ আৰু দাতাসকলৰ কোনো চিন-চাবেই নেথাকিল। সেয়েহে অগ্নিকবি কমলাকান্তই মনৰ দুখেৰে প্ৰশ্ন কৰিছিল—"কোৱা পাহৰণি তোমাৰ গৰ্ভত কিমান অতীত-কীৰ্তি ৰাখিছা সুমাই?"

সুখৰ বিষয় ১৯৪৭ চনত দেশে স্বাধীনতা লাভ কৰাত অসমৰ কাষত শলগ্ৰহ হৈ ওলমি থকা শ্ৰীহট্ট জিলাখন আঁতৰি যোৱাত সমস্যা সহজে সমাধান হৈ পৰিল। তেতিয়াৰে মাধৱচন্দ্ৰ বেজবৰুৱা, শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামী প্ৰভৃতিৰ প্ৰচেষ্টাই গুটি ধৰিলে। লোকপ্ৰিয় বৰদলৈদেৱে গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন কৰি লুইতৰ পাৰত জ্ঞানৰ দীপাৱলী পাতিলে। সেই দীপাৱলীৰ পোহৰত দেশ জিলিকি উঠিল, প্ৰাগজ্যোতিষৰ দুমোৱা দীপ্তি উদ্ভাসিত হ'ল। এই বিশ্ববিদ্যালয়ে পাতনি মেলোঁতে কটন কলেজে যি বৰঙণি আগবঢ়ালে, সেই কথা উলাই কৰিব পৰা বিষয় নহয়। গুৱাহাটীৰ চান্দমাৰীত, এতিয়া য'ত চৰকাৰী বিষয়াসকলক থাকিবলৈ দিয়া হৈছে, অসম একাডেমী ভৱন আছে, তাতেই অস্থায়ীভাৱে পতা হৈছিল বিশ্ববিদ্যালয়ৰ অধ্যাপকসকলৰ নিবাস 'প্ৰফেচাৰ কলোনী'। এইখিনি মাটি প্ৰাক্তন জজ যোগেন্দ্ৰনাথ বৰুৱাৰপৰা চৰকাৰে অধিগ্ৰহণ কৰি লৈছিল। আগছোৱাত কটন কলেজেই হৈছিল বিশ্ববিদ্যালয়ৰ স্নায়ুকেন্দ্ৰ। আগৰ আৰ্ল ল কলেজ আৰু কটনৰ নিউ বিল্ডিংতে বহিছিল বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহ। নিউ হোষ্টেলৰ বাজত পিছত য'ত মাধ্যমিক শিক্ষা-বোৰ্ডৰ কাৰ্যালয় পতা হৈছিল তাতেই দ্বিতীয় মহাসমৰৰ সময়ত মিলিটাৰীয়ে সজাই লোৱা অন্ধকূপ সদৃশ ঘৰটোতেই আছিল বিশ্ববিদ্যালয়ৰ সচিবালয়। বৰদলৈদেৱে কৰ্মী দত্তক প্ৰথম ৰেজিষ্ট্ৰাৰ, শ্ৰীসন্দিকৈদেৱক প্ৰথম উপাচাৰ্য আৰু 'নিজৰাৰ কবি' শৈলধৰ ৰাজখোৱাক বিশ্ববিদ্যালয়ৰ প্ৰথম ধনভঁৰালী মনোনীত কৰিলে। এই বাছনি যে উত্তম আৰু নিখুঁত হৈছিল বিশ্ববিদ্যালয়ৰ পিছৰ কাৰ্যাৱলীয়ে তাক নিঃসন্দেহে প্ৰতিপন্ন কৰিলে।

**আচাৰ্য কৃষ্ণকান্ত সন্দিকৈ**

গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য হিচাপে সন্দিকৈদেৱৰ দৰে অসমপ্ৰেমী যোগ্য ব্যক্তিক মনোনীত কৰি লোকপ্ৰিয় বৰদলৈদেৱে শুদ্ধকৈয়ে দূৰদৰ্শিতাৰ পৰিচয় দিছিল। এসময়ত অসমৰ সৰ্ববৃহৎ বেচৰকাৰী কলেজ যোৰহাট জগন্নাথ বৰুৱা কলেজৰ প্ৰথম

অধ্যক্ষ হিচাপে সন্দিকৈদেৱে সেউতি চৰাইছিল। গুৱাহাটী বিশ্ববিদ্যালয়ো তেওঁৰ কাৰ্য-দক্ষতাৰ বৃহত্তম জয়স্তম্ভ নিশ্চয়। সন্দিকৈ মানুহজন আনতকৈ বেলেগ। তেওঁ যাকে তাকে যেতিয়াই তেতিয়াই দেখা নকৰে, যাৰে তাৰে লগত কথা নেপাতে, অনাহকত সময় খৰচ নকৰে, আনকি কামৰ মাজত কথাৰ হেঁচা পৰে বুলি তেওঁ উপাচাৰ্যৰ বাসভৱনত ফোন এটাও ৰখা নাছিল। ধৃতৰাষ্ট্ৰই সঞ্জয়-চকুৰে দেখা পোৱাৰ নিচিনাকৈ তেওঁ জনচেৰেক বিশ্বস্ত বন্ধুৰ যোগেদি দাবৰ বাতৰি দাবে পাই আছিল আৰু বিশ্ববিদ্যালয়ৰ বাহিৰ আৰু ভিতৰ চ'ৰাৰ সকলো কথা ভলানলা মাৰি জানিব পাৰিছিল। বাতৰিকাকত, আলোচনী আদি চুক-কোণ মাৰি পঢ়ি আমাৰ দেশৰ কোনে ক'ত ভাল কাম কৰিছে, বেয়া কাম কৰিছে, এই সকলোবোৰ খবৰ ৰাখিছিল। বিশ্বস্তসকলৰ ভিতৰত আছিল শ্ৰীশৰৎকুমাৰ দত্ত (প্ৰাক্তন কুৰুক্ষেত্ৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য), ড. বিৰিঞ্চিকুমাৰ বৰুৱা, ৰেজিষ্ট্ৰাৰ ফণীধৰ দত্ত, ড. বাণীকান্ত কাকতি, ডেপুটী ৰেজিষ্ট্ৰাৰ শ্ৰীচিদানন্দ দাস (প্ৰাক্তন ৰেজিষ্ট্ৰাৰ) আৰু ডাক্তৰ ভুবনেশ্বৰ বৰুৱা প্ৰভৃতি। মন্ত্ৰী-সভাসদ আৰু আন কোনো উচ্চপদস্থ লোকক খাতিৰ নকৰাকৈ তেওঁ স্বতন্ত্ৰীয়াভাৱে নিজৰ কাম কৰি গৈছিল। বিশ্ববিদ্যালয়ৰ পৰীক্ষক নিযুক্তিৰপৰা প্ৰশ্নকাকত চকুফুৰাই চোৱালৈকে নানাবিধৰ কামৰ ব্যক্তিগতভাৱে তদাৰক কৰি স্বকীয় বৈশিষ্ট্য ফুটাই তুলিবলৈ সমৰ্থ হৈছিল। কেৱল নিজৰ জীৱনব্যাপি চলোৱা অধ্যয়ন বাদ নিদিয়াকৈ যোৰহাটত থকা নিজৰ ঘৰ-দুৱাৰ, পৰিয়াল, বাগিচা আদিৰ লগত সাময়িকভাৱে সম্পৰ্ক ছেদ কৰি সন্দিকৈদেৱে কঠোৰ শ্ৰমেৰে গুৱাহাটী বিশ্ববিদ্যালয়ক যেনেভাৱে সুদৃঢ় ভেটিত গঢ়ি থৈ গ'ল অসমৰ জাতীয় বুৰঞ্জীৰ সি এক গৌৰৱৰঞ্জিত অধ্যায়। তেওঁৰ নিজা অমূল্য পুথিভঁৰালটোও বিশ্ববিদ্যালয়ৰ নামত আগবঢ়াই থৈছে।

মই সন্দিকৈদেৱক কেবাদিনো দেখা কৰিছিলোঁ, কথা-বতৰা হৈছিলোঁ, সদায় তেওঁৰপৰা ভাল ব্যৱহাৰকে পাইছিলোঁ। অৱশ্যে মই কিবা নহয় কিবা এটা কাম লৈহে তেওঁৰ ওচৰ চাপিছিলোঁ, অনাহকত ভাল লগাবলৈ যোৱা নাছিলোঁ, কাম শেষ হলেই বিদায় লৈ গুচি আহিছিলোঁ। এদিন আবেলি কাচাৰীৰপৰা বাহিৰে বাহিৰে মোৰ বন্ধু দেৱচন্দ্ৰ তালুকদাৰো তেওঁক দেখা কৰিবলৈ গৈছিল। ভাইচ-চেন্সেলৰ চাহাবৰ বঙলাৰ ভিতৰলৈ চাপ্ৰাচীৰ যোগে তালুকদাৰ যোৱাৰ খবৰ গ'ল। চাহাবে ভিতৰৰপৰা তালুকদাৰক বহিবলৈ কৈ পঠালে। তালুকদাৰ বাহিৰৰ বৈঠকখানাত বহিল। পাঁচমিনিট, দহমিনিট, পোন্ধৰ মিনিট পাৰ হৈ গল, তথাপি সন্দিকৈ ভিতৰৰপৰা ওলাই অহা নাছিল। তালুকদাৰৰ ধৈৰ্যচ্যুতি ঘটিবৰ উপক্ৰম হৈছিল। আয়ো নাই, ফ'ৰ্তিও নাই। এইদৰে বোলে প্ৰায় চল্লিছ মিনিট পাৰ হৈ গৈছিল। অৱশেষত ৰুক্ষ প্ৰভু মণিকূটৰপৰা ওলাল। তালুকদাৰে সকাহ পালে কিন্তু তেওঁ কোনো কথা সুধিবলৈ নোপাওঁতেই 'বলক তালুকদাৰ' বুলি সন্দিকৈয়ে বাহিৰলৈ খোজ দিলেই। সেই দিনা তেওঁ তালুকদাৰক পদুলিৰ বাহিৰৰ সঙ্গী কৰি ললে। দুয়ো উজানবজাৰ জাহাজঘাট পাৰ হৈ পাণ্ডুৰ পৰ্বত উঠিছিলগৈ। তাৰপৰা শান্তিপুৰত থকা তালুকদাৰৰ ঘৰ—একেবাৰে নগৰৰ পূবৰপৰা পশ্চিম। বাটে বাটে দুয়ো কথা পাতি গৈছিল। আন কথা নহয়, অসমৰ ভাষা-সাহিত্যৰ কথা, অসমীয়া

সাহিত্যিকৰ কথা। প্ৰায় এবছৰমান পিছত তামুলবাৰীৰ নিজৰ ঘৰত বৈ সন্দিকৈ [illegible]। তামুলবাৰীৰ বোম্বাপৰ যি বহি থাকিবলগীয়া বহটো আমাৰ পানীকৃত্য হৈ গৈছিল আৰু তেওঁ সেই ভ্ৰমণৰ মধুৰ স্মৃতি জীৱনৰ শেষ দিনলৈকে গৌৰৱেৰে স্মৰণ কৰিছিল। এয়া সন্দিকৈৰ সাহিত্যিক প্ৰীতিৰ এটা সামান্য পৰিচয় মাথোন।

## অন্যান্য নিৰ্বাহকসকল

কটনৰ অংকৰ মুখ্য অধ্যাপক কণীধৰ দত্তৰ কটনৰ লগত সম্পৰ্ক ছেদ হলেও পিছত তেওঁ ভালেমান দিন পূৰ্ববৎ কটনৰ ওচৰৰ ছাত্ৰাবাসৰ ৰখীয়া অধ্যাপকৰ বঙলাতে থাকি বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰৰ কাৰ্যনিৰ্বাহ কৰি আছিল। পিছতহে তেওঁৰ বাবে উপাচাৰ্যৰ অস্থায়ী বাসভৱনৰ কাষতে আৰু এটা সৰু বঙলা সাজি দিয়া হৈছিল। অসম শিক্ষা-বিভাগৰ পৰা অৱসৰ লৈ কৃতী শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামীদেৱে গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাত সহায়ক হৈছিল আৰু তেৱেঁই পূৰ্বৰ অভিজ্ঞতাৰ বাবে প্ৰথম ৰেজিষ্ট্ৰাৰ হব বুলি ওপৰ মহলত গুণাগথা কৰা হৈছিল। দুখৰ বিষয় গোস্বামীদেৱৰ অপ্ৰত্যাশিতভাৱে জীৱন-বন্তি নিৰ্বাপিত হ'ল, কণী দত্তই কটনৰ অংকত মুখ্য অধ্যাপকৰপৰা বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ হৈ গৈছিল। পিছত অলপ দিন উপাচাৰ্যও হৈছিল। কটনত তেওঁ কলেজ পৰিচালনা কামৰ উপৰিও পৰীক্ষা-সংক্ৰান্ত সকলো কাম-কাজ নিয়াৰিকৈ চলাইছিল। তেওঁ পুৱাৰপৰা ৰাতি এতোখৰলৈকে যি হাড়ভগা খাটনিৰে নৱজাত বিশ্ববিদ্যালয়খন তুলিতালি জয়শ্ৰীমণ্ডিত কৰিলে সেই কথা ভাবিলে বিস্মিত হব লাগে। খেল-ধেমালি, চিনেমা আদিতো দত্তৰ ৰাপ আছিল যথেষ্ট, কিন্তু ৰেজিষ্ট্ৰাৰৰ আসনত বহাৰ দিনৰপৰা তেওঁ সেই সকলোবোৰ ত্যাগ কৰি কেৱল বিশ্ববিদ্যালয়কে জপমালা কৰি লৈছিল। যোৰহাটৰ জগন্নাথ বৰুৱা কলেজতো দত্তৰ বৰঙণি কম নহয়, তথাপি গুৱাহাটী বিশ্ববিদ্যালয়ত তেওঁৰ শ্ৰমদান মেৰুৰ বজনৰ সমতুল্য আছিল। শেষছোৱাত তেওঁ অৱশ্যে অলপ অপ্ৰীতিকৰ পৰিস্থিতিৰো সন্মুখীন হবলগীয়া হৈছিল। এই বিষয়ে বিৱৰি নিলিখো। এই অপ্ৰীতিকৰ পৰিস্থিতিত উদ্ভৱ হোৱা অপ্ৰত্যাশিত মানসিক আঘাতেই ড. বিৰিঞ্চিকুমাৰ অকাল আৰু আকস্মিক মৃত্যুৰ কাৰণ হৈছিল বুলি ভাবিবৰ থল আছে। সেয়ে হলেও এই কথা আমি মুক্তকণ্ঠে স্বীকাৰ কৰিবই লাগিব যে গুৱাহাটী বিশ্ববিদ্যালয় সন্দিকৈ আৰু দত্তৰ জীৱনৰ কীৰ্তি-সৌধ।

দত্তৰ সহায়কাৰী হিচাপে বিশ্ববিদ্যালয়ৰ বিষয়ববীয়াসকলৰ উপৰিও কটনৰ তেতিয়াৰ অধ্যাপকসকলেই আগভাগ লৈছিল। এতিয়াৰ দৰে সেই সময়ত কটনৰ বাহিৰে অসমৰ আন কলেজবোৰত বিশ্ববিদ্যালয়ৰ আওতাও পোৱা অধ্যাপক দুই-চাৰিজন থাকিলেও বেছি নাছিল। পৰীক্ষা-সংক্ৰান্ত সকলো কামতে কটনৰ অধ্যাপকেই গধুৰ দায়িত্ব বহন কৰিছিল। [illegible] সন্দিকৈৰ নেতৃত্বত কণী দত্ত, ড. বিৰিঞ্চিকুমাৰ বৰুৱা, ডাঃ সূৰ্যদেৱ বৰুৱা, ড. বাণীকান্ত কাকতি, ড. সূৰ্যকুমাৰ ভূঞা, আইন কলেজৰ অধ্যক্ষ শ্ৰীশৰৎকুমাৰ দত্ত (প্ৰাক্তন মুখ্যন্যায়াধীশ, প্ৰাক্তন ডিব্ৰুগড় বিশ্ববিদ্যালয় উপাচাৰ্য), [illegible] ৰাজখোৱা, শ্ৰী[illegible] দাস (প্ৰাক্তন ৰেজিষ্ট্ৰাৰ) [illegible] বৰুৱা (পৰীক্ষা-বিষয়া)

শ্ৰীনৰেন শৰ্মা ( উপ-ৰেজিষ্ট্ৰাৰ ) প্ৰভৃতিক গুৱাহাটী বিশ্ববিদ্যালয়ৰ নিৰ্মাতা হিচাপে সদায় আমি মনত ৰাখিব লাগিব।

এইখিনিতে উল্লেখ কৰিব পাৰি যে যুদ্ধোত্তৰ কালত এটা দুৰাৰোগ্য সংক্ৰামক ব্যাধি কলিকতাৰপৰা উজাই আহি অসমতো সোমাইছিল। সেইটো হৈছে পৰীক্ষা-ঘৰত ব্যাপক দুৰ্নীতি। পৰীক্ষা-ঘৰৰ ভিতৰলৈ প্ৰশ্নোত্তৰৰ কাকত চালান দিয়া একোটা অঘোষিত সমাজ-বিৰোধী কোম্পানী গঠিত হৈছিল। সেইবোৰে পৰীক্ষাৰ বায়ুমণ্ডল কলুষিত কৰি পেলাইছিল। অৱস্থাৰ এনে চৰম অৱনতি ঘটিছিল যে পৰীক্ষা-ঘৰত দুই-এক নিৰীক্ষকো বেয়াকৈ লাঞ্ছিত হবলগীয়া হৈছিল। সন্দিকৈ-দত্তই পৰীক্ষা পৰিচালনাৰ ৰাঘজৰী হাতত লৈ এনেভাৱে সেই দুৰ্নীতি দমন কৰিবলৈ সমৰ্থ হৈছিল যে নিৰীক্ষক-পৰীক্ষক আৰু শিক্ষাপ্ৰেমী ৰাইজ সকলোৱে স্বস্তিৰ নিশ্বাস পেলাইছিল। পৰীক্ষা-ঘৰৰপৰা সেই দিনত দুৰ্নীতি পুলিয়ে-পোখাই উভালি পেলোৱা হৈছিল বুলি ক'ব পাৰি।

বি-টি শ্ৰেণী : মোৰ কথা

১৯৬০ চনত মই কটনৰ চৰকাৰী কামৰপৰা অব্যাহতি পালোঁ। কিন্তু সিমানতে মোৰ শিক্ষক-জীৱনৰ অন্ত পৰা নাছিল। ১৯৫৬ চনৰপৰা ১৯৬৯ চনলৈকে গুৱাহাটী বিশ্ববিদ্যালয়ৰ বি-টি শ্ৰেণীৰ শিক্ষকতা কৰিবলৈ মোৰ সৌভাগ্য হৈছিল। মই বি-টি শ্ৰেণীৰ শিক্ষকৰ কামটো পোৱাৰ অন্তৰালতো ইতিবৃত্ত আছে এইখিনিতে তাকে কওঁ। গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হোৱাৰ পিছত আনৰ দৰে মোৰো বিশ্ববিদ্যালয়ৰ অধ্যাপক হবৰ মন গৈছিল আৰু সেই বাবে ছেগ চাই আছিলোঁ। অলপ দিনৰ পিছতে ছেগৰ বেঙুনি দেখা পালোঁ। বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত এজন অধ্যাপক লাগে বুলি জাননী প্ৰচাৰ হ'ল। তাকে দেখি ময়ো এজন প্ৰাৰ্থী হবলৈ মন মেলিলোঁ। কিয়নো কটনৰ চৰকাৰী কামৰ মিয়াদ ৫৫ বছৰ আৰু বিশ্ববিদ্যালয়ৰ ৬৩ বছৰলৈ। তদুপৰি বিশ্ববিদ্যালয়ৰ পৰিৱেশ মুকলীয়া, পৰিসৰ আহল-বহল। এদিন কথাটো মোৰ হিতাকাঙ্ক্ষী বন্ধু ড. বিৰিঞ্চি বৰুৱাৰ কাণত পেলালোঁ আৰু তেওঁৰ পৰামৰ্শ বিচাৰিলোঁ। বৰুৱাই সেই দিনা একো নকলে, পিছত কম বুলি কলে। দুদিনমান পিছত ড. বৰুৱাই মোক মাতি নি ক'লে, "হাজৰিকা, আপুনি বিশ্ব-বিদ্যালয়ৰ কামটোৰ বাবে দৰ্খাস্ত দিব নালাগে। এতিয়া আপোনাৰ স্থান বিশ্ববিদ্যালয়ৰ ওপৰত আছে, কামটো লগে তললৈ নামিব।" সেই কথামতে মোৰ দৰ্খাস্ত দিয়া নহ'ল। গ'ল কথা গুচিল। তাৰ কেইমাহমান পিছত ড. বৰুৱাই এদিন আকৌ মোক তেওঁৰ ঘৰলৈ মাতি নি ক'লে বোলে বিশ্ববিদ্যালয়ৰ বি-টি শ্ৰেণীত অসমীয়া সাহিত্যৰ বাবে এটা অংশকালীন কাম খালী হৈছে। মই সেই কামটোৰ বাবে দৰ্খাস্ত কৰিব লাগে বুলি সন্দিকৈ আৰু তেওঁ বিবেচনা কৰিছে। তেতিয়া মই কটনৰ কামৰ উপৰুৱাকৈ সেই কাম কৰিব পাৰিম আৰু কটনৰ কাম শেষ হোৱাৰ পিছতো আৰু আঠবছৰ সেই কামত থাকিব পাৰিম। বৰুৱাৰ দিহামতে দৰ্খাস্ত দি সন্দিকৈৰ কৃপা লাভ কৰি মই কামটো পালোঁ। মোৰ কটনৰ কামটোও থাকিল আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ লগতো জড়িত হৈ পৰিলোঁ। ইতিমধ্যে

অৱশ্যে কোৰ্টৰ সদস্য হিচাপেও মোৰ বিশ্ববিদ্যালয়ৰ লগত যোগসূত্ৰ স্থাপন হৈছিল। বি-টিৰ কামটো পোৱাৰ বাবে মই শ্ৰীসন্দিকৈদেৱৰ আৰু ড. বৰুৱাৰ ওচৰত কৃতজ্ঞ।

বি-টি শ্ৰেণীৰ কামটো লৈ লৰে-লৰে মই প্ৰথম দৰমাহৰ দৰমহা এহেজাৰ টকা বিশ্ববিদ্যালয়লৈ আগবঢ়াই দেউতাৰ নামত 'ৰমাকান্ত হাজৰিকা বঁটা'ৰ স্মৃতিপুঁজি স্থাপন কৰিছিলোঁ। সামান্য দান, মাছৰ তেলেৰেই মাছ ভজাৰ নিচিনা কথা। তথাপি সিয়েই মোৰ মনত পিতৃ-পূজাৰ তৃপ্তি দিছিল। সেই পুঁজিৰ টকাৰ সুতেৰে দেউতাৰ নামত প্ৰবেশিকা পৰীক্ষাৰ অসমীয়া সাহিত্যত প্ৰথম হোৱাজনক বঁটা দিয়া হৈছিল। পিছত প্ৰবেশিকা মহলা বিলুপ্ত হোৱাত আজিকালি বি-এ অনাৰ্চত অসমীয়াত প্ৰথম হোৱাজনক বঁটা দিয়াৰ ব্যৱস্থা কৰা হৈছে হবলা! টকা-হেজাৰ মোৰ হাতলৈ অহা হলে কেতিয়াবাই উৰি গ'লহেঁতেন কিন্তু সি মোৰ পূজনীয় পিতৃৰ নামত আৰু মোৰ বি-টি শিক্ষকতাৰ স্মৃতি হিচাপে, সঞ্চিত হৈ আজিও ৰৈ গৈছে।

মই যেতিয়া কামত সোমাওঁ, সেই সময়ত বিশ্ববিদ্যালয়ে আজিকালিৰ দৰে জালুকবাৰীৰ গিৰিমালা-দুৰ্গ পৰিবেষ্টিত নিজৰ মাটি-ঘৰত থান-থিত লগা নাছিল। গুৱাহাটীৰ পুৰণি আৰ্ল ল কলেজ চৌহদত বহা বিশ্ববিদ্যালয়ৰ শ্ৰেণীবোৰৰ লগতে বি-টি শ্ৰেণীও আবেলি বহিছিল। মোৰ ঘৰৰপৰা কেইখোজমানৰ বাট। কাম কৰি মই নথৈ আনন্দ পাইছিলো। বছৰদিয়েক পিছত দীঘলীপুখুৰীৰ পাৰৰপৰা জালুকবাৰীলৈ বিশ্ববিদ্যালয় উঠি যোৱাত মই এটা মাথোন আহকাল পাইছিলোঁ। সেইটো হৈছে পৰিবহন সমস্যা। সেই সমস্যা আজিও আছে, আগলৈকো নোহোৱা হোৱাৰ লক্ষণ দেখা নাযায়।

বি-টি শ্ৰেণীত অসমীয়া পঢ়াবৰ বাবে মোক নিযুক্তি দিয়া হৈছিল। কঠিনমতে মই পঢ়াব লাগিছিল অসমীয়া ভাষা শিক্ষা-পদ্ধতি আৰু অসমীয়া ৰচনা। প্ৰথম দিনা ৰচনাৰ শ্ৰেণীত সোমায়েই উজুটি খাবলগীয়া হ'ল। অসমীয়া ৰচনাৰ শ্ৰেণীত দেখোন অসমীয়াৰ উপৰিও ইংৰাজী আৰু বঙলা ৰচনাও সাঙুৰি দি লোপাহং নমঃ কৰি থোৱা হৈছে। এই কলেজ প্ৰতিষ্ঠা হোৱা দিনৰপৰা নানা ভাষাৰ ৰচনা ইংৰাজী মাধ্যমেৰে পঢ়োৱা অদ্ভুত নিয়মটো নিৰ্বিবাদে চলি আহিছিল। এই শ্ৰেণীৰ ৰবমূৰীয়া দাসগুপ্তই ওপৰমহলৰ বিৰাগভাজন হোৱাৰ আশঙ্কাতেই হবলা কথাটো যথাস্থানত দৃষ্টিগোচৰলৈ অনা নাছিল। মোৰ পূৰ্ববৰ্তী অসমীয়া অধ্যাপকেও যথা দৃষ্টং তথা লিখিতং কৰি ইংৰাজী মাধ্যমেৰে অসমীয়া ৰচনাৰ পাঠ দি গৈছিল। কথাটো মোৰ ভাল নেলাগিল। শ্ৰেণীত ছাত্ৰবিলাকক স্পষ্টভাৱে কৈ দিলোঁ যে মই কেৱল অসমীয়া ভাষাৰ মাধ্যমেৰে অসমীয়া ৰচনাৰ পাঠ দিম। অন্য-অসমীয়াবিলাকে আন ব্যৱস্থা কৰি লওক। লগতে লগতে মোৰ আপত্তিৰ কথা ড. বিৰিঞ্চি কুমাৰ বৰুৱাক জানিবলৈ দিলোঁ। বৰুৱা বিশ্ববিদ্যালয় শ্ৰেণীসমূহৰ সচিব। তেওঁ মোৰ যুক্তিযুক্ত কথাতে হয়ভৰ দি সেই অদ্ভুত নিয়মটো প্ৰত্যাহাৰ কৰি বঙলা আৰু ইংৰাজী অধ্যাপকক নিজ নিজ ভাষাৰ ৰচনা পঢ়াবলৈ নিৰ্দেশ দিলে।

## সহকৰ্মীসকল

বি-টি শ্ৰেণীত অসমীয়া পঢ়াইছিলোঁ মই, বঙলা পঢ়াইছিল শ্ৰীদেবীদাস ভট্টাচাৰ্যই (পিছত ড.) আৰু ইংৰাজী পঢ়াইছিল ড. প্ৰফুল্লদত্ত গোস্বামীয়ে। একে সময়তে শ্ৰেণী লবলগীয়া হোৱাৰ বাবে আমি তিনিজনৰ সততে দেখাদেখি হৈছিল। বাকীবিলাকৰ লগত ভেটাভেটি নোহোৱাৰ নিচিনাই। শ্ৰীকালীচৰণ দাস (পিছত ড.), শ্ৰীসিদ্ধেশ্বৰ শইকীয়া (পিছত ড.), শ্ৰীযোগেন্দ্ৰনাথ শইকীয়া, শ্ৰীমতী নায়াৰ আৰু শ্ৰীবাণীকান্ত শৰ্মাক মাজেসময়ে চকামকাকৈ লগ পাইছিলোঁ। বাণীকান্ত পূৰ্বতে মোৰ বি-টিৰ ছাত্ৰ আৰু যোগেন শইকীয়া এতমাওৰ বি-টি সহপাঠী আছিল। অতিৰিক্তভাৱে দেবীদাস ভট্টাচাৰ্যই সংস্কৃত আৰু মই কেইবছৰমান প্ৰাইমেৰী শিক্ষা-পদ্ধতিৰ শ্ৰেণীটোও লবলগীয়া হৈছিল।

বিভাগীয় মুৰব্বীয়া হিচাপে মই প্ৰথমতে পাইছিলোঁ শ্ৰীদেবেন্দ্ৰ দাসগুপ্তক। মানুহজন ভাল কিন্তু অলপ ভয়াতুৰ। কামতকৈ কথা বেছিকৈ কয়। তেওঁ মোক ভাল পাইছিল, ভয়ো কৰিছিল—হয়তো সন্দিকৈ আৰু বৰুৱাৰ প্ৰিয়পাত্ৰ হোৱাৰ বাবে। দাসগুপ্তই অৱসৰ লোৱাত শ্ৰীভূপেন্দ্ৰচন্দ্ৰ কৰ শিক্ষা আৰু বি-টি বিভাগৰ মুৰব্বীয়া হ'ল। শ্ৰীকৰ মাৰ্জিত ৰুচিৰ ভদ্ৰলোক। তেওঁ কামৰ মানুহ, নিৰ্লিপ্তভাৱে নিজৰ কাম কৰি যায়। জানে ভাল, পঢ়ায়ো ভাল। শ্ৰেণীত সোমালে পাঠদানত এনেভাৱে নিমগ্ন হৈ পৰে যে নিয়মিত সময়ত ওলাই আহিবলৈ পাহৰি যায়। বাহিৰত পিছৰ শ্ৰেণীটো লবলৈ আমি খাপ দি থাকোঁ। কোনো কোনো সময়ত আমাৰ শ্ৰেণীৰ সময়ো উকলি যাবলগীয়া হয়। ওলাই আহি হাঁহি এটা মাৰি ক্ষমা খুজি গুচি যায়। মোক আৰু দেবীবাবুক তেওঁ বয়সস্থ অভিজ্ঞ শিক্ষক বুলি যথেষ্ট শ্ৰদ্ধা কৰিছিল আৰু আমি দুজনৰ কথা কৈ বিভাগটোৰ গৌৰৱো কৰিছিল। সহকৰ্মী শিক্ষক আৰু ছাত্ৰসকলৰ মাজত সৰ্ব্বৰহী শ্ৰীকৰ যেন তেওঁলোকৰ **Friend, philosopher and guide.**

দেবীদাস ভট্টাচাৰ্য সন্দিকৈ কলেজৰ অধ্যাপক আৰু বি-টি শ্ৰেণীৰ বঙলা আৰু সংস্কৃতৰ মোৰ দৰে অংশকালীন অধ্যাপক আছিল। পিছত তেওঁ সন্দিকৈৰ কাম এৰি বিশ্ববিদ্যালয়ৰ বঙলা বিভাগত যোগ দিয়ে। দেবীবাবুৱে বঙলা আৰু সংস্কৃত জনাৰ উপৰিও জ্যোতিষো জানে, হাতো চাব পাৰে। থাকে পাণবজাৰৰ এটা হোটেলত বছৰটোৰ বেছি ভাগ। পূজাৰ বন্ধ আৰু জহৰ বন্ধতহে ঘৰলৈ যায়। বন্ধু হিচাপে মই তেওঁক ভাল পাইছিলোঁ। দামখণিৰ পৰিতাপেৰে জনাও যে বিশ্ববিদ্যালয়ে আৰ্ল ল কলেজ বিলুপ্ত কৰি নিজা বি-টি শ্ৰেণী খুলিছিল। পিছে বালিলৈ বি পাট লব, সুগ্ৰীবলৈও সেই পাট লব। মকৰী আইনৰ সময় হোৱাত বিশ্ববিদ্যালয়ৰ বি-টি শ্ৰেণীটো অন্যায়ভাৱে হত্যা কৰা হ'ল।

# পঞ্চম খণ্ড ঃ সভাপৰ্ব

এই পৰ্যন্ত মই সান্নিধ্য লাভ কৰা খনচেৰেক সভাৰ কথা লিখিবলৈ লৈছোঁ। ইয়াত সেই সভা কেইখনৰ স্বয়ংসম্পূৰ্ণ বা ধাৰাবাহিক বুৰঞ্জী নাই। মই বুৰঞ্জীলেখকো নহওঁ। এই পৰ্যন্ত আছে মাথোন কম-বেছি পৰিমাণে মোৰ স্মৃতিপটত সঞ্চিত হৈ থকা গোটাচেৰেক ইতিবৃত্তৰ আহিলা। প্ৰতিখন সভাৰ বিষয়ে বুৰঞ্জী লিখিবৰ থল আছে। বিশেষকৈ অসম সাহিত্য সভাৰ কৰ্ম-অকৰ্মৰ জীৱন-বৃত্তান্ত সম্বলিত এখন আহলবহল উপাদেয় গ্ৰন্থ যুগুতোৱা হ'ব পাৰে। সৌভাগ্যক্ৰমে এই সভাৰ লগত সম্পাদক, উপ-সভাপতি আৰু সভাপতি হিচাপে মই এছোৱা কাল নিবিড়ভাৱে জড়িত হৈ পৰিছিলোঁ। সেই কাৰণে এইছোৱা কালৰ অলপ বিতং বিৱৰণ দিয়া হৈছে। অন্তৰালত থকা দুই এটা কথাও (যেনে প্ৰকাশন পৰিষদ, ৰবীন্দ্ৰ ভৱন আদিৰ জন্ম-কথা) লোকচক্ষুৰ আগলৈ আনিবলৈ যত্ন কৰিছোঁ। তদুপৰি পূৰ্ববৰ্তী আৰু পৰৱৰ্তী কালৰ দুই এটা স্মৃতি-তৰঙ্গ ৰোমন্থন কৰা হৈছে চেপাচোবোকাকৈ। শেষত এই কথা মই নদি কওঁ যে সুদীৰ্ঘ আৰু সুবৃহৎ অসম সাহিত্য সভা-বৃক্ষৰ এটা সৰু অংশহে মাথোন মোৰ এই কেৰেলিপুৰাণত সামৰি লব পাৰিছোঁ।

এই কথাও আগৰতৰতে জনাই থওঁ যে এই পৰ্যন্ত যি কেইখন সভা বা অনুষ্ঠানৰ কথা স্মৃতিৰ সঁফুৰাৰ মুখ খোকোলাই দেখুৱাবলৈ যত্ন কৰা হৈছে সেইবোৰৰ উপৰিও আৰু খনচেৰেক অনুষ্ঠানৰ লগতো কম-বেছি পৰিমাণে মোৰ সম্পৰ্ক ঘটিছিল। সেইবোৰৰ মাজত উল্লেখযোগ্য কামৰূপ নাট্যসমিতি, গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ, অসম সঙ্গীত-নাটক একাডেমী, সাহিত্য-একাডেমীৰ উপদেষ্টা সমিতি আদি। এইবোৰৰো নিজা ইতিবৃত্ত আৰু অন্তৰালৰ বহুত কাহিনী আছে। কামৰূপ নাট্যসমিতিৰ কথা মোৰ মকলেখা আৰু এই গ্ৰন্থৰ সাহিত্য পৰ্যন্ত কৰলগীয়াখিনি কোৱা হৈছে। অনাতাঁৰ আৰু সঙ্গীত-নাটক একাডেমীৰ বিষয়েও কিছু কথা কৈ অহা হৈছে যদিও মোৰ মানস-পটত আৰু বহুত স্মৃতিৰ টুকুৰা উঁঠি ভাহি ফুৰিছে। সঙ্গীত-নাটক একাডেমীৰ মই এসময়ত উপ-সভাপতিও আছিলোঁ, গ্ৰন্থৰ কাৰত উপগ্ৰহ থকাৰ নিচিনাকৈ। তথাপি এইবোৰ অনুষ্ঠানক ইচ্ছা কৰিয়েই বাজত ৰাখিবলগীয়া হ'ল কিয়নো ভাৰাক্ৰান্ত এই সভাপৰ্বই মোক যেন কাণে কাণে ক'লে—অধাৰ গুণৰতে তথা, মহাপ্ৰভু ৰখা কথা। মযো আৰু গুণৰাকি ভাৰ দিয়াৰ পৰা বিৰত হলোঁ।

## একতা সভা

এই শতিকাৰ আদি ভাগতে ১৯০৫ চনৰ এদিন গুৱাহাটীৰ দুবাৰ ভাকৰৰ নাট্যমন্দিৰৰ ওচৰত কণ কণ পাঁচজন লৰাই 'পুল্' খেলিং* কৰা দেখি এদিন নবীনাথ গোস্বামী নামৰ এজন ভদ্ৰলোকে লৰাইতকক খেলত সময় অতিবাহিত নকৰি এখন সভা পাতিবলৈ উপদেশ

* [illegible] 'পুল খেল' [illegible]। [illegible]।

দিছিল আৰু তেওঁলোকক সভাৰ নিয়ম-প্ৰণালীও শিকাই দিছিল। গোস্বামীৰ উপদেশে গুটি ধৰিলে। তাৰ ফলস্তেই এসময়ৰ অসমবিখ্যাত একতা সভাৰ জন্ম হ'ল। সেই ছাত্ৰ অনুষ্ঠানখনিৰ কাৰ্য বিবৰণী লিখি ৰাখিবলৈ গোস্বামীয়ে ল'ৰাইতক বহী এখনো দান কৰিছিল। একতা সভাৰ প্ৰতিষ্ঠাতা সেই ল'ৰা পাঁচজন আছিল অম্বিকানাথ বৰা, জ্ঞাননাথ বৰা, মহাবীৰ কানু, নাৰায়ণচন্দ্ৰ গোস্বামী আৰু ৰাধানাথ গোস্বামী। সভাৰ বৈঠকবোৰ বহিছিল সত্যনাথ বৰা ডাঙৰীয়াৰ চ'ৰাঘৰত। প্ৰথম সম্পাদক আছিল জ্ঞাননাথ বৰা (অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি)। প্ৰথম অধিবেশন কেতিয়া বহিছিল জনা নেযায়। দ্বিতীয় অধিবেশন বহিছিল ১৯০৫ চনৰ ৫ মাৰ্চত। অলপ দিনৰ ভিতৰতে এই সভা গা-গাৰি বাঢ়ি শকত হৈ আহিবলৈ ধৰিলে। উজানবজাৰৰ সেই সময়ৰ প্ৰায়বিলাক পঢ়াশলীয়া আৰু কলেজীয়া ছাত্ৰই এই সভাত যোগ দিলে। কটন কলেজত পঢ়িবলৈ অহা গুৱাহাটীৰ বাহিৰৰ অনচেৰেক ছাত্ৰও এই সভাৰ অতি আপোন হৈ পৰিছিল। সেইসকলৰ মাজত শিৱসাগৰৰ পদ্মধৰ চলিহা আৰু গণেশচন্দ্ৰ হাজৰিকাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। স্থানীয়সকলৰ ভিতৰত প্ৰতিষ্ঠাতাসকলৰ উপৰিও উমেশ চৌধাৰী, সৰ্বেশ্বৰ শৰ্মাকটকী, দৈবচন্দ্ৰ তালুকদাৰ, মহিবুদ্দিন আহমেদ আৰু বহুত আছিল।

পিছলৈ সভাৰ সাদিনীয়া অধিবেশনবোৰ লতাশিল প্ৰাইমাৰী স্কুল ঘৰত (বৰ্তমান মাণিকচন্দ্ৰ মাইনৰ স্কুল থকা ঠাইত) পতা হৈছিল। মই ল'ৰা কালত সেই সভা বাহিৰৰ পৰা খিড়িকীৰে জুমি চাইছিলো। ভিতৰ সোমাবলৈ সাহসে কুলুলাইছিল। বয়স আৰু অৰ্হতাও হোৱা নাছিল। দেখাক দেখি আমি মাইনৰ স্কুলৰ ছাত্ৰবিলাকেও ছাত্ৰসভা নাম দি এখন সভা নিজাকৈ পাতি লৈছিলোঁ। ময়েই তাৰ সম্পাদক হৈছিলোঁ। ঘাই সহযোগী আছিল মোৰ সহপাঠী হাজোৰ সতীশচন্দ্ৰ বৰুৱা। একতা সভাৰ আৰ্হিতে আমি সেই সভা চলাইছিলো। লোকৰ চ'ৰাঘৰত বিচনা-চাদৰৰ পৰ্দা তৰি মঞ্চ সাজিছিলো। বক্তৃতা, গান-বাজনা, আবৃত্তি, অভিনয় আৰু মেজিক প্ৰদৰ্শন কৰিছিলো। কণ কণ ভাইটি-ভনীটিইতেই আছিল আমাৰ দৰ্শক আৰু পৃষ্ঠপোষক। মুঠতে ল'ৰাকলীয়া সেই নিৰ্দোষ ৰং-ধেমালিবোৰেই আছিল আমাৰ ভবিষ্যৎ শিল্পী-জীৱনৰ আখৰা। তেতিয়াও আমাৰ অগ্ৰজতুল্য একতা সভাৰ সভ্যসকলৰ কাষ চাপিবলৈ সাহসে কুলুলাইছিল। সেই দিনত ডাঙৰ-সৰুৰ ব্যৱধান আছিল বৰ বেছি—ভয়ৰ নহয়, শ্ৰদ্ধাৰ। তলৰ শ্ৰেণীৰ ল'ৰাবিলাকে ওপৰ শ্ৰেণীৰ ল'ৰাবিলাকক সন্মান কৰাটো বা শ্ৰদ্ধা প্ৰদৰ্শন কৰাটো সেই দিনত এটা সাধাৰণ নিয়ম আছিল। সেই কাৰণেই হাইস্কুল পোৱাৰ আগতে মই একতা সভাৰ লগত গাধীৰে-কুলে সনাপিঠা হব পৰা নাছিলোঁ। একতা সভাৰ উদ্যোগী সভ্য উমেশ দাদা আৰু দৈবচন্দ্ৰ তালুকদাৰ আছিল ব্যতিক্ৰম। এওঁলোকৰপৰা মই সাহিত্যৰ অনুপ্ৰেৰণা নিচেই সৰুকালৰ পৰাই পাইছিলো। এওঁলোকৰ যোগেদিয়ে মই একতা সভাৰ হাতেলিখা মুখপত্ৰ 'অৰুন্ধতী'ত চকু ফুৰাই চাবলৈ সুযোগ পাইছিলো।

তেতিয়াৰ দিনত অসম সাহিত্য সভা, অসম ছাত্ৰ সন্মিলন আৰু আজিৰ নিচিনা অলেখ সাংস্কৃতিক অনুষ্ঠান নাছিল। অ-ভা-উ-সা সভা অ'ত ত'ত আছিল। তাৰ প্ৰভাৱ বেছি

দূৰলৈ যোৱা নাছিল। সেই কাৰণে একতা সভা, এ-এছ-এল ক্লাব আদিৰেই আমাৰ লোকৰ বিলাই গোটেই দেশতে জনাজাত হৈ পৰিছিল। একতা সভাৰ পাক্ষিক প্ৰবন্ধবোৰ আলোচনী, বাঁহী আদি কাকতত প্ৰকাশ হোৱাত সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল আৰু সেই ছাত্ৰলেখকবিলাকক ৰাইজে দেশৰ আশা-ভৰসাৰ স্থল বুলি মৰমৰ চকুৰে চাইছিল।

### য়ুনিয়ন ক্লাব, লতাশিল পথাৰ

একতা সভাৰ খেল-শাখা এটাও আছিল।* এই শাখাটোৰ নাম আছিল য়ুনিয়ন ক্লাব। শ্ৰীবিষ্ণুৰাম মেধিৰ ঘৰৰ সমুখত থকা লতাশিল খেলমাটি এই য়ুনিয়ন ক্লাবৰ দখলত আছিল। একতা সভা আৰু য়ুনিয়ন ক্লাবৰ বিলুপ্তি ঘটিছে যদিও আজিও এই খেলমাটিক বহুতে 'য়ুনিয়ন ফিল্ড' বুলিহে জানে। পূৰ্বতে ইয়াত পথাৰ নাছিল। ১৮৯৭ চনৰ বৰভুঁইকপৰ আগতে ইয়াত হেনো এটা পুখুৰীহে আছিল। পৌৰসভাই পুখুৰী পুতি পথাৰ কৰিলে আৰু সেই পথাৰত কোনো কোনো বছৰ চাৰ্কাছৰ দল আহি খেল দেখুৱাইছিল। এবাৰ হেনো এখন চাৰ্কাছৰ বাঘে এটা ধোবাৰ লৰাক বধ কৰাৰ পিছৰপৰাহে সেই পথাৰত চাৰ্কাছ প্ৰদৰ্শন বন্ধ হ'ল। য়ুনিয়ন ক্লাবৰ ডাঙৰ ছাত্ৰবিলাকে তাত বল খেলা নিতৌ আবেলি আমি চাবলৈ গৈছিলোঁ। তেতিয়াৰ গুৱাহাটীৰ খেল-জগতত য়ুনিয়ন ক্লাবৰ ভাল নামেই আছিল।

হাইস্কুলৰ ওপৰ শ্ৰেণীলৈ যোৱাত আৰু তাৰ পিছত কলেজীয়া জীৱনত মই আৰু মোৰ লগৰীয়া বন্ধুবিলাকেও একতা সভাৰ দায়িত্ব বহন কৰিবলগীয়া হৈছিল। মোৰ ভাগত সম্পাদকৰ বিষয়বাবো দুবছৰমান পৰা হৈছিল। হৰেন্দ্ৰনাথ কলিতা, শৰৎচন্দ্ৰ কাকতী, শ্ৰীঈশ্বৰপ্ৰসাদ চৌধুৰী প্ৰভৃতি অনেকেই একতা সভাৰ যোগেদি নানা বিধৰ সমাজহিতকৰ কামত হাত দিছিল, নিয়মিতভাৱে সভা পতাতো হৈ আছিলেই। উল্লেখযোগ্য কামৰ ভিতৰত এই সভাৰ 'চন্দ্ৰনাথ শৰ্মা গৌৰৱলী সমিতি'ৰদ্বাৰা প্ৰকাশিত বিহগী কবি ৰঘুনাথ চৌধাৰী ৰচিত 'কাৰবালা' কাব্য আৰু ভানুকদাৰৰ অসম-প্ৰতিভাৰ নাম লব পাৰি।

অসম ছাত্ৰ সন্মিলনৰ জন্মদানত আগভাগ লোৱাৰ উপৰিও একতা সভাৰ আটাইতকৈ চমকপ্ৰদ কীৰ্তি আছিল সৰস্বতী পূজাৰ অসমীয়া ঠাঁচত জাতীয়কৰণ। আজিকালিৰ কথা সুকীয়া, কিন্তু সেই দিনত সৰস্বতী পূজাৰ আড়ম্বৰতা আজিৰ নিচিনা নাছিল। চুবুৰিয়ে চুবুৰিয়ে আৰু কলেজৰ হোষ্টেলে হোষ্টেলে পূজা পাই সৰস্বতী দেৱীৰ আজিকালিৰ দৰে তেতিয়া কাহিল অৱস্থা হ'বলগীয়া নহৈছিল। গুৱাহাটীৰ স্কুলবোৰত একোখনকৈ আৰু কটন কলেজত এখন মাথোন পূজা গতানুগতিকভাৱে পতা হৈছিল। গোসাঁনী-প্ৰতিমাবিলাক আছিল বিশেষত্ববৰ্জিত। বঙালী ঠাঁচত গঢ়া, শাৰী পিন্ধোৱা, গাহনাৰে এখন পৰ্যন্ত, ইমানেই। কটন কলেজৰ প্ৰতিমাখন অৱশ্যে আকাৰত ডাঙৰ আছিল। আই বীণাপাণিজনাও আছিল বাহ্যী আৰু তেওঁৰ দুইকাষে আছিল হাতত চামৰ লৈ থিয় হৈ থকা দুজনী সহচৰী। গোনপ্ৰথমে উজানবজাৰত আমি পতা একতা সভাৰ সৰস্বতী পূজাখন একেবাৰে বাজহুৱা পূজাৰ নিচিনাই হৈছিল। সৰুৰপৰা ডাঙৰলৈ, সভ্যৰপৰা অ-সভ্যলৈ সকলোৱে এই পূজাত ভাগ লৈছিল, নিজৰ পূজা বুলি। এই সৰস্বতী-পূজাক একতা সভাই গুৱাহাটীত

গতানুগতিকতা পৰিহাৰ কৰিবলৈ প্ৰতি বছৰে চেষ্টা চলাইছিল আৰু কৃতকাৰ্যও হৈছিল বহুখিনি। এই বিষয়ত সৰ্বাধিক প্ৰশংসাৰ দাবী কৰিব পাৰে মহেন্দ্ৰনাথ ডেকাফুকনে। তেওঁ ধনিকৰ ৺জিষ্ণ বৰদলৈৰ ঘৰত নিজে লাগিভাগি প্ৰতিমাৰ ৰূপ একেবাৰে সলনি কৰি পেলাইছিল। বঙলুৱা শাৰী আৰু আ-অলঙ্কাৰৰ সলনি কৰি অসমীয়া মুগাৰ বিহা-মেখেলা পিন্ধাই, মুঠিখাৰু, দুগ্ দুগী আদি অসমীয়া আ-অলঙ্কাৰ পিন্ধাই 'সৰস্বতী মা'ক 'সৰস্বতী আই'লৈ ৰূপান্তৰিত কৰি পূজামণ্ডপত আলোড়নৰ সৃষ্টি কৰিছিল। ধনিকৰৰ ঘৰৰ ল'ৰাকেইজনকো (শ্ৰীযামিনী বৰদলৈ, ধৰণী বৰদলৈ প্ৰভৃতি) অসমীয়াগঢ়ী প্ৰতিমা সাজিবলৈ শিকাইবুজাই পাকৈত কৰি তুলিছিল। তেতিয়া তাকৰ শ্ৰীযুগল দাস আছিল ডেকাফুকনৰ আলধৰা।

একতা সভাৰ সৰস্বতী পূজাৰ আন এটা বিশেষত্ব আছিল বাণী-কীৰ্তন প্ৰচলন। তাৰ আগতে সৰস্বতী পূজাৰ উপযোগী কীৰ্তন-গীত নাছিল বুলিলেই হয়। সেই দিনত আছিল বঙলা সংকীৰ্তনৰ অকণ্টকা ৰাজপাট। মৌৰ অভাৱত গুৰ দি কাম চলোৱাৰ নিচিনাকৈ বিহগী কবিৰ 'সাদৰী'ৰ প্ৰথম স্তৱকত থকা "নমো বীণাপাণি, বসন্তৰ বাণী" নামৰ প্ৰথম কবিতাটোৰেই কাম চলোৱা হৈছিল। নাগেৰা নাম গোৱা হৈছিল আৰু গোসাঁনী ফুৰোৱাত বেণ্ডবাদ্য ব্যৱহাৰ কৰা হৈছিল। একতা সভাৰ সৰস্বতী পূজাত মোৰ কলেজীয়া সহপাঠী প্ৰাচীন কামৰূপী নৃত্যসংঘৰ অন্যতম প্ৰতিষ্ঠাতা শ্ৰীজীৱেশ্বৰ গোস্বামীয়ে আগভাগ লৈ অসমীয়া সংকীৰ্তন প্ৰচলন কৰিছিল। "আহা বীণাপাণি সুধীয়া সুৰাৰে, অবোধ সন্তানে মাতিছোঁ আই কাতৰে" নামৰ গীতটো কোনে কেতিয়া ৰচনা কৰিছিল, ক'ব নোৱাৰোঁ কিন্তু সেই গীতটো হলে সকলোৰে মুখে মুখে হৈছিল। গোসাঁয়ে নিজে দুই এটা বাণী-কীৰ্তন ৰচনা কৰিছিল আৰু মোৰ হতুৱায়ো কেইটামান তেনে গীত ৰচনা কৰাই লৈছিল। তেওঁ গীতৰ ছেৱে ছেৱে খোলত বোল দি আকাশ-বতাহ নিনাদিত কৰিছিল। একতা সভাৰ উপৰিও গুৱাহাটীৰ আন আন সৰস্বতী পূজাতো এই বাণী-কীৰ্তনৰ প্ৰচলন হৈছিল। আজিও তাৰ মূৰ্চ্ছনা মাৰ যোৱা নাই।

একতা সভাৰ গোসাঁনীয়ে ট্ৰাকত বা আন যান্ত্ৰিক বাহনত উঠি নগৰ পৰিভ্ৰমণ কৰা নাছিল। তেওঁ আমাৰ নিচিনা নিৰ্বাচিত ভক্তবৃন্দৰ কান্ধত উঠি নগৰৰ ইমূৰ সিমূৰ দিগ্বিজয় কৰিছিল। আমি দলৰ প্ৰতিজনেই পাল পাতি গোসাঁনীক কান্ধত লবলগীয়া হৈছিল। ধৰ্মীয় অনুষ্ঠানখিনি বাদ দি সৰস্বতী পূজাৰ সাংস্কৃতিক কাৰ্যসূচীত একতা সভাৰ জনচেৰেক মুছলমান সভ্যয়ো আগভাগ লৈছিল। তেতিয়াৰ দিনত ধৰ্মীয় অনুষ্ঠানখিনিৰ বাহিৰে অসমীয়া হিন্দু-মুছলমানৰ মাজত কোনো পাৰ্থক্য নাছিল। ৰাজনীতিৰ শকুনি সোমোৱাতহে আজিকালি বিভেদৰ বহল ফাট মেলিছে।

'টেকৰেছন' বা সাজ-সজ্জাৰো তেতিয়াৰপৰা আজিলৈকে কেবাবাৰো ৰূপ সলনি হৈ আহিছে। প্ৰথমতে আছিল ৰঙীণ কাগজ। তাৰ পিছত হ'ল কামিনী, কঠাল, নাহৰ আদি গছৰ পাত। এতিয়া হৈছে থাৰ্মকোল—তাৰ ওপৰত নক্সা বা প্ৰতীকধৰ্মী চিত্ৰাংকন। একতা সভাৰ পূজাতেই প্ৰথমবাৰৰ পাহৰণৰ পৰ্বতৰ তলাই এটা ৰঙীণ কাকতেৰে সজা

মণিকূটত গোসাঁনীৰ নৰৰ মূৰোৱা হৈছিল। আগবাঢ়ি মূৰোৱা[illegible] [illegible] মৰবাত্তিৰ জুই লাগি লঙ্কাকাণ্ড ঘটিছিল। তাৰ পিছৰ বছৰবোৰত কাঠৰ [illegible] মণিকূট সাজি প্ৰতিমাৰ নিৰাপত্তাৰ ব্যৱস্থা কৰা হৈছিল। এবাৰ এটা [illegible] দু'গা শিলৰ ওপৰত শুভ্ৰবসনা শুভ্ৰভূষণা গোসাঁনীৰ প্ৰতিষ্ঠা কৰা হৈছিল—মণিকূট বা গোসাঁনীৰ থকা ঘৰটোৰ চালবেৰবোৰো আছিল ৰূপ যেন ব'গা। পাছফালৰ বেৰত একমাত্ৰ বাণীপুত্ৰ আনন্দৰাম বৰুৱাৰ ছবিখন জিলিকি আছিল। এই অভিনৱ পৰিকল্পনা কৰিছিল ভাস্কৰ শ্ৰীযুগল দাসে। এতিয়া অৱশ্যে প্ৰতিমাত আৰু পূজা-মণ্ডপত নানা বিধ কলাকৌশলৰ উদ্ভাৱনা কৰা হৈছে আৰু সেইবোৰ যে প্ৰশংসনীয় নহয় বা আগতকৈ নিকৃষ্ট হৈছে তেনে কথা হলে মই ক'ব খোজা নাই।

থিয়েটাৰ ঘৰৰ কাষত ১৯২৪ চনত পতা একতা সভাৰ সৰস্বতী পূজা মোৰ বাবে বিশেষ স্মৰণযোগ্য কিয়নো সেই পূজাই মোক নাট্যকাৰ হিচাপে গুৱাহাটী ৰাইজৰ লগত পোনপ্ৰথমে চিনাকি কৰি দিছিল আৰু মোৰ লগৰীয়া অভিনয়-শিল্পীবিলাকেও যথেষ্ট খ্যাতি আৰ্জিবলৈ সমৰ্থ হৈছিল। পূজা উৎসৱৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল নগাঁৱৰ দীননাথ শৰ্মাই। ভাগে ভাগে আমাৰ সকলোকে কাম ভগাই দিয়া হৈছিল। নিমন্ত্ৰিত দৰ্শকসকলক জা-জলপান খুৱাই পৰিতুষ্ট কৰা হৈছিল আৰু পধূলি প্ৰতিমা দৰ্শন কৰিবলৈ যোৱা মুনিহ-তিৰোতাৰ উঁহুলি-মুঁহুলি লাগিছিল। একতা সভাৰ পূজাৰ সময়ত তেতিয়া যেন কিবা এটা কালিকা আছিল। পূজা উপলক্ষে অভিনীত হৈছিল মোৰ হাতেলিখা নাট 'কনৌজকুঁৱৰী'। পৰিচালনাৰ দায়িত্ব বাইকৈ মোৰ আৰু ঈশ্বৰ চৌধুৰীৰ ওপৰত ন্যস্ত হৈছিল। নাটক নতুন, নাট্যকাৰ নতুন আৰু অভিনেতাবিলাকো আছিল নতুন। তথাপি সেই কনৌজকুঁৱৰী অভিনয়ে কুমাৰতাকৰৰ জয় কৰিছিল বুলিব পাৰি। সেই সফল অভিনয়ৰ সুফল স্বৰূপে কেবাজনো তৰুণ শিল্পীয়ে আভিজাত্যপূৰ্ণ কামৰূপ নাট্যসমিতিৰ ভিতৰ-চৰাত সোমাবলৈ পাৰপত্ৰ পাইছিল। ময়ো নতুন নাটক লিখিবলৈ সাহস পাইছিলো।

মহাপুৰুষৰ তিথি, বৰেণ্য সাহিত্যিকসকলৰ স্মৃতিসভা আদিও একতা সভাৰ যোগেদি বাজহুৱাকৈ পতা হৈছিল। তাত চহৰৰ গণ্যমান্য সাহিত্যিকসকলেও যোগ দি কৃতকাৰ্যতাত অবিহণা যোগাইছিল। এনেবোৰ সভাত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, বিহগী কবি ৰঘুনাথ চৌধাৰী, জ্ঞানদাভিৰাম বৰুৱা, সোণাৰাম চৌধুৰী, হেৰাচং উজা প্ৰভৃতিক দেখা পোৱা মোৰ মনত পৰে।

সৰো শেষত ধনচেৰেক গুৰুত্বপূৰ্ণ অধিবেশনৰ প্ৰস্তাৱঃ মাত্ৰ দি একতা সভাৰ এখন নামৰিছোঁ। ১৯০৯ চনত অসমত পোনপ্ৰথমবাৰৰ বাবে মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ তিথি উপলক্ষে কাৰ্জন হলত এখন ডাঙৰ বাজহুৱা সভা পতা হৈছিল। তেতিয়ালৈ মহাপুৰুষৰ তিথি নামঘৰৰ ভিতৰতে সীমাবদ্ধ আছিল আৰু সেইমৰ্মে বাজহুৱা সভাৰে তিথি পালন কৰাৰ নিয়ম প্ৰচলিত হোৱা নাছিল। সেই সভাত সভাপতিৰ আসনত আছিল 'এডভোকেট অব আসাম' সম্পাদক মথুৰামোহন বৰুৱা। গীত-পদ লক্ষ্মীৰাম বৰুৱা ডাঙৰীয়াই সভাৰ সঙ্গীতানুষ্ঠানৰ ভাৰ ধৰিছিল। ১৯১২ চনৰ ৭ ফেব্ৰুৱাৰীৰ দিনা এই সভাই অসমৰ [illegible]

পোনপ্ৰথমে অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ স্মৃতিসভাৰ আয়োজন কৰে। সভাপতি হৈছিল অসমীয়া ভাষাহিতৈষী কৰ্ণেল পি-আৰ-টি গৰ্ডন চাহাব। সত্যনাথ বৰা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, এক-ডব্লিউ ছুলমাৰ্ছেন, দেশভক্ত তৰুণৰাম ফুকন প্ৰভৃতিয়ে একোটা সাৰুৱা বক্তৃতা দিছিল। ২৮-৬-১৩ তাৰিখে কলিকতা বিশ্ববিদ্যালয়ৰ আই-এ মহলাত সৰ্বোচ্চ স্থান অধিকাৰ কৰাৰ বাবে এখন সভা পাতি বাণীকান্ত কাকতিদেৱক অভিনন্দন জনোৱা হৈছিল।

আৰু এখন সভাৰ কথা। সেই দিনা আছিল ১৯৩০ চনৰ ২১ ডিচেম্বৰ। বিলাতৰপৰা শিল্পীজীৱনৰ সমল আহৰণ কৰি জ্যোতিপ্ৰসাদ আগৰৱালা উলটি আহিছে। ৰূপকোঁৱৰক ৰাজহুৱাভাৱে সম্বৰ্ধনা জনাবলৈ আমি একতা সভাৰ এখন বিশেষ অধিবেশনৰ আয়োজন কৰিছিলোঁ। কুমাৰ ভাস্কৰ নাট্যমন্দিৰত। পুৰোহিত বৰণ কৰা হৈছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ডাঙৰীয়াক। স্কুল-কলেজৰ ছাত্ৰ, অধ্যাপক, শিক্ষক, নগৰৰ গণ্যমান্য ভদ্ৰলোক আদিৰে সভাখন উপচি পৰিছিল। তেজপুৰৰ বিখ্যাত অভিনেতা ডাঃ কামিনীকান্ত দাসো উপস্থিত আছিল। যথাবিধি সভা আৰম্ভ হোৱাৰ পিছত আগৰৱালাদেৱে প্ৰাচ্য আৰু পাশ্চাত্য সঙ্গীতৰ গুণাগুণ আলোচনা কৰি এটা সাৰগৰ্ভ বক্তৃতা দি কৈছিল, "পাশ্চাত্য আৰু প্ৰাচ্য (বিশেষকৈ ভাৰতীয়) সঙ্গীতৰ মাজৰ পাৰ্থক্য নিচেই চমুকৈ ক'বলৈ হলে এই কথা ক'ব পাৰি যে পাশ্চাত্য সঙ্গীতত 'হাৰমনি' আছে, প্ৰাচ্য সঙ্গীতত নাই অৰ্থাৎ পাশ্চাত্য সঙ্গীতত দুই বা ততোধিক সুৰ (নোটছ্) একেলগে ধ্বনিত হয়; কিন্তু প্ৰাচ্য সঙ্গীতত তেনে নহয়। আৰু এটা পাৰ্থক্য হৈছে যে পাশ্চাত্য সঙ্গীতত Vertical rhythm আৰু horizontal rhythm দুয়োটা আছে; কিন্তু আমাৰ সঙ্গীতত Vertical rhythm নাই বুলিলেই হয়। আমাৰ দেশত কিছুমান বন্ধা ৰাগ-ৰাগিনী আছে, কিন্তু য়ুৰোপীয় সঙ্গীতত তেনে কোনো বন্ধা ৰাগ-ৰাগিনী নাই। য়ুৰোপত সঙ্গীতৰ ওজাসকলে যি সুৰকে বান্ধি দিয়ে তাকে সকলোৱে হুবহু অনুকৰণ কৰে। ভাৰতত হলে ৰাগ বা ৰাগিণীকো ঠিক ৰাখি ব্যক্তিবিশেষে সুৰৰ variation কৰি গাব পাৰে।" ইত্যাদি। ৰূপকোঁৱৰে বক্তৃতাৰ মাজে মাজে গীত আৰু বাদ্যধ্বনিৰে উদাহৰণ দিয়াৰ উপৰিও কেবাটাও ইংৰাজী আৰু জাৰ্মান গীত গাই সমজুৱাসকলক মুগ্ধ কৰিছিল। সভাপতি বৰদলৈ ডাঙৰীয়াই আগৰৱালাৰ সঙ্গীতসাধনা সম্পৰ্কে শুভাশীষ কৈ তেওঁৰ দীৰ্ঘজীৱন কামনা কৰে আৰু সঙ্গীত সম্পৰ্কে এটি তৰলা ভাষণ দিয়ে। ভাষণৰ মাজত কৰ্মবীৰে 'হৰমোহন'ৰ কেইফাকিমান পদ তাত লগাই গাই অসমীয়া সঙ্গীতৰ মৰ্মস্পৰ্শী ভাব, ভাষা আৰু সুৰৰ সাৰৱস্তু দেখুৱায়। অভূতপূৰ্ব সফলতাৰ মাজেদি সভাৰ সামৰণি পৰে। নকলেও হয় যে আমি বছৰি একতা সভাৰ এনে যৎসৰ দুই এখন গুৰুত্বপূৰ্ণ অধিবেশন পাতিবলৈ যত্ন কৰিছিলোঁ। স্থানীয় আৰু বাহিৰৰ জনতা সাহিত্যপ্ৰেমীসকলৰ কিছু পৰিমাণে হলেও আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিলোঁ।

এই একতা সভাই আছিল মোৰ সাহিত্যসেৱা আৰু সভা-পৰিচালনা শিক্ষাৰ কৰ্মাঙ্গলী।

## গুৱাহাটী সত্ৰিয়া সন্মিলনী

ইয়াৰ আগতে মোৰ 'মঞ্চলেখা' গ্ৰন্থত গুৱাহাটী সত্ৰিয়া সন্মিলনীৰ কথা বিৱৰি কোৱা হৈছে। সেই কাৰণে ইয়াত দুই এটাহে পুৰণি স্মৃতি চমুকৈ দোহাৰিব খুজিছোঁ মাথোন। ১৯৩১ চনৰ কথা। যি সময়ত দেশত আজিৰ নিচিনা অলেখ সাংস্কৃতিক অনুষ্ঠান নাছিল, চৰকাৰী সংস্কৃতি-বিভাগ নাছিল, অ'ত ত'ত সঙ্গীত-বিদ্যালয় নাছিল, অনাতাঁৰ কেন্দ্ৰ নাছিল, সহ-অভিনয় নাছিল, তেনে এটা সময়তে মাহেকীয়াকৈ পতা সত্ৰিয়া সন্মিলনীৰ আকৰ্ষণীয় অধিবেশনবোৰে গুৱাহাটী নগৰ গুলজাৰ কৰিছিল। ১৯৩৩ চনত কলাপ্ৰেমী পদ্মধৰ চলিহা ডাঙৰীয়া 'অসমীয়া' কাকতৰ সম্পাদক হৈ গুৱাহাটীলৈ আহিছিল। তেওঁ গুৱাহাটীত বাতৰিকাকত সম্পাদনা কৰিয়েই ক্ষান্ত থকা নাছিল; এটা সাংস্কৃতিক পৰিবেশ সৃষ্টি কৰি চহৰখন আনন্দমুখৰ কৰি তুলিবলৈকো নথৈ যত্ন কৰিছিল। মোৰ উপৰিও নাৰায়ণচন্দ্ৰ বৰুৱা, শশীকান্ত গোস্বামী, যোগেন্দ্ৰনাথ বৰকাকতী প্ৰভৃতি উদ্যোগী কলানুৰাগী ডেকাসকলৰ সহযোগত তেওঁ সত্ৰিয়া সন্মিলনীৰ মাহেকীয়া অধিবেশন পাতি কলা-জগতত তেতিয়াৰ সুপ্ত, গুৱাহাটীক জাগ্ৰত কৰি তুলিবলৈ সমৰ্থ হৈছিল।

মোৰ তেতিয়া কাম-কাজ নাই। স্থলীয়া চাকৰিৰ বাবে অ'ত ত'ত বৰশী পেলাই আছিলোঁ যদিও টোপবোৰ অথলে গৈছিল। পিছে তেতিয়াও মই সময় অনাহকত কটোৱা নাছিলোঁ—কিবা নহয় কিবা এটা কৰি অন্ততঃ কলা-সংস্কৃতিৰ মেল মাৰিয়েই নাইবা সেই কামত শ্ৰম-দান কৰি সময় অতিবাহিত কৰিছিলোঁ। উজানবজাৰ বাজহুৱা পূজাঘৰৰ পশ্চিমে বৰ্তমানে শ্ৰীউপ চক্ৰবৰ্তীৰ দালানঘৰ থকা ঠাইত তেতিয়া শশী গোস্বামীয়ে এটি খেৰী বঙলা সজাই লৈ ওকালতি কৰিছিল। সেই ঘৰতে পুৱা-গধূলি আমাৰ গান-বাজনাৰ আৰু বাৰভচহ মেলৰ 'আড্ডা' নিয়মিতভাৱে বহিছিল। কেতিয়াবা হেপীভিলাত নাৰায়ণচন্দ্ৰ বৰুৱাৰ ঘৰতো গোট খাইছিলোঁ। কুমাৰ ভাস্কৰ নাট্যমন্দিৰ তেতিয়াও আমাৰ দখললৈ অহা নাছিল। কলা-যাদুকৰ পদ্মধৰ চলিহাই গাত সত্ৰিয়া সন্মিলনীৰ বাঁহী লগাই দি আমাক মতলীয়া কৰি তুলিছিল। পুৱা বা গধূলি আমি য'তে থাকোঁ, ত'তে তেওঁ ঢোকা টেকেলাৰ দৰে হাজিৰ হয়হি আৰু কোনোবা একোণে শিল্পীৰ সন্ধানত উলিয়াই নিয়ে। তেতিয়া অৱশ্যে শিল্পী শব্দটোৰ আজিৰ দৰে ব্যাপক প্ৰচলন হোৱা নাছিল।

সত্ৰিয়া সন্মিলনীৰ অধিবেশনবোৰ প্ৰথমতে অলপ দিন ঘৰে ঘৰে বহিছিল আৰু সেইবোৰ বৈঠকৰ নিচিনা আছিল। অলপ দিনৰ পিছতে কুমাৰ ভাস্কৰ নাট্য মন্দিৰ [illegible] লৈ আমি অধিবেশন বহুৱাইছিলোঁ। নাট্যমন্দিৰ পুৰুষ-মহিলা দৰ্শকেৰে ঠাহ খাই পৰিছিল আৰু ৰসগ্ৰাহীতাৰ ঢৌবোৰ আপোনাআপুনি উত্তাল হৈ পৰিছিল। [illegible] গীত-মাত, যন্ত্ৰসঙ্গীত, ঐকতান আৰু বিশেষকৈ একোখনি ধেমেলীয়া বা চমুনাট (আজিকালিৰ একাঙ্কিকা) এই অধিবেশনবোৰৰ বিশেষত্ব আছিল।

ধেমেলীয়া অভিনয়বোৰত কেবাজনেও হাঁহিৰ খোৰাক যোগাইছিল। অভিনয়ৰ

ভিতৰত দুই যোগেনৰ ভাও অপৰিহাৰ্য আছিল। এজন যোগেন্দ্ৰনাথ বৰকাকতী আৰু আনজন যোগেন্দ্ৰনাথ বৰদলৈ। যোগেন বৰকাকতীৰ গাজত লগা অসমীয়া মাত-কথাবোৰ আৰু কটাৰীনলীয়া যোগেন বৰদলৈৰ অনমুকৰণীয় খোজ-কাটল, কথাৰ চেও আৰু বিচিত্ৰ সাজপাৰে হাঁহিত দৰ্শকৰ পেটৰ নাড়ী ভাল ভাল কৰিছিল। তেওঁলোকৰ লগতে আছিল ফটিক বৰদলৈ। কঙ্কালসাৰ ফটিক মাষ্টৰক যেয়ে যিফালে টানিছিল আৰু যি বেশত সজায় তাতে তেওঁ ৰাজী—হাঁহেৰেও চলে, মাহেৰেও চলে। দুই যোগেন অভিনয়ত জগাই-মধাই বা পাভযোৰ। চহৰৰ কোনো এজন বিশিষ্ট বা অশিষ্ট নাগৰিকক অনুকৰণ কৰি তেওঁলোকে মঞ্চত চালি ধৰি ওলাইছিল। হেমন্ত কাকতীয়ে ধাদচী হৈ আৰু যোগেন বৰদলৈ ছিৰীছটা যেন গুৰনী তিৰোতা হৈ কেতিয়াবা চমক লগাইছিল। বিসঙ্গতিতেই হাঁহিৰ জন্ম। স্ত্ৰী-চৰিত্ৰ বিশেষকৈ আইতা, গাঁৱলীয়া তিৰোতা আদিৰ ভাৱত নিত্যানন্দ বৰদলৈ আছিল অদ্বিতীয়। আজিকালি সহ-অভিনয়ৰ যুগতো তেওঁক চেৰ পেলোৱা টান হব। এইসকল অভিনেতাই ক'ত কেনেকৈ বিসঙ্গতিৰ সৃষ্টি কৰিব পাৰি তাকে চাহি ফুৰিছিল আৰু ৰঙ্গমঞ্চত বিসঙ্গতিপূৰ্ণ সাজপাৰ আৰু কাৰ্যকলাপেৰে অভিনয়ত হাস্যৰসৰ সৃষ্টি কৰিছিল। সঙ্গীত-বিভাগৰ নেতৃত্ব কৰিছিল শশীকান্ত গোস্বামী আৰু নাৰায়ণচন্দ্ৰ বৰুৱাই। নাৰায়ণ বৰুৱাকো অসমীয়া সঙ্গীতৰ এজন ওস্তাদ আখ্যা দিব পাৰি। তেওঁ নিজে জনাৰ উপৰিও সৰু ল'ৰা-ছোৱালীক শিকাইবুজাই নিপুণ কৰি তোলাত পাকৈত। সন্মিয়া সন্মিলনীৰ কাৰণে তেওঁ লাগিভাগি জতুৱা অসমীয়া গীত-নাচৰ লহৰ তুলিছিল।

## অসম ছাত্ৰ-সন্মিলন

কলিকতা এ-এছ্-এল-ক্লাব, কটন কলেজ এ-এছ্-ক্লাব আৰু গুৱাহাটী একতা সভা এই ত্ৰিধাতুৰ ত্ৰিবেণী-সঙ্গমত ১৯১৬ চনৰ ডিচেম্বৰ মাহত জন্মলাভ কৰা অসম ছাত্ৰ সন্মিলন জলজল পটপট দৈৱকীৰ গতুৱা ল'ৰা। এই সন্মিলনখনৰ বিতং বিৱৰণ আমাৰ দ্বাৰা সংকলিত 'ভাষণমালা' গ্ৰন্থত দিয়া হৈছে। সাহিত্যৰথী বেজবৰুৱা ডাঙৰীয়াৰ সভাপতিত্বত গুৱাহাটীৰ লতাশিল খেলমাটিত সম্পন্ন হোৱা প্ৰথম অধিবেশনৰ সময়ত মই আছিলোঁ মাইনৰ স্কুলৰ ছাত্ৰৰ—চেমনীয়া ল'ৰা। কেইটামান চকামকা স্মৃতি মাথোন আজিও মনত আছে। ৰথযাত্ৰাত বুটলি লোৱা আম-কঠালৰ নিচিনাকৈ সেই সভাত বিনামূলীয়াকৈ বিলাই দিয়া লোহিতচন্দ্ৰ ভূঞা প্ৰকাশিত দুই-এখন পুথি মোৰো ভাগত পৰিছিল। ডেভিয়াৰ আৰ্ল ল কলেজৰ সকলোবিলাক ছাত্ৰ সেই সভাৰ ভলন্টিয়াৰ হৈছিল। য়ুনিফৰ্ম হিচাপে প্ৰতিজনে ক'লা আলপকা কোট পিন্ধিছিল, মূৰত পাটৰ পাগুৰি মাৰিছিল আৰু হাতত একোডাল বেতৰ লৌকা লৈছিল। সেই বেশত মোৰ শিক্ষক কমলেন্দ্ৰ বৰুৱা, যোগেশ তামুলী আৰু আৰ্ল ল কলেজীয়া ছাত্ৰক দেখা পাই বৰ ভাল লাগিছিল। সভাপতি বেজবৰুৱাৰ মৌখৰা ভাষাই কাণত মৌ বৰষিছিল। মহেন্দ্ৰনাথ স্কুলৰ ছাত্ৰ উমেশচন্দ্ৰ চৌধাৰী ৰচিত 'অসমাইৰ আক্ষেপ' নামৰ কবিতাৰ আবৃত্তিয়ে সভাখনত হাঁহিৰ খলকনি তুলিছিল। শেষৰফালে প্ৰবীণ সাহিত্যিকসকলক নিলগৰপৰা চায়েই তৃপ্তি লাভ কৰিছিলোঁ। নিশা বুমাৰ হাৱৰত 'ভাগ্য

পৰীক্ষা' অভিনয় চাইছিলো পৰম তৃপ্তিৰে। প্ৰথম দৰ্শনতে তপজা প্ৰেমৰ নিচিনাকৈ ছাত্ৰ সন্মিলনৰ প্ৰতি তেতিয়াই অজানিতভাৱে যি মৰম লোমাইছিল, সেই মৰমেই এসময়ত মোক এই ছাত্ৰসন্মিলনখনৰ লগত নিবিড়ভাৱে বান্ধি পেলাইছিল। আন মহলেও ই মোৰ পক্ষে শিক্ষা-স্থলীৰ নিচিনা হৈছিল যে তাত সন্দেহ নাই।

প্ৰথম পাঁচখন অধিৱেশন বেজবৰুৱা, গৰ্ডন, গোহাঞিবৰুৱা, আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায় আৰু ভাণ্ডাৰকাৰৰ সভাপতিত্বত গুৱাহাটী, যোৰহাট, ডিব্ৰুগড়, তেজপুৰ আৰু গোলাঘাটত বহাৰ পৰা অসম ছাত্ৰ সন্মিলনৰ জয়জয় ময়ময় অৱস্থা আছিল আৰু ১৯২১ চনৰ অসহযোগ আন্দোলনত গুৱিধৰোঁতা ছাত্ৰনেতাসকলে স্কুল-কলেজ বৰ্জন কৰি কাৰাবাসলৈ যোৱাতহে ইয়াৰ মূৰত প্ৰথম মাধমাৰ পৰিছিল। হাড়ৰ মাজত জীউটো আছিল যদিও সমূহ অসমীয়া ছাত্ৰৰ এই মৰমৰ অনুষ্ঠানখনিৰ সেই সময়ত অস্তিত্বই নোহোৱাৰ নিচিনা হৈছিল।

পুনৰ্জীৱনৰ পিছত

অসহযোগ আন্দোলনত যোগ দিয়া মৰিহি পৰা ছাত্ৰ সন্মিলনখনিক নৈৰচন্দ্ৰ তালুকদাৰ প্ৰমুখ্যে জনদিয়েক ছাত্ৰই নানা বাধা-বিঘিনি নেওচি সঞ্জীৱিত কৰি তুলিছিল, কটন কলেজৰ দাৰ্শনিক অধ্যাপক ৰায় বোলাও টমাছৰ সভাপতিত্বত গুৱাহাটী হৰিসভা মণ্ডপত অনুষ্ঠিত বিশেষ অধিৱেশনত ইং ১৯২১ চনত। সেই সভাতে পূৰ্বৰ সহকাৰী সম্পাদক তালুকদাৰ প্ৰধান সম্পাদক নিৰ্বাচিত হয়। পিছৰ বছৰ ১৯২২ চনত ৭ম অধিৱেশন অনুষ্ঠিত হৈছিল পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ সভাপতিত্বত। তালুকদাৰ মোতকৈ বয়সত ডাঙৰ হলেও লৰাকালৰ পৰা মোৰ ঘনিষ্ঠ বন্ধু। কোনো বিষয়বাৰ ভাগত পৰা নাছিল যদিও এই দুইখন অধিৱেশনতে মই প্ৰতিনিধি হিচাপে যোগ দি সভাৰ ভিতৰ-চ'ৰাত সোমাই অভিজ্ঞতা আহৰিবলৈ সুবিধা পাইছিলো। তালুকদাৰৰ লগত ঘৰুৱা ভাৱেও এই সম্পৰ্কীয় নানা কথা আলোচনা কৰিছিলো। নগাঁৱত দীনবন্ধু এন্ড্ৰুজৰ সভাপতিত্বত বহা অষ্টম অধিৱেশন আৰু শিৱসাগৰত কৰ্মবীৰ বৰদলৈৰ সভাপতিত্বত বহা নৱম অধিৱেশনলৈ মই যোৱা নাছিলোঁ। সভাপতি ফুকনৰ তেজোদ্দীপ্ত অভিভাষণ দুখনি নেওগ সম্পাদিত 'মিলন'ত পঢ়ি পুলকিত হৈছিলোঁ। এই সময়ত তালুকদাৰৰ লগতে ডিম্বেশ্বৰ নেওগো মোৰ বাবে ছাত্ৰ সন্মিলনৰ পথ-প্ৰদৰ্শক হৈছিল। কলেজীয়া শিক্ষাৰ উপৰিও তেতিয়াই সভা-সমিতিৰ শিক্ষাতো দীক্ষা কৈছিলোঁ।

১৯২৫ চনৰ ছেপ্তেম্বৰ মাহত যোৰহাটত বহা সন্মিলনৰ দশম অধিৱেশনত মই একতা সভাৰ প্ৰতিনিধি হিচাপে যোগ দিছিলোঁগৈ। এনেদৰে সভাত যোগ দিবলৈ গুৱাহাটীৰ বাহিৰলৈ যোৱা সেয়ে আছিল মোৰ প্ৰথম অভিজ্ঞতা। আছিলোঁগৈ যোৰহাট নৰ্মাল স্কুলৰ ছাত্ৰাবাসত। যোৰহাট নৰ্মাল স্কুল তেতিয়া অসম উপত্যকাৰ একমাত্ৰ শিক্ষক-প্ৰশিক্ষণ অনুষ্ঠান। ইয়াৰ শিক্ষা-প্ৰণালী অতি উচ্চ খাপৰ আছিল। ছাত্ৰাবাসত থকা শিক্ষকসকলকো থকা-মেলাত স্বাৱলম্বনৰ শিক্ষা দিয়া হৈছিল। প্ৰতিটো কথাতে শৰৎ গোসাঁইৰ নিপুণ হাতৰ পৰশৰ স্পষ্ট চিনাকি দেখা পাইছিলো। ছাত্ৰাবাসৰ ছাত্ৰবিলাকৰ তিনিজনীয়া একোটা গোট আছিল। প্ৰতিটো গোটে তাঁত বাটি দুই-চাৰিজন প্ৰতিনিধিৰ আলহী থকাৰ দায়িত্ব লৈছিল। তেওঁলোকৰ অতিথিপৰায়ণতাত আমি মুগ্ধ হৈছিলোঁ।

তেওঁলোকে আমাক ফুটা এগছকে চুৰাইক দিয়া নাছিল। নিজে বাছিবাচি খুউৱাৰ উপৰিও আমাক নিজৰ কাহীবাটি পৰ্যন্ত ধুই-পখালি লোৱাৰ সুযোগ দিয়া নাছিল। মূলসভাৰ কথা মই আজি পাহৰিলোঁ; কিন্তু অতিথিপৰায়ণ ছাত্ৰশিক্ষকসকলৰ কথা হলে পাহৰিব পৰা নাই।

ইয়াৰ পিছত ১৯২৬ চনত বেভাৰেণ্ড জয়মোহন নিকলছ ৰয়ৰ সভাপতিত্বত ডিব্ৰুগড়ত হোৱা একাদশ অধিবেশনত মই উপস্থিত থকা নাছিলোঁ। তথাপি কাৰ্যনিৰ্বাহক সভাই মোক সহকাৰী সম্পাদক মনোনীত কৰে। সম্পাদক নিৰ্বাচিত হৈছিল গোলাঘাটৰ দুৰ্গানাথ হাজৰিকা (প্ৰাক্তন জজ)। তেতিয়াৰ পৰাই মোৰ গাত ছাত্ৰ-সন্মিলনৰ খোৰোচা গাঁথি লাগিছিল বুলি ক'ব পাৰি। পিছৰ গোলাঘাট অধিবেশনত 'মিলন'ৰ সম্পাদকৰ ভাৰ পৰিহাৰ কৰাৰ পিছতহে সেই গাঁথি ছিঙিব পাৰিছিলোঁ। আমি দুই হাজৰিকাই মিলি সেই বছৰটোত ছাত্ৰ সন্মিলনৰ কি কাম কৰিছিলোঁ আজি বিতংভাৱে মনত নপৰে। নাচিত উৎসৱ, চিলাৰায় উৎসৱ আদি গতানুগতিক কামবোৰ কৰাৰ বাহিৰে আৰু যে কিবা বিশেষ অহাব পৰা কাম কৰিছিলোঁ তেনেও নহয়। ছাত্ৰ সন্মিলনৰ নিজৰ ঘৰ নথকাৰ বাবে কাৰ্যালয় দুইজন সম্পাদকৰ ঘৰতে পাতি কাম চলোৱা হৈছিল। কাৰ্যালয়ৰ বাবে সহায়ক নথকাত আমিয়েই সকলো কাম কৰিছিলোঁ।

তাৰ পিছৰ বছৰ সন্মিলনৰ বছেৰেকীয়া অধিবেশন গুৱাহাটীত পাতিবলগীয়া হোৱাত স্থানীয় অভ্যৰ্থনা সমিতিৰ সলনি কাৰ্যনিৰ্বাহক সভাৰ ওপৰতে সেই দায়িত্ব ন্যস্ত হৈছিল। অধিবেশনৰ কেইদিনমান আগৰ পৰা আমাৰ পৰিশ্ৰম ইমান বাঢ়িছিল যে চকুৰ টোপনি আৰু পেটৰ ভোকো নোহোৱা হৈছিল। শুভ কাৰ্যত বিঘিনি অলেখ। সকলো আঙুলিয়ে খায়, বুঢ়াই হেচুকিলেহে যায়। কাৰ্যদক্ষ দুৰ্গা হাজৰিকাই বুঢ়া হৈ কাক কেনেকৈ হেচুকিব লাগে জানিছিল। সহকাৰী সম্পাদক মোৰ ওপৰতে হেঁচা আনতকৈ বেছিকৈ পৰিছিল। গুৱাহাটী লতাশিল খেলপথাৰত সভামণ্ডপ সাজি আমি ছাত্ৰ সন্মিলনৰ দ্বাদশ অধিবেশন দুদিনীয়াকৈ পাতিছিলোঁ। সভাপতিৰ পদত কলিকতাৰ পৰা বৰণ কৰি অনা হৈছিল অধ্যাপক চালাউদ্দিন খোদাবক্স চাহেবক। সভাপতিয়ে শিক্ষা সম্পৰ্কীয় সাৰগৰ্ভ অভিভাষণখনি ইংৰাজী ভাষাৰে পাঠ কৰিছিল। টান ইংৰাজী হোৱাৰ বাবে বুজিবলৈ কিছু অসুবিধা হৈছিল। সভাত সভাপতিৰ নাম প্ৰস্তাৱ কৰিছিল জ্ঞানদাভিৰাম বৰুৱাই, সমৰ্থন আৰু অনুমোদন কৰিছিল যথাক্ৰমে শ্ৰীশচীচন্দ্ৰ বৰবৰুৱা আৰু সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিয়ে (প্ৰাক্তন কেন্দ্ৰীয় উপমন্ত্ৰী)। সেই অধিবেশনত সৰ্বেশ্বৰ শৰ্মাকটকীৰ 'অসমৰ ভৌগোলিক বিৱৰণ' আৰু ডিম্বেশ্বৰ নেওগৰ 'মাটি আৰু ৰসায়ন' নামৰ প্ৰবন্ধ পাঠ কৰা হৈছিল। মই এটা স্বৰচিত দীঘলীয়া কবিতা পঢ়িছিলোঁ। পাৰ্বতিপ্ৰসাদ বৰুৱাই স্বৰচিত অতুৰা ঠাচৰ গীত এটা গাই শুনাইছিল। যদুনচন্দ্ৰ শৰ্মা আৰু শ্ৰীলক্ষ্যধৰ চৌধুৰীয়ে মোৰ 'বন্দী বীৰ' নামৰ কবিতাৰ ভাও দি সমজুৱাৰ পৰা হাততাপৰি আদায় কৰিছিল। পণ্ডিত গৌৰীদত্ত মিশ্ৰদেৱে সংস্কৃত ভাষাৰে ভাষণ দি সভাপতি চাহেবৰ পাণ্ডিত্য আৰু গুণগৰিমা প্ৰকাশ কৰিছিল। সভাত মুঠ আঠোটা প্ৰস্তাৱ লোৱা হৈছিল—তাৰে এটাত মিচ মেয়োৰ 'মাদাৰ ইণ্ডিয়া' পুথি লিখি ভাৰতৰ অপযশ প্ৰচাৰ কৰাৰ বাবে গৰিহণা দিয়া হৈছিল। এটাৰে কটন কলেজ গঢ়োতা হুলৰাৰ্ট্চেন চাহাবৰ পলাশ লোৱা

হৈছিল। আৰু এটাৰে কটন কলেজ আলোচনীত ইংৰাজীৰ বাহিৰে একমাত্ৰ অসমীয়া ভাষাহে দিব লাগে বুলি দাবী জনোৱা হৈছিল।

১৯২৮ চনৰ অক্টোবৰ মাহত ১০ম অধিবেশন দেশভক্ত তৰুণৰাম ফুকনৰ সভাপতিত্বত তেজপুৰত বহিছিল। ধাৰাসাৰ বৰষুণৰ লগত কেৰ পাতি সম্পন্ন হোৱা সেই অধিবেশনৰ সাফল্যৰ কথা ভাবিলে আজিও মোৰ মন-প্ৰাণ পুলকিত হয়। তেজপুৰৰ এটা বিশেষত্ব এয়ে যে তাত কোনো এখন ৰাজহুৱা অনুষ্ঠান পাতিবলৈ ললে সেই সভাৰ কৃতকাৰ্যতাত [illegible] যোগাবলৈ লৰাৰপৰা বুঢ়ালৈকে সকলো ৰাইজে একেলগে জাঙুৰ খাই উঠে। ৰাজনৈতিক সভাৰ কথা অৱশ্যে সুকীয়া। তেতিয়াৰ দিনত এনে সাহিত্য আৰু সংস্কৃতিৰ সভাবোৰত ৰাইজকই সদায় আগভাগ লৈছিল। ছাত্ৰ সন্মিলনৰ অধিবেশনলৈ গৈ আমি তেজপুৰীয়া ৰাইজৰ উৎসাহ, উদ্দীপনা আৰু সংগঠন শক্তি দেখি তধা মানিছিলো। স্বেচ্ছাসেৱকবিলাকৰ অতিথি-সেৱাৰ বাবে একাগ্ৰতীয়া পৰিশ্ৰম আৰু কৰ্তব্যনিষ্ঠা দেখি আমি আলহীবিলাক অভিভূত হৈ পৰিছিলো। দেশভক্তৰ পৌৰোহিত্যত সম্পন্ন হোৱা সেই তেজপুৰীয়া অধিবেশন কেবাটাও দিশৰপৰা গুৰুত্বপূৰ্ণ আছিল। বেজবৰুৱাৰ 'মোৰ দেশ' নামৰ 'কদমকলি'ৰ পাতত লেলাইধেলাই পৰি থকা কবিতাটোক ছয়োদিন সভাৰ শেষত গোৱা হয় আৰু প্ৰথম বাৰলৈ তাতেই 'মোৰ দেশে' জাতীয় সঙ্গীত হিচাপে স্বীকৃতি লাভ কৰে। ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, বিষ্ণু ৰাভা, [illegible] শৰ্মা, শ্ৰীকমলাপ্ৰসাদ আগৰৱালা, শ্ৰী[illegible] বৰুৱা, ৰত্নেশ্বৰ বৰদলৈ প্ৰমুখ্যে শিল্পীসকল এই বাবে সমূহ অসমীয়া ৰাইজৰ ধন্যবাদৰ পাত্ৰ। সেই সভাতেই ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আৰু উমেশচন্দ্ৰ চৌধাৰীৰ গীতৰ উপৰিও ৰূপকোঁৱৰে বিলাতৰপৰা ৰচি পঠোৱা গীত দুটিয়ে সভাখনত মাদকতাৰ সৃষ্টি কৰিছিল। আধুনিক অসমীয়া সঙ্গীতক নীচাখিকা ভাবৰ গৰাহৰপৰা মুক্ত কৰি দিছিল। সেই সভাতে গুৱাহাটী বিশ্ববিদ্যালয় লাগে বুলি মই এটা প্ৰস্তাৱ দাঙি ধৰিছিলোঁ, সমৰ্থন কৰিছিল শ্ৰীমোহনচন্দ্ৰ মহন্তই আৰু অনুমোদন কৰিছিল বেলিৰাম দাসে (প্ৰাক্তন অনুসূচীত নেতা)। আউৰি আউৰি হাত চাপৰিৰে আমাক সমৰ্থন জনাইছিল। সেই উপলক্ষে ৰাতি বাণ থিয়েটাৰত 'চন্দ্ৰকান্তসিংহ' নাটৰ চমকপ্ৰদ অভিনয় দেখা পাইছিলো।

তাৰ আগত আৰু এবাৰ আচাৰ্য প্ৰফুল্লচন্দ্ৰ ৰায়ৰ সভাপতিত্বত তেজপুৰত অভূতপূৰ্ব সাফল্যেৰে অসম ছাত্ৰ সন্মিলনৰ অধিবেশন বহা বুলি শুনিছিলো; কিন্তু দেশভক্তৰ সভাপতিত্বত বহা দ্বিতীয় বাৰৰ অধিবেশনৰ সাফল্য আগতকৈ বেছি নহলেও কম নাছিল বুলি মই ডাঠি ক'ব পাৰো। মই 'মিলন' সম্পাদনাৰ দায়িত্ব আৰু তেজপুৰৰ মধুৰ স্মৃতি লৈ যথাসময়ত গুৱাহাটীলৈ উভতি আহিলো। আৰু সেইটো বছৰ 'মিলন'ৰ যোগেদিয়ে পাৰ্যমানে ছাত্ৰসমাজৰ সেৱা কৰিছিলো। তাৰ পিছৰ বছৰ গোলাঘাটত সন্দিকৈদেৱৰ সভাপতিত্বত বহা অধিবেশনত মোক পুনৰ 'মিলন'ৰ সম্পাদকৰ ভাৰ দিব খোজা হৈছিল আৰু সেই পদ লবলৈ একপ্ৰকাৰ হেঁচাও দিয়া হৈছিল। সেই সময়ত মোৰ চাকৰিৰ বাবে অ'ত ত'ত অলোঙুটি চলোঙুটি খেলি ফুৰিবলগীয়া অৱস্থা আছিল। সেই কাৰণে সিমানতে 'মিলন' আৰু ছাত্ৰ সন্মিলন'ৰ লগত মুখেৰে সম্পৰ্ক ছেদ কৰিবলগীয়া হৈছিল।

অসম ছাত্ৰ সন্মিলনে কৰা উল্লেখযোগ্য কামৰ ভিতৰত 'হেমচন্দ্ৰ বৰুৱা সোঁৱৰণী গ্ৰন্থাৱলী' প্ৰকাশো অন্যতম। স্মৃতিৰক্ষা সমিতিয়ে এলানি বাছকবনীয়া গ্ৰন্থ অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱাদেৱৰ স্মৃতিত প্ৰকাশ কৰিবলৈ আঁচনি তৰি লৈছিল। "যাৰ নামে শাক-সেন্দুৰ তাকে কৰে ভোকোহা এন্দুৰ" কথাৰ নিচিনাকৈ বিজনাৰ পুণ্যস্মৃতিত গ্ৰন্থাৱলীৰ পাতনি মেলা হৈছিল। তেতিয়ালৈকে সেইজনা আভিধানিক হেমচন্দ্ৰ বৰুৱাৰ জীৱনচৰিত ওলোৱা নাছিল। সেই কাৰণে গ্ৰন্থাৱলী সমিতিৰ ভাৰ মোৰ ওপৰত পৰাত সৰ্বেশ্বৰ শৰ্মাকটকীদেৱে ৰচনা কৰি হাতেলিখা অৱস্থাতে পেলাই থোৱা 'হেমচন্দ্ৰ বৰুৱাৰ জীৱন-চৰিতখনকে খুজি আনি সোঁৱৰণী গ্ৰন্থাৱলীৰ তৃতীয় গ্ৰন্থ হিচাপে প্ৰকাশ কৰিছিলো। দুখৰ বিষয় 'হেমৰ কোষেৰে ওখ দল বান্ধোতা' বৰুৱা ডাঙৰীয়াৰ সেই মূল্যবান জীৱন-চৰিতখনেও দ্বিতীয়বাৰ পোহৰৰ মুখ দেখা পোৱা নাই। মোৰ পিছত হেমচন্দ্ৰ সোঁৱৰণী গ্ৰন্থাৱলীয়ে কাললৈ টলকা মাৰিলে।

**মিলন**

অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ প্ৰথম বছৰৰ সম্পাদনা কৰিছিল বৰপেটাৰ শ্ৰীগৰ্গনাৰায়ণ চৌধুৰীয়ে ( এতিয়া গুৱাহাটীত )। তেওঁক সহায় কৰিবলৈ শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, শ্ৰীপণীচন্দ্ৰ বৰবৰুৱা, বামেশ্বৰ শৰ্মা, পাৰ্বতিপ্ৰসাদ বৰুৱা, ডাঃ পৰেশনাথ বৰুৱা, উমেশচন্দ্ৰ বৰুৱা, শ্ৰীদুৰ্গাপ্ৰসাদ বুজৰবৰুৱা আৰু শ্ৰীঈশ্বৰচন্দ্ৰ মেধিক লৈ প্ৰথম প্ৰকাশক সমিতি গঠিত হৈছিল, এই সমিতিয়ে 'মিলন'ৰ প্ৰথম বছৰ ১ম সংখ্যাত এইদৰে নিবেদন জনাইছিল—"সকলো অসমীয়া ছাত্ৰৰ মিলিত আৰু ব্যক্তিগত শক্তিৰ পৰিচায়কৰ বোজা লৈ 'মিলনে' ৰাইজৰ আগত দেখা দিছে। এই 'মিলন' অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ। গতিকে ইয়াৰ অস্তিত্বই প্ৰত্যেক অসমীয়া ছাত্ৰৰ আৰু অসমীয়া ৰাইজৰ ওপৰত নিৰ্ভৰ কৰে। ভৱিষ্যত যিসকলে বৰ্তমান অসমৰ কাৰ্যকাৰকসকলক কাৰ্যক্ষেত্ৰৰপৰা অৱসৰ দি নিজ কাৰ্যক্ষেত্ৰত আগবাঢ়িব সেই-সকলক উৎসাহ দি কাৰ্যত পটু কৰিবলৈ বোধকৰো ৰাইজে পাছ হুহকিব আৰু অসমীয়া ছাত্ৰয়ো নিজে ভৱিষ্যতলৈ সাজু হবলৈ প্ৰথমতে যেনে আগ্ৰহ কৰি এই কাকত লৈছে সেই-দৰেই আগলৈকো চলাই থাকিবলৈ যেন পৰমেশ্বৰে শক্তি দিয়ে।" দুখৰ বিষয় মিলনে বিভেদ ভাবৰ জইন মাৰিলে। সকলো ছাত্ৰই মিলনকে নিজৰ কাকত বুলি আদৰি ললে। নেওগ কবিয়ে প্ৰথম বছৰ 'মিলন'ৰ পৰা কালৰি কাটি 'জন্মভূমি'কে ধ্যান কৰি আছিল হবলা। দ্বিতীয় বছৰ অসমৰ সমূহ ছাত্ৰই সম্পাদক পাতি তেওঁৰ ভিত্তিতে মিলনৰ মালাধাৰ পিন্ধাই দিলে। এবছৰ মিলনৰ বিবহত তেওঁ বোহযৰত আছিল যদিও দ্বিতীয় বছৰৰপৰা যোগ্যভাবে সম্পাদকৰ দায়িত্ব লৈছিল একেৰাহে তিনি বছৰ। নেওগৰ মিলনে বেজবৰুৱাৰ 'বাঁহী'ৰ লগতো সমানে খোজ দিব পাৰিছিল। সেই সময়ৰ আগশাৰীৰ প্ৰবীণ সাহিত্যিকসকলেও মিলনক মৰমৰ চকুৰে চাইছিল। মযো মিলনৰ মজিয়াতে দুই এপাহ কবিতাকুল হাতত লৈ চুচুকচামাককৈ ৰাইজৰ আগলৈ ওলাইছিলো। 'কুলপৰ একাদশী' 'পতিতা' আৰু 'শ্ৰদ্ধা' নামৰ মোৰ তিনিটা নে চাৰিটা চুটিগল্প 'মিলন' আৰু তেতিয়াৰ 'বাঁহীত' প্ৰকাশ হৈছিল। তাৰ পিছত অৱশ্যে মোৰ গল্প লেখকৰ ভূমিকাত নমা নহ'ল। নেওগৰ সম্পাদনাত ওলোৱা তিনিবছৰ কাল মই মিলনৰ

লগত ওতঃপ্রোতভাৱে যাব খাই পৰিছিলো। শেষৰ বছৰ সহকাৰী সম্পাদক হিচাপে মিলনৰ সকলো দায়িত্ব মূৰ পাতি লবলগীয়া হৈছিল প্ৰায় অকলশৰীয়াভাৱে। ছাত্ৰজীৱনৰ তাঁহাঁতৰ পৰাত নেওগে গুৱাহাটী এৰি আন ঠাইলৈ যাবলগীয়া হোৱাত ৪ৰ্থ বছৰ মিলনৰ ভাৰ তেওঁ মোৰ মূৰতেই জাপি দিছিল। সেই বছৰ মই মিলনৰ সহকাৰী সম্পাদকো আছিলোঁ। নেওগে কেৱল প্ৰবন্ধবোৰ বাছি ছাপাশালত দি গৈছিল। চানেকী কাকত শুধৰোৱা, গ্ৰাহকলৈ কাকত পঠোৱা, টকাকড়িৰ হিচাপ ৰখা আদি সকলো কাম মইয়েই কৰিবলগীয়া হৈছিল। এই কথা মই স্বীকাৰ নকৰি নোৱাৰোঁ যে মই নেওগৰ লগত কাম কৰি কাকত চলোৱা কাম ভালেখিনি শিকিবলৈ সুবিধা পাইছিলো। নেওগ যে কেৱল সম্পাদকেই আছিল এনে নহয়, আমি জনদিয়েক ছাত্ৰ-সাহিত্যিকৰ প্ৰশিক্ষণদাতাৰ নিচিনা আছিল।

নেওগে একেৰাহে তিনিবছৰ মিলনৰ সম্পাদনা কৰাৰ পিছত গুৱাহাটীয়া মিলন কলিকতীয়া মিলন হ'ল। ৫ম আৰু ৬ষ্ঠ বছৰৰ মিলনৰ সম্পাদক আছিল 'ধ্বনি'-কবি শ্ৰীবিনন্দ-চন্দ্ৰ বৰুৱা। বৰুৱাৰ সম্পাদনাত কলিকতীয়া সচিত্ৰ মিলনে আগৰ সাজপাৰ সলালে, আকাৰ-প্ৰকাৰ সলালে, পঢ়ুৱৈৰ চকুতলগা ৰূপহীজনী হৈ ওলাইছিল। বৰুৱাৰ সেই মিলনেই পিছত ৰমকজমক হৈ ওলাবলগীয়া 'আৱাহন' কাকতৰ আগলিবতৰা দিছিল। তাৰ আগতে আমি কোনেও বঙলা 'মাসিক বসুমতী', 'ভাৰতবৰ্ষ'ৰ নিচিনা সচিত্ৰ আলোচনী অসমীয়া ভাষাত ওলাব পাৰে বুলি ভাবিবকে পৰা নাছিলোঁ। জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ পৃষ্ঠপোষকতাত ওলোৱা আৱাহনে ( ১৯২৯ চন ) অসাধ্য সাধন কৰি দেখুৱাইছিল।

কলিকতীয়া মিলনত প্ৰকাশিত মোৰ 'বৃন্দাবন' নামৰ এটা দীঘল কবিতা বেজবৰুৱা, আনন্দ আগৰৱালা প্ৰমুখ্যে বৰেণ্য সাহিত্যিকসকলে পঢ়ি আশীৰ্বাদ পঠাইছিল। কবি হিতেশ্বৰ নেওগৰ স্বীকৃতিত মই বিশেষ গুৰুত্ব দিছিলোঁ। কিয়নো এইজন সমালোচকে ভালক ভাল বুলি নকলেও বেয়াক কেতিয়াও ভাল বুলি নকয়। 'ভাগিনী' নামৰ কবিতাটোও বহুতে ভাল পাইছিল। 'মিলন'ত প্ৰকাশিত মোৰ 'ঊষা' আৰু 'সন্ধিয়া' নামৰ চৈধ্যশৰীয়া কবিতা দুটা লণ্ডন বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা মহলাৰ অসমীয়া প্ৰশ্ন-কাকতত ঠাই পোৱা জানিব পাৰি আচৰিত হৈছিলোঁ। তাৰে যেই সেই এটা ইংৰাজীলৈ ভৰ্জমা কৰিবলৈ দিয়া হৈছিল। ইয়াত মাৰিলে টিপা, গড়গাওঁ পালেগৈ শিপা। কোনে টিপা মাৰি মোৰ কবিতা দুটা লণ্ডনৰ পৰীক্ষা-গৃহ পোৱাইছিল ক'ব নোৱাৰোঁ যদিও উৎসাহিত হৈছিলোঁ।

বিনন্দ বৰুৱাই কলিকতা এৰাত 'মিলন' আকৌ গুৱাহাটীলৈ আহিল। ১৯২৮ চনৰ তেজপুৰ অধিবেশনে মোৰ ডিটিত 'মিলন' সম্পাদকৰ মালা পিন্ধাই দিলে। ওপৰতে কৈ আহিছোঁ যে 'মিলন' ছাত্ৰ সমাজৰ মুখপত্ৰ হলেও সমূহ অসমীয়া সাহিত্যিকে কাকতখনক নিজৰ বুলি আদৰি লৈছিল। নহলে সেই সমাদৰৰপৰা বঞ্চিত হোৱা নাছিলোঁ। বেজবৰুৱা, ৰঘুনাথ চৌধাৰী, হিতেশ্বৰ বৰবৰুৱা, আনন্দ আগৰৱালা, ড. ভূঞা প্ৰভৃতি মোৰ সাহিত্যৰ পৃষ্ঠপোষক আছিল বুলি কলেও বঢ়াই কোৱা নহয়। আজি মই সাহিত্যত যি অকণ কৃতিত্বৰ মুখ দেখা পাইছোঁ, তাৰ মূলত এইসকল সাহিত্যিকৰ আশীৰ্বাদ আৰু অনুপ্ৰেৰণাই যাই।

জালেই হওক বা বেয়াই হওক লগৰীয়া সাহিত্যিক বন্ধুবিলাকৰ সহযোগত চাৰি সংখ্যা 'মিলন' উলিয়াইছিলোঁ।

নকলেও হব যে সেই সময়ত অসমত সাংবাদিকতাৰ অনুকূল বাতাবৰণ নাছিল। আলোচনীতে বা বাতৰি-কাকততে হওক সম্পাদকসকলে নিজৰ আৰ্থিক দিশটোৰ কথা নেভাবি দেশসেৱাৰ ভাবতে কাকত এখনত আত্মনিয়োগ কৰিবলগীয়া হৈছিল। তিবুকৰ 'Times of Assam'ৰ বাহিৰে কোনো কাকতেই বেছি দিন নিজৰ ভৰিত থিয় হব পৰা নাছিল। ছাত্ৰ-আলোচনী 'মিলনে'ও গুৰিৰেপৰা জনদিয়েক সাহিত্যপ্ৰেমী ছাত্ৰৰ বিনামূলীয়া শ্ৰমদানৰ ওপৰতে বৰ্তি আছিল। প্ৰতিজন সম্পাদকৰ নিজৰ থকা ঠাইতে কাকতখনৰ কাৰ্যালয় আছিল। সম্পাদকেই কাকতৰ বেহগছৰপৰা কেহগছলৈ সকলো কামেই কৰিবলগীয়া হৈছিল। অৰ্থলাভ নোহোৱাকৈয়ো এনে কামত পোৱা গৈছিল এক বিমল আনন্দ। তেজপুৰত ছাত্ৰ সন্মিলনৰ বন্ধুসকলে এই নিঃকিনৰ তিতিত মৰমেৰে পিন্ধাই দিয়া মিলনৰ মালাধাৰ তাৰ পিছৰ বছৰ গোলাঘাট সন্মিলনত বন্ধুবৰ শ্ৰীদেবেন্দ্ৰনাথ শৰ্মাৰ ( বৰ্তমান 'অসম বাইজ'ৰ সম্পাদক, প্ৰাক্তন এম-এল-এ ) ডিঙিত পিন্ধাই দি মই অব্যাহতি লাভ কৰিছিলোঁ। তাৰ পিছৰপৰা ছাত্ৰ সন্মিলনৰ কালিকায়ো মোৰ গাৰ পৰা এৰা দিলে।

## অসম সাহিত্য সভা

### আগকথা

প্ৰায় এযুগ কাল মই অসম সাহিত্য-সভাৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ পৰিছিলোঁ অপ্ৰত্যাশিত ঘটনাচক্ৰত পৰি। ছিলং অধিবেশনৰ ( ১৯৫৩ চন ) পূৰ্বে মই কোনো দিনে অসম সাহিত্য-সভাৰ লগত পোনপটীয়া সম্পৰ্ক ৰখা নাছিলোঁ। আন বহুতৰ দৰে দূৰৰপৰা আলেঙে আলেঙে সভা চোৱা দৰ্শক আছিলোঁ মাথোন। মই যে এদিন এই জাতীয় মহাসভাখনৰ গধুৰ বিষয়-বাব কান্ধ পাতি লব লাগিব, সেই কথা মোৰ কল্পনাৰো অগোচৰ আছিল। অৱশ্যে কোনো এটা দুৰ্বল মুহূৰ্তত মনে মনে কেতিয়াবা সভাপতিৰ আসনখনলৈ লোভ জন্মিছিল আৰু ভাবিছিলোঁ কেতিয়াবা যদি জীৱনত এনে এটা সোণালী ছেগ আহে, তেতিয়া মোৰ অভিভাষণখন সম্পূৰ্ণভাৱে কবিতাৰেই লিখিম। ছেগ অৱশ্যে এদিন আহিল, কিন্তু আলোচনামূলক অভিভাষণত কবিতাৰ ফুল বাছিব নোৱাৰিলোঁ। সেই দিনা বোধকৰোঁ কবিতা দেৱীয়ে অলক্ষিতে মোলৈ চাই এটা বিদ্ৰূপৰ হাঁহি মাৰিছিল।

পোনপ্ৰথমবাৰ মোৰ ১৯২৪ চনত গুৱাহাটী লতাশিল খেলপথাৰত পতা অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশন চাবলৈ সৌভাগ্য মিলিছিল। তেতিয়া মই কলেজীয়া প্ৰথম বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। সভাৰ পুৰোহিত হৈ আহিছিল মধুৰ সভলপুৰৰপৰা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া। সেইদিনা বিৰাট পুৰুষক গুৱাহাটী ষ্টেচনৰপৰা সমদলত আগবঢ়াই আনি দীঘলীপুখুৰী পাৰৰ কে-বৰুৱা চাহাবৰ বঙলাত থোৱা দৃশ্যলৈ আজিও মোৰ মনত পৰি ভাল লাগে। সভামণ্ডপত সভাপতিৰ লগতে মোহাকিংবৰুৱা, ৰজনী বৰদলৈ, কমলাকান্ত ভট্টাচাৰ্য, চন্দ্ৰকুমাৰ আগৰৱালা, সত্যনাথ বৰা, আনন্দচন্দ্ৰ আগৰৱালা, হৰিনাথ

কবিতা প্ৰভৃতি যশস্বী সাহিত্যিকসকলক দেখা পাই, কেইজনমানৰ অমৃত-বচন আদি শুনি অপৰিসীম তৃপ্তি লাভ কৰিছিলোঁ।

তাৰ পিছত বছৰি বছৰি বিভিন্ন স্থানত হোৱা সাহিত্য-সভাৰ অধিৱেশনৰ বিষয়ে বিতং বিৱৰণ বাতৰি-কাকত আৰু সেই সভালৈ যোৱা বন্ধুসকলৰ মুখৰপৰা সংগ্ৰহ কৰিছিলোঁ আৰু প্ৰায় প্ৰতিখন সভাৰ উদ্দেশ্যে একোটা কবিতা ৰচনা কৰিছিলোঁ।

১৯৩৪ চনত মঙ্গলদৈত অনুষ্ঠিত সাহিত্য সভাৰ বছেৰেকীয়া অধিৱেশনত যোগ দিবলৈ গৈছিলোঁ।—গুৱাহাটীৰ অ-ভা-উ-সাৰ প্ৰতিনিধিসকলৰ সহযোগী হিচাপে। এই অধিৱেশনত প্ৰবীণ আৰু নবীন সাহিত্যিকসকল একগোট হৈ গুৱাহাটীৰপৰা জাহাজেৰে মঙ্গলদৈৰ খাৰুপটীয়া ঘাটলৈ যোৱা আৰু তাৰপৰা ওলোটা ভ্ৰমণ কৰা দুৰাতিৰ স্মৃতি মোৰ জীৱনত মচ নোখোৱা ছবিৰ নিচিনা হৈ আছে। মহাবাহু ব্ৰহ্মপুত্ৰৰ বিশাল বক্ষত আমি ডাঙৰ-সৰু সকলোটি যেন সেই দুৰাতি একখন ঘৰৰ এটা সুখী পৰিয়ালৰ নিচিনাকৈ লিপিট খাই পৰিছিলোঁ। সেই সাহিত্য-যাত্ৰীৰ দলটোত আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী, সৰ্বেশ্বৰ শৰ্মাকটকী, ডিবেশ্বৰ নেওগ, মহম্মদ চালেহ (সাধনাৰ সম্পাদক), পদ্মধৰ চলিহা, হৰিনাৰায়ণ বৰুৱা (প্ৰাক্তন এম, এল, এ), দীননাথ মেধি, দৈৱচন্দ্ৰ তালুকদাৰ প্ৰভৃতি। এইসকলৰ ৰং-ৰহইচত জাহাজৰ ওপৰ মহলা আৰু মঙ্গলদৈৰ প্ৰতিনিধি-বাহৰ তল-ওপৰ হৈ আছিল। প্ৰতিনিধি-বাহৰত ৰং-ৰহস্যৰ, মৌজোলেৰে ৰহণৰ চৌ-চৌৱাই বৈ থকাৰ মাজতে মহাদেৱ শৰ্মাই জঁপ মাৰি খোৱা মেজখনৰ ওপৰত উঠি ৰসাল বক্তৃতাৰে হাঁহিত সমজুৱা-সকলৰ পেটৰ নাড়ী ভাল ভাল কৰিছিল। হৰিনাৰায়ণ বৰুৱা প্ৰতিনিধি সভাত আছিল সক্ৰিয় কিন্তু মুকলি সভাত নিষ্ক্ৰিয়। সভা বহি থকা সময়ত তেওঁ ওৰেতোৰ মাৰি শুইছিল আৰু সভা ভঙাত সাৰ পাই ৰন্ধনশালাৰ চোতালত ভীমৰ ৰচন মাতিছিল। সেই সভাৰ সভাপতি হৈ গৈছিল ডাঙনিকোৱৰ আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়া। অভ্যৰ্থনা সভাৰ নেতৃত্ব কৰিছিল শ্ৰীতপেশ্বৰ শৰ্মাদেৱে আৰু সভাৰ কৃতকাৰ্যতাৰ বাবে গুৰি ধৰিছিল মহকুমাধিপতি কালিৰাম মেধি ডাঙৰীয়াই। আদৰণী সমিতিয়ে প্ৰতিনিধিবাহৰত দিনৌ তিনি চাৰিটা গোট শৰ পহু ভোজনৰ বাবে আগবঢ়াইছিল।

আজিকালিৰ বছেৰেকীয়া সভাৰ লগত সেইদিনৰ ক্ষুদ্ৰ অৱয়বৰ সভাৰ তুলনা নহয়। বয়োজ্যেষ্ঠ সাহিত্যিকসকলে সভাক যখন যিফালে নিব খুজিছিল, সেইফালেই গৈছিল নিৰ্বিবাদে। আজিৰ নিচিনা অসমৰ চুকেকোণে থকা বাইজৰ লগত সেই সভাৰ সংযোগ ঘটিছিল বুলি কলে সত্যৰ অপলাপ কৰা হব যাবোন। সাধাৰণতে যোৰহাটত থকা সভাৰ ভৰিয়াল আৰু কাৰ্য-নিৰ্বাহক সভাৰ বাছনি অনুসৰি বছেৰেকীয়া সভাৰ সভাপতিজনক নিৰ্বাচিত কৰা হৈছিল। সেই নিৰ্বাচন আজিৰ নিচিনা গণতান্ত্ৰিক পদ্ধতিৰে কৰা হোৱা নাছিল। কেন্দ্ৰ-সভাৰ সিদ্ধান্ত সকলোৱে মানি লৈছিল, কিয়নো তাত উভয়া উলিয়াবৰ থল নাছিল বুলিলেই হয়। বয়োবৃদ্ধ যোগ্য সাহিত্যিকসকললৈ সুবিধা অনুসৰি এই সন্মানৰ আসন আগবঢ়োৱা হৈছিল। মঙ্গলদৈতো এই লেখকে সাহিত্য সভাৰ ভিতৰ-চ'ৰাত সোমোৱা নাছিল আৰু ওচৰৰপৰা বাহুদূৰা চায়েই সন্তুষ্ট হৈ উলটি আহিছিল।

ইয়াৰ পিছত ১৯৩৭ চনত দ্বিতীয়বাৰ গুৱাহাটীত সাহিত্য সভা পাতিবলৈ যো-জা কৰা হ'ল। এই অধিবেশনত ময়ো মুৰ গোলোকা দিব নোৱাৰি অভ্যৰ্থনা সমিতিৰ সভ্য হবলগীয়াত পৰিলোঁ আৰু প্ৰস্তাৱিত স্মৃতি-গ্ৰন্থনৰ সম্পাদক হিচাপে নিৰ্বাচিত হলোঁ। কিন্তু শিক্ষকতাৰ কামত মই গুৱাহাটী এৰি বৰপেটালৈ যাবলগীয়া হ'ল আৰু সেই বাবে স্মৃতিগ্ৰন্থৰ দায়িত্বও যথাস্থানত শোধাই দিলোঁ। পিছত মাধৱচন্দ্ৰ বেজবৰুৱাৰ সম্পাদনাত সেই স্মৃতিগ্ৰন্থ প্ৰকাশ হৈছিল। পণ্ডিত শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ সভাপতিত্বত গুৱাহাটী জজ পথাৰত সজা বিৰাট সভা-মণ্ডপত মই 'বন্দিনী' নামৰ স্বৰচিত কবিতা এটা পাঠ কৰিবলৈ সভাপতিৰ মঞ্চত উঠিবলৈ সুবিধা পাইছিলোঁ—দৰ্শকবৃন্দৰ হাত চাপৰি আৰু উৎসাহদায়ী প্ৰশংসাও পাইছিলোঁ—ইমানেই।

ওপৰত যি বিৱৰণ দিয়া হ'ল, তাৰ পৰাই বুজা যাব যে তেতিয়ালৈকে আৰু তাৰ পিছতো ১৯৫৩ চনলৈকে মোৰ অসম সাহিত্য-সভাৰ লগত যোগ-সূত্ৰ স্থাপন কৰিবলৈ কোনো সম্ভাৱনাই দেখা দিয়া নাছিল। আনকি কোনোখন বছেৰেকীয়া সভালৈ মই প্ৰতিনিধি হিচাপেও যোগ দিবলৈ মন মেলা নাছিলোঁ। নীৰৱ সাহিত্য-সেৱাই আছিল মোৰ কাম্য।

### অসম সাহিত্য সভাৰ কলপ সলনি

১৯১৭ চনত অসমীয়া সাহিত্যৰ অন্যতম কৰ্ণধাৰ পদ্মনাথ গোহাঞিবৰুৱাৰ পৌৰোহিত্যত ৰংপুৰ নগৰত জন্মলাভ কৰা অসম সাহিত্য সভাই শৰতচন্দ্ৰ গোস্বামী, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, ৰাধাকান্ত সন্দিকৈ প্ৰভৃতিৰ আন্তৰিক আপডাল পাই দোপতদোপে প্ৰতি বছৰে আগবাঢ়ি গৈছিল, কিন্তু যাইকৈ দ্বিতীয় মহাসমৰৰ পিছৰ পৰাই এই সভাৰ ওপৰত শনিৰ দৃষ্টি পৰিল বুলি কব পাৰি। কেন্দ্ৰত শৰত গোস্বামীৰ নিচিনা ব্যক্তিত্বসম্পন্ন গুৰিয়ালৰ অভাৱ ঘটাত অসমীয়া ৰাইজৰ অতি মৰমৰ এই সভাখন ক্ৰমাৎ নিশকতীয়া আৰু দন্দৰ কঠীয়াতলী হৈ আহিবলৈ ধৰিলে। বিষয়ববীয়াসকলৰ মাজত মিল নোহোৱা অৱস্থা হ'ল আৰু শাখা-সভাবিলাকৰো তথৈবচ অৱস্থাই হ'ল। সভাৰ মুখপত্ৰ পত্ৰিকাখনেও বিষয়ববীয়াৰ ফেৰিয়া-ফেৰিত আলিবাটৰ গড়খাৱৈত আশ্ৰয় লবলগীয়া হ'ল। মূল সভালৈ ক্ৰমাৎ ৰাইজৰ আকৰ্ষণ টুটি আহিবলৈ ধৰিলে। সভাৰ জীৱন-বন্তি টিমিকঢামাককৈ জ্বলি আছিল যদিও নিয়মিতভাৱে তেল-শলা দিওঁতা মানুহবো অভাৱ ঘটিল। দেশপ্ৰাণ অম্বিকাগিৰী ৰায়চৌধুৰীদেৱৰ সভাপতিত্বত বহা মাৰ্ঘেৰিটা অধিবেশনত (১৯৫০ চন) আঙুলিৰ মূৰত গণিব পৰা তেৰজন নে চৈধ্যজন প্ৰতিনিধিয়েহে মাথোন যোগ দিছিলহি আৰু সেই সকলোকেইজনেই বিনা প্ৰতিদ্বন্দ্বিতাই কাৰ্যনিৰ্বাহক সভাৰ সদস্য নিৰ্বাচিত হৈছিল। তাৰ আগতে সাহিত্য সভাৰ সেই কলঢোপ কলঢোপ অৱস্থাৰ নতুন প্ৰাণ সঞ্চাৰ কৰিবলৈ বাগ্মীবৰ নীলমণি ফুকন আৰু তেওঁৰ নেওপদেৱে যথাসাধ্য চেষ্টা কৰিছিল। উল্লেখযোগ্য যে বাগ্মীবৰ ফুকন ডাঙৰীয়াই আছিল সাহিত্যসভাৰ গোটেই বছৰটোৰ বাবে প্ৰথমজন সভাপতি। পূৰ্ববৰ্তীসকল বছেৰেকীয়া অধিবেশনৰ সভাপতিহে আছিল। সি যি নহওক ফুকন-নেওপৰ আযোজত আজীৱন সভ্যৰ পুঁজি টনকিয়াল কোৱাৰ বাহিৰে বিশেষ একো সুফল নধৰিল। ৰায়চৌধুৰী-দেৱৰ নেতৃত্বত কেশৱনাৰায়ণ দত্ত ১৯৫০ চনৰপৰা ১৯৫৩ চনলৈ তিনিবছৰ প্ৰধান সম্পাদকৰ

বিষয়-বাব লৈ আছিল। অৱস্থাৰ কোনো উন্নতি নহ'ল, বৰং অৱনতিহে ঘটিল। বছৰৰ মূৰত সভাৰ অধিৱেশনো নিয়মীয়াভাৱে নহা হ'ল। সভাৰ সম্পাদকৰ লগত কাৰ্যপালিকাৰ সদস্যসকলৰ সঘনে মতান্তৰ ঘটিছিল, শাখা-সভাবোৰ মুঠুৰা পৰিছিল আৰু সৰহভাগেই তুলসী তলত নাম লৈছিল। অসমৰ বিভিন্ন স্থানত সৃষ্টি হোৱা একালত জনহিতকৰ অ-ভা-উ-সা সভাবোৰৰো আয়ুসত চাউল নাইকিয়া হ'ল। এনে এটা নিৰাশজনক পৰিস্থিতিৰ মাজত অসম সাহিত্য সভাৰ ত্ৰাণকৰ্তা ভূমিকাত নামিছিল ছিলঙৰ মুকুল সংঘ—সভাপতি হৰিপ্ৰসাদ বৰুৱা ভাতৰীয়াৰ নেতৃত্বত। সেই সকলোৰে সক্ৰিয়ভাৱে সহযোগ আগবঢ়াইছিল তেতিয়াৰ বিত্তমন্ত্ৰী মতিৰাম বৰা ভাতৰীয়াই। তেওঁলোকে ছিলঙত সভাৰ বছেৰেকীয়া অধিৱেশন জাকজমকীয়াভাৱে পাতিবলৈ কঁকালত টঙালি বান্ধি লাগিল। এই দুয়োজনৰ ওচৰত অসম সাহিত্য সভা চিৰকৃতজ্ঞ।

আশাৰ বেঙনি

ছিলঙত সাহিত্য সভাৰ প্ৰস্তুতিৰ বতৰা পাই অসমৰ বিভিন্ন ঠাইত থকা সাহিত্যিক আৰু সাহিত্য সভাৰ অনুৰাগী লোকসকলৰ মনত আশাৰ বেঙনিয়ে দেখা দিলে। সাহিত্য সভাক কেনেকৈ নতুন প্ৰাণ সঞ্চাৰ কৰিব পাৰি সেই বিষয়ে দেশৰ সকলোৱে ভাগাপথা কৰি আছিল আৰু তালেমানে যি কোনো প্ৰকাৰে অপায় অমঙ্গলবোৰ গুচাই অসমীয়াৰ এই জাতীয় অনুষ্ঠানখনিক তুলসী তলৰপৰা আনি মণিকূটত প্ৰতিষ্ঠা কৰিবলৈ মনে-প্ৰাণে দৃঢ় সংকল্প কৰিছিল। সেই কাৰণে ছিলঙৰ বছেৰেকীয়া অধিৱেশনত যাতে যথেষ্ট সংখ্যক শাখা সভাই প্ৰতিনিধিত্ব কৰিব পাৰে, সেই উদ্দেশ্যে সভাৰ আগে আগে নতুন শাখাসভা আৰু স্বীকৃতসভাৰ নকৈ জন্ম হ'ল। একমাত্ৰ তিনচুকীয়াতে নখন স্বীকৃত সভা সৃষ্টি হৈছিল। মৰা হুঁতিত জীয়া জীৱনৰ ধল নামিল।

গুৱাহাটীতো তেতিয়া সাহিত্য সভাৰ চিন-চাব নোহোৱা হৈছিল। একালত নামজ্বলা গুৱাহাটী অ-ভা-উ-সা-সভাৰ অপমৃত্যু ঘটাত গুৱাহাটীত তেতিয়া কোনো সাহিত্য অনুষ্ঠান নাছিল। শাখা সভাৰ যোগেদি নহলে মূলসভাত যোগ দিয়াটো সম্ভৱ নহয়। তাকে ভাবি তেতিয়াৰ গুৱাহাটীত থকা তেজা অধ্যাপক জন্মচেৰেকে আগভাগ লৈ 'গুৱাহাটী সাহিত্য সভা' নাম দি এখন শাখা সভা গঠন কৰিলে। এই সভা বৰ্তমানৰ 'গুৱাহাটী সাহিত্য সভা' নহয় আৰু পিছত এই সভাই 'সবিতা সভা'লৈ ৰূপান্তৰিত হ'ল। এই সভাৰ যাই সংগঠকসকলৰ ভিতৰত আছিল শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু, শ্ৰীউমাকান্ত শৰ্মা (প্ৰাক্তন শিক্ষা-সঞ্চালক), শ্ৰীদিবাকৰ গোস্বামী, হেম বৰুৱা, ভবানন্দ দত্ত, শ্ৰীৰজনীকান্ত দেৱশৰ্মা, শ্ৰীনিৰ্মলচন্দ্ৰ বৰ্মণ, শ্ৰীহৰিনাথ শৰ্মা আৰু ভক্তেশ্বৰ বৰা প্ৰভৃতি। এইখন সভাৰ একমাত্ৰ উদ্দেশ্য আছিল ছিলঙত মূল সভাৰ ভিতৰ-চ'ৰাত সোমাই অসম সাহিত্য সভাৰ জীৱনী-শক্তি আৰু পূৰ্ব গৌৰৱ ঘূৰাই অনাত সহায় কৰাটোহে। এই গুৱাহাটী সাহিত্য সভাৰ একজন প্ৰতিনিধি হিচাপে মইয়ো ছিলঙলৈ গৈছিলোঁ, অৱশ্যে দুৰ্বল স্বাস্থ্য লৈ হাত সাৱটি বহি দেখাদি সাহিত্য সভাৰ পুনৰ্জীৱন দানত ধৰাধৰি কৰিছিলোঁ। আমি সকলোটি সেই সময়ত যেনেভাৱে কৰ্মতৎপৰ নোহোৱা হলে হয়তো আজি অসম সাহিত্য সভাৰ হাতত বন পৰিলহেঁতেন।

শ্ৰীমহেন্দ্ৰ বৰা; অতুল্যচন্দ্ৰ বৰদলৈ, শ্ৰীনবীনচন্দ্ৰ গোহাঞি, শ্ৰীপৰাশৰ চলিহা, শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, ৰমেন্দ্ৰ বৰদলৈ; ড. প্ৰসন্ন গোস্বামী, শ্ৰীগোপাল মহন্ত, শ্ৰীউপেন্দ্ৰনাথ দত্ত, জগত ৰাজখোৱা, শ্ৰীকমলেশ্বৰ দত্ত, শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱা, তাৰাপ্ৰসাদ বৰুৱা, শ্ৰীকৃষ্ণকান্ত গোস্বামী, শ্ৰীভুবনৰাম দত্ত, ক্ষেত্ৰধৰ বৰগোহাঞি, শ্ৰীগোলাপচন্দ্ৰ বৰবৰা, বিশ্বনাথ ৰাজবংশী, শ্ৰীশিৱপ্ৰসাদ বৰুৱা, শ্ৰীযতীন শইকীয়া প্ৰভৃতি।

আজীৱন সভ্যসকল: নীলমণি ফুকন, ডিম্বেশ্বৰ নেওগ, শ্ৰীসূৰ্য্যনাথ বৰুৱা, বিজয়াকান্ত বৰা, ডাঃ শ্ৰীজীৱকান্ত শইকীয়া, মৈজুল মহম্মদ চাহুলা, শ্ৰীকামাল্লুদ্দিন আহমেদ, ৰাজমোহন নাথ, দেৱিকান্ত হক, ভুৱনেশ্বৰী দেৱী আৰু শ্ৰীমতী পদ্মা আগৰৱালা প্ৰভৃতি। এইসকলেই আছিল ছিলঙত অসম সাহিত্য সভাৰ জীৱনদাতা।

এইটো উল্লেখযোগ্য যে তেতিয়াৰ নিয়মাৱলীৰ বিধান অনুসৰি প্ৰতিনিধি হৈ যোৱা সকলো সদস্যৰ বিষয়-বাছনি সভাত যোগ দিবলৈ অধিকাৰ নাছিল আৰু দৰাচলতে সেইসকল নামত প্ৰতিনিধি হলেও কামত বিশিষ্ট দৰ্শকহে আছিল। প্ৰতিনিধিসকলৰ শ্ৰেণী বিভাগ কৰা এই নিয়মটো তুলি দিবলৈ আমি সংকল্প লৈছিলোঁ আৰু মনে মনে স্থিৰ কৰিছিলোঁ যে ইয়াৰ পিছলৈ পাৰোঁ যদি সকলোটি সমান মৰ্যাদাৰ প্ৰতিনিধি হৈ আহিব, নোৱাৰিলে দ্বিতীয় শ্ৰেণীৰ প্ৰতিনিধি হৈ কোনো নাহে।

অভ্যৰ্থনা সমিতিয়ে প্ৰচাৰ কৰা কাৰ্যক্ৰমণিকা অনুসৰি ৭ নৱেম্বৰ তাৰিখে সন্ধিয়া পাঁচবজাৰ পিছত ছিলঙৰ বিধান সভাৰ সদস্যসকলৰ আলোচনা-ভৱনত প্ৰতিনিধিসকলৰ এখন সভা বহে। সেই সভা সাহিত্য সভাৰ নিয়মাৱলীমতে বিষয় বাছনি সভা বুলি ধৰি লব নোৱাৰাত তাত কোনো সিদ্ধান্ত গ্ৰহণ কৰা নহ'ল আৰু এই সম্পৰ্কে কিছু সময় প্ৰতিনিধিসকলৰ মাজত উত্তপ্ত আলোচনা চলাৰ পিছত বহুবাৰে লঘু ক্ৰিয়া হৈ সেই সভা ভংগ হ'ল। ৮ তাৰিখে ৰাতিপুৱা তেতিয়াৰ অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলতৰামে এটি মনোৰম পৰিবেশৰ মাজত সুসজ্জিত সাহিত্য আৰু শিল্প প্ৰদৰ্শনীৰ দুৱাৰ এটি উদ্বোধনী ভাষণেৰে মুকলি কৰে। এই প্ৰদৰ্শনী বিধান সভাৰ ভৱনত পতা হৈছিল।

দুপৰীয়া বাৰবজাত সভাৰ মুকলি অধিবেশন এটি মনোৰম আকৰ্ষণীয় কাৰ্যসূচীৰে আৰম্ভ কৰা হয়। এই সভাৰ বাবে পাইনমাউণ্ট স্কুলৰ চৌহদত এটি বৃহৎ সভামণ্ডপ সজোৱা হৈছিল। এই সভাত অসমৰ সকলো ঠাইৰপৰা অহা বিশিষ্ট লোকসকলৰ উপস্থিত ছিলঙৰ জনজাতীয় পুৰুষ-মহিলাসকলৰ দলেবলে যোগদান বিশেষভাৱে উল্লেখযোগ্য। অসমৰ তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীবিষ্ণুৰাম মেধি ডাঙৰীয়াই উদ্বোধনী ভাষণ পাঠ কৰে। অভ্যৰ্থনা সমিতিৰ সভাপতি তেতিয়াৰ বিত্তমন্ত্ৰী মতিৰাম বৰা ডাঙৰীয়াই এখন উদ্দীপনাময় আদৰণী ভাষণ পাঠ কৰে। সভাপতি ভুঞা ডাঙৰীয়াই অসমীয়া ভাষা-সাহিত্যৰ অতীত আৰু ভৱিষ্যত সম্পৰ্কীয় সুচিন্তিত তথ্যেৰে পূৰ্ণ মূল্যৱান অভিভাষণ পাঠ কৰে। উদ্বোধনী ভাষণ, অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণ আৰু সেইবোৰৰ ইংৰাজী সাৰাংশ ছপা কৰি বিলাই দিয়া হৈছিল। এই অভিভাষণবোৰৰ সাৰাংশ খাচী ভাষাতো মেজৰ সুৰেন্দ্ৰচন্দ্ৰ বৰদলৈয়ে লগে

লগে কৈ গৈছিল। সেই দিনাৰ সভাত হৰিনাৰায়ণ দত্তবৰুৱা শাহিত্যৰত্নই মুকুন্দ শৰ্মাৰ ‘শ্ৰীশঙ্কৰ বাক্যামৃত’ নামে গ্ৰন্থখন আনুষ্ঠানিকভাৱে উন্মোচন কৰা হৈছিল। সভাৰ পক্ষৰ পৰা দত্তবৰুৱাদেৱক এখনি শলাগনী-পত্ৰ দিয়া হয়।

### এটা স্মৰণীয় ছিলঙৰ ৰাতি

বিধান সভাৰ সদস্যসকলৰ সভা-কক্ষত বিষয়-বাছনি সমিতিৰ বৈঠক আৰম্ভ হয় আৰু গোটেই নিশা অৰ্থাৎ পুৱতি নিশা চাৰি বজালৈকে এই সমিতিৰ কাৰ্য চলিছিল। এই সভাত সভাপতিত্ব কৰিবলৈ ভূঞাদেৱে চন্দ্ৰনাথ দত্তফুকনদেৱক মনোনীত কৰি গৈছিল। ছিলঙৰ জাৰকালিৰ ঠেটুৰৈয়ে ধৰা জাৰলৈ কেৰেপ নকৰি সদস্যসকলে গাত কাপোৰ-কম্বল আদি লৈ সাহিত্য সভাৰ বাবে এটা উজাগৰী নিশা কটাবলৈ সাজু হৈ আছিছিল। ৮ নৱেম্বৰৰ সেই ৰাতিটো অসম সাহিত্য-সভাৰ বুৰঞ্জীত বিশেষ তাৎপৰ্যপূৰ্ণ আছিল বুলি কলেও বঢ়াই কোৱা নহয়। এই লেখকৰ পক্ষে আৰু সেই উজাগৰী নিশা কটোৱা সাহিত্যিক বন্ধুসকলে সেই সুফলপ্ৰদ ৰাতিটোৰ কথা কেতিয়াও পাহৰিব নোৱাৰে। সেই ৰাতিৰ বিষয়-বাছনি সভাত নটা প্ৰস্তাৱ গ্ৰহণ কৰাৰ উপৰিও নিয়মতন্ত্ৰৰ গণতান্ত্ৰিক ভিত্তিত আমূল পৰিবৰ্তন কৰা হয় আৰু প্ৰায় এখন নতুন সংশোধনী নিয়মাৱলী ৰচনা কৰা হয়। এই নিয়মাৱলীৰ প্ৰতিটো ধাৰা তন্নতন্নকৈ চালিজাৰি সদস্যসকলে নিজৰ নিজৰ মত দাঙি ধৰিছিল আৰু তাৰ পিছতহে সৰ্ব-সম্মতিক্ৰমে গৃহীত হৈছিল। আলোচনাত আগভাগ লোৱা সদস্যসকল আছিল—ভবানন্দ দত্ত, ব্ৰজেন বৰপূজাৰী, প্ৰেমধৰ ৰাজখোৱা, শ্ৰীপৰাগধৰ চলিহা, হৰিপ্ৰসাদ বৰুৱা, ডাঃ শ্ৰীজীৱকান্ত শইকীয়া, হেম বৰুৱা, শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীশিৱপ্ৰসাদ বৰুৱা প্ৰভৃতি। প্ৰতিটো বিষয়তে মই নিজেও মাত মাতিবলগীয়া হৈছিল আৰু প্ৰায় ক্ষেত্ৰতে সদস্যসকলে মোৰ যুক্তিত হয়ভৰ দিছিল। সেই ৰাতিৰ অভিনয়েই মোক সাহিত্য সভাৰ মুকলি মঞ্চত অৱতীৰ্ণ হোৱাত সহায়ক হৈছিল নিশ্চয়। তৰ্ক-বিতৰ্কৰ উত্তাপ ইমান বেছি হৈছিল যে সেই নিশাৰ হাড় কন্‌কনাই যোৱা ছিলঙৰ জাৰেও আমাৰ কাকো কাবু কৰিব পৰা নাছিল। আলোচনাৰ দৃষ্টিভঙ্গী আছিল গঠনমূলক, সেই কাৰণে তিক্ততাৰ সৃষ্টি হোৱা নাছিল। বাহিৰত বোন্দাপৰ দি থকা অভ্যৰ্থনা সমিতিৰ সভ্যসকলে মাজে মাজে যোগান ধৰা চাহপানীটোপাই আলোচনাৰ চোক বঢ়াইছিল। ৰাতি জিৰণি বাহৰত ভবানন্দ দত্তই মোক সুধিছিল,—"হাজৰিকা! আপুনি এনেদৰে যুক্তি-তৰ্ক কৰিব পাৰে বুলি মোৰ ধাৰণা নাছিল। এইদৰে কথাৰ মেৰপাক ভাঙিবলৈ আপুনি শিকিলে ক'ত?" লেপৰ তলৰপৰা মুখটো উলিয়াই মই চমু সমিধান দি কৈছিলোঁ,—"গুৱাহাটী একতা সভা আৰু অসম ছাত্ৰ সন্মিলনেই মোক এই শিক্ষা দিছিল।"

সিফালে সেই একে সময়তে সন্ধিয়া সাৰে ছয় বজাৰপৰা সন্মিলনৰ মণ্ডপত এখনি সাংস্কৃতিক মৌ-মেল বিধান সভাৰ ডেপুটি অধ্যক্ষ দেশনেতা ভূলধৰ চলিহা ডাঙৰীয়াৰ সভাপতিত্বত সম্পন্ন হয়। মুখ্য অতিথি শ্ৰীতীৰ্থনাথ শৰ্মা।

ন নৱেম্বৰ তাৰিখে ৰাতিপুৱা ৮-৩০ বজাত অসমৰ খ্যাতনামা কুলগীতিৰ শ্ৰীদেৱেশ্বৰ শৰ্মা

ডাঙৰীয়াৰ সভাপতিত্বত সাহিত্য সভাৰ বুৰঞ্জীশাখাৰ অধিবেশন বহে। সেই শাখাৰ সম্পাদকৰ ভাৰ পৰিছিল ড. শ্ৰীহেৰম্বকান্ত বৰপূজাৰীদেৱৰ গাত। সভাপতিৰ অভিভাষণ বুৰঞ্জীমূলক তথ্যপাতিৰে ভৰপূৰ আৰু অসমীয়া জতুৱা ঠাচত মাত-কথাৰে পৰিপূৰ্ণ আছিল। এই অভিভাষণো ছপা কৰি বিলাই দিয়া হৈছিল।

বুৰঞ্জীশাখাৰ কাৰ্য শেষ হোৱাত সেই সভামণ্ডপতে বিজ্ঞানশাখাৰ অধিবেশন বহে। এইবাৰ দ্বিতীয় বাৰৰ কাৰণে সাহিত্য সভাৰ অধিবেশনত বিজ্ঞান শাখাটো যোগ দিয়া হৈছিল। সভাপতিত্ব কৰিছিল খাচী সে-বিজ্ঞানী ৰেভাঃ বি-এম পিউ ডাঙৰীয়াই। স্বাস্থ্যমন্ত্ৰী ৰূপনাথ ব্ৰহ্মদেৱে এটি সাৰুৱা আৰু উদ্দীপনাময় ভাষণ দি এই সভা উদ্বোধন কৰিছিল।

দিনৰ দুই বজাৰপৰা মূল সভাৰ দ্বিতীয় দিনাৰ কাম আৰম্ভ হয়। এই দিনাও আগৰ দিনাৰ নিচিনা দূৰণিৰটীয়া দৰ্শকৰ আৰু ছিলঙীয়া বাইজৰ দলদোপ হেন্দোলদোপ চাবলগীয়া হৈছিল। এই সভাত ৰত্নকান্ত বৰকাকতী ডাঙৰীয়াই তেওঁৰ 'ভাষাৰ ঐক্য' আৰু 'লিপি প্ৰশ্ন' নামৰ দীঘল প্ৰবন্ধ সময়ৰ অভাৱত নপঢ়ি তাৰ সাৰাংশ নিজমুখে কৈ শুনায়। কেশৱনাৰায়ণ দত্তদেৱে তেওঁৰ সম্পাদকীয় প্ৰতিবেদন সভাৰ আগত পাঠ কৰে। কিন্তু সেই প্ৰতিবেদনৰ কথাবোৰ পৰীক্ষা কৰি চাবলৈ অসুবিধা হোৱাত বিশেষ প্ৰস্তাৱ এটা গ্ৰহণ কৰা হয়। সেই প্ৰস্তাৱটো আছিল—"অসম সাহিত্য সভাৰ বিগত প্ৰধান সম্পাদকৰ বছেৰেকীয়া প্ৰতিবেদন আৰু আয়-ব্যয়ৰ হিচাপ আদি আজিৰ সভাত পূৰ্ণভাৱে গ্ৰহণ কৰিবলৈ যথেষ্ট অসুবিধা হোৱাত উক্ত ৰিপোৰ্ট আৰু আয়-ব্যয়ৰ হিচাপ চূড়ান্তভাৱে গ্ৰহণ কৰিব পৰাকৈ নতুন কাৰ্যনিৰ্বাহক সমিতিৰ ওচৰত উক্ত ৰিপোৰ্ট আৰু হিচাপ পৰীক্ষা কৰি এটা ৰিপোৰ্ট অনতিপলমে দাখিল কৰিবলৈ তলত নাম দিয়া সভ্যসকলক লৈ এখন 'প্ৰতিবেদন পৰীক্ষা সমিতি' গঠিত হওক।" সভ্যসকল : শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীপৰাগধৰ চলিহা, হৰিপ্ৰসাদ বৰুৱা (আহ্বায়ক), হৰমোহন দাস, নীলমণি ফুকন, ব্ৰজেন্দ্ৰ বৰপূজাৰী, আৰু শ্ৰীশৰৎচন্দ্ৰ সিংহ।

এই প্ৰস্তাৱটো উত্থাপন কৰাৰ পিছত দুই এজন সদস্যই তাৰ বিৰোধিতা কৰাত অলপ তৰ্ক-বিতৰ্ক হৈছিল। কিন্তু সভাপতি ড. কৃষ্ণ ডাঙৰীয়াৰ মধ্যস্থতাত আৰু সভামণ্ডপৰ ওপৰত থকা প্ৰাক্তন সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰী আৰু নীলমণি ফুকন ডাঙৰীয়াৰ আলিঙ্গনৰ দৃশ্যই 'অমিল অঙ্গীণ মুখৰ' সাৱৰণি মেলালে আৰু প্ৰস্তাৱটো সৰ্বসম্মতি-ক্ৰমে গৃহীত হ'ল। ইয়াৰ আগতে আগদিনাৰ বিষয়-বাছনি সভাত গৃহীত হৈ থকা নটা প্ৰস্তাৱ আৰু নিয়মতন্ত্ৰৰ সালসলনিবিলাক আনুষ্ঠানিকভাৱে সৰ্বসম্মতিক্ৰমে গৃহীত হয়।

ইয়াৰ পিছত বিষয়ববীয়া নিৰ্বাচন প্ৰসঙ্গত মোৰ পক্ষে এটা অপ্ৰীতিকৰ পৰিস্থিতিৰ উদ্ভৱ হৈছিল। প্ৰধান সম্পাদকৰ কাৰণে তিনিটা নাম প্ৰস্তাৱ কৰা হ'ল। মোৰ নাম প্ৰস্তাৱ কৰিলে শ্ৰীনীলৰচন্দ্ৰ গোস্বামীয়ে, শ্ৰীবেণুধৰ শৰ্মাৰ নাম ড. প্ৰসন্নচন্দ্ৰ গোস্বামীয়ে আৰু চন্দ্ৰনাথ বৰফুকনৰ নাম প্ৰস্তাৱ কৰিলে শ্ৰীযোগেশচন্দ্ৰ বৰুৱাই। মই মোৰ নাম তুলি লবলৈ থিয় হৈছিলোঁ; কিন্তু চাৰিওফালৰপৰা বহুত বহুত যুক্তি চিঞৰবাখৰ হোৱাত কিংকৰ্তব্যবিমূঢ় হৈ বহি পৰিলোঁ। তেনে এটা আকৰণীয়া পৰিস্থিতিত পৰিব বুলি মই ভাবিব পৰা

নাছিলোঁ। প্ৰাৰ্থী তিনিজনৰ কোনেও নাম তুলি লোৱাৰ প্ৰস্তাৱটো ভোটত দিয়া হ'ল। ভোট-যুদ্ধৰ উত্তপ্ত উৰলমাথন দেখি মই আৰু স্থিৰ হৈ থাকিব নোৱাৰিলোঁ। কদক্ষেত্ৰৰপৰা আঁতৰিবৰ উদ্দেশ্যে মই দ্বিতীয়বাৰ থিয় হোৱা দেখি সভাপতি ভূঞা ডাঙৰীয়াই মোক মঞ্চৰ ওপৰলৈ মাতি নি তেওঁৰ পাছফালে এখন আসনত নিৰ্বিকাৰ হৈ বহি থাকিবলৈ নিৰ্দেশ দিলে। গুৰুৰ আদেশ শিৰোধাৰ্য কৰি সবলৈ মই বাধ্য হলোঁ। ভোট গণনাৰ ফলাফল প্ৰকাশ হোৱাত দেখা গ'ল যে মই পাইছিলোঁ ৫৮ টা ভোট, শৰ্মাদেৱে পাইছিল ৩৩ টা ভোট আৰু দত্তফুকনদেৱে এটাও ভোট পোৱা নাছিল। এইসকল ভোটদাতা প্ৰথম শ্ৰেণীৰ প্ৰতিনিধিহে। দ্বিতীয় শ্ৰেণীৰ প্ৰতিনিধিসকল খলখল মদনগোপাল হৈ বহি আছিল।

তাৰ পিছত বিশেষ বাদ-প্ৰতিবাদ নোহোৱাকৈ তলত দিয়াৰ দৰে নতুন বছৰৰ কাৰ্যপালিকা গঠন কৰা হৈছিল সৰ্বসন্মতিক্ৰমে গৃহীত প্ৰস্তাৱ এটাৰে। সূৰ্যকুমাৰ ভূঞা (সভাপতি), শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা (প্ৰধান সম্পাদক), শ্ৰীৰজনীকান্ত দেৱশৰ্মা (পত্ৰিকা সম্পাদক), তাৰিণীচৰণ দাস (ধনভঁৰালী), শ্ৰীপৰাগধৰ চলিহা (সহ-পত্ৰিকা সম্পাদক), শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, শ্ৰীমতী পদ্মকুমাৰী গোহাঞি, শ্ৰীঅশ্বিনীচৰণ চৌধুৰী, শ্ৰীশিৱপ্ৰসাদ বৰুৱা, শ্ৰীমান প্ৰফুল্ল গোস্বামী, বহ্নকান্ত বৰকাকতী, হৰেন্দ্ৰনাথ শৰ্মা, শ্ৰীশৰৎচন্দ্ৰ সিংহ, হৰিপ্ৰসাদ বৰুৱা, কেশৱনাৰায়ণ দত্ত, শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীৰবীন্দ্ৰনাথ বৰুৱা।

পিছৰ বছৰলৈ সভাৰ অধিবেশন শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে (১) যোৰহাটলৈ নিমন্ত্ৰণ জনায় আৰু সভাই সেই নিমন্ত্ৰণ গ্ৰহণ কৰে। সভাৰ সামৰণিৰ লগে লগেই দ্বিতীয় দিনাৰ সাংস্কৃতিক অধিবেশন আৰম্ভ হয়। এই অনুষ্ঠান পৰিচালনা কৰে বিজনীৰ ৰাণী সবিতা দেৱীয়ে। এই অধিবেশনত নিৰ্দিষ্ট বক্তা স্বৰূপে অধ্যক্ষ হেম বৰুৱাদেৱে সংস্কৃতি সম্পৰ্কে এটি সাৰগৰ্ভ বক্তৃতা দি শ্ৰোতাসকলক আনন্দ দিছিল।

ছিলঙত অথবা অসমৰ ৰাজধানীত অসম সাহিত্য সভাৰ অধিবেশন সেইবাৰেই প্ৰথম পতা হৈছিল। ৰাজ্যপাল, মুখ্যমন্ত্ৰী, বিত্তমন্ত্ৰী প্ৰমুখ্যে চৰকাৰী কৰ্মচাৰীসকল আৰু অনা-চৰকাৰী ছিলঙীয়া ৰাইজে একগোট হৈ এই সন্মিলনখনি কৃতকাৰ্য কৰি তুলিবলৈ যেনেকৈ চেষ্টা কৰিছিল আৰু তেওঁলোকৰ প্ৰচেষ্টা যে সাফল্যমণ্ডিত হৈছিল সেই বিষয়ে সন্দেহৰ থল নাই। অসম সাহিত্য সভাৰ শাখা ছিলঙৰ স্কুল সমূহও এইবাবে অসমীয়া ৰাইজৰ বিশেষ ধন্যবাদৰ পাত্ৰ।

অসম সাহিত্য সভাৰ জাকজমকীয়া ছিলং অধিবেশনত মই প্ৰধান সম্পাদক নিৰ্বাচিত হলোঁ, সভাপতি ভূঞাদেৱৰপৰা গুৰু-নিৰ্যাস পালোঁ আৰু সদস্যসকলৰপৰা কাণ ভাল মতা হাতচাপৰি পালোঁ—ইমানেই। ৰাইজৰ সেই ভক্তিজ্ঞানকেই শিৰোগত কৰি ঘৰলৈ উলটি আহিলোঁ। কিন্তু তেতিয়া মোৰ অৱস্থা আছিল হাতত চাল-তৰোৱাল নথকা সিপিৰাৰ দুৰ্দশাৰৰ দিচিনা। সেই সময়ত সাহিত্য-সভাৰ ৰাকৰ বাকত কীৰ্তিটোহে বাকী আছিলহেঁ। মই থকচ কৰিবলৈ আবৰ সম্পাদকৰপৰা হাতত কুটাকড়ি এটাও নেপালোঁ। নত ডাঙৰীয়াই সাহিত্য সভাৰ সম্পত্তি হিচাপে অচল হৈ থকা দেৱ আৰু তাৰকাৰ পাছৰবী

কেইটামানৰ বাহিৰে মোক বিশেষ একো দিয়া নাছিল। মুঠতে অসম সাহিত্য সভাৰ গৌৰবোজ্জ্বল অধ্যায় এটি ইতিমধ্যে শেষ হৈ গৈছিল। দীৰ্ঘবিৰতিৰ পিছত এই জাতীয় অনুষ্ঠানখনিৰ ন জীৱনৰ পাতনি মেলিবলৈ মোৰ ওপৰতে গুৰুভাৰ ন্যস্ত হৈছিল আৰু ময়ো তাক যথাযথভাৱে পালন কৰিবলৈ আপ্ৰাণভাৱে আত্মনিয়োগ কৰিছিলোঁ। সেইবোৰ নানা তৰহৰ আশা-নিৰাশাৰ কথা ভাবি আজিও মোৰ ভাল লাগে। সভাপতি সূৰ্য্য ভাগৱতীয়াৰ উপৰিও যিসকলে মোৰ কাৰ্য পৰিচালনাত সক্ৰিয় সহযোগ আগবঢ়াইছিল সেই সকলক মই কেতিয়াও নেপাহৰোঁ।

ইয়াৰ পিছত বহুত কথা, বহুত ব্যথা আৰু বহুত হৰ্ষ-বিষাদৰ ছবি—যিবোৰ মোৰ জীৱনৰ অবিচ্ছেদ্য অঙ্গ বুলি ধৰিব পাৰি। ছিলঙৰ পিছত যোৰহাট আৰু গুৱাহাটীত মই পুনৰ অপ্ৰতিদ্বন্দ্বীভাৱে প্ৰধান সম্পাদক নিৰ্বাচিত হৈ দিন-ৰাতি ছেদভেদ নোহোৱাকৈ অসম সাহিত্য সভাৰ নামত শ্ৰমদান কৰিছিলোঁ। ধুবুৰীত বন্ধুসকলে নেৰোপানি হৈ লগা সত্ত্বেও চকুৰ অসুখৰ বাবে সেই দায়িত্বৰপৰা অব্যাহতি লবলগীয়া হৈছিল। তথাপি ধুবুৰী আৰু তিনিচুকীয়াই মোক উপসভাপতিৰ মালাগুটি জপিবলৈ দিছিল। তাৰ পিছত নগাঁও অধিবেশনৰ সিংহপীৰাত উঠি সভাপতিৰ কাৰ্য-কালৰ বছৰটো অতিবাহিত কৰি পলাশবাৰীত বিষয়-বাব শোধাই দিয়াৰ পিছতহে অসম সাহিত্য সভাৰ লগত মোৰ পোনপটীয়া সম্পৰ্ক নাইকিয়া হয়। তথাপি এই জাতীয় সভাখনৰ লগত মোৰ মৰমৰ বান্ধ আজি পৰ্যন্ত অব্যাহত আছে। সাহিত্য সভাৰ লগত জড়িত এইছোৱা কালৰ বিশদ বিৱৰণ অসম সাহিত্য সভাৰ সোণালী জয়ন্তী উপলক্ষে প্ৰকাশিত মই যুগুতাই দিয়া 'অসম সাহিত্য সভাৰ ৰূপলেখা' নামৰ গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। 'স্মৃতিৰ-পাপৰি'তো অ'ত ত'ত এই সম্পৰ্কীয় স্মৃতিৰঞ্জিত পাপৰি আছে। এই বোৰৰ ভিতৰত অসম প্ৰকাশন পৰিষদ আৰু ৰবীন্দ্ৰ-ভৱনৰ জন্মৰ গুৰিকথায়ো ঠাই পাইছে। ইয়াত সেই একে কথাবোৰকে পাগুলি এই 'স্মৃতিলেখা'ৰ কলেবৰ বঢ়াব খোজা নাই। আগেয়ে লেখি ৰখা এইছোৱা কালৰ বিৱৰণৰ বুজন অংশ এটা বাদ দিয়া হ'ল।*

## সম্পাদকৰ চাকৰিপীৰাৰপৰা সভাপতিৰ সিংহপীৰালৈ

ওপৰত কৈ অহা হৈছে যে ধুবুৰীত মই প্ৰধান সম্পাদকৰ বাবৰপৰা অব্যাহতি পালোঁ যদিও সাহিত্য সভাৰ লগত সম্পৰ্ক ছেদ হোৱা নাছিল, বৰং ধুবুৰী অধিবেশন আৰু তাৰ পিছৰ বছৰৰ তিনিচুকীয়া অধিবেশনত প্ৰতিনিধিসকলে বিনাপ্ৰতিদ্বন্দ্বিতাই মোক উপসভাপতি পাতিছিল। পূৰ্বতে উপ শব্দাংশই ভাল অৰ্থ বুজোৱা নাছিল (যেনে উপগ্ৰহ, উপপতি, উপপত্নী, উপচক্ৰ ইত্যাদি)। আজিকালি ইয়াৰ অৰ্থ উন্নীত হৈছে আৰু উপকৰাৰ সলনি সহকাৰী অৰ্থত ইয়াৰ প্ৰয়োগ হৈছে। সেই কাৰণে উপসভাপতি হৈ মই সাহিত্য সভাৰ উপকৰা লেঠা হোৱা নাছিলোঁ, সহকাৰী সভাপতিহে নিৰ্বাচিত হৈছিলোঁ। সভাপতিগৰাকী বয়সীয়া, নিশকতীয়া বা অলায়ক হলে নাইবা কৰ্মক্ষেত্ৰৰপৰা আঁতৰত থাকিলে উপসভাপতিৰ কামৰ ভাৰখন মেটমৰা হয়। মোৰ কিন্তু ভাগ্য ভাল আছিল যে ধুবুৰী অধিবেশনৰ সভাপতি শ্ৰীবেণুধৰ শৰ্মা আৰু তিনিচুকীয়া অধিবেশনৰ সভাপতি পদ্মধৰ চলিহা দুয়োগৰাকীয়ে অনুৰূপ

* বিতং বিৱৰণৰ বাবে 'অসম সাহিত্য সভাৰ ৰূপলেখা' আৰু 'স্মৃতিৰ পাপৰি' দ্ৰষ্টব্য।

শক্তিৰ ভাণ্ডাৰ। সেই কাৰণে এই তুগবাকী কৰ্মঠ আৰু কৰ্মনিষ্ঠ সভাপতিৰ সহকাৰী হিচাপে সহায় কৰিবলৈ মোৰ বাবে বিশেষ একো নাছিল বুলিলেই হয়—কাৰ্যকৰী সভাত যোগ দিয়াৰ বাহিৰে। সেই কালছোৱাত মোক চকু তুটায়ো জুলুকি জুলুকি শিকাইছিল। চকুৰ চামনি লাহে লাহে ডাঠ হৈ আহিছিল। কাৰ্যপালিকাত যোগ দিবলৈ শিলচৰলৈ যোৱা আৰু তিনিচুকীয়াৰ বছেৰেকীয়া অধিবেশনত যোগ দিয়াৰ বাহিৰে এই তুবছৰে মই সাহিত্য সভাৰ হকে বিশেষ উল্লেখযোগ্য কাম কৰা নাছিলোঁ নিশ্চয়।

### শিলচৰত কাৰ্যপালিকা

১৯৫৮ চনৰ ১৪, ১৫ মাৰ্চ। সেই তুদিন কাছাৰ জিলাৰ শিলচৰ চহৰত অসম সাহিত্য সভাৰ কাৰ্যপালিকাৰ গুৰুত্বপূৰ্ণ অধিবেশন বহিছিল—সভাৰ নিজাঘৰ অসম সাহিত্য সভা ভৱনত। সেই কাৰ্যপালিকাৰ সভা 'অসম সাহিত্য সভাৰ সৰুসুৰা বছেৰেকীয়া অধিবেশনৰ সমতুল্য হৈছিল বুলি কলেও ভুল কৰা নহব। এই কালৰপৰা আমাৰ দলত সভাপতি শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়া আৰু শ্ৰীভবানন্দ ৰাজখোৱাৰ বাহিৰে কাৰ্যপালিকাৰ বাকীসকল সদস্যৰ লগেভাগে যাবলৈ পোৱাত সেই দীঘলীয়া ৰেল-ভ্ৰমণটো বৰ আনন্দদায়ক হৈছিল। অসম সঙ্গীত-নাটক একাডেমীৰ বছেৰেকীয়া অধিবেশনত যোগ দিবলৈ মই তাৰ আগেয়ে নে পিছতে আৰু এবাৰ শিলচৰলৈ গৈছিলোঁ। সেই যাত্ৰাত লগৰীয়া আছিল ড° শ্ৰীমহেশ্বৰ নেওগ। তুইবাৰেই সেই কালৰ ৰেল-ভ্ৰমণৰ তিতা-কেঁহা অভিজ্ঞতা লাভ কৰিছিলো। পৰ্বতৰ তলেদি সুৰুঙ্গকেইটা পাৰ হৈ যাবলৈ বৰ ভাল লাগিছিল। লামডিঙৰ সিফালে যেন ৰেল-বিভাগৰ কোনো গৰাকী নাই, আমাৰ মনত এনে অনুভৱ হৈছিল। প্ৰতিটো ষ্টেচনৰে যেন চকুত টোপনি। কাম কৰিবলৈ কাৰো আগ্ৰহ নাই, কৰোঁ নকৰোঁ কৰি যাৰ যি মন যায় তাকে কৰিছে। কামৰ তদাৰক কৰোঁতা বা বুজবাজ লওঁতা যেন কোনো নাই। লামডিঙৰপৰা শিলচৰলৈ ৰেলৰ আশেপাশে ক'তো এবাৰ অসমীয়া মাত-কথা শুনা নাছিলোঁ।

শিলচৰত অসম সাহিত্য সভাৰ নিজা ভৱন এটা আছে আৰু সেই ভৱনৰ চৌহদতে তলখাপৰ অসমীয়া মাধ্যমৰ পঢ়াশালি এখনো আছে। তাতে নামঘৰ এটাও হবৰ কথা আছিল। এতিয়া সম্পূৰ্ণ হৈছে নে নাই খবৰ পোৱা নাই, খবৰ দিওঁতা বিশ্বনাথ ৰাজবংশীও নাই। এই অসম ভৱন নিৰ্মাণ কাৰ্যত শ্ৰীধৰণীধৰ চৌধুৰী (প্ৰাক্তন ন্যায়াধীশ), শ্ৰীভোলানাথ শৰ্মা (প্ৰাক্তন ন্যায়াধীশ), কুসুম ফুকন (উপায়ুক্ত) প্ৰভৃতিয়ে তেতিয়া তাত কাম কৰা চাকৰিয়ালসকলে আগভাগ লৈছিল আৰু বিশ্বনাথ ৰাজবংশীয়ে তেওঁলোকক আগহাত হৈ সহায় কৰিছিল। টিনপাতৰ দৰ্থাত লৈ, শালকাঠৰ পাৰ্মিট বিচাৰি বিশ্বনাথ ৰাজবংশীয়ে টাঙুৰি ঘূৰাদি টলৌটলৌ কৰি ঘূৰি ফুৰিছিল। সেই আশাতীয়া পৰিশ্ৰমৰ ফলস্বৰূপে নিৰ্মিত হোৱা মনোৰম ভৱনটিত থাকিবলৈ পাই, লগেৰে খাবলৈ পাই আৰু সভা পাতিবলৈ পাই আমি কৃতাৰ্থ হৈছিলোঁ। ৰাজবংশীয়ে তেতিয়া নিজৰ গাঁৱৰ ঘৰ এৰি সেই সাহিত্য সভাৰ হাউলিৰ এচুকতে লৰা-তিৰোতাৰে থাকিবা পাতিছিল আৰু তাতে থাকি দিনে-ৰাতি সাহিত্য সভা ভৱন আৰু পঢ়াশালিখনৰ তদাৰক কৰিছিল। ৰেল-ভ্ৰমণ,

টেলিগ্ৰাফ-ক্লাব আদিত বঙালীবিলাকে যেনেকৈ বঙলা ভাষা আৰু সংস্কৃতিৰ জীয়া ৰূপটো ফুটাই তোলে, তেনেকৈ কাছাৰ জিলাত কাম কৰা অসমীয়া চাকৰিয়ালসকলেও অসম ভৱনৰ যোগেদি কৰে। বুলিলে অসমীয়া ভাষাৰ হকে, অসমীয়া সাহিত্যৰ হকে অনেক ভাল কামেই কৰিব পাৰে।

অধিকাৰ নহলে ডেকা অধিকাৰে পাটত বহাৰ নিচিনাকৈ সভাপতি অনুপস্থিত থকাৰ বাবে শিলচৰ কাৰ্যপালিকা সভাত মোৰ ওপৰতে সভাপতিৰ ভাৰ পৰিছিল, উপসভাপতি স্বৰূপে। মোৰ উপৰিও উপস্থিত থকা সদস্যসকল আছিল—ড° শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা, শ্ৰীবিৰঞ্চিচন্দ্ৰ বৰুৱা, শ্ৰীযতীন্দ্ৰনাথ গোস্বামী ( যোৰহাট ), ব্ৰজেন্দ্ৰ বৰপূজাৰী, অধ্যাপক শ্ৰীজগতচন্দ্ৰ শৰ্মা ( নগাঁও ), শ্ৰীবুদ্ধীন্দ্ৰ ৰাজখনিকৰ ( নিতাইপুখুৰী ), অধ্যাপক শ্ৰীপৰাগধৰ চলিহা ( প্ৰাক্তন সম্পাদক ), বিশ্বনাথ ৰাজবংশী, প্ৰেমধৰ ৰাজখোৱা ( তিনিচুকীয়া ), ড° শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য আৰু কবিৰাজ হৰেশ্চন্দ্ৰ ভট্টাচাৰ্য ( বিশেষভাৱে নিমন্ত্ৰিত )। আনুষ্ঠানিক কামৰ উপৰিও এই সভাতে 'সীমান্তৰ সন্দেশ', 'নীলাচল পাঠ', 'An Outlook on NEFA', 'This is Assam' আদি গ্ৰন্থ ছপাৰ যাবতীয় ব্যৱস্থা লোৱা হৈছিল।

কাৰ্যনিৰ্বাহক সভা সুচাৰুৰূপে অনুষ্ঠিত হৈ যোৱাৰ পিছত ১৫ মাৰ্চৰ দিনা সন্ধিয়া যকৰাভাৱে এখন প্ৰীতি-সম্মিলনী পাতি অসমীয়া-বঙালী আদি তাৰ বিভিন্ন গোষ্ঠীৰ লোকৰ লগত আমি মুকলিভাৱে আলোচনা কৰিছিলোঁ। সকলোৱে পাৰস্পৰিক সাংস্কৃতিক আদান-প্ৰদান আৰু সমিলমিল ভাবৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। আমাৰ কালৰ সদস্য কেইগৰাকীমানৰ উপৰিও সেই প্ৰীতিৰ মেলত শ্ৰীযোগেন্দ্ৰচন্দ্ৰ দত্ত, শ্ৰীআলতাফ হুছেন মজুমদাৰ ( প্ৰাক্তন মন্ত্ৰী ), শ্ৰীনগেন্দ্ৰনাথ শ্যাম আৰু হৰেশ্চন্দ্ৰ ভট্টাচাৰ্যই একোটিকৈ শুভেচ্ছামূলক ভাষণ দিছিল।

শিলচৰৰপৰা আমি চৌতে খৰ মাৰি তাৰাপুৰৰ কালেও এপাক ফুৰিবলৈ গৈছিলোঁ। সময়ৰ অভাৱত ৰাজবংশীৰ নিজৰ গাঁও উদাৰবন্দলৈ যাব নোৱাৰিলোঁ। তাৰাপুৰত আমি নামঘৰ, পঢ়াশালি আৰু দুই এঘৰ মানুহৰ ঘৰত ফুৰি সেই অঞ্চলৰ মানুহৰ জীৱনৰ আওভাও বুজিবলৈ যত্ন কৰিছিলোঁ।

কাছাৰ জিলাত অসমীয়া শিক্ষকৰ অভাৱ, অসমীয়া পাঠ্যপুথি আদিৰ অভাৱৰ কথা শুনি মৰ্মান্তিক দুখ পাইছিলোঁ। তাতোকৈ আচৰিত কথা, শিলচৰৰ কোনো এখন কিতাপৰ দোকানতে হেনো অসমীয়া পাঠ্যপুথি কিনিবলৈ পোৱা নেযায়। অসমীয়া পাঠ্যপুথিৰ অভাৱত তাত বঙলা পাঠ্যপুথি চলাবলগীয়া হৈছে। কি পুতৌ! মই গুৱাহাটীলৈ আহি প্ৰায় দুশটকামান মূল্যৰ মোৰ নিজা কিতাপ বিনামূলীয়াকৈ পঠিয়াই দিছিলোঁ। কিন্তু তাৰ পিছত কি হৈছে নেজানো। ইচ্ছা কৰিলে তাত থকা অসমীয়া চাকৰিয়ালসকলে পাঠ্যপুথিকেইখন সহজে পোৱাৰ ব্যৱস্থা কৰিব পাৰে। অসম সাহিত্য সভায়ো এই সম্পৰ্কে বিশেষ কিবা কৰিছে বুলি কোৱাটো টান।

সাহিত্য সভাৰ অসম ভৱনৰ চৌহদতে এটা নামঘৰ সাজিবলৈ দুখংকোবাং কৰা দেখিছিলোঁ। আমাৰ এইকালৰপৰা কোনো গোসাঁই-মহন্ত তালৈ শিচ ভজাবলৈ নেযায়।

এইবোৰ কথা ৰাজবংশীয়ে আমাৰ আগত বৰ দুখেৰে কৈছিল আৰু কৈছিল যোলে হেজাৰ হেজাৰ থলুৱা লোকে অসমীয়া গুৰুত শৰণ লবলৈ সুবিধা নেপাই অনা-অসমীয়া গুৰুৰপৰা দীক্ষা লবলগীয়া হৈছে। এই কালৰপৰা কোনোবা গলে অসম-ভৱনতে থকামেলাৰ সকলো সুবিধা কৰি দিয়া হব বুলিও তেওঁ জনাইছিল। মই বন্ধুবৰ শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্তক শিলচৰত এখন শাখা-সত্ৰ খুলিবলৈ ব্যক্তিগতভাৱে অনুৰোধ জনাইছিলো। ঘৰৰ জেওৰাজোটবোৰ মৰিলে তেওঁ কিছুদিন পিছত তালৈ যাম বুলি কৈছিল। সিমানতে কথাটোৰ ইতি হ'ল। মুঠতে কাছাৰত অসমীয়া ভাষাৰ ছাত্ৰ আছে কিন্তু শিক্ষক নাই, পাঠ্যপুথি নাই; শিষ্য হবলৈ আগ্ৰহ থকা লোক আছে, কিন্তু অসমীয়া গুৰু নাই।

কাছাৰৰ কথা ক'ৰবাত ওলালেই মোৰ দুজন মানুহলৈ বৰকৈ মনত পৰে। তেওঁলোক হৈছে বিশ্বনাথ ৰাজবংশী আৰু কবিৰাজ হৰেশ্চন্দ্ৰ ভট্টাচাৰ্য। দৰাচলতে শিলচৰ নাইবা কাছাৰ জিলাত সম্প্ৰতি এই দুইজনকে অসম সাহিত্য সভাৰ খাইখুটা বুলি কব পাৰি। ডঃ সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াৰ পৌৰোহিত্যত ছিলঙত সম্পন্ন হোৱা অধিবেশনৰ সময়তে পোন প্ৰথমবাৰৰ বাবে বিশ্বনাথ ৰাজবংশীৰ লগত মোৰ চিনাকি হৈছিল। তেতিয়াৰপৰা নমৰা দিনলৈকে তেওঁক মই অনেকবাৰ লগ পাইছিলো। তেওঁ স্বাভাৱিক সৰলভাৱে আৰু নিঃস্বাৰ্থ সাহিত্যসেৱাৰে মোক আন বহুতৰ দৰে মুগ্ধ কৰিছিল।

কাছাৰত মানুহ থকা হলে, অসমত মানুহ থকা হলে আৰু অসম সাহিত্য সভাৰ গাত জোৰ থকা হলে নিজৰ ঘৰতে আমাৰ আলহী হবৰ দুৰ্ভাগ্য নহলহেঁতেন। দেশৰ এনে দুৰ্কপাল দেখি কাছাৰত এদিন বিশ্বনাথ ৰাজবংশীয়ে কান্দিছিল। দুখৰ বিষয় আমি তেওঁৰ চকুপানী মচি দিবলৈ সমৰ্থ নহলোঁ। আজিও সেই অঞ্চলৰ পুতৌ লগা অৱস্থাৰ ওৰ পৰা নাই। এটা জাতিৰ আত্মচেতনাৰ অভাৱ হলে এনে হোৱাটো স্বাভাৱিক।

## সভাপতিৰ চন্দন-চ'ৰাত

১৯৫৭ চনৰ অক্টোবৰ মাহৰ শেষৰ সপ্তাহৰ কোনো এটা দিন। এদিন আবেলি সাহিত্য সভাৰ যোৰহাট কাৰ্যালয়ৰপৰা লিখা এটা পোষ্টকাৰ্ড পামুকীয়া পত্ৰিৰে আহি মোৰ হাতত পৰিল। কাৰ্ডটোত লিখা আছিল এটা খবৰ, মই হেনো নগাঁৱত বহিবলগীয়া সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনৰ বাবে সভাপতি নিৰ্বাচিত হৈছোঁ, লগতে মোৰ সন্মতি আছে নে নাই সুধি পঠিওৱা হৈছিল। এই সম্পৰ্কে ইয়াৰ আগতে মই কোনো ভিতৰুৱা সূত্ৰৰপৰা অলপো সঁজেদ পোৱা নাছিলোঁ। এই বতৰাটো নিশ্চয় বিজুলী-ডাকত আহিব লাগিছিল। সেয়ে নহলেও অন্ততঃ পোষ্টকাৰ্ডৰ সলনি লেফাফা এটা সাহিত্য সভাই খৰচ কৰিব পাৰিলেহেঁতেন। তেতিয়াৰ প্ৰধান সম্পাদক শ্ৰীবিৰঞ্চচন্দ্ৰ বৰুৱাই আঁকৌ হাইস্কুলৰপৰা যোৰহাটৰ চন্দ্ৰকান্ত-ভৱনলৈ অহা-যোৱা কৰি কাৰ্যালয় পৰিচালনা কৰাৰ বাবেই হয়তো কাৰ্যালয়ৰ আমোলাই বিষয়টোত বিশেষ গুৰুত্ব আৰোপ নকৰি কাৰ্ডটো লেখি যোলৈ পঠিয়াইছিল। সি যি নহওক অপ্ৰত্যাশিতভাৱে বতৰাটো পাই মই বৰ আচৰিত হলোঁ আৰু থিৰে মাৰত পৰিলোঁ। মোৰ পৰিয়ালৰ মানুহ টিক্কিন পাই উলাহৰ মাৰলী, পাৰিলে

তেতিয়াই মোক সাহিত্যৰ ৰথীৰা পাতি বহুৱাব খোজে। মই কিন্তু তপতে তপতে কোনো সিদ্ধান্ত লব পৰা নাছিলোঁ। মনৰ মাজত কেবাটাও প্ৰশ্নই ভুমুকি দি ধৰিলে। হেমলেটৰ 'To be or not to be' নাইবা কপাবৰৰ 'লগাম নে নলগাম কটা মূৰ জোৰা' লগোৱা যেন দুই নাওত দুই ভৰি দিয়া অৱস্থা হৈছিল। সেই দিনা মোৰো তেনেকুৱাই মানসিক অৱস্থা হৈছিল বুলি কলে বঢ়াই কোৱা নহয়। মোৰ মনত উদয় হোৱা প্ৰশ্নকেইটা আছিল—(১) মোতকৈয়ো বয়সীয়া, সাহিত্য সভাৰ সভাপতিৰ আসনত বহিবৰ লায়েক আৰু মোৰ শ্ৰদ্ধাভাজন কেবাজনো প্ৰবীণ খ্যাতনামা সাহিত্যিক আছে। সেই সকলক উলাই কৰি মই এই পদ গ্ৰহণ কৰাটো উচিত হব জানো? (২) সদৌ অসমৰ ৰাইজে নিজৰ বিচাৰ-বুদ্ধি খটাই মোলৈ যিখন সন্মানৰ আসন আগবঢ়াইছে, তাক গ্ৰহণ কৰিবলৈ অমান্তি হলে আদৰক নেওচা দিয়া নহবনে? (৩) ছেগ বাৰম্বাৰ নাহে। এবাৰ এটা ছেগ হেৰুৱালে দ্বিতীয়বাৰ সি নিমিলিবও পাৰে। সাহিত্য সভাৰ সভাপতিৰ আসনত বহি সাহিত্যসেৱা আৰু দেশসেৱা কৰিবলৈ ঈশ্বৰে যি ছেগ মিলাই দিছে তাৰ সদ্ব্যৱহাৰ কৰাটো জানো উচিত নহয়? প্ৰশ্নকেইটাৰ উত্তৰ দুইৰকমে দিব পাৰি। কোনটো মোৰ পক্ষে গ্ৰহণযোগ্য হব সেই কথা মই নিজে স্থিৰ কৰিব নোৱাৰি তিনিগৰাকী মোৰ পৰম হিতাকাঙ্ক্ষী লোকৰ কাষ চাপিবলৈ স্থিৰ কৰিলোঁ আৰু তেওঁলোকৰ মতামতকে সাৰোগত কৰি লবলৈ মন বান্ধিলো। প্ৰথমতে গৈছিলোঁ বিহগী কবি ৰঘুনাথ চৌধাৰীৰ কাষলৈ। চৌধাৰীদেৱ মোৰ ঘৰুৱা আৰু পৰুৱা সকলো কামৰে এজন মুখ্য পৰামৰ্শদাতা আছিল। তেওঁক কথাটো কোৱা মাত্ৰকে কলে—"বাপি, তই কেতিয়াবাই সভাপতি হব লাগিছিল। ইমান দিনৰ মূৰত সাহিত্য-সভাৰ ঘুমটি ভাগিল নে?" বুঢ়া কবিজনাৰ মোৰ প্ৰতি মৰম অসীম। উলাহৰ আতিশয্য দেখি তেওঁক আৰু কোনো প্ৰশ্ন কৰিবলৈ নহ'ল। তাৰ পিছত বাহিৰে বাহিৰে ড° সূৰ্যকুমাৰ ভূঞা ডাঙৰীয়াৰ বাসভৱন পালোঁগৈ। খবৰটো শুনি তেৱোঁ বৰ ৰং পালে আৰু আনন্দৰ ভাগ লবলৈ শ্ৰীমতী ভূঞাকো মাতি আনিলে। মই এই পদ গ্ৰহণ কৰিম নে নকৰিম বুলি সোধাত তেওঁ কলে—"গ্ৰহণ নকৰিবা কিয়? মই নিজে তোমাক লৈ যাম। একো ভয় নকৰিবা।" দুজনাৰ আশীৰ্বাদ গুৰুনিৰ্মালি স্বৰূপে লাভ কৰি বুকুখন অলপ ডাঠ হ'ল। এইবাৰ তৃতীয় ব্যক্তি ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ ঘৰলৈ গৈছিলোঁ। বৰুৱা বয়সত মোতকৈ সৰু হলেও বিদ্যা আৰু অভিজ্ঞতাত পুৰঠ। মোক বৰককায়েকৰ দৰে সন্মান কৰে আৰু ভাল পায়। মোক দেখা পায়েই তেওঁ আনন্দত উৎফুল্ল হৈ উঠিল। মোৰফালৰ কথাটো কেনেবাকৈ আগতীয়াকৈ গম পাইছিল। তেওঁক মতামত সোধাত কলে—"আপুনি ধন্য। দেশৰ মানুহে আপুনি সভাপতি হোৱাত বৰ আনন্দ পাইছে। আপুনি এতিয়া মূৰ পুতুকা মাৰিলে নহয়।" তিনি বাৰেই নিবাৰ। তিনিওজনৰেপৰা একে বিধৰ সঁহাৰি পাই মোৰ মনৰ দ্বিধা ভাব আঁতৰি গ'ল। ঘৰলৈ আহি সাহিত্য-সভাৰ যোৰহাট কাৰ্যালয়লৈ সন্মতিসূচক সম্বিধান পঠালোঁ।

তাৰ পিছত আন এটা সমস্যাই দেখা দিছিল। সেইটো হৈছে অভিভাষণৰ সমস্যা। নিয়মাৱলীমতে সভাপতি এজনে বছেৰেকীয়া অধিৱেশনৰ অভিভাষণ লিখিবলৈ বিধিনি সময়

পাৰ লাগে সিমান সময় মোৰ হাতত নাছিল। সাহিত্য সভাৰ সভাপতি নিৰ্বাচনত কাল চাঁচোটোতেই মাহৰ বতৰ গ'ল অৰ্থাৎ আলমগলম কৰি কাম কৰোঁতেই সভাপতি নিৰ্বাচনৰ কাল কেতিয়াবাঁই উকলি গৈছিল। প্ৰায় দুমাহ সময় হাতত আছিল। সময়ৰ অভাৱত নগাৱৰ আদৰণী সভাৰ সভাপতি মহীচন্দ্ৰ বৰা ডাঙৰীয়াই অভিভাষণখনি লেখি পোনে পোনে কলিকতাৰ নৱজীৱন ছপাশাললৈ পঠিয়াবলৈ মোক নিৰ্দেশ দিছিল আৰু চানেকীকাকত শুধৰোৱা কামো মোৰ ওপৰতে ন্যস্ত হৈছিল। অগত্যা মৰোঁ জীওঁ সোঁ আধিকৈ কামত হাত দিছিলোঁ। ওপৰতে কৈ আহিছোঁ যে তেতিয়া মোৰ চকুৰ অৱস্থা বৰ বেয়া। কোনোমতে জুপি জুপি আখৰকেইটা পঢ়োঁ। নিজাকৈ লিখাপঢ়া কৰিবৰ শক্তি প্ৰায় ৰহিত হৈছিল বুলিবই লাগে। ব্যাসদেৱে গণেশক কাকতী কৰি লোৱাৰ নিচিনাকৈ মযো এজন কাকতীৰ সহায়েৰে কাম চলাবলগীয়া হৈছিল। তেনে অৱস্থাতে নিজৰ দুখনমান কিতাপো একে পদ্ধতিৰে যুগুত কৰিছিলো। সেই সময়ত মোৰ ঘৰৰ কাষতে থকা নিত্যানন্দ বৰদলৈয়ে আছিল মোৰ কাকতী। নিতৌ গধূলি বৰদলৈ মোৰ ঘৰলৈ নিয়মিতভাৱে আহি দুই-তিনিঘণ্টামান কাম কৰে। মই কৈ গৈছিলোঁ, তেওঁ লিখি গৈছিল। কিতাপ এখন বা প্ৰবন্ধ এটা লিখি অটালে তাক আগগুৰি মাৰি পঢ়ি চালেহে যোগ-বিয়োগ কৰি সুসম্পাদিত কৰি উলিবাটো সম্ভৱ হয়। মোৰ অভিভাষণৰ বেলিকা হলে হটাই টাই, লোণ-খৰিচা সানিবৰ উপায় নাই। যিখিনি লিখা শেষ হয়, তাকে ছোৱাছোৱাকৈ প্ৰেছলৈ পঠিয়াবলগীয়া হৈছিল। কি লিখিছিলো ঘূৰাই পঢ়ি চাবলৈ আৰু অলপ গভীৰভাৱে চিন্তা কৰি চাবলৈ অকণো অৱকাশ পোৱা নাছিলোঁ। লিখি থকাৰ লগে লগেই চানেকীকাকতো আহি হাজিৰ হৈছিল। নৱজীৱন প্ৰেছৰ এটা নিয়ম এই যে তেওঁলোকলৈ কিতাপৰ পাণ্ডুলিপি ভালদৰে যুগুত কৰি পঠিয়াব লাগে। চানেকী-কাকতত বেছি যোগ-বিয়োগ কৰিলে তেওঁলোকে মূল কপিটোকে ভালদৰে শুধৰাই দিবলৈ আকৌ ঘূৰাই পঠাই দিয়ে। সেই কাৰণে চানেকী-কাকতত বেছি কাটকুট কৰি আহকাল চপাই লবলৈ ইচ্ছা কৰা নাছিলোঁ কিয়নো তেনে কৰিলে হয়তো নিৰ্দিষ্ট দিনত কিতাপখনৰ ছপা কাম শেষ নহবও পাৰে আৰু তেতিয়া হলে মোৰ লগতে আদৰণী সমিতিও বিপাঙত পৰিব লাগিব। মোৰ মনত আজিও আক্ষেপ হয়, অভিভাষণখনি ধীৰে-সুস্থিৰে লেখিবলৈ আৰু লেখাৰ পিছত যদি এবাৰ ঘূৰাই পঢ়ি চাবলৈ সুবিধা পালোহেঁতেন।

অভিভাষণৰ বিষয়বস্তু লেখাৰ আগতে স্থিৰ কৰি লৈছিলোঁ। সাহিত্যৰ আকৃতি-প্ৰকৃতি, ধৰ্মাধৰ্ম সম্পৰ্কে একো বৰ্কতা লেখি ভাষণখন চিন্তাগধুৰ আৰু তত্ত্বগধুৰ কৰা মোৰ উদ্দেশ্য নাছিল। ইতিপূৰ্বে বেজবৰুৱা, নন্দিকৈ প্ৰমুখ্যে পণ্ডিতসকলে এইবোৰ বিষয়ে যথেষ্ট কৈ গৈছে। তদুপৰি কবিতা সম্পৰ্কে এৰকলা লেখি কোনোৰ বাহত জুই লগাইছিলেই। আন বিষয়ে নহলেও মযো ওৰে জীৱন চিন্তা-চৰ্চা কৰি থকা নাটক আৰু অভিনয় সম্পৰ্কে অলপ বহলাই লেখিব পাৰিলোঁহেতেন কিন্তু তাৰ বাবে সুকীয়া ক্ষেত্ৰ আছে, সেই বাবে বিৰত থাকিলোঁ। শকত অভিভাষণখন আৰু বেছি শকত কৰিবৰ মন যোৱা নাছিল। সাহিত্য সভাৰ সাংগঠনিক কালটোতহে মই বেছি গুৰুত্ব আৰোপ কৰিছিলো। সাহিত্য-সৃষ্টিৰ বিষয়ে কোনো উপদেশ নিদি সাহিত্য-সভাই কৰিবলগীয়া কামবোৰৰ বিষয়েহে কোৱাটো উচিত বুলি

ভাবিছিলোঁ। কেইবছৰমান সাহিত্য সভাৰ ভিতৰ-চ'ৰাত থকাৰ বাবে কিছু অভিজ্ঞতাও হৈছিল আৰু অসমীয়া সাহিত্যৰ চুকে-কোণবোৰত ক'ত পোহৰ, ক'ত এন্ধাৰ কিছু অনুভৱ কৰিছিলোঁ। সেই কাৰণে অভিভাষণত মোৰ কোনো পাণ্ডিত্য জাহিৰ নকৰি তাকেই লিখিম বুলি হাতত কাপ তুলি লৈছিলোঁ। সাহিত্য-সভাই কৰিবলগীয়া কাম অলেখ। মোৰ ভাষণত সকলোবোৰৰ লেখ দিয়া সম্ভৱ নাছিল, আৱশ্যকো নাছিল। কি লেখিম বুলি ভাবিছিলোঁ আৰু লেখি উঠাত কি হ'ল কব পৰা নাছিলোঁ। সেই অভিভাষণত সব কৰিবলগীয়া কথা কিবা আছিল বুলি মই তেতিয়া ভবা নাছিলোঁ আৰু আজিও নেভাবোঁ।

## নগাঁৱত সপ্তবিংশ অধিবেশন

১৭ ফেব্ৰুৱাৰী, ১৯৫৯ চন। নগাঁৱৰপৰা অভ্যৰ্থনা সমিতিয়ে সভাপতিক নিবলৈ এখন মটৰগাড়ী পঠিয়াই দিছিল। সেই গাড়ীতে মোৰ সহযাত্ৰী ভূঞা ডাঙৰীয়া আৰু শ্ৰীমতী ভূঞানী। পিতৃ-মাতৃৰ স্নেহৰ ডেউকাৰ ছাঁৱত যোৱাৰ নিচিনাকৈ আমি যথাসময়ত নগাঁও চহৰ পালোঁগৈ। চহৰৰ চাৰি মাইল আঁতৰতে আমাক আনুষ্ঠানিকভাৱে বৰণ কৰি আদৰণি জনাবলৈ জনচেৰেক বিষয়ববীয়া বৈ আছিল। নগাঁও সোমোৱাৰ লগে লগে এখন উছৱমুখৰ নগৰৰ ছবি দেখা পাই বিমুগ্ধ হলোঁ। আমাৰ মটৰ পোনে পোনে চাৰ্কিট হাউছলৈ নিয়া হ'ল। তাতে নামি অলপ জিৰাইশতাই ললোঁ। মহীচন্দ্ৰ বৰা, ৰয়কান্ত বৰকাকতী, শ্ৰীদেৱকান্ত বৰুৱা প্ৰমুখ্যে অভ্যৰ্থনা সমিতিৰ প্ৰায়বিলাক বৰমূৰীয়াই উলহমালহকৈ আদৰণি জনালে। মৰমৰ সাগৰত বুৰ দিয়া যেন লাগিছিল। তাতে চাহপানী এটুপি খাই গাটোত জীপ দি ললোঁ। ভূঞা ডাঙৰীয়াৰ গাত প্ৰদৰ্শনীৰ দুৱাৰ মুকলি কৰাৰ ভাৰ আছিল। তেওঁ প্ৰদৰ্শনী মণ্ডপলৈ যাত্ৰা কৰিলে। লগতে ময়ো গলোঁ। বেহক-বালিত বিশেষভাৱে সজোৱা মেৰ এটাৰ মাজত সুসজ্জিত প্ৰদৰ্শনীৰ দিহা কৰা হৈছিল। জয়ধ্বনি আৰু উৰুলিৰ মাজত ভূঞাদেৱৰ চুটি ভাষণৰ পিছত প্ৰদৰ্শনীৰ দুৱাৰ মুকলি হ'ল। ভিতৰলৈ সোমাই গলোঁ। তাতে অনেক দূৰণিবটীয়া প্ৰতিনিধি আৰু চিনাকি-অচিনাকি দৰ্শকৰ লগ পালোঁ। বিকালে বাও সেই কালেই নৱকাৰ। নৱকাৰৰ প্ৰতিনমস্কাৰ দিবলৈ মই বহু সময় হাত দুখন জাপ খুৱাই ৰাখিবলগীয়া হৈছিল।

প্ৰদৰ্শনীৰপৰা মোৰ বাবে নিৰ্দিষ্ট কৰি ৰখা বাসভৱনলৈ গলোঁ। মোৰ ভনীজোৱাই নগাঁৱৰ চৰকাৰী এডভোকেট আৰু নগাঁৱৰ ৰঙ্গমঞ্চৰ প্ৰবীণ অভিনেতা শ্ৰীগোপালচন্দ্ৰ বৰাদেৱে সভাপতিক ৰখাৰ দায়িত্ব গ্ৰহণ কৰি অভ্যৰ্থনা সমিতিক সকাহ দিছিল। অভ্যৰ্থনা সমিতিয়ে সভাপতিক থকা-মেলাৰ বাবে দুখ ধৰাবলগীয়া হোৱা নাছিল। শুনিছিলোঁ বোলে আশা কৰা মতে ধন সংগ্ৰহ কৰিব নোৱাৰি অভ্যৰ্থনা সমিতি বৰ সঙ্কটত পৰিছিল। পাম পাম বুলি চৰকাৰী অনুদান দহহেজাৰ টকা শেষ মুহূৰ্তলৈ নোপোৱাৰ বাবে আদৰণী সভাপতি মহীচন্দ্ৰ বৰা ডাঙৰীয়াই নিজৰ ঘৰ-মাটি বন্ধক দি টকা ধাৰলৈ লৈ সভাৰ কাম চলাবলগীয়া হৈছিল। সভা শেষ হৈ যোৱাৰ পিছত বহু দিনাৰ মাজেদি দহহেজাৰ টকাৰ অনুদান আহি পোৱাতহে বৰাদেৱৰ ঘৰ-মাটি বন্ধকমুক্ত হৈছিল।

সেই দিনাই ৰাতি চৰকাৰী জিলা-পুথিভঁৰালত বিষয়-বাচনী সভা বহিছিল। সেই সভাত

মোৰ কাষতে বহিছিল দুজন মোৰ শুভাকাংক্ষী প্ৰবীণ সাহিত্যিক মহাদেৱ শৰ্মা আৰু ৰাজমোহন নাথ। দুয়োজনৰ স্মৃতিত আজি আকৌ দুটুপি চকুলো তৰ্পণ যাচিছোঁ। সভাৰ আৰম্ভণিতে আলাপ-আলোচনা চলি থকাৰ মাজতে মহাদেৱ শৰ্মাদেৱে মোক প্ৰশ্ন কৰিলে—“কওকচোন বাৰু হাজৰিকা, আপোনাৰ অভিভাষণখনৰ নাম ‘ভাষণিকা’ দিলে কিয়? পুস্তকৰপৰা সৰু অৰ্থত পুস্তিকা হোৱা বুলি জানো কিন্তু আপোনাৰ এই বৃহৎ ভাষণখন ভাষণিকা হব পাৰে কেনেকৈ?” মই উত্তৰত কলোঁ—“লাও সদায় পাতৰ তল। ল’ৰা-ছোৱালী ডাঙৰ হলেও মাক-বাপেকৰ মনত সদায় সৰু। তদুপৰি আজি বহু বছৰ আগতে ‘আসাম বান্ধৱত’ শৰৎ গোসাঁয়ে লিখা ‘শুভা’ নামৰ গল্প এটা প্ৰকাশ হৈছিল। সেই গল্পৰ প্ৰথম শাৰীতে গোস্বামীদেৱে কৈছিল বোলে আদৰুৱা নামৰ কোনো অৰ্থ নাই। সেই কাৰণে শৰ্মা ডাঙৰীয়া, মোৰ ভাষণিকা নামটোও তেনে আদৰুৱা নাম বুলিয়েই ধৰি লব পাৰে।” মোৰ সন্নিধানত সন্তুষ্ট হৈ শৰ্মাদেৱে তেওঁৰ স্বভাৱসুলভ হাঁহিৰে সভাঘৰ ৰজনজনাই দিছিল। ৰাজমোহন নাথেও মোক সমৰ্থন জনালে। কথাটো সিমানতে তল পৰিল। সভাপতিৰ লগত আৰু কেৰ পাতে কোনে? সেই দিনা সভাত চা-চিনাকি হোৱা, সম্পাদকৰ প্ৰতিবেদন গ্ৰহণ আদি আনুষ্ঠানিক দুই এটা কামৰ বাহিৰে কাৰ্যসূচীৰ আনবোৰ বিষয় পিছদিনা ৰাতিপুৱাৰ সভালৈ স্থগিত ৰখা হ’ল। প্ৰতিনিধি বাহৰত ভাত খোৱাৰ ঘণ্টা বাজিলেই। ময়ো মোৰ বাহৰলৈ ৰাতি চাইদাৰ পাটীত পৰি জিৰণি লবলৈ গলোঁ।

পিছদিনা ১৯ তাৰিখে ৰাতিপুৱা চাহপানী এটোপা খাই আগদিনাখন আধৰুৱাকৈ এৰা বিষয়-বাছনী সভালৈ ওলালোঁ। বাটতে এখন দেছোৱালী চেলুনত সোমাইছিলোঁ মুখখন চিকুণাই লবলৈ। আচৰিত হলোঁ যে দেছোৱালী নাপিতজনে আহিবৰ সময়ত মই ৰাচি দিয়া ধন লবলৈ অমান্তি হৈ চেলাম এটা দি কৈছিল,—“চাহাব, আপুনি আমাৰ চহৰলৈ বড়া অতিথি হৈ আহিছে। মই আপোনাৰপৰা ধন লব নোৱাৰোঁ।” ভাল লাগিল সাধাৰণ দোকানী-পোহাৰী আনকি দেছোৱালী নাপিতৰ অন্তৰতো সাহিত্য সভা সোমাইছে। বিষয়-বাছনী সভাত বেছিপৰ থাকিবৰ নহ’ল কিয়নো বহু বজাৰপৰা সভাপতিক লৈ সমদল যাত্ৰা। নকলেও হব যে মৰা সাহিত্য সভাখনে জী উঠাৰ লগে লগে সভাৰ সভাপতিজনো প্ৰদৰ্শনৰ বস্তু হৈ পৰিছে। অলপ সময় বহি বিষয়-বাছনী সভা পৰিচালনাৰ ভাৰ বন্ধু শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীৰ গাত জাপি দি ৰবমুৱা হলোঁ।

সেই কেইদিন মোৰ মনৰ অৱস্থা কেনে হৈছিল বৰ্ণাবলৈ টান পাইছোঁ। মই যেন স্বাধীনভাৱে একো কৰা নাছিলোঁ আৰু এক অদৃশ্য বিদ্যুৎ-শক্তিৰ পৰিচালনাতহে যেন কলৰ পুতলাৰ দৰে কাম কৰি গৈছিলোঁ, এনে যেন লাগিছিল। আৰু এবাৰ মোৰ বিয়াৰ দিনাহে মাখোন মই ঠিক এনেভাৱে নিজকে হেৰুৱাই পেলাই অদৃশ্য বিদ্যুৎ-শক্তিৰদ্বাৰা পৰিচালিত হৈছিলোঁ। সাহিত্য-সভাৰ সভাপতিৰ আসনত বহিবলৈ পাই মই যি গৌৰৱ আৰু আনন্দ লাভ কৰিছিলোঁ, পিছত সাহিত্য একাডেমীৰ বঁটা লাভ কৰিও সেই আনন্দ পোৱা নাছিলোঁ। মোৰ জীৱনত সেই দুটা দিনেই আছিল শ্ৰেষ্ঠ দিন। সাহিত্য সভাৰ মণ্ডপত “নৰনাৰায়ণৰ বিৰাট ৰূপ” দেখি মই সঁচাকৈয়ে বিমুগ্ধ-বিস্মিত হৈ পৰিছিলোঁ। যি ৰাইজৰ মই এই

ভৰিখুলা, সেই ৰাইজে মোক মূৰত বাজনাও তুলি দি যি মৰম, যি সন্মান আগবঢ়াইছিল তাৰ সঁচাকৈয়ে তুলনা নাই। ৰাইজৰ ছুটা কাৰণত ৰাইজে মোলৈ এই সন্মানৰ আসনখন আগবঢ়াইছিল বুলি মই ভাবোঁ। প্ৰথমটো হৈছে সাহিত্য সভাৰ পুনৰ্জীৱনত সম্পাদক হিচাপে মই তিনিবছৰ একাগ্ৰতাৰে আত্মনিয়োগ কৰাৰ পুৰস্কাৰ আৰু দ্বিতীয়টো হৈছে সমগ্ৰ অসম জুৰি মোৰ নাটকবিলাকৰ জনপ্ৰিয়তা।

### মুকলি অধিৱেশন

১৯ এপ্ৰিল দুপৰীয়া মই থকা ঘৰৰ বাসভৱনৰপৰা সভাপতিক লৈ বিৰাট সমদল আৰম্ভ হ'ল। ঢোলে-ডগৰে, গায়নে-বায়নে ছাত্ৰই-ছাত্ৰীয়ে চহৰৰ তলৰ মাটি ওপৰ কৰি চিঞৰি-চিঞৰি অসমীয়া ভাষাৰ, বসময় অসমীয়া সাহিত্যৰ বিজয় বাতৰি প্ৰচাৰ কৰা যেন অনুভৱ হৈছিল। সমদলত ভাগ লোৱা বিহা-মেখেলা পিন্ধা গাভৰুবিলাকক দেখি মোৰ ভাব হৈছিল যেন সেয়া মূলাগাভৰুৰ বাহিনী, কনকলতাৰ বাহিনী। এঘণ্টামান নগৰ পৰিভ্ৰমণ কৰাৰ পিছত সমদল গৈ সভামণ্ডপৰ সিংহদুৱাৰত ৰ'ল। মঙ্গলতে এটা মাংগলিক অনুষ্ঠানেৰে আদৰণী সভাপতি মহীচন্দ্ৰ বৰা ডাঙৰীয়াই বৰণৰ মালা পিন্ধালে। শঙ্খ-ঘণ্টা-উৰুলিৰ ধ্বনিত আকাশ-বতাহ নিনাদিত হৈ উঠিছিল। প্ৰাক্তন সভাপতি পদ্মধৰ চলিহাদেৱৰ আনন্দ চায় কোনে? তেওঁ মোক মৰমতে পৰা মাৰি ধৰি বাৰে বাৰে আলিঙ্গন কৰি সভামণ্ডপলৈ বাট দেখুৱাই নিছিল। শ্ৰদ্ধাভাজনসকলৰ উৎসাহৰ আতিশয্য দেখি মোৰ লাজহে লাগিছিল। তলমূৰৰপৰা ওপৰমূৰ কৰিবলৈ সাধ্য হোৱা নাছিল। মই সভামণ্ডপত প্ৰবেশ কৰাৰ লগে লগে সন্মান জনাবলৈ থিয় হৈ থকা মেজৰ ধ্ৰুবেন্দ্ৰনাথ দত্ত, ৰাজমোহন নাথ, মহাদেৱ শৰ্মা প্ৰমুখ্যে বয়োবৃদ্ধ লোকক দেখা পাই লাজেহে বেছিকৈ হেঁচা মাৰি ধৰিছিল। ভয়ে ভয়ে আৰু লাজে লাজে সভাপতিৰ মঞ্চত উঠি আসন লৈছিলোঁগৈ। ভাবিছিলোঁ সেই সন্মান মোৰ নহয়, সেই সন্মান অসম সাহিত্য সভাৰ সভাপতিৰহে। যিখন আসন এদিন বেজবৰুৱা, গোহাঞিবৰুৱা, ৰজনী বৰদলৈ প্ৰমুখ্যে জোনাকী যুগৰ ৰত্নসকলে অলঙ্কৃত কৰিছিল, মোৰ নমস্য কেবাজনো সাহিত্যিকে এদিন যিখন আসনৰ শোভাবৰ্দ্ধন কৰিছিল সেই আসনত বহিবলৈ মোৰ যোগ্যতা কিমান, সেই কথা মই নিজৰ মনতে প্ৰশ্ন কৰিছিলোঁ। যোগ্যতা থাককে বা নাথাককে সাহিত্য-সেৱাৰ যোগেদি অসমী আইক আপোনজনীয়াভাৱে আৰাধনা কৰাৰ বিকল আন্তৰিকতা আছিল আৰু আজিও আছে, তাকেই সাৰোগত কৰি আসনত বহিছিলোঁগৈ। সভাপতিৰ মঞ্চত তোটাতৰাৰ দৰে জিলিকি আছিল ড° সূৰ্য্যকুমাৰ ভূঞা, বাগীশ্বৰ নীলমণি ফুকন, শ্ৰীবেণুধৰ শৰ্মা, নলিনীবালা দেৱী আৰু পদ্মধৰ চলিহা—এই কেইগৰাকী প্ৰাক্তন সভাপতি। তদুপৰি অসম সাহিত্য সভাৰ আৰু কেইটামান উজ্জ্বল নক্ষত্ৰয়ো জ্যোতি বিকিৰণ কৰিছিল। সেইসকলৰ ভিতৰত আছিল বৰকান্ত বৰকাকতী, মহীচন্দ্ৰ বৰা, শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, শ্ৰীদেৱকান্ত বৰুৱা, শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, শ্ৰীআনন্দচন্দ্ৰ বৰুৱা, প্ৰভৃতি। সকলোবোৰ নাম এতিয়া মনত নাই।

মহীচন্দ্ৰ বৰা ডাঙৰীয়াই এখন চমু, প্ৰাঞ্জল আদৰণী ভাষণ পাঠ কৰি সভাৰ স্থান নগাঁৱ সম্পৰ্কত কৈছিল, "অৱতাৰী পুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম-স্থান, ভক্তসকলৰ পৰমাৰ্থ-ভূমি,

'বৈকুণ্ঠ ভুবন' বটদ্ৰৱা এই নগৰৰ ওচৰতে। এই সৰ্বগুণাকৰ গুৰুজনাৰ চৰণ-ৰেণু শত কোটিবাৰ প্ৰণাম কৰিও অনুগামীসকলৰ হেপাহ পলোৱা নাছিল। বিৰাট মহামানৱৰ সাধনাসিক্ত মহিমাত, অনুপম অনুকম্পাত আমি আজিও জিলিকি জীয়াই আছোঁ—উদাৰ, সৰল, কলানুৰাগী জাতি স্বৰূপে। ইয়াতেই প্ৰাক্‌শংকৰী যুগৰ শ্ৰেষ্ঠতম কবি মাধৱকন্দলীয়ে বৰ্ণাঢ্য আৰু শক্তিশালী লেখনীৰে সাতকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধন কৰিছিল। 'যুগব্যাপী সাধনাৰ ফলস্বৰূপ ডক্টৰ মাইলছ ব্ৰন্সনৰ অসমীয়া-ইংৰাজী অভিধান ১৮৬৭ৰ আগষ্টত ইয়াৰপৰাই প্ৰকাশ পায়।' অসমীয়া ভাষাৰ অন্যতম মুক্তিদাতা আনন্দৰাম ঢেকিয়ালফুকনৰ, আধুনিক অসমীয়া সাহিত্য-যুগৰ সূচনাকাৰী গুণাভিৰাম বৰুৱাৰ সাহিত্য-সাধনাৰ থল, কৰ্মভূমি আছিল এই নগৰতে। ইয়াৰেই দুজন কৃতী সাহিত্যিকে অসম সাহিত্য সভাৰ সৰ্বোচ্চ সন্মান লাভ কৰি আমাৰ গৌৰৱ বঢ়াইছে। আমাৰ আৰু সৌভাগ্য, জীৱননিষ্ঠ সাহিত্যৰ বলিষ্ঠ শক্তিৰ নিদৰ্শনেৰে যিজনে ভাষা-জননীৰ বেদীত নানা বিধ নৈবেদ্যৰ পৰিবেশন কৰিছে, এই অধিৱেশনৰ সভাপতি সেইজন সুসন্তানৰ পিতৃ-ভেটি আমাৰ এই সভা-প্ৰাঙ্গণৰ প্ৰায় উপকণ্ঠতে।"

যথা সময়ত সভাপতিয়ে অভিভাষণ পাঠ কৰাৰ পাল পৰিল। সেই দিনাৰ কাৰ্যসূচীত ময়েই যাই ভাৱৰীয়াৰ ভূমিকাত নামিছিলোঁ। মোৰ অভিভাষণখন যে বৰ দীঘলীয়া আৰু শ্ৰোতাৰ পক্ষে কিছু আমনিদায়ক হৈছিল সেই কথা মই স্বীকাৰ কৰিবলৈ বাধ্য। ইচ্ছা কৰিয়েই মই তেনে কৰিছিলোঁ। মনৰ সকলো কথা বিৱৰি কৰলৈ জীৱনত দ্বিতীয়বাৰ তেনে এটা সুযোগ পালোঁহেঁতেন জানো? নিশ্চয় নেপালোহেঁতেন। গোটেইখন ভাষণ পঢ়িবলৈ চাৰিঘণ্টামান সময় লাগিলহেঁতেন। বাদ দি দি চমুৱাই পঢ়ি প্ৰায় দুঘণ্টাতে শেষ কৰিছিলোঁ। অভিভাষণৰ আন এটা কথাই বহুতক ভাল লগাইছিল, কোনো কোনোক বেয়াও লগাইছিল। সেয়া হৈছে ভাষণৰ এটা অংশ পৰম্পৰাৰপৰা ফালৰি কাটি নাটকীয় পদ্ধতিৰে উপস্থাপন কৰা হৈছিল। পুৰণি ভাষা-সাহিত্যৰ কিছু কথা কৈ শুনোৱাটো আগৰ অভিভাষণবোৰত প্ৰায়েই এটা নিয়মৰ নিচিনাই হৈ পৰিছিল। হনুমন্তৰ গাত নিজৰ বংশ-কাহিনী শুনি নৱশক্তি সঞ্জীৱিত হোৱাৰ নিচিনাকৈ হয়তো একে উদ্দেশ্য আগত ৰাখিয়েই আগৰ সভাপতিসকলে হাতত কাপ লৈছিল। ময়ো তাকে কৰিবলৈকে গতানুগতিক বাটতে কিছু নতুন ৰসৰ সঞ্চাৰ কৰিবলৈ নাটকীয় পন্থাৰ আশ্ৰয় লৈছিলোঁ মাথোন। মই ভাষণত বিলকল স্বৰ্গীয় সাহিত্যিকক আহ্বান কৰিছিলোঁ, তেওঁলোকৰ বচনবোৰ অন্তৰালৰপৰা আবৃত্তি কৰি শুনাইছিল মোৰ শিল্পীবন্ধু শ্ৰীকমলনাৰায়ণ চৌধুৰীয়ে। ঠিক যেন আকাশীবাণীহে। আবাহিত লোকজন সৌশৰীৰে সাহিত্য সভা মণ্ডপলৈ যেন নামি আহিছিল, এনে অনুভৱ হোৱা বুলি মোৰ আগত কেবাজনেও কৈছিল। সকলোখিনি কথা মই পঢ়ি যোৱা হলে নিশ্চয় সিমান আকৰ্ষণীয় নহলহেঁতেন।

অভিভাষণৰ অন্তত প্ৰধান সম্পাদক শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাই বিষয়-বাছনী সভাত সামান্য সালসলনিৰে গৃহীত হোৱা বছেৰেকীয়া প্ৰতিবেদন পাঠ কৰে। সেই প্ৰতিবেদনত সাহিত্য সভাই হাতত লোৱা আৰু গ্ৰহণ কৰা ভালেখিনি কাৰ্যৰ কথা বিতংভাৱে কলোৱা হৈছিল।

এইখিনিতে অপ্ৰিয় হলেও কবই লাগিব যে সেই দিনাৰ সভাত মোৰ অভিভাষণখন বিনামূলীয়াকৈ বিলোৱা হোৱা নাছিল। অভিভাষণখন লিখি দিয়াৰ বাবে মোক কোনো ধানচ দিয়া হোৱা নাছিল। সেইখন বেচি অৰ্থ-সংগ্ৰহ কৰা দেখি মোৰ মনত কেনেকা কেনেকা লাগিছিল। সভামণ্ডপতে খনে এটকা লৈ সেই অভিভাষণ আগবঢ়োৱাত প্ৰতিনিধি আৰু সমূহ দৰ্শকৰ মাজত মৃদু অসন্তুষ্টিৰ ভাব পৰিলক্ষিত হৈছিল। এনেয়ে নিৰামিষ ভোজনৰ বাবে দুজন ধৰণি দিবলগীয়া হৈছিল তদুপৰি আৰু খন যি অভিভাষণ কিনি লবলৈ দৰ্শক আৰু প্ৰতিনিধিয়ে এতোৱাটো স্বাভাৱিক কথা। তীৰ্থস্থানত খ'ত ত'ত নানাস্থানত অধিহণা-ধৰণি দিবলগীয়া হোৱাৰ নিচিনাকৈ সাহিত্য-মণ্ডপতো এইদৰে টকা খোটলাটো কেতিয়াও ভাল কথা নহয়। অধিবেশন শেষ হৈ যোৱাৰ পিছত যেতিয়া হিচাপ-নিকাচ হ'ল তেতিয়া পুঁজিত কেইহেজাৰমান টকা বাহি হোৱা বুলিহে পঢ়িবলৈ পোৱা গৈছিল। সেয়ে হলেও অনাহকতে প্ৰতিনিধিসকলে নিৰামিষ ভোজন কৰিবলগীয়া আৰু অভিভাষণ কিনি লবলগীয়া হৈছিল।

সেই দিনাই গধূলি যুৱতী সভাৰ অধিবেশনো অনুষ্ঠিত হৈছিল অধ্যাপক পদ্মেশ্বৰ গগৈদেৱৰ ( পিছত ডক্টৰ ) সভাপতিত্বত।

ৰাতি আজৰিৰ বাইজে মহাপুৰুষৰ 'ৰুক্মিণীহৰণ' নাটৰ ভাওনা দেখুৱাইছিল। সেই ভাওনাত প্ৰাচীন অসমীয়া নাটৰ অভিনয়-পদ্ধতি যতদূৰ সম্ভৱ অবিকৃত আৰু নিখুঁতভাৱে দেখুৱাবলৈ যত্ন কৰা হৈছিল।

কবি-সন্মিলন

২০ এপ্ৰিলৰ দিনা ৰাতিপুৱা সভাৰ দ্বিতীয় দিনাৰ কাৰ্যসূচী আৰম্ভ হৈছিল এখন কবি-সন্মিলনেৰে। তেতিয়াৰ নগাঁৱ কলেজৰ অধ্যক্ষ শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱে সভাপতিৰ আসন গ্ৰহণ কৰে। কবি সন্মিলনৰ উদ্যোক্তা কবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাদেৱে শ্ৰীবিনন্দ বৰুৱাৰ 'শক্তি সঞ্চাৰ' নামৰ কবিতাটি আবৃত্তি কৰি সভাৰ কাৰ্য মুকলি কৰে। প্ৰথমতে কবি সন্মিলনৰ উদ্দেশ্যে পঠোৱা বাণী আৰু কবিতা পাঠ কৰা হয়। কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানী, যতীন্দ্ৰনাথ দুৱৰা, অম্বিকাগিৰী ৰায়চৌধুৰী, পাৰ্বতিপ্ৰসাদ বৰুৱা, কমলেশ্বৰ চলিহা প্ৰভৃতিয়ে সভালৈ বাণী পঠোৱাৰ লগতে একোটি কবিতাও পঠিয়াইছিল। উপস্থিত থকা কবিসকলে স্বৰচিত কবিতা পাঠ কৰে। তেওঁলোক আছিল নলিনীবালা দেৱী, শ্ৰীমতী ললিতা ফুকন, পদ্মধৰ চলিহা, লক্ষেশ্বৰ শৰ্মা বৰুৱা, শ্ৰীমতী লক্ষহীৰা দাস, শ্ৰীআনন্দচন্দ্ৰ বৰুৱা, শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, শ্ৰীকণী তালুকদাৰ, শ্ৰীভবানন্দ ৰাজখোৱা, শ্ৰীমতী নিৰ্মলপ্ৰভা বৰদলৈ, শ্ৰীভুবনচন্দ্ৰ ফুকন, হৈয়দ আব্দুল মালিক। মযো 'কলঙৰ অৰ্ঘ্য' নামৰ কবিতা এটা সেই উপলক্ষে ৰচনা কৰি থৈছিলোঁ। সময়ৰ নাটনিত বেলা বাবি চুতাজৰণ দিব লোৱাৰাৰ বাবে পঢ়িব পৰা নগ'ল।* সভাপতি শৰ্মায়ো স্বৰচিত চুটি কবিতা এটা পাঠ কৰি শুনাইছিল।

দুপৰীয়া এক বজাৰপৰা দ্বিতীয় দিনৰ অধিবেশন আৰম্ভ হৈছিল। আগদিনাতকৈ উপস্থিত দৰ্শকেৰে সভাৰঙ্গ বাহিৰে-ভিতৰে লোকাৰণ্য হোৱা দেখিছিল যদিও দৰ্শকৰ সংখ্যা

* 'মৰমাতুৰীৰ 'সাহিত্য-তীৰ্থত গ্ৰন্থ

কৰো নাছিল। শিলচৰ সাহিত্য সভাৰ প্ৰতিনিধি, খ্যাতনামা কবিৰাজ হৰেশ্বৰ ভট্টাচাৰ্যদেৱে সংস্কৃত ভাষাত কবিতা পাঠ কৰাৰ পিছত বিষয়-বাছনী সভাত গৃহীত হৈ থকা নটা প্ৰস্তাৱ আনুষ্ঠানিকভাৱে গ্ৰহণ কৰা হয়। প্ৰস্তাৱৰ উপৰিও নিয়মাৱলী সালসলনি কৰিবৰ নিমিত্তে এখন উপসমিতি গঠন কৰা হয়।

প্ৰস্তাৱৰ পিছত এটি বৰগীত আৰু নিমন্ত্ৰিতসকলৰপৰা পোৱা বাণী পাঠ কৰা হয়। সমজুৱাসকলৰ ফালৰপৰা কৰবলৈ পাল পৰাত নেফাৰপৰা আহি প্ৰতিনিধিত্ব কৰা শ্ৰীটাগাং টাকি আৰু তেওঁৰ লগৰ তিনিজন ডেকাই মঞ্চৰ ওপৰলৈ আহি দেখা দিয়ে। টাগাং টাকিয়ে নেফাৰ ভাষা-সমস্যা আৰু নেফা অঞ্চলৰ লোকসকলৰ মাধ্যম অসমীয়া ভাষাৰ শিক্ষা বন্ধ কৰাত যি অসুবিধাৰ সৃষ্টি হৈছে আৰু চিৰকাল একেলগে থকা নেফাবাসী আৰু অসমীয়াৰ মাজত বিভেদৰ যি আশঙ্কাই দেখা দিছে তাক বিৱৰি কয়। শ্ৰদ্ধেয়া নলিনীবালা দেৱীয়ে ধুবুৰীৰ ভাষা-সমস্যা, অসমীয়াৰ প্ৰতি থলুৱা ধুবুৰীবাসীৰ মৰম, বিশ্বকোষ প্ৰণয়নত, সীমান্তবৰ্তী অঞ্চলৰ কথা, নেফাৰ বিষয় আৰু আন কেবাটাও সমসাময়িক আৱশ্যকীয় বিষয়ৰ আলোচনা কৰে। শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাই তলত দিয়া দৰে নতুন কাৰ্যনিৰ্বাহক সভাৰ সভ্য আৰু কাৰ্যকৰ্তাসকলৰ নাম ঘোষণা কৰে।

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা—সভাপতি, শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা—উপ-সভাপতি, শ্ৰীযতীন্দ্ৰনাথ গোস্বামী—প্ৰধান সম্পাদক, নকুলচন্দ্ৰ ভূঞা—ধনভঁৰালী। ড° শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা—পত্ৰিকা সম্পাদক, হৰিপ্ৰসাদ নেওগ—সহকাৰী সম্পাদক, শ্ৰীললিতচন্দ্ৰ দাস, ছৈয়দ আব্দুল মালিক, শ্ৰীলীলা গগৈ, শ্ৰীবুদ্ধীন্দ্ৰনাথ বাজখনিকৰ, শ্ৰীমতী লক্ষহীৰা দাস, শ্ৰীকৃষ্ণপ্ৰসাদ বৰুৱা, হৰেশ্চন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীযোগেন্দ্ৰ সৰকাৰ, মেজৰ সুৰেন্দ্ৰনাথ দত্ত, শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী, ড: মহেশ্বৰ নেওগ, ড: প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীনবেন্দ্ৰনাথ শৰ্মা, শ্ৰীভৱানন্দ বাজখোৱা, শ্ৰীমহেশ্চন্দ্ৰ দেৱগোস্বামী।

মহাদেৱ শৰ্মাই পিছৰ বছৰলৈ সভা তেজপুৰলৈ নিমন্ত্ৰণ কৰে। অভ্যৰ্থনা সমিতিৰ ফালৰপৰা শ্ৰীমহেশ্চন্দ্ৰ দেৱগোস্বামীয়ে আৰু মহাদেৱ শৰ্মাই প্ৰতিনিধিসকলৰ ফালৰপৰা শলাগৰ শৰাই আগবঢ়ায়। সন্ধ্যাৰ আগে আগে নগাৱত বহা অসম সাহিত্য সভাৰ মূল সভাৰ সপ্তবিংশ অধিবেশনৰ সামৰণি পৰে।

মূল সভা, আলোচনা-চক্ৰ, যুৱকী সভা আৰু প্ৰদৰ্শনীৰ উপৰিও বিজ্ঞান শাখা সভাবো দিহা কৰা হৈছিল। সেই দিনা বাতি বিজ্ঞান সভাৰ সভাপতিৰ আসনত আছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ মুখ্য অধ্যাপক ড° শ্ৰীপবনচন্দ্ৰ মহন্ত।

## বছৰটোৰ চমু খতিয়ান

অসম সাহিত্য সভাৰ সংবিধানত সভাপতিৰ ওপৰত পোনপটীয়াভাৱে কোনো দায়িত্ব ন্যস্ত কৰা হোৱা নাই। বাস্তৱিকতে মূৰত পৃথিৱীৰ মহাভাৰ তুলি লোৱাৰ নিচিনাকৈ প্ৰধান সম্পাদকজনেই সভা পৰিচালনাৰ সকলো দায়িত্ব বুৰ পাতি লবলগীয়া হয়। পত্ৰিকাৰ বাবে এজন সুকীয়া সম্পাদক থাকে। সম্পাদকৰ লগত যুটীয়াভাৱে বেঙ্কৰ চেকত চহী কৰিবলৈ এজন ধনভঁৰালী থাকে। গোহাঞিবৰুৱাৰ দিনৰপৰা অম্বিকাগিৰীৰ দিনলৈকে সভাৰ প্ৰতিষ্ঠা পৰ্ব বুলি ধৰিব পাৰি। এইছোৱা কালত সভাপতিজনে বছেৰেকীয়া

অধিবেশনত পৌৰোহিত্য কৰি অভিভাষণ এখন পাঠ কৰাৰ বাহিৰে আন কাম কৰিব নেলাগিছিল। সকলো কাম সম্পাদকেই কৰিছিল। কাৰো সম্পাদকে চলাজিব পৰা বিধহেই আছিল। বাগ্মীবৰ ফুকনৰ দিনৰ পৰাহে সভাপতিয়েও সক্ৰিয় ভূমিকা গ্ৰহণ কৰিবলৈ লয়।

ছিলঙত মই সভাৰ প্ৰধান সম্পাদক হোৱা দিনৰেপৰা সভাৰ সঞ্জীৱনী পৰ্ব আৰম্ভ হয় আৰু সি আজিও অব্যাহতভাবে চলি আছে। মই সম্পাদক হৈ প্ৰথম বছৰত সভাপতি ভূঞা ডাঙৰীয়াৰপৰা স্বাধীনভাৱে কাম কৰাত কোনো বাধা পোৱা নাছিলোঁ কিন্তু আৱশ্যকমতে সদায় সহযোগ আৰু সজ দিহা-পৰামৰ্শ পাইছিলো। দ্বিতীয় আৰু তৃতীয় বছৰত মই পাইছো আছিলোঁ, বাটতো আছিলোঁ অৰ্থাৎ সভাৰ সকলো দায়িত্ব নিজ বিবেক-বুদ্ধি আৰু কাৰ্য-পালিকাৰ সদস্য জনদিয়েকৰ সহযোগত প্ৰায় অকলশৰে সম্পন্ন কৰিবলগীয়া হৈছিল। সভাপতি দুগৰাকীৰপৰা শুভেচ্ছাৰ বাহিৰে বিশেষ একো পোৱা নাছিলোঁ। মোৰ কামত তেওঁলোকে কোনেও বিধিপথালিও দিয়া নাছিল। এইছোৱা কালত বছৰে বছৰে কাম বাঢ়িছে, শাখা-সভা বাঢ়িছে আৰু আয়ো বাঢ়িছে। মুঠতে আজিকালি সভাৰ কাৰ্যালয়ৰ কাম সৰুসুৰা চৰকাৰী বা বেচৰকাৰী কাৰ্যালয় এখনতকৈ কোনো গুণে কম নহয়। অবৈতনিক সম্পাদক এজনৰ পক্ষে আজিকালি সভা পৰিচালনা কৰাটো কম আত্মত্যাগৰ কথা নহয়। আগবদ্ৰে দুই এক সভাপতিয়ে বছেৰেকীয়া সভাত সম্মানৰ বৰ মলাচকটো গ্ৰহণ কৰি তাৰ পিছতেই পুলুকা মৰা দেখা গৈছে। তেতিয়া সভাপতিৰ ভাৰখন উপসভাপতিয়েই লব লাগে। সেয়ে হলেও কাৰ্যকৰী সভাবোৰত সভাপতিত্ব কৰাৰ বাহিৰে সভাপতিৰ বাবে কোনো বিশেষ নিৰ্দিষ্ট কাম নাই, বাধ্যবাধকতাও নাই। মই সভাপতি হিচাপে সভাৰ বহিৰঙ্গ হলোঁ, উঠিবকা হ'ল সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী। মই সম্পাদক হৈ থকা তিনি বছৰত সভাক যেতিয়া মুমূৰ্ষু অৱস্থাৰপৰা সঞ্জীৱিত কৰিবলগীয়া হৈছিল, তেতিয়া সহকাৰী সম্পাদক হিচাপে শ্ৰীগোস্বামীয়ে মোৰ সৌহাৰ্দ স্বৰূপে লৈ কাম কৰিছিলো আৰু তেওঁ সভা-পৰিচালনাৰ কামত যথেষ্ট অভিজ্ঞতাই আৰ্জিছিল। এইবাৰ শ্ৰীগোস্বামীৰ হাতত পূৰ্বৰ পূৰঠ অভিজ্ঞতাৰে সভাৰ প্ৰধান সম্পাদকৰ ভাৰ ন্যস্ত হোৱাত মই বছৰটো সভাপতিৰ আসনত নিশ্চিন্তভাবে নহলেও কোনো আহকাল নোপোৱাকৈ কটাই দিব পাৰিছিলো। বাহ্যভাষাৰ প্ৰশ্নত চৰকাৰী মেৰপাকবোৰে আমাৰ সকলোৰে মনত বৰ দুখ দিছিল। তাতে আকৌ অমানুষিক ৰণজিৎ-হত্যাই গোলাত টেঙা দি আমাৰ মনবোৰ একেবাৰে অশান্ত আৰু উদ্বিগ্ন কৰি তুলিছিল। সেই বছৰটোত সাহিত্য সভাই কি কৰিব পাৰিলে, কি কৰিব নোৱাৰিলে, সেইবোৰ কথা সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে তেওঁৰ প্ৰতিবেদনত বিবৰি লেখিছে। ইচ্ছা কৰিলে পুৰণি অসম সাহিত্য সভা পত্ৰিকাত সেই প্ৰতিবেদন পঢ়িবলৈ পোৱা যাব। নিজাকৈ মই তাত কবলৈ বিশেষ একো নাছিল। দুই এটা কথা মাথোন চমুকৈ উল্লেখ কৰিম।

### চেকিয়াল ফুকনৰ শতবাৰ্ষিকী

মই সভাপতিৰ ভাষণত বহু কথাই উল্লেখ কৰিছিলো আৰু তাৰ ভিতৰত কলিয়াবৰত প্ৰথম অসমীয়া ছপাপুথি বটোতা আত্মাৰাম শৰ্মা আৰু যথাযথ আনন্দৰাম ঢেকিয়ালফুকনৰ স্মৃতিৰক্ষাৰ বাবে পৰামৰ্শ আগবঢ়াইছিলো। মোৰ সেইভাগ পৰামৰ্শই বাৰ্লৌ বাৰ্লৌ

খোলাকটিৰ ভাল হ'ল। আত্মাৰাম শৰ্মাৰ ঘৰৰ ভেটিটো আৱিষ্কৃত হৈছিল হবলা কিন্তু তাৰ স্মৃতিৰক্ষাৰ ব্যৱস্থা কোনো কালৰপৰাই হৈ নুঠিল। তেতিয়া নবনিৰ্মিত কলঙৰ দলংখন ঢেকিয়াল ফুকনৰ নামেৰে নামকৰণ কৰিবলৈ সাহিত্য সভাই চেষ্টা চলাইছিল। ৰাজ্য চৰকাৰৰ আওকণীয়া মনোভাবৰ বাবে বহু পলমকৈহে সি কাৰ্যকৰী হৈছে। কেৱল সেয়েই নহয় সেই বছৰৰ ১৬ জুনৰ দিনা অসম সাহিত্য সভাই সদৌ অসম জুৰি আনন্দৰাম ঢেকিয়ালফুকন শতবাৰ্ষিকী দিবস পালন কৰিছিল। সেই উছৱ পালনত ৰাজ্য চৰকাৰলৈ সাহিত্য সভাই আৰ্থিক সাহায্য বিচাৰি আবেদন জনাই ফুটাকড়ি এটাও নাপালে। আনকি অসমীয়া ভাষাৰ ত্ৰাণকৰ্তা ঢেকিয়ালফুকনৰ তিথিৰ দিনা আধা-চৰকাৰী ছুটী দিবলৈকো অসন্মতি প্ৰকাশ কৰি ৰাজ্য-চৰকাৰৰ মুখ্য-সচিবে সাহিত্য সভাৰ প্ৰধান সম্পাদকক জনাইছিল এনেধৰেঃ

"* * Govt. regrets the inability to accede to your prayer for the grant of a half holiday in the 16th June 1959 for celebrating the death centenary of late Anandaram Dhekial Phukan in the face of the fact there are already too much holidays and half holidays on account of national and religious festivals. * * *It is however suggested, that func*tions if any, may be arranged after office hours so that people who have got duties or business in Govt. offices can attend the same without any difficulty and inconvenience."

দেশৰ মাটিৰ লগত সম্পৰ্কৰহিত আৰু অনুভূতিবিহীন অনাঅসমীয়া সচিব-প্ৰধানৰ হুকুম আৰু তৃতীয়া দৰাক দিয়াৰ নিচিনাকৈ বিনামূলীয়াকৈ বিতৰণ কৰা পৰামৰ্শৰ ওপৰত মন্তব্য নিষ্প্ৰয়োজন। সুখৰ বিষয় বেচৰকাৰী প্ৰচেষ্টাত নগাৱত আনন্দৰাম ঢেকিয়ালফুকনৰ নাম লৈ এখন পূৰ্ণাঙ্গ কলেজ গঢ়ি উঠিছে। এই কলেজৰ প্ৰথম অধ্যক্ষ আৰু অন্যতম প্ৰতিষ্ঠাতা আছিল নগাৱৰ বিলাতফেৰং স্বাধীনচিন্তীয়া উদ্যোগপতি শুকদেৱ গোস্বামী।

মই সাহিত্য সভাৰ সম্পাদক হৈ থকাৰ দিনৰেপৰা সাহিত্য সভাৰ নিজা প্ৰতীক এটা যুগুত কৰিবলৈ চেষ্টা চলাই অহা হৈছিল। বাস্তৱিকাকভত জাননী আদি দিও শিল্পীসকলৰপৰা প্ৰতীক-চানেকী আহ্বান কৰাও হৈছিল। এই বছৰ ভাস্কৰ শ্ৰীযুগলকুমাৰ দাসে আঁকি দিয়া চানেকীকে অলপ সালসলনি কৰি অসম সাহিত্য সভাৰ প্ৰতীক স্বৰূপে গ্ৰহণ কৰা হৈছিল আৰু তেতিয়াৰপৰা সাহিত্য সভাৰ পতাকা, পত্ৰিকা আৰু কাকত-পত্ৰত এই প্ৰতীককে গ্ৰহণ কৰা হৈ আহিছে। ১৯৬০ চনৰ ২৭ অক্টোবৰৰ পুৱা ৮॥ বজাত নতুন পলাশবাৰীত (মিৰ্জা) অনুষ্ঠিত অসম সাহিত্য সভাৰ চৌহদত ময়েই আনুষ্ঠানিকভাৱে প্ৰথমবাৰ অসম সাহিত্য সভাৰ (প্ৰতীক অঙ্কিত) নিজা পতাকা উত্তোলন কৰিছিলো।

### গ্ৰন্থ প্ৰকাশ

সেই বছৰটোৰ ভিতৰত সাহিত্য সভাৰ উল্লেখযোগ্য প্ৰকাশন আছিল 'লোকগীতি সংগ্ৰহ' আৰু ড° শ্ৰীমহেশ্বৰ নেওগ সম্পাদিত 'পবিত্ৰ অসম' গ্ৰন্থ প্ৰকাশ। মোৰ শিক্ষাগুৰু আৰু সাহিত্যৰ পোনপ্ৰথম পথপ্ৰদৰ্শক তামুলীদেৱৰ গ্ৰন্থখনি সম্পাদন কৰি প্ৰকাশ কৰিবলৈ পাই মই কৃতাৰ্থ হৈছিলো। ইতিপূৰ্বে প্ৰকাশিত 'ভাষণাৱলী' তিনিখণ্ড, বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ' আৰু 'পবিত্ৰ অসম' সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত অতি মূল্যবান গ্ৰন্থ বুলি মই ভাবো। ড° শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মাৰ গাত পত্ৰিকা সম্পাদনাৰ ভাৰ থকাত মই বা

শ্রীগোস্বামীয়ে তাবিবলগীয়া নহৈছিল। শর্মা সম্পাদিত উত্তমানসম্পন্ন ত্রিনিসংখ্যা পত্রিকা নিয়মিতভাবে ওলাইছিল।

চন্দ্রকান্ত অভিধান

মই সম্পাদক হৈ থকা কালতে অসম সাহিত্য সভাৰ চন্দ্ৰকান্ত অভিধান সংশোধিত দ্বিতীয় তাঙৰণৰ ছপাৰ ভাৰ গুৱাহাটী বিশ্ববিদ্যালয়লৈ হস্তান্তৰিত হৈছিল। অসমীয়া ভাষাৰ এই বৃহৎ অভিধানখন সন্দিকৈ পিতা-পুত্ৰৰ কীৰ্তি-স্তম্ভ। ইতিমধ্যে অভিধানৰ সম্পাদনাৰ কাম সমাপ্ত হৈছিল, ছপাৰ পাণ্ডুলিপি যুগুত কৰি কলিকতাৰ ছপাশাললৈ পঠোৱা হৈছিল আৰু ছপা কাম অব্যাহতভাৱে চলি আছিল। যাৰ বদান্যতাত গ্ৰন্থৰ পুনঃপ্ৰকাশ সম্ভৱ হৈছিল সেই শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ পৰামৰ্শমতে বিশ্ববিদ্যালয়ে এটা সম্পাদনা সমিতি গঠন কৰি দিছিল। সম্পাদনা সমিতিৰ সদস্যসকল আছিল—ড° সূৰ্যকুমাৰ ভূঞা (সভাপতি), বিৰিঞ্চিকুমাৰ বৰুৱা (আহ্বায়ক), শ্ৰীমহেশ্বৰ নেওগ, শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা, উপেন্দ্ৰচন্দ্ৰ লেখাৰু আৰু শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা। সমিতিয়ে নেওগ আৰু শৰ্মাক বৰ্ণ হিচাপে সংশোধনৰ কামৰ ভাগ বাটি দিছিল। তেওঁলোকে আৰু সমিতিৰ লিপিকাৰ কবিচন্দ্ৰ মহন্তই নতুন শব্দবো যোগান ধৰিছিল। সমিতিৰ নিয়মিতভাৱে প্ৰতি মাহে বহা বৈঠকত নতুন আৰু পুৰণি শব্দবোৰ চালিজাৰি চাই অন্তৰ্ভুক্তিৰ বাবে অনুমোদন জনোৱা হৈছিল আৰু সম্পাদনাৰ বাবে কিছুমান নীতি-নিয়ম বান্ধি লোৱা হৈছিল। এইখিনিতে বিহগী কবিৰ এটা আমোদী সাধু কৈছো। কবিয়ে 'হেমকোষ'ত নোহোৱা বহুত শব্দ গোটাই ভালেখান টিকৰপৰা গাঁথি ৰাখিছিল। প্ৰথম তাঙৰণ অভিধানত দিবলৈ বহীবোৰ খুজি নি শৰৎ গোঁসায়ে হেনো সেই বোৰ বহুদিন ৰাখিছিল আৰু পিছত নব-ভাও নিমিলাৰ বাবে ঘূৰাই দিছিল। এইবাৰো কবিয়ে শব্দবোৰ বেচিবলৈ সম্পাদনা-সমিতিক যাচিছিল আৰু প্ৰতিটো শব্দৰ বাবে চাৰিটকা লাগিব বুলি কৈছিল। ইয়াৰ ভিতৰতে বহুত শব্দ প্ৰথম তাঙৰণ চন্দ্ৰকান্ত অভিধানৰ পেটত সোমাইছিলেই। সেই কাৰণে সমিতিয়ে বাছি বাছি লাগতিয়াল শব্দবোৰ কিনি লবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু আকোৰগোজ কবিয়ে সকলোবোৰ শব্দ লবই লাগিব বুলি খং আৰোপ কৰাত লোৱাটো হৈ নুঠিল। মই ব্যক্তিগতভাৱেও কবিৰ কঠোৰ খং কোমলাবলৈ চেষ্টা কৰি চাইছিলোঁ কিন্তু কথা মৈৰপৰা নেনামিল। নব-ভাও মিমিলাৰ বাবে বৃদ্ধ কবিজনাই শব্দবোৰ বুকত বান্ধি লৈ থকা দেখি আমি হলে আমোদহে পাইছিলো।

ৰবীন্দ্ৰ ভৱন

কবিগুৰু ৰবীন্দ্ৰনাথৰ শতবাৰ্ষিকী উপলক্ষে ভাৰতৰ প্ৰতিখন ৰাজ্যৰ ৰাজধানীত কেন্দ্ৰীয় সাহায্যত একোটা ৰবীন্দ্ৰ-ভৱন প্ৰতিষ্ঠা কৰিবলৈ স্থিৰ কৰা হৈছিল। সেইমতে অসমৰ ৰাজধানী শ্বিলঙতো এটা ৰবীন্দ্ৰ-ভৱন নিৰ্মাণ হব লাগিছিল, কিন্তু তুৰৰ বিষয় মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাদেৱৰ ব্যক্তিগত প্ৰচেষ্টাত অসমৰ ভাগত পৰা ৰবীন্দ্ৰ-ভৱনটো অসমৰ বাহিৰে সহজে ঢুকি নোপোৱা ৰাজধানী শ্বিলং শৈল-শিখৰৰপৰা তৈয়াৰত থকা অসমৰ সাংস্কৃতিক ৰাজধানী গুৱাহাটীলৈ নামি আহিল। দেশ সমাজ বাবে, সময়ৰ শব্দ হাতত তুলি ললে বহু সময়ত অন্যায়ই হবলগীয়া হয়। অসমৰ বাহিৰ শময়মতে নজাগ হোৱা হলে আৰু

চৰকাৰী ভা-ভাওৰীয়াসকলৰ দূৰদৃষ্টি থকা হলে অসমৰ ব্যক্তিক পুথিভঁৰালটোও গুৱাহাটী বিশ্ববিদ্যালয়ৰ ওচৰতে নিৰ্মিত আৰু অসমৰ সমূহ শিক্ষক আৰু ছাত্ৰৰ কামত অহা বিধৰ হলহেঁতেন। মেধি-চৰ্কাৰ সেই সময়ত ছিলঙতে মজি গৈছিল আৰু বিষ্ণুপুৰ, মতিনগৰ, ৰূপবন আদি পাতি তাতে সপ্তবৰ্গ ৰচনা কৰিবলৈ দিহা কৰিছিল। তাৰ বিষময় ফল আজি আমি ভুগিবলগীয়া হৈছে। অসম সাহিত্য সভাৰ হৈ মই গোপনে সকীয়াই নিদিয়া হলে আৰু চলিহা ভাওৰীয়াই সময়মতে তৎপৰ নোহোৱা হলে গুৱাহাটীৰ ৰবীন্দ্ৰ-ভৱনো আজি ছিলঙত মেঘালয়ৰ সম্পত্তি হ'লহেঁতেন।

**ৰাজ্যভাষা**

১৯৫০ চনত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সভাপতিত্বত বহা অসম সাহিত্য সভাৰ বাৰ্ষেৰিটা অধিবেশনতে অসমৰ ৰাজ্যভাষা সম্পৰ্কীয় প্ৰস্তাৱ এটা পোনপ্ৰথমে গ্ৰহণ কৰা হয়। তাৰ পিছৰপৰা প্ৰতি বছৰে এই প্ৰস্তাৱ কাৰ্যকৰী কৰাৰ বাবে নানা ধৰণৰ প্ৰচেষ্টা চলাই অহা হৈছে। ৰাজ্যভাষা দিৱস পালন কৰা হৈছে, আবেদন-নিবেদন, মুখ্যমন্ত্ৰীৰ ওচৰলৈ সজাতী দল প্ৰেৰণ আদি অবিৰতভাৱে হৈয়েই আছে। তাৰ ফলস্বৰূপে অসম চৰকাৰে বিধান সভাৰ মজিয়াত চৰকাৰী ভাষা আইন এখন গৃহীত কৰিলে। অসম দেশৰ সংহতি আৰু সমূহীয়া স্বাৰ্থলৈ লক্ষ্য ৰাখি নাই মোমাইতকৈ কণা মোমায়ে ভাল বুলি ভাবি অসম সাহিত্য সভাই সেই প্ৰস্তাৱতে হয়ভৰ দিছিল। সেজুত ধৰি বল নিদিয়াৰ বাবে সেই প্ৰস্তাৱো আজি নামতহে ৰ'তিছে, কামত নহয়।

আমাৰ কাৰ্যকালৰ সেই বছৰটোত এই সম্পৰ্কত বাইজৰ অসন্তুষ্টিয়ে তীব্ৰ ৰূপ ধাৰণ কৰিছিল, বিশেষকৈ তেতিয়াৰ মুখ্যমন্ত্ৰী চলিহাদেৱে চকক মুধি চাউল বহোৱাৰ নিচিনাকৈ এই প্ৰস্তাৱটো বাইজৰ সংখ্যালঘু সম্প্ৰদায়ৰ ফালৰপৰা আহিলেহে বিবেচনা কৰা হব পাৰে বুলি প্ৰকাশ্যে ঘোষণা কৰাত। কূট ৰাজনীতিৰ চক্ৰবেহৰপৰা অসমীয়া ভাষা স্বৰূপ নিৰীহ অভিমন্যুক উদ্ধাৰ কৰিব নোৱাৰি অসমৰ বাইজে মৰ্মান্তিক বেজাৰ পাইছিল। এই সম্পৰ্কত সেই বছৰটোত অসম সাহিত্য সভাই কি ভূমিকা গ্ৰহণ কৰিছিল তাক সম্পাদকৰ বছেৰেকীয়া প্ৰতিবেদনৰপৰাই জানিব পৰা যাব। সেই প্ৰতিবেদনৰ অংশবিশেষ তুলি দিয়া হৈছে:

"৯ম প্ৰস্তাৱত ১৯৬০ চনৰ ভিতৰতে অসমীয়া ভাষাক অসমৰ ৰাজ্যিক চৰকাৰী ভাষাৰূপে ঘোষণা কৰিবলৈ দাবী কৰা হৈছিল। সপ্তবিংশ অধিবেশনত অবতিপ্ৰমে অসমীয়া ভাষাক অসমৰ ৰাজ্যিক ভাষা ঘোষণা কৰিবলৈ চৰকাৰক দাবী জনোৱা এটি প্ৰস্তাৱ গৃহীত হৈছিল। এই প্ৰস্তাৱতে ১৯৬০ চনৰ ভিতৰতে অসমীয়া ভাষাক ৰাজ্যিক ভাষা স্বৰূপে ঘোষণা কৰিবৰ বাবে বিধান সভাত প্ৰস্তাৱাদি উত্থাপন কৰি কাৰ্য্যকৰী কৰিবলৈ অসম বিধান সভাৰ সভ্যসকলক অনুৰোধ কৰা হয়। এই প্ৰস্তাৱ কাৰ্য্যকৰী কৰিবৰ কাৰণে মুখ্যমন্ত্ৰী বিষ্ণুপ্ৰসাদ চলিহাদেৱক ব্যক্তিগতভাৱে তিনিবাৰ (৩০-৫-৫৯, ১৪-৫-৫৯, ৭ ১১-৫৯) লগ ধৰাৰ কথা আগতে উল্লেখ কৰা হৈছে। এই প্ৰস্তাৱটি কাৰ্য্যকৰী কৰিবৰ কাৰণে অসম চৰকাৰৰ উপৰিও অসম বিধান সভাৰ সকলো সভ্যকে অনুৰোধ কৰা হয়। ১৯৫০ চনৰপৰা সভাই অসমীয়া ভাষাক ৰাজ্যৰ চৰকাৰী ভাষাৰ মৰ্য্যাদা দিবলৈ দাবী কৰি আহিছে। ১৯৫৯ চনৰ ৰাজ্যিক ভাষা দিৱস (১২-৯-৫৯) উপলক্ষে সাহিত্য সভাই 'ৰাজ্যিক ভাষা অসমীয়া' শীৰ্ষক এখন পুস্তিকা প্ৰকাশ কৰে। এই দিনটো সাহিত্য সভাৰ শাখাৰ উপৰিও আন আন অনুষ্ঠানে যথাযোগ্যভাৱে পালন কৰি চৰকাৰক এই জনৰ সমস্যা সমাধান কৰিবলৈ দাবী জনায়। এই সময়তে বিধান সভাৰ শৰৎকালীন অধিবেশন

হোৱাত অসম মন্ত্ৰীসভাৰ সকলো সদস্য, বিধান সভাৰ অধ্যক্ষ, উপাধ্যক্ষ আৰু সদস্যসকলক সদনত আমাৰ পুস্তিকা বিতৰণ কৰা হয়। বিধান সভাৰ সদস্যসকলক পৰৱৰ্তী অধিৱেশনত ৰাজ্যিক ভাষা বিষয়ক প্ৰস্তাৱ এটি দাঙি ধৰিবলৈ অনুৰোধ কৰা হৈছিল। যোৱা (১৯৬০) বাজেট অধিৱেশনত কেইবাজনো সদস্যই ৰাজ্যিক ভাষা প্ৰস্তাৱৰ জাননী দিয়ে। বিৰোধী দলৰ দলপতিৰ প্ৰশ্নৰ উত্তৰত ৰাজ্যিক ভাষা প্ৰসঙ্গত ৩-৩-৬০ তাৰিখে মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই সদনত কয় যে সংখ্যালঘু সম্প্ৰদায়ে দাবী জনালেহে অসমীয়াক ৰাজ্যভাষা কৰাৰ কথা বিবেচনা কৰিব পৰা হব। এই বিবৃতিত দেশৰ জনসাধাৰণ ক্ষুব্ধ হ'ল। অসম সাহিত্য সভাই ১১ মাৰ্চ (১৯৬০) শুকুৰবাৰে দেশজুৰি 'ৰাজ্যিক ভাষা দাবী দিৱস' পালন কৰিবলৈ যি নিৰ্দেশ দিছিল, তাৰ প্ৰতি সহাঁৰি জনাই অসম সাহিত্য সভাৰ শাখা আৰু স্বীকৃত সভাসমূহৰ উপৰিও ৰাজহুৱা অনুষ্ঠান, শিক্ষানুষ্ঠান সংস্থা, বিভিন্ন অনুষ্ঠান আদিয়ে দিনটো পালন কৰে আৰু অসমীয়া ভাষাভাষী লোকৰ উপৰিও অসমৰ আন আন ভাষাভাষী লোকে অসমীয়া ৰাইজৰ দাবীৰ প্ৰতি সমৰ্থন জনায়। সেই দিনৰ পিছতো অসমৰ বিভিন্ন ঠাইত সাহিত্য সভাৰ দাবীৰ প্ৰতি সমৰ্থন জনাই সভা-সমিতি চলি থাকে। এনে অভূতপূৰ্ব আলোড়নে অসমবাসীৰ অন্তৰত আশাৰ সঞ্চাৰ কৰিলে। ৰাজ্যিক ভাষা দিৱসৰ সভা-সমিতিৰ বিৱৰণ থকা 'ৰাজ্যিক ভাষাৰ সমৰ্থনত' নামৰ এখন পুস্তিকা সাহিত্য সভাই প্ৰকাশ কৰি বিভিন্ন স্থানলৈ পঠায়। ৰাইজৰ দাবীৰ প্ৰতি সমৰ্থন জনাই অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে [illegible] আৰু ২২ এপ্ৰিলৰ (১৯৬০) সভাত কাছাৰ জিলা, খাচী আৰু জয়ন্তীয়া পাহাৰ, গাৰো পাহাৰ, মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ জিলাৰ বাহিৰে আন সকলো জিলাত অসমীয়া ভাষা প্ৰৱৰ্তন কৰা আৰু সেই সেই অঞ্চলৰ জনসাধাৰণ সাজু হ'লেহে অসমীয়া ভাষা প্ৰচলন কৰা হব, এনে এটি প্ৰস্তাৱ গ্ৰহণ কৰে। এই প্ৰস্তাৱটি জনসাধাৰণৰ আশানুৰূপভাৱে মনঃপূত নহ'ল।

ইতিমধ্যে ২১-৫-৬০ তাৰিখে ছিলঙৰ বঙালী আৰু জনজাতীয় লোকসকলে অসমীয়া জাতি আৰু অসমীয়া ভাষাৰ প্ৰতি বিদ্বেষপূৰ্ণ ধ্বনি কৰি সমদল উলিয়ালে। আমাৰ সহকাৰী সম্পাদক নেওগ আৰু কাৰ্যনিৰ্বাহক সভাৰ সভ্য সুৰেন্দ্ৰচন্দ্ৰ দত্তই মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাদেৱক ২৭-৫-৬০ তাৰিখে ছিলঙত লগ ধৰি এই কথাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰে। ইয়াৰ পিছত মৰিয়নী, লামডিং, ছিলং আদিত সংঘটিত হোৱা ঘটনাৱলীয়ে দেশজুৰি উত্তেজনা আৰু অশান্তিৰ সৃষ্টি কৰিলে। এনে অৱস্থা প্ৰশমিত কৰিবৰ কাৰণে মুখ্যমন্ত্ৰী চলিহাদেৱক অযথা বিলম্ব নকৰি কেতিয়া আৰু কি নীতিত অসমীয়া ভাষাক ৰাজ্যিক চৰকাৰী ভাষা কৰিব তাক ঘোষণা কৰিবলৈ অনুৰোধ কৰা হয়। মুখ্যমন্ত্ৰী চলিহাই ১৩-৬-৬০ তাৰিখে ঘোষণা কৰিলে যে অসম প্ৰদেশ কংগ্ৰেছ কমিটীৰ ২২-৪-৬০ তাৰিখৰ প্ৰস্তাৱৰ অনুমোদনৰ ভিত্তিত বিধান সভাৰ শাৰদীয় অধিৱেশনত এখন বিল উত্থাপন কৰা হব। ইমানতো উত্তেজনা নকমিল। কাছাৰত অসমীয়াৰ ওপৰত আক্ৰমণ চলিল। শিলচৰৰ অসম সাহিত্য সভা ভৱনত অগ্নি সংযোগ কৰিবলৈ চেষ্টা চলোৱা হৈছিল। জুলাই মাহৰ ২ আৰু ৩ তাৰিখে কাছাৰত সদৌ অসম বঙ্গভাষা সন্মিলনৰ প্ৰস্তাৱ আৰু কলিকতাৰ কিছুমান দৈনিক কাকতৰ অতিৰঞ্জিত বাতৰিয়ে উত্তেজনা বৃদ্ধি কৰিলে।"

## ৰক্তাক্ত চাৰি জুলাই

আমাৰ কাৰ্যকালত কাৰ্যপালিকাৰ মুঠ সাতখন অধিৱেশন বহিছিল। প্ৰথমখন ১১-৪-৫৯ তাৰিখে নগাঁৱত, দ্বিতীয়খন ২০-৭-৫৯ তাৰিখে গুৱাহাটীত, তৃতীয়খন ২৫-১-৬০ তাৰিখে গুৱাহাটীত, পঞ্চমখন ৪/৫-৭-৬০ তাৰিখে নগাঁৱত, ষষ্ঠখন ১১-৯-৬০ তাৰিখে

যোৰহাটত আৰু ৭ম খন অধিবেশন ২৬, ২৭-১০-৬০ তাৰিখে নতুন পলাশবাৰীত অনুষ্ঠিত হৈছিল। প্ৰতিখনৰ বিতং বিৱৰণ অসম সাহিত্য সভা পত্ৰিকাত লিপিবদ্ধ হৈছে। ইয়াৰ ভিতৰত ৪ আৰু ৫ জুলাইৰ দিনা নগাৱত বহা অধিবেশনৰ কথা মই পাহৰিব নোৱাৰোঁ। সেই সভাত যোগ দিয়া আনসকলেও পাহৰিব নোৱাৰে নিশ্চয়। বক্তাক্ত ৪ জুলাইৰ দিনটো আছিল ৰণজিৎ-বধৰ দিন, অসম-বুৰঞ্জীত চলিহা আমোলৰ এখিলা ক'লা পাত।

৪ জুলাইৰ ৰাতিপুৱা কাৰ্যপালিকাত যোগ দিবলৈ টালিটোপোলা বান্ধি মই সাজু হৈছিলোঁ। ৰাতিপুৱাৰপৰা দুই এটা অশুভ বাতৰি কাণত পৰিছিল। ক'ৰবাত হেনো ঘৰ জ্বলোৱা হৈছে, ক'ৰবাত হেনো মৰামৰি হৈছে এনে ধৰণৰ। সেইবোৰত বিশেষ গুৰুত্ব আৰোপ কৰা নাছিলোঁ আৰু ফিৰিঙতিৰপৰা যে খাণ্ডবদাহ হব তেনে আশঙ্কায়ো মনত ঠাই পোৱা নাছিল। দুপৰীয়া যাত্ৰাৰ আগে আগে পুলিচৰ গুলীবৰ্ষণৰ কথা শুনিলো। মনত উদ্বেগ বাঢ়িল। ছিলং ৰোডত থকা তেতিয়াৰ পৰিবহন ষ্টেছনত উপস্থিত হলোঁগৈ। ষ্টেছন পোৱাৰ অলপ পিছতে শুনিলো, নগৰত হেনো কাৰ্ফু বা সান্ধ্য আইন জাৰি কৰা হৈছে। পলকতে আলিবাটৰপৰা মানুহদুনুহ নোহোৱা হ'ল। যেয়ে যিফালে পাৰে, সেইফালে ফৰিং চিটিকা দিলে। অসমৰ কথা কব নোৱাৰোঁ, গুৱাহাটীত হলে ইতিপূৰ্বে কোনোদিনে অৰ্থাৎ বৃটিচৰ আমোলতো মানুহে কাৰ্ফুৰ সোৱাদ পোৱা নাছিল। মোৰ মনলৈ চিন্তা হ'ল। ঘৰলৈ উলটি যাওঁ নে নগাৱলৈ সাহিত্য সভালৈ যাওঁ? দুই নাৱত ভৰি। অগত্যা যাবলৈকে স্থিৰ কৰি পৰিবহন বাছত বহিলোঁগৈ। যথাস্থানৰপৰা আৱশ্যকীয় অনুমতি লৈ কাৰ্ফুৰ বেৰ ভেদ কৰি পৰিবহন বাছ গুৱাহাটীৰপৰা বাহিৰ ওলাই যাওঁতে বহু পলম হৈছিল। তাৰ ফলত নিৰ্দিষ্ট সময়তকৈ কেবাঘণ্টাও পিছতহে আমি নগাৱ পাইছিলোগৈ। সেই কাৰণে কাৰ্যপালিকাৰ ৪ তাৰিখৰ সভাত মই যোগ দিয়া সম্ভৱ নহ'ল। মই গৈ পোৱাৰ আগে আগে উপসভাপতি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাৰ সভাপতিত্বত অনুষ্ঠুপীয়াভাৱে প্ৰথম দিনাৰ কাৰ্যৰ সামৰণি মৰা হৈছিল। মই গৈ সদস্যসকলক চাহ-মেলতহে লগ পাইছিলো। উৰাবাতৰিয়ে বাটে বাটে আমাক নানা তৰহৰ বাতৰি দি গৈছিল। গুৱাহাটীত শুনিছিলো, পুলিচৰ গুলীত ৪ জন মানুহ মৰিছে। জাগীৰোডত শুনিছিলো ৪ জন নহয় ৮ জন। ৰহাত শুনিলো ১০ জন আৰু শেষত নগাৱ পোৱাত এই নিহতৰ সংখ্যা কুৰিজন হলগৈ। নগাৱত মোকহে সকলোৱে গুৱাহাটীৰ বাতৰি সুধিছিল। মইতো সঠিক খবৰ একো ভু নোপোৱাকৈ নগাৱ পাইছিলো। মন্নো সমানে গুৱাহাটীৰ বিতং খবৰৰ আকলুৱা হৈ সভা ভগাৰ পিছতো দুদিন নগাৱত খবলি খাই থাকিবলগীয়া হৈছিলোঁ। মহা উদ্বিগ্নতাৰ মাজত কাৰ্যনিৰ্বাহক সভাৰ সামৰণি মৰা হৈছিল। তাত গৃহীত হোৱা প্ৰস্তাৱ আছিল যাইকৈ ৰাজ্যিক চৰকাৰী ভাষা আৰু পৰিকল্পিত অশান্তি সম্পৰ্কীয়। প্ৰায় দুঘণ্টা জুৰি আলোচনাৰ পিছত এই সম্পৰ্কে তলত দিয়া সিদ্ধান্ত গৃহীত হৈছিল।

"অসমৰ ৰাজ্যিক চৰকাৰী ভাষা সম্পৰ্কে যোৱা ২৩-৬-৬০ তাৰিখৰ মুখ্যমন্ত্ৰীৰ বিবৃতি, ২৪-৬-৬০ তাৰিখৰ মুখ্যমন্ত্ৰীৰ সাহিত্য সভাৰ প্ৰধান সম্পাদকলৈ দিয়া চিঠি আৰু এই প্ৰসঙ্গত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ ২১-৪-৬০ তাৰিখৰ প্ৰস্তাৱ আৰু অসম বিধান সভাৰ সদস্য শ্ৰীকমলাপ্ৰসাদ আগৰৱালা আৰু শ্ৰীমহাদেৱ দাসে আগন্তুক অসম বিধান সভাৰ অধিবেশনত

উত্থাপনৰ উদ্দেশ্যে ইতিমধ্যে জাননী দিয়া চৰকাৰী ভাষা সম্পৰ্কীয় নতুন বেচৰকাৰী বিলৰ বিষয়ে কাৰ্য্যনিৰ্বাহক সভাৰ এই অধিবেশনে বিশদভাৱে আলোচনা কৰে। পলমকৈ হলেও মুখ্যমন্ত্ৰীয়ে অসম বিধান সভাৰ আগন্তুক অধিবেশনত ৰাজ্যিক চৰকাৰী ভাষাৰ বিল চৰকাৰীভাৱে উত্থাপন কৰা হব বুলি ঘোষণা কৰাৰ কথাও সভাই আলোচনা কৰে।

১। প্ৰস্তাৱিত চৰকাৰী বিল প্ৰণয়ন প্ৰসঙ্গত নিম্নলিখিত মূল নীতিকেইটা মানি লৈ যথোচিত ব্যৱস্থা কৰিবলৈ অসম চৰকাৰক দাবী জনায় :

(ক) অসমীয়া ভাষা সমগ্ৰ অসমৰে একমাত্ৰ ৰাজ্যিক ভাষা হিচাপে ঘোষণা।

(খ) নিতান্তই ৰাজ্যৰ কোনো কোনো অঞ্চলত স্থিতাৱস্থা ৰাখিবলগীয়া হলে, সেই সেই অঞ্চলতো ১৯৬৫ চনৰ ভিতৰত ৰাজ্যিক চৰকাৰী ভাষা আইন সম্পূৰ্ণভাৱে বলবৎ কৰা।

(গ) ৰাজ্যৰ সাৰ্বভৌম চৰকাৰী কামত অসমীয়া ভাষা প্ৰচলন।

২। ৰাজ্যিক চৰকাৰী ভাষা প্ৰসঙ্গত চৰকাৰে চূড়ান্ত ব্যৱস্থা লোৱাত পলম কৰাত ৰাজ্যজুৰি যি বিক্ষোভ আৰু অশান্তিৰ সৃষ্টি হৈছে তাক প্ৰশমিত কৰিবৰ কাৰণে অসম বিধান সভাৰ জৰুৰী অধিবেশন পাতি হলেও ১৯৬০ চনৰ অক্টোবৰৰপৰা ৰাজ্যিক চৰকাৰী ভাষা আইন বলবৎ কৰাৰ ব্যৱস্থা কৰিবলৈ দাবী জনায়।

৩। অসমীয়া ভাষাৰ মৰ্য্যাদা প্ৰতিষ্ঠাৰ পবিত্ৰ আগ্ৰহত অসমৰ যি কেইজন ছাত্ৰ আৰু যুৱকে বিভিন্ন পৰিস্থিতিত কৰুণভাৱে মৃত্যুবৰণ কৰিলে, তেওঁলোকৰ অকাল মৃত্যুত আজিৰ সভাই গভীৰ শোক প্ৰকাশ কৰে আৰু তেওঁলোকৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি জনাই আত্মাৰ সদ্গতি কামনা কৰি শোকসন্তপ্ত পৰিয়ালক সমবেদনা জনায়।"

৫ তাৰিখে আমি ভাত খাওঁতেই ৰণজিতৰ শৱাধাৰ নগাৱৰ মাজেদি লৈ যোৱা হৈছিল। ঠায়ে ঠায়ে শোক-সমদল, অগণন মানুহৰ সমাবেশ। নগাৱ কলেজৰ সন্মুখত শৱযাত্ৰা অলপ সময় ৰৈছিল। তাতে সাহিত্য সভাৰ পক্ষৰপৰা মাল্যদান কৰি অমৰ ৰণজিতৰ স্মৃতি-তৰ্পণ কৰা হৈছিল। আন আন অনুষ্ঠানেও মাল্যপ্ৰদান কৰিছিল। সেই দিনাই নগাঁৱৰ হাতত নগাৱত মফিজুদ্দিন নামৰ অসমীয়া ডেকা এজনো নিহত হয়।

নগাৱ-গুৱাহাটীৰ মটৰ চলাচল বন্ধ হৈ গৈছিল। মই ঘৰৰপৰা বিচ্ছিন্ন হৈ ঘৰ চিন্তাৰ মাজত দিন অতিবাহিত কৰিছিলো। তৃতীয় দিনা নগাৱৰ উপায়ুক্ত হাফিজুদ্দিন আহমেদে গুৱাহাটীৰ সামৰিক কৰ্তৃপক্ষৰ লগত যোগাযোগ কৰি আমাৰ বাবে সান্ধ্য আইনৰ মেহ ভেদ কৰি গুৱাহাটীত সোমাবলৈ বিশেষ অনুমতি-পত্ৰৰ দিহা কৰি দিলে। এখন টেক্সীও যোগাৰ হ'ল। নগাৱৰপৰা যাত্ৰা কৰি আমি কাউৰ-কুকুৰ মাটিত পৰাৰ লগে লগে গুৱাহাটী পালোঁহি। তেতিয়াও গুৱাহাটীৰ চকুত নিদ্ৰাৰ আৱেশ লাগি আছিল। গুৱাহাটীৰ জনশূন্য ৰাজআলিত বন্দুকধাৰী পুলিচে টহলি আছিল। ঠায়ে ঠায়ে আমাৰ অনুমতিপত্ৰ পৰীক্ষা কৰি নগৰৰ মাজেদি আহিবলৈ দিয়া হৈছিল। নোকোৱা-নোপজা দৃশ্য দেখা পাই বুজিব পাৰিছিলো, শান্তিময় অসমত কলিৰ প্ৰথম প্ৰৱেশ হ'ল। আমাক এই যাত্ৰাত বিশেষভাৱে সহায় কৰোঁতা জিলাৰ উপায়ুক্ত হাফিজ চাহেবৰ কথা একোবাৰ এইখিনিতে কওঁ। তেওঁৰ ঘৰ গোৱালপাৰা জিলাত। মানুহজন ভলভলীয়া আৰু হোলগোল। সেই কাৰণে চৰকাৰী গুৰু চাকৰিয়াল হৈও নগাৱত ৰণজিৎ স্মৃতি-তৰ্পণ উপলক্ষে পতা ৰাজহুৱা সভাত সভাপতিত্ব কৰিছিল।

৪ জুলাইৰ দিনটো কটন কলেজৰ কাৰণে বিশেষ শোকাবহ স্মৰণীয় দিন। ২ নং

ছাত্রাবাসৰ বাৰান্দাত বিনাজগৰে ফুকলীয়া ৰণজিৎ বৰপূজাৰী গুলীত নিহত হোৱাৰ উপৰিও আৰু জনচেৰেক ছাত্র আহত হয়। ৰণজিৎ মোৰ ছাত্র আছিল। যি বছৰ ৰণজিতে প্ৰবেশিকা পাছ কৰে তাৰ আগৰ বছৰ যোৰহাটৰ মোৰ বন্ধু ব্ৰজেন বৰপূজাৰীৰ পুত্ৰ শ্ৰীজিতেন্দ্ৰগোপাল বৰপূজাৰীয়ে প্ৰবেশিকা মহলাত প্ৰথম হৈ নাম কৰিছিল। সেয়ে মই ৰণজিতক কটনৰ প্ৰথম বাৰ্ষিকত প্ৰথম দিনা শ্ৰেণীত চা-চিনাকি লওঁতে কৈছিলোঁ—যোৱা বছৰ এজন বৰপূজাৰীয়ে মূধা ফুটালে, এইবাৰ তুমি বৰপূজাৰীয়ে বা কেনেকৈ মূধা ফুটোৱা? মোৰ মুখৰপৰা অজ্ঞাতসাৰে এই কথাষাৰ ওলাইছিল যদিও মই সেই দিনা জনা নাছিলোঁ যে এইদৰে ৰণজিৎ বৰপূজাৰীয়ে আত্মাহুতি দি অমৰ হ'ব। সি যিনহওক কেৱল ৰণজিতেই নহয়, শিলিগুৰিত ৰেলৰ কৰ্মৰত সূৰ্য্য বৰাকো দুৰ্বৃত্তইতে এনে অমানুষিকভাৱে টুকুৰাটুকুৰ কৰি হত্যা কৰিলে যে সেই হত্যাকাণ্ডৰ কথা শুনিলেই গাৰ লোম শিঙৰি উঠে। খণ্ডিত শটো পৰ্যন্ত অসমলৈ অনা সম্ভৱ নহৈছিল। সূৰ্য বৰা এজন উদীয়মান গীতিকবি আৰু দেশপ্ৰেমিক ডেকা আছিল। তেওঁৰ ঘৰ নগাৱ জিলাৰ জাগীৰোডত। কেৱল সেয়ে নে? দাৰ্জিলিঙলৈ সপৰিয়ালে ফুৰিবলৈ যোৱা দেশনেতা হৰেশ্বৰ গোস্বামীও শিলিগুৰিৰপৰা কটিঘটি হৈ কথমপি প্ৰাণ লৈ সাৰি আহে।

এই হত্যাকাণ্ড আৰু ব্যাপক অশান্তি সম্পৰ্কত মোৰ সভাপতিত্বত নগাৱত বহা কাৰ্য্যপালিকাই (৫-৭-৬০) তলত তুলি দিয়া প্ৰস্তাৱ গ্ৰহণ কৰিছিল :

"ৰাজ্যিক ভাষা আন্দোলন ব্যৰ্থ কৰাৰ উদ্দেশ্যে অসমৰ ভিতৰৰ আৰু বাহিৰৰো কিছুমান অসমীয়া বিদ্বেষী লোকে পৰিকল্পিতভাৱে উৎকট প্ৰৰোচনামূলক আৰু সমাজবিৰোধী হিংসাত্মক কাৰ্য্যৰ দ্বাৰা ৰাজ্যৰ বিভিন্ন ঠাইত শান্তিপ্ৰিয় ৰাইজৰ মাজত সন্ত্ৰাসৰ ভাব সৃষ্টি কৰাত আজিৰ সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে আৰু এনে প্ৰৰোচনা-মূলক হিংসাত্মক কাৰ্য্যৰ তীব্ৰ নিন্দা কৰে। এনে অবাঞ্ছনীয় কাৰ্য্যৰ ফলত ক্ষতিগ্ৰস্ত হোৱা লোক আৰু অনুষ্ঠান-সমূহৰ কাৰণে সভাই দুখ প্ৰকাশ কৰে। এই সম্পৰ্কত সংশ্লিষ্ট পদাধিকাৰসকলে কৰা ক্ষমতাৰ অপব্যৱহাৰৰ তাত্বিক তদন্ত দাবী কৰে। সকলো পৰিস্থিতিৰ মাজতো অসমীয়া ভাষাৰ ন্যায্য দাবী পূৰণত আস্থা ৰাখি জনসাধাৰণৰ মাজত শান্তি আৰু শৃঙ্খলা অব্যাহত ৰাখিবলৈ অসমবাসী ৰাইজক আহ্বান জনায়।

"কিছুমান বাতৰিকাকতে বিশেষকৈ কলিকতাৰ হিন্দুস্থান ষ্টেণ্ডাৰ্ড, অমৃতবাজাৰ পত্ৰিকা, আনন্দবাজাৰ পত্ৰিকা আৰু যুগান্তৰে ৰাজ্যিক ভাষা আন্দোলন সম্পৰ্কীয় ভিত্তিহীন আৰু অতিৰঞ্জিত বাতৰি প্ৰচাৰ কৰি সমগ্ৰ ভাৰতত অসমৰ পৰিস্থিতিৰ বিকৃত ৰূপ দি অসমক হেয় প্ৰতিপন্ন কৰিছে। এনে অপচেষ্টাৰ ফলত সন্ত্ৰাসৰ ভাব সৃষ্টি কৰি অসমীয়াবিদ্বেষী লোকক প্ৰৰোচিত কৰিছে বুলি সভাই দৃঢ়মত প্ৰকাশ কৰে। যিহেতু এনে গৰ্হিত অপপ্ৰচাৰ বন্ধ নহলে অসমৰ বৰ্তমান চলি থকা বিক্ষোভ আৰু অশান্তি শাম কটাৰ কোনো আশা দেখা নেযায়, আৰু আনফালে নানা অনুৰোধ কৰা সত্বেও এই কাকতবিলাকে অপপ্ৰচাৰ বন্ধ কৰাৰ কোনো আগ্ৰহ নাই, সেই কাৰণে অসম সাহিত্য সভাৰ কাৰ্য্যনিৰ্বাহক সভাই অসমত শান্তিৰ কামনাৰে উক্ত বাতৰিকাকতসমূহ অসমত তুৰন্তে নিষিদ্ধ কৰিবলৈ চৰকাৰক টানি অনুৰোধ জনায়।

"শিলচৰ অসম সাহিত্য সভা ভৱনত অসমীয়া ভাষা বিদ্বেষী কোনো দুৰ্বৃত্তই অগ্নিসংযোগ কৰাৰ কাৰণে আজিৰ সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে আৰু এই সম্পৰ্কে যথোচিত প্ৰতিবিধান লবলৈ চৰকাৰক দাবী জনায়।"

## পৰৱৰ্তী অধিবেশন

নগাৱ অধিবেশনত মুকলি সভাত পিছৰ অধিবেশন বৰ ডেকাপুৰলৈ নিমন্ত্ৰণ কৰা হৈছিল

কিন্তু পিছত দেখা গ'ল যে এই সম্পর্কত তেজপুৰীয়া ৰাইজ নিৰকাৰ। সেই সময়ত তেজপুৰত পদ্মনাথ-দণ্ডিনাথ-আনন্দচন্দ্ৰৰ তেজৰ উমান পোৱা নগৈছিল। বছৰটোৰ আধাআধি তেজপুৰত সাহিত্য সভা পতাৰ উমঘাম নেদেখি মই চিন্তান্বিত হৈ পৰিছিলো কিয়নো প্ৰতি বছৰে নিয়মিতভাৱে সভাৰ অধিবেশন পতাৰ যি পৰম্পৰা এটা মোৰ দিনতে প্ৰবৰ্তন কৰা হৈ আহিছে, মোৰ দিনতে সেই নিয়ম ভঙ্গ হবলৈ দিলে পুনৰ এবি অহা অধ্যায় এটাৰ পুনৰাবৃত্তি হব। সেইটো কেতিয়াও হ'বলৈ দিব নোৱাৰি। মহাদেৱ শৰ্মাদেৱে এই বিষয়ে চেষ্টা চলাই আছিল যদিও তেওঁ তেজপুৰীয়া ৰাইজৰপৰা কোনো সঁহাৰি নেপাই বিমোৰত পৰিছিল। অগত্যা মই নিজেই এবাৰ তেজপুৰলৈ গৈ তাৰ শিল্পী-সাহিত্যিক সকলৰ কাণত পোনপটীয়াভাৱে কথাটো উত্থাপন কৰিবলগীয়া হৈছিল। যাৰ বুঢ়ী গাই থালত পৰে সেয়েহে নেজত ধৰি টানিব লাগে। সেই বাবে অক্টোবৰ মাহৰ ২৫ তাৰিখে ( ১৯৫৯ চন ) মোৰ নিজৰ কান্ধত থকা সভাপতিৰ ভাৰখন আন এজনৰ কান্ধত তুলি দিব নোৱাৰালৈকে শান্তি পোৱা নাছিলো। মই তেজপুৰলৈ গৈ তাৰ নবীন-প্ৰবীণ সাহিত্যিক আৰু নাগৰিকসকলক গোটাই এখন মেলৰ দিহা কৰিছিলো। এই সম্পৰ্কত এখন ডাঙৰ ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল। মহাদেৱ শৰ্মা প্ৰমুখ্যে কেইজনেও তেজপুৰত সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশন পতাৰ সপক্ষে বক্তৃতা দিছিল, বিপক্ষে কোনেও মত দিয়া নাছিল কিন্তু কামৰ দায়িত্ব লবলৈ কোনো আগবাঢ়ি অহা নাছিল। শেষত এখন পূৰ্ণাঙ্গ অভ্যৰ্থনা সমিতি গঠন কৰিবলৈ তদৰ্থ সভা এখন সৰ্বসন্মতিক্ৰমে পাতি দিয়া হৈছিল। মই তেজপুৰ অধিবেশন হব বুলিয়েই ধাৰণা লৈ উলটি আহিছিলো।

### সমস্যা সমাধান

তেজপুৰৰপৰা মই মনত পৰম আশা লৈ উলটি আহিছিলো যদিও কোনো ফল নহ'ল। গালো বালো খোলাকটিৰ তাল হ'ল মাখোন। তেজপুৰত বছেৰেকীয়া অধিবেশন পতাৰ কোনো প্ৰস্তুতি দেখা নেপাই আমি একৰকম বিমোৰত পৰিছিলো। পিতৃপুৰুষৰ তিথিৰ দিনা জল এচলু দিব নোৱাৰিলেও পিছৰ কৃষ্ণ একাদশীত সেই পুণ্যফেৰা আজিব পাৰি। সেইদৰে সাহিত্য সভাৰ অধিবেশন আৰকালি পুহ-মাহত পাতিব নোৱাৰিলেও ফাগুন-চ'তলৈ হোহকাব পাৰি কিন্তু তাৰ পিছতে বাৰিষা। নিতান্ত নোৱাৰিলে পূজাৰ বন্ধ পায়গৈ। তেজপুৰে সভা মাতি চৌঠেঙীয়া কৰা'ৰ বাবে পিচৰ বছৰ আৰকালি সভা হোৱাটো একোপধ্যে সম্ভৱ হৈ নুঠিল। এনে অস্বস্তিকৰ অৱস্থাত পলাশবাৰী আগবাঢ়ি অহাত আমাৰ মুখলৈ পানী আহিল। ইয়াৰ আগতে সাহিত্য সভাৰ কোনো অধিবেশন পলাশবাৰীৰ নিচিনা গাঁও অঞ্চলৰ ভিতৰুৱা ঠাইত অনুষ্ঠিত হোৱা নাছিল। পলাশবাৰীৰ আমন্ত্ৰণ পাই আমাৰ কালৰপৰা উৎসাহ-উদ্দীপনি আগবঢ়োৱা হৈছিল। মই নিজেও পলাশবাৰীলৈ গৈ নৰেন্দ্ৰনাথ শৰ্মা মৌজাদাৰৰ ঘৰত সেই অঞ্চলৰ সাহিত্যপ্ৰেমী লোকক লগ ধৰি সাহিত্য সভাৰ কালৰপৰা সৰ্বতোভাৱে সহায় কৰিবলৈ গাত লৈছিলো। সকলো আঙুলিয়েই খায়, বুঢ়াই হেচুকিলেহে যায়। পলাশবাৰীৰ জনপ্ৰিয় শিক্ষাবিদ শ্ৰীঅবলাকান্ত গোস্বামী ডাঙৰীয়া ( তেতিয়া হাইস্কুলৰ প্ৰধান শিক্ষক ) অভ্যৰ্থনা

সমিতিৰ গুৰি ধৰিবলৈ আগবাঢ়ি অহাত পলাশবাৰীত অধিৱেশন বহাটো নিশ্চিত হ'ল, অৱশ্তে অধিৱেশনৰ দিন পিছৰ অক্টোবৰ মাহলৈ পিছুৱাই দিবৰ আৱশ্যক হৈছিল। নতুন পলাশবাৰীত (মিৰ্জা) সেই অঞ্চলৰ জননেতা শিক্ষাবিদ শ্ৰীঅবলাকান্ত গোস্বামীৰ নেতৃত্বত অসম সাহিত্য সভাৰ এটা নতুন পৰম্পৰাৰ সৃষ্টি হ'ল। ইতিপূৰ্বে মাৰ্ঘেৰিটাত সাহিত্য-সভাৰ অধিৱেশন বহিছিল যদিও সেইখন বৰ ডাঙৰ সভা নাছিল। তেতিয়া সাহিত্য সভাৰ কলটপ কলটপ অৱস্থা। সেই কাৰণে মাৰ্ঘেৰিটাৰ কথা বাদ দি পলাশবাৰীকে গাঁও অঞ্চলত বহা সাহিত্য সভাৰ পোনপ্ৰথম বিৰাট অধিৱেশন অনুষ্ঠিত হৈছিল বুলি স্বীকাৰ কৰিবই লাগিব। পূজা, দেউল, ভখেলি আদি উছৱত মানুহে ঘৰলৈ উলটি যাবৰ সময়ত যেনেকৈ কিবা এবিধ বস্তু কিনিকুটি লৈ যায়, দেখি ভাল লাগিছিল পলাশবাৰী সাহিত্য সভাতো সেইদৰে সভা চাবলৈ যোৱা গঞা ৰাইজৰ সকলোৱে সাহিত্য সভাৰদ্বাৰা প্ৰকাশিত পুথি একোখন হাতে হাতে লৈ উলটি গৈছিল—তেওঁলোকৰ ঠাইত বহা সাহিত্য সভাৰ স্মৃতিচিন স্বৰূপে। মুঠতে তেতিয়াৰপৰাই অসম সাহিত্য সভা গাঁওমুখী হ'ল, মেলামুখীও হ'ল। এই পলাশবাৰী অধিৱেশনতে অসম সাহিত্য সভাৰ 'সঞ্জীৱনী যুগ'ৰ যৱনিকাপাত আৰু 'বিস্তাৰ যুগ'ৰ আৰম্ভণি হয়। সমগ্ৰ সঞ্জীৱনী-যুগতে মই আছিলোঁ ঘাই ভাৰবীয়া। তাৰ পিছৰ পৰা মোৰ ভূমিকা প্ৰকাশ্য মঞ্চৰ পৰা নেপথ্যলৈ স্থানান্তৰিত হয়।

## বেজবৰুৱা শতবাৰ্ষিকী

১৯৬৮-৬৯ খৃষ্টীয় শকটো অসম সাহিত্য সভাৰ জীৱনৰ এটি উল্লেখযোগ্য বছৰ। এই বছৰতে সাহিত্যৰথী বেজবৰুৱাৰ জন্মশতবাৰ্ষিকী পালন কৰি অসম সাহিত্য সভাই নিঃসন্দেহে নিজৰ জীৱন-বুৰঞ্জীৰ এটা গৌৰবোজ্জ্বল অধ্যায় ৰচনা কৰিছিল। ৬৮ চনৰ ৫ অক্টোবৰ লক্ষ্মীপূজাৰ দিনাই আৰম্ভ হোৱা শতবাৰ্ষিকী উছৱৰ উথলমাথল ৬৯ চনৰ ২৬ মাৰ্চলৈকে মাৰ যোৱা নাছিল। অসমৰতো কথাই নাই—অসমৰ বাহিৰৰ কহিমা, কলিকতা, সম্বলপুৰ, দিল্লী আৰু আনকি সাতসাগৰ তেৰ নদীৰ সিপাৰতো অমৰ লক্ষ্মীনাথৰ যশোধ্বনিৰ থলকনি উঠিছিল।

সাহিত্য সভাৰ লগত মোৰ সক্ৰিয় সম্পৰ্ক নাইকিয়া হৈছিল যদিও অবে এৰিলেও কৰ্পটিয়ে নেৰে। শতবাৰ্ষিকী উপলক্ষে পুনৰ উছৱৰ চাকনৈয়াত সোমাই পৰিবলগীয়া হ'ল। সম্পাদক হৰিপ্ৰসাদ নেওগে সকলো সময়তে মোৰ দিহা-পৰামৰ্শ বিচাৰিছিল আৰু ময়ো পৰাখিনি সহযোগ আগবঢ়াইছিলো। সাহিত্য সভাই গঠন কৰা শতবাৰ্ষিকী উৎসৱ সমিতিৰ ময়ো এজন উপদেষ্টা নিৰ্বাচিত হৈছিলোঁ। সেই কাৰণে আকৌ কাৰ্যক্ষেত্ৰত ময়ো লাগিবলগীয়া হৈছিল। এই কথা অপ্ৰিয় হলেও কবই লাগিব যে সাহিত্য সভাই তৰি লোৱা শতবাৰ্ষিকী পালনৰ আঁচনি যিদৰে সফল হৈছিল, সেইদৰে আংশিক পৰিমানে বিফলো হৈছিল। আশা কৰামতে ৰজাঘৰৰপৰা সাহায্য পোৱা নহ'ল। ৰাইজে নথ জোকাৰিছিল যদিও নৈ বৈ নগ'ল। পিছত উপলব্ধি কৰিব পাৰিছিলো যে ডেৰকুৰি হেজাৰো ওপৰ টকা ব্যয় কৰি সাহিত্য সভাই সৃষ্টি কৰা 'অমৰ লক্ষ্মীনাথ' নামৰ তথ্যচিত্ৰখন বিশেষ একো কামত নাহিল। আৰ্থিক কাৰণৰপৰা ই উৎসৱ সমিতিৰ

কটোত উঠিলোঁ। তাৰ পিছত দলেবলে ভোজঘৰত সোমালোঁগৈ। ভোজ মুবুলি আনন্দ বেজবৰুৱাৰ "আনন্দ বজাৰ" বুলিলেও ভুল কৰা নহব।

মই সেই সভাৰ সভাপতি হৈ যি সন্মান আৰু মৰম-চেনেহ পাইছিলোঁ সি অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনৰ সভাপতিয়ে লাভ কৰা সন্মানতকৈ কোনো গুণে কম নাছিল। তুলসীৰ লগত কলপতুৱাই মুক্তি পোৱাৰ নিচিনাকৈ আমি বহুতেই বেজবৰুৱাৰ নাম-মহিমাতেই ওপৰলৈ উধাইছিলোঁ। সভাৰ শেষৰ ফালে বাহিৰত গোটখোৱা ৰাইজ ভাগিবলৈ আৰম্ভ কৰিছিল কিন্তু মোৰ অভিভাষণত কৃপাবৰৰ হাঁহিৰ যুনপাক মুকলি কৰি দিয়া শুনি সেই সকল আকৌ ঘূৰি আহিছিল বুলি বন্ধুবৰ লীলা গগৈয়ে মোক পিছত জনাইছিল।

সভা ভগাত আকৌ ৰাতিৰ ভোজ। বছা বছা জনচেৰেক আলহীক এই ভোজলৈ মতা হৈছিল। বেজবৰুৱাৰ দুই জীয়াৰী আৰু অন্নদাশঙ্কৰ ৰায়ো উপস্থিত আছিল। দিনৰ ভোজ আনন্দ বেজবৰুৱাৰ ঘৰত খাই যিদৰে আনন্দিত হৈছিলোঁ, সেইদৰে ৰাতিৰ ভোজ আমি সকলোৱে শ্ৰীপ্ৰফুল্ল বৰুৱাৰ ঘৰত খাই প্ৰফুল্লিত হৈছিলোঁ। প্ৰফুল্ল বৰুৱাৰ বাসভৱনৰ পৰা বাহিৰে বাহিৰে ভগৱতীপ্ৰসাদ বৰুৱা ঘূৰণ-মঞ্চত 'জয়মতী-কুঁৱৰী' নাট্যাভিনয় চাবলৈ গৈছিলোঁ। প্ৰবীণ অভিনেতা ফুমু বৰুৱাৰ ( পৰশু বৰুৱা ) পৰিচালনাত বহুদিনৰ মূৰত বেজবৰুৱাৰ 'জয়মতী-কুঁৱৰী'ক সোঁশৰীৰে দেখা পাই ভাল লাগিছিল।

এইখিনিতে কৈ থওঁ যে বিমলাপ্ৰসাদ চলিহা এই উছৱলৈ মুখ্যমন্ত্ৰী হিচাপে যোৱা নাছিল। গৈছিল শিৱসাগৰৰ মুখ্যনাগৰিক হিচাপেহে—শিৱসাগৰীয়া ৰাইজৰ লগত লাগি-ভাগি শিৱসাগৰৰেই মুকুটমণি লক্ষ্মীনাথক শ্ৰদ্ধা-তৰ্পণ আগবঢ়াবলৈ। চলিহাদেউ মোৰ কাষে কাষে লাগি আছিল। তেওঁ মোক প্ৰফুল্ল বৰুৱাৰ ঘৰৰপৰা নাটমন্দিৰলৈ লৈ গৈছিল আৰু অভিনয় শেষ হোৱাত নিজৰ মটৰত তুলি ফুকন নগৰত মোৰ জিৰণি-বাহৰত আগবঢ়াই থৈ গৈছিলহি। পৰাপক্ষত মই ৰাজপুৰুষসকলৰপৰা আঁতৰত থাকোঁ, সেইসকলক ব্যক্তিগত কথাৰে আমনি দিবলৈ ভাল নেপাওঁ। সেই দিনা চলিহাক মই ৰাজপুৰুষ হিচাপে পোৱা নাছিলোঁ, এজন আপোন অসমীয়া মানুহক পোৱা যেনহে মোৰ মনত অনুভৱ হৈছিল।

গুৱাহাটী মহকুমাৰ শাখা সাহিত্য সভাবিলাকে স্বতন্ত্ৰভাৱেঁ এখন সমিতি পাতি লৈ গুৱাহাটী আৰু শাখাসভা থকা মহকুমাৰ বিভিন্ন ঠাইত বিভিন্ন কাৰ্যসূচীৰে লক্ষ্মীনাথ জয়ন্তী পালন কৰিছিল। সেই উদ্দেশ্যে এখন কেন্দ্ৰীয় কমিটী গঠন কৰা হৈছিল। সেই কমিটীৰ সভাপতিৰ ভাৰো পৰিছিল মোৰ ওপৰত আৰু সম্পাদক হিচাপে অধ্যাপক শ্ৰীদুৰ্গেশ্বৰ শৰ্মাই বিভিন্ন শাখাৰ মাজত যোগসূত্ৰ স্থাপন কৰিছিল।

মোক কামৰূপৰ কেবাখনো ভিতৰুৱা ঠাইলৈ নিমন্ত্ৰণ জনোৱা হৈছিল। সেইবোৰৰপৰা ৰাখী দি সাৰিছিলোঁ যদিও বকো সাহিত্য সভাৰ নিমন্ত্ৰণ গ্ৰহণ কৰিবলৈ বাধ্য হৈছিলোঁ। স্বৰাজ আন্দোলনৰ যুগত দেশভক্ত ফুকনৰ নেতৃত্বত বকো 'অসমৰ বৰদৌলি' হিচাপে পৰিগণিত হৈছিল। সত্যাগ্ৰহী বকোবাসীয়ে অসমৰ কংগ্ৰেছ বুৰঞ্জীত যুৰ তুলি সন্মানৰ স্থান অধিকাৰ কৰি লবলৈ সমৰ্থ হৈছিল। ইতিপূৰ্বে মই সেই বকোলৈ যোৱা নাছিলোঁ। বেজবৰুৱা উৎসৱ উপলক্ষে মোৰ বকো-দৰ্শন আইবো বাৰ্তা গজাবো বাজাৰ নিচিনা হৈছিল। বকো-

বাসীয়েও ছেগ চাই কঠীয়া পাবিলে। তেওঁলোকে বিশেষকৈ স্কুল-কলেজৰ ছাত্ৰ-শিক্ষকসকলে মোক দেখা পাবলৈ হাবিয়াস কৰি আছিল। সেই কাৰণে বেজবৰুৱা উছবক তেওঁলোকে মোৰ আদৰণী-উছবতহে পৰিণত কৰিলে। মোৰ সভাপতিত্বত অনুষ্ঠিত হোৱা বেজবৰুৱা স্মৃতি সভাত বকো সাহিত্য সভা আৰু বকোৰ বাইজে ৰাজহুৱাভাৱে অভিনন্দন-পত্ৰ আগবঢ়াই মোক বিপুলভাৱে আদৰণি জনালে। মুখ-দোৱাই মই সেই নিৰামিষ ভেটী-ভাৰ গ্ৰহণ কৰিলোঁ। অতিথি হৈ গৈছিলোঁ সেই কাৰণে কোনো ওজৰ আপত্তিৰ থল নাছিল।

ডিব্ৰুগড় বিশ্ববিদ্যালয় আৰু গুৱাহাটী বিশ্ববিদ্যালয়েও স্বকীয়াকৈ কাৰ্যসূচী ৰচনা কৰি নিৰ্দিষ্ট একোদিনত বেজবৰুৱাৰ তিথি পালন কৰিছিল। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আমিও দুয়ো ঠাইতে পূজাৰ অংশভাগ আৰু মূল্যদান মাননি পাইছিলো।

## আৰু দুটা শতবাৰ্ষিকী

বেজবৰুৱা শতবাৰ্ষিকীৰ আগে-পিছে গুৱাহাটীত অনুষ্ঠিত হোৱা আৰু দুটা শতবাৰ্ষিকী উছৱৰ লগত আদৰণী সভাৰ সভাপতি হিচাপে মই লিপিট খাই পৰিবলগীয়া হৈছিলোঁ। প্ৰথমটো হৈছে চন্দ্ৰকুমাৰ আগৰৱালা শতবাৰ্ষিকী উছৱ—এই উছৱ কেন্দ্ৰীয় সভাৰ হৈ গুৱাহাটীত পাতিবলৈ যোৰহাটত থকা সভাৰ কেন্দ্ৰ কাৰ্যালয়ৰপৰা কৰ্মান আহিছিল আৰু আনটো মফিজুদ্দিন আহমেদ হাজৰিকা শতবাৰ্ষিকী উছৱ স্বতন্ত্ৰীয়াকৈ, গুৱাহাটীত থকা সভাৰ শাখা আৰু ৰাইজে পালন কৰিবলৈ লৈছিল।

সেই সময়ত এই সমিতিৰ সম্পাদকৰ ভাৰ আছিল অধ্যাপক শ্ৰীনন্দ তালুকদাৰৰ ওপৰত। শতবাৰ্ষিকী উছৱতে নষ্ঠা হৈ থকা ভগৱ শ্ৰী প্ৰসাদ বৰুৱা ভৱনটো সাহিত্য সভাৰ মৃত প্ৰাক্তন সভাপতিসকলৰ ছবিৰে সজাবলৈ সহম লোৱা হয় গাঁঠিৰ ধন খৰচ নকৰাকৈ। মোৰ দিহামতে শ্ৰীনন্দ তালুকদাৰে সমিতিৰ হৈ সভাপতিসকলৰ ছবি বিচাৰি সেইসকলৰ উত্তৰাধিকাৰীসকলৰ লগত লিখালিখি কৰাত তাৰ শুভ ফল স্বৰূপে ভালে কেইখন চিত্ৰ পোৱা হয়। সাহিত্য সভাৰ কৰ্মতৎপৰ ৎৰে লগতে আগৰৱালাদেৱৰ কনিষ্ঠ পুত্ৰ শ্ৰীতৰুণকুমাৰ আগৰৱালাই সক্ৰিয় সহযোগ আগবঢ়ায়। 'প্ৰতিমা'ৰ ধনিকৰৰ প্ৰকাশিত আৰু অপ্ৰকাশিত আটাইবোৰ গ্ৰন্থ আৰু ৰচনা একত্ৰে 'চন্দ্ৰামৃত' ( চন্দ্ৰকুমাৰ ৰচনাৱলী ) প্ৰকাশ কৰা হয়। দুখৰ বিষয় এই উচ্চমান-বিশিষ্ট গ্ৰন্থখনিয়ে পঢ়ুৱৈ-সমাজৰপৰা উপযুক্ত সঁহাৰি নেপালে।

## গুৱাহাটী সৱিতা সভা

গুৱাহাটী সৱিতা সভাৰ লগত মোৰ সম্পৰ্ক বহু বছৰীয়া গাথীৰে-কলে সনা বিধৰ। এই সভাৰ সদস্যসকলৰ লগত মোৰ তেজৰ সম্পৰ্ক নহলেও মনৰ সম্পৰ্ক নিবিড় আৰু মধুৰ। এওঁলোকৰ লগত হোৱা আলোচনা-বিলোচনাই মোৰ বানপ্ৰস্থী জীৱনত সততে জীণ দি আহিছে।

১৯৫৩ চনত গুৱাহাটীৰ এই সৱিতা সভা অসম সাহিত্য সভাৰ শাখাসভা ভুক্ত হয়। ৰবাচলতে এই সভাই তাহানিৰ গুৱাহাটী অ-ভা-উ-সা সভাৰ উত্তৰাধিকাৰী স্বৰূপে স্থান অধিকাৰ কৰি লয়। অসম সাহিত্য সভাৰ কৰ্মকৰ্তাসকলৰ নিষ্ক্ৰিয়তাৰ বাবেই হওক বা আন কাৰণতেই হওক এসময়ত অসমৰ প্ৰায় সকলো ঠাইতে অসম সাহিত্য

সভাৰ শাখাবোৰৰ জীৱন-বন্তি হুমাই গৈছিল। গুৱাহাটী অ-ভা-উ-সভাবো হাড়ত বন গজিছিল। সাহিত্য সভাৰ ছিলং অধিবেশনৰ আগে আগে গুৱাহাটীৰ জনচেৰেক ডেকা অধ্যাপকে আগভাগ লৈ সাময়িকভাৱে গুৱাহাটী সাহিত্য সভা নাম দি এখন শাখা সভা গঠন কৰিছিল। এই সভাৰ সভাপতি আছিল অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু আৰু সম্পাদক শ্ৰীউমাকান্ত শৰ্মা ( প্ৰাক্তন শিক্ষা-সঞ্চালক )। সাহিত্য সভাৰ ছিলং-পৰ্ব সমাপ্ত হোৱাৰ লগে লগে সেই সভাবো মূল উদ্দেশ্য পূৰ্ণ হয়। তেতিয়া বিহগী কবিৰ নেতৃত্বত সেই সকলেই সভাখনক নতুন নামকৰণ কৰি স্থায়ী ৰূপ দিবলৈ এখন সভা আহ্বান কৰে। পুৰণি অ-ভা-উ-সা সভা নামটোত এটা আকৰ্ষণ আছিল যদিও মৰি ভছম্ উঠা সভাখনক টানি-আজুৰি মৈদামৰপৰা খান্দি উলিয়াবলৈ কোনেও মত নিদিলে। সেই পুৰণি সভাৰ একমাত্ৰ সদস্য আছিল বিহগী কবিজনাহে। তেৰোঁ নতুনৰহে পক্ষপাতী হ'ল। আলোচনা-বিলোচনা হ'ল আৰু কেবাটাও নামৰ প্ৰস্তাব হোৱাৰ পিছত কবি শ্ৰীকমলেশ্বৰ চলিহাই প্ৰস্তাব কৰা মতে 'সৰিতা সভা' নামটো সৰ্বসম্মতিক্ৰমে গৃহীত হ'ল। প্ৰতিষ্ঠাতা সক্ৰিয় সদস্যসকল হৈছে—৺ৰঘুনাথ চৌধাৰী, অতুলচন্দ্ৰ হাজৰিকা, ৺সুৰেন্দ্ৰমোহন দাস, হৰিচন্দ্ৰ ভট্টাচাৰ্য, নবেন শৰ্মা, ৰজনীকান্ত দেৱশৰ্মা, হেমন্ত শৰ্মা, হৰিনাথ শৰ্মা, জিতেন্দ্ৰনাথ বুজৰ বৰুৱা প্ৰভৃতি। আৰম্ভণিৰপৰা তেওঁৰ মৃত্যুৰ দিনলৈকে বিহগী কবি ৰঘুনাথ চৌধাৰী আছিল সৰিতা সভাৰ প্ৰাণস্বৰূপ। সভাৰ কৰ্মকৰ্তা-সকলক সততে দিহা-পৰামৰ্শ দিয়াৰ উপৰিও আৱশ্যকীয় দানা-পানী যোগাই তেওঁ সভাখনক জীপাল কৰি ৰাখিছিল। প্ৰথমবাৰ মোৰ ঘৰত, তাৰ পিছত থিয়েটাৰ ঘৰত আৰু পিছলৈ নিজৰ ঘৰতে কবিয়ে গণেশ পূজাৰ দিনা তেওঁৰ জন্মদিবসৰ দিহা কৰি সদস্যবৃন্দক আৰু বিশেষ-ভাৱে নিমন্ত্ৰিতসকলক হাত-মুখ ধুওৱাৰ উপৰিও সৰিতা সভাৰ এক আকৰ্ষণীয় অনুষ্ঠানৰ দিহা কৰি গুৱাহাটীত বছৰি এক মনোৰম সাহিত্য-পৰিবেশৰ সৃষ্টি কৰিছিল। তদুপৰি সভাৰ বছেৰেকীয়া অধিবেশন, বসন্ত অধিবেশন, মেঘদূত অধিবেশন, শৰৎ অধিবেশন, কবি-সন্মিলনী, আলোচনা-চক্ৰ আদিতে বিশেষক আৰু বিশিষ্ট অতিথিসকলে যোগ দি সভাৰ জেউতি চৰাইছিল। বিহগী কবি আছিল বুঢ়া অধিকাৰ আৰু মই আছিলোঁ ডেকা অধিকাৰ অৰ্থাৎ মৃত্যুদিন অবধি ৰঘুনাথ চৌধাৰী আছিল সৰিতা সভাৰ স্থায়ী সভাপতি আৰু মই আছিলোঁ কাৰ্যকৰী সভাপতি। কবিজনা স্বৰ্গী হোৱাত বন্ধুসকলে মোৰ ডিঙিতে জগন্নথীয়া মালাধাৰ ওলোমাই দিছিল। তেতিয়াৰ পৰা আজি এবছৰ আগতে ( ১৯৭৭ ) এই মালা বিসৰ্জন দি মই গধুৰ গাটো পাতল কৰি লৈছো।

পাতনিৰ পৰা ১৯৭৭ চনলৈ সভাৰ মুল বিষয়বৰীয়াসকল হৈছে :

সভাপতি—ৰঘুনাথ চৌধাৰী, শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

কাৰ্যকৰী সভাপতি—শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, ড° শ্ৰীহৰিশ্চন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীৰজনীকান্ত দেৱশৰ্মা

উপসভাপতি—সুৰেন্দ্ৰমোহন দাস, শ্ৰীমতী বিমলা দেৱী

প্ৰধান সম্পাদক—শ্ৰীনবেন শৰ্মা, শ্ৰীহৰিচন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীহৰিনাথ শৰ্মা, শ্ৰীহেমন্তকুমাৰ শৰ্মা, শ্ৰীগুভ বৰুৱা, শ্ৰীকনকচন্দ্ৰ ডেকা, শ্ৰীনগেন্দ্ৰনাথ শৰ্মা, শ্ৰীগোবিন্দচন্দ্ৰ মহন্ত, শ্ৰীৰামচৰণ ঠাকুৰীয়া, শ্ৰীঅতুলচন্দ্ৰ বৰুৱা, গুৰুদত্ত ভাগৱতী, ৰোহিণী কুমাৰ শৰ্মা প্ৰভৃতি।

এই সভাৰপৰা ভাগে কেইজন গুণী-জ্ঞানী আৰু বিজ্ঞ লোকক সম্বৰ্দ্ধনা জনোৱা হৈছে। সেইসকলৰ ভিতৰত মযো তিনিবাৰ মানুনিব যশা-চক পাইছোঁ। সম্বৰ্দ্ধিতসকলৰ ভিতৰত আছে: কবি দুৰ্গেশ্বৰ শৰ্মা, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, ডঃ প্ৰফুল্লদত্ত গোস্বামী, জ্ঞাননাথ বৰা, শ্ৰীতীৰ্থনাথ শৰ্মা, উপেন্দ্ৰ লেখাৰু, বাগ্মীবৰ নীলমণি ফুকন, ডঃ পদ্মেশ্বৰ গগৈ, ডঃ ভিষেশ্বৰ শৰ্মা, গিৰিধৰ শৰ্মা, ডঃ মুকুন্দমাধৱ শৰ্মা, ডঃ নগেন আচাৰ্য, ডঃ হেমন্তকুমাৰ শৰ্মা, মহামহোপাধ্যায় শ্ৰীবিপিনচন্দ্ৰ গোস্বামী আৰু আচাৰ্য শ্ৰীমনোৰঞ্জন শাস্ত্ৰী প্ৰভৃতি।

অসম সাহিত্য সভাৰ বিভিন্ন উপলক্ষত পতা সভাবোৰৰ উপৰিও দুখন আকৰ্ষণীয়া অনুষ্ঠান পাতি 'হাজৰিকাৰ সাহিত্য-প্ৰতিভা' আৰু 'বিচিত্ৰনাৰায়ণ দত্তবৰুৱা স্মৃতিগ্ৰন্থ' উন্মোচন কৰা হয়। প্ৰথমখন উপলক্ষে 'কুৰুক্ষেত্ৰ' নাটৰ অভিনয় কৰা হয়। সেই সভা উদ্বোধন কৰিবলৈ আহিছিল তেজপুৰ নিকামুল সত্ৰাধিকাৰ গহনচন্দ্ৰ গোস্বামীদেৱ।

সৰিতা সভাৰ গ্ৰন্থসমূহ হৈছে: (১) বেজবৰুৱাৰ সাহিত্য-প্ৰতিভা (২) পোহাৰি-বৰুৱাৰ সাহিত্য-প্ৰতিভা, (৩) চৌধাৰীৰ সাহিত্য-প্ৰতিভা (৪) হাজৰিকাৰ সাহিত্য-প্ৰতিভা (৫) জীৱনীমালা (সত্যনাথ বৰা আৰু কালিৰাম দকবাৰ জীৱনী) (৬) নেওগ-তৰ্পণ (৭) বক্তজৰা (৮) বিচিত্ৰনাৰায়ণ দত্ত বৰুৱা স্মৃতিগ্ৰন্থ। (৯) সৰিতা-বাণী (১০) সঙ্গীত-সাধক শশীকান্ত (১১) কৰ্মযোগী গিৰিধৰ শৰ্মা প্ৰভৃতি।

## সামৰণি

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকল আৰু মূল সভাৰ সম্পৰ্ক গছ আৰু সৰি পৰা গছৰ গুটিৰ সম্পৰ্কৰ নিচিনা। সেয়ে হলেও মৰমৰ কৰাল যাৱজ্জীৱন লাগি থাকে। মই পলাশবাৰীত প্ৰাক্তন হোৱাৰ পিছতো গোৱালপাৰা, নলবাৰী, তেজপুৰ, বৰপেটা, বঙিয়া, মঙলদৈ, অভয়াপুৰী, আৰু গুৱাহাটী আদি ঠাইত অনুষ্ঠিত হোৱা সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশনবোৰত অতিথি হৈ যোগ দি মই স্বৰচিত কবিতা পঢ়িছিলোঁ, জন সমুদ্ৰত অৱগাহন কৰি তীৰ্থফল লাভ কৰিছোঁ। তেজপুৰ আৰু গুৱাহাটীত অধিৱেশন উদ্বোধন কৰিছোঁ। এইবোৰ অধিৱেশনৰ স্মৃতি চেপাচোবোকাকৈ 'স্মৃতিৰ পাপৰিৰ' দুটা পাপৰিত আৰু 'ৰূপলেখা'ৰ পাৰ্শ্বজ্যোতিবোৰত ব্যক্ত কৰা হৈছে। কোনো ঠাইৰে ভিতৰ-চৰাত বা বিষয়-বাছনী সভাত সোমোৱা নাছিলোঁ বুলিলেই হয়, কিয়নো বিষয়-বাছনী সভাত বাক-বিতণ্ডাৰ উত্তাপ ইমান বেছি হয় যে মোৰ দৰে নিশ-কতীয়া মানুহ তাত ঠাইবিধ পৰাটোৱে টান। সাম্প্ৰতিক কালত সভাৰ কাম-কাজ বাঢ়িছে, আগতকৈ পৰিসৰ বাঢ়িছে, চৰকাৰী অনুদান বাঢ়িছে, জাতি-বৰ্ণ নিৰ্বিশেষে ৰাইজৰ সহযোগ বাঢ়িছে আৰু মন্ত্ৰীৰ পৃষ্ঠপোষকতাও বাঢ়িছে। ব্যাপকতা যথেষ্ট বাঢ়িছে যদিও সেই পৰিমাণে গভীৰতা বঢ়া নাই যেন মনে ধৰে। বিষয়-বাছনী সভাৰ বাহিৰে-ভিতৰে ভোট-যুদ্ধৰ উপদ্ৰৱ ইমান বেছি হয় যে বহুত নিৰ্দ্ধু সাহিত্য সেৱী বৰতে মাম হৈ পলায়ন কৰে। মোৰ কাৰ্যকাল ছোৱাত ভোটৰ উপদ্ৰৱ একেবাৰে নাছিল। সকলো কাম সন্মিলিতভাৱে কৰা হৈছিল। এতিয়া অসমত যেনেকৈ দল গঢ় লৈছে, মানুহবোৰো গঢ় লৈছে, ৰাজনীতিয়ে আৰু গণতন্ত্ৰই সকলোকে হেঁচা মাৰি ধৰিছে।

সি যি নচওক ওপৰত নাম লোৱা সভা কেইখনৰ উপৰিও আৰু খনচেৰেক সভা বা অনুষ্ঠানৰ লগত মই জীৱনৰ কম-বেছি একোছোৱা কাল সাঙোৰ খাই পৰিছিলো। সেই সম্পৰ্কেও কবলগীয়া প্ৰিয়-অপ্ৰিয় অনেক কথাই আছে। ভৰাৰ ওপৰত ভৰা দি কেদেলী-পুৰাণ দীঘল নকৰি সেই বোৰৰ নামকেইটা মাথোন উল্লেখ কৰো :

(ক) সাহিত্য একাডেমী ( উপদেষ্টা বোৰ্ডৰ সদস্য )

(খ) গুৱাহাটী আকাশবাণী ( „ )

(গ) অসম সঙ্গীত নাটক একাডেমী ( উপসভাপতি )

(ঘ) গুৱাহাটী বিশ্ববিদ্যালয় কোৰ্ট ( সদস্য )

(ঙ) অসম প্ৰকাশন পৰিষদ ( কাৰ্যনিৰ্বাহক সদস্য )

(চ) জ্যোতি সোঁৱৰণী সংস্থা ( কাৰ্যনিৰ্বাহক সদস্য )

(ছ) কামৰূপ নাট্য সমিতি ( সভাপতি )

(জ) ভাৰতীয় জ্ঞানপীঠ ( আঞ্চলিক সদস্য )

(ঝ) ভগৱতীপ্ৰসাদ বৰুৱা ভৱন অবৰক্ষণ সমিতি ( সভাপতি )

আৰু বহুতৰ নামকে পাহৰিছো। শৰাইঘাট সাকোঁৰে বৰলুইতৰ দক্ষিণপাৰ-উত্তৰপাৰ সংলগ্ন কৰাত বিহু, ৰাসোৎসৱ, স্কুলৰ বটা-বিতৰণী আদি নানা তৰহৰ উৎসবলৈ এসময়ত উদ্বোধক, মুখ্য অতিথি আদিৰ ভূমিকা লৈ তাত-বাটি কাঢ়িছিলো। মালা পিন্ধিছিলো। মাননিৰ মলা-চৰা লৈছিলো, লগে-ভাগে ভোজ-ভাত খাইছিলো। সেইবোৰ স্মৃতি ৰোমন্থন কৰি আজিও মনত পৰমানন্দ লাভ কৰোঁ। প্ৰায়েই দিনতীয়াকৈ গৈছিলো, কাচিতহে ৰাতিৰ অতিথি সাক্ষাৎ দামোদৰ হৈছিলোঁ।

উল্লেখযোগ্য যে মই ওৰে জীৱনে ৰাজনীতিৰ চাৰি ঢাপৰপৰা আলৰি কাটি আছো। কোনো দিনে কোনো ৰাজনৈতিক অনুষ্ঠানৰ লগত লেটিপেটি কৰা নাই। অৱশ্যে মহাত্মা গান্ধী, বেজবৰুৱা আৰু অম্বিকাগিৰীৰ মানৱতাবাদী আৰু জাতীয়তাবাদী দৃষ্টিভঙ্গী আৰু মতবাদত অনা-অনুষ্ঠানিকভাৱে মই সমৰ্থক হৈ আহিছো। স্বতন্ত্ৰীয়াভাৱে লেখনীৰ মাধ্যমেৰেহে মই মোৰ বক্তব্য প্ৰকাশ কৰি ভাল পাওঁ।

চৰকাৰী চাকৰিৰপৰা অৱসৰ লোৱাৰ পিছত এবাৰ এটা ৰাজনৈতিক দলে লোক-সভাত আসন এখনত ধন-জন দি সহায় কৰি মোক থিয় কৰাবলৈ আলেঙে আলেঙে টুকুৰিয়াই চাইছিল। পিছে মই দূৰৰপৰাই এটি সেৱা জনাই যুৰ জোকাৰিলো। বলে নোৱাৰা শিলক পৰি নমস্কাৰ। আৰু এবাৰ 'পিচ কাউন্সিল'ৰ প্ৰতিনিধি হৈ মস্কোলৈ যাবলৈ নিমন্ত্ৰণ আহিছিল। বিদেশ ভ্ৰমণত লোভনীয় টোপটো দেখিও মোৰ গা ছুটিল মই সদায় বিশ্বশান্তিকামী হলেও বিশেষ গোষ্ঠীভুক্ত শান্তিকামী হ'বলৈ মোক বিবেকে বাধা দিলে। মূলতে মোৰ যোৱা নহ'ল। মোৰ সলনি বাগ্মীবৰ কৰাই বিদেশত বগৰপাই আহিলগৈ।

: সভাপৰ্ব সমাপ্ত :

# ওপৰঞ্চি খণ্ড : গুৱাহাটী পৰ্ব

## গুৱাহাটীৰ লেছেৰি বোটলা

গুৱাহাটীৰ কথা বুলিলে এখন সৰু মহাভাৰতৰ কথা বুলিব পাৰি। মহানগৰী গুৱাহাটীৰ কথা বাদেই, তাৰ আগৰ গুৱাহাটীৰ পেটতে কমবোৰ কথা সোমাই আছে নে? আজিকালি আমাৰ বোপা-ককাৰ পিণ্ড দিবৰ সময়ত নিজৰ উপৰিপুৰুষ কেইজনৰ নাম বিচাৰি চলাথ কৰিব লাগে আৰু অৱশেষত 'যথাস্থান' বুলি পাল মাৰি কামফেৰা সমাধা কৰা হয়। নিজৰ বেলিকাই যদি এনে অৱস্থা, আনৰ বেলিকা কি হ'ব সহজে অনুমেয়। এনে স্থলত দেশৰ পুৰণি কথাবোৰ জানিবলৈ আগ্ৰহ নোহোৱাটোৱেই স্বাভাৱিক। জনা কথাবোৰো আমি ক্ৰমাৎ নজনা হৈ আহিছোঁ।

বিভিন্ন দিশ সামৰি, আদ্যোপান্ত বিৱৰি গুৱাহাটীৰ সকলো কথা এটা প্ৰবন্ধৰ ঠেক পৰিসৰত লিখি শেষ কৰাটো সম্ভৱো নহয়, তথাপি ফুটুকাত হাতী ভৰোৱাৰ নিচিনা প্ৰাক-গুৱাহাটী মহানগৰীৰ আধাৰচেৰেক কথা খপিয়াই খপিয়াই লিখিবলৈ লৈছোঁ।

জয়জয়ন্তে মনত ৰাখিব লাগিব যে অতীতৰ দুটা ৰূপ, বৰ্তমানৰো দুটা ৰূপ। ওচৰ অতীত, দূৰ অতীত আৰু ওচৰ বৰ্তমান, দূৰ বৰ্তমান। ইফালে আকৌ একেখন গুৱাহাটীক বিভিন্ন দিশৰপৰা নিৰীক্ষণ কৰিব পাৰিলেহে সমগ্ৰ ৰূপটো প্ৰকট হৈ উঠাত সুবিচাৰ কৰা হব। এই দিশবোৰ হৈছে বুৰঞ্জী, ভূগোল, শিক্ষা-সংস্কৃতি, অৰ্থনীতি, ৰাজনীতি আদি নানা তৰহৰ। গুৱাহাটীৰ সকলোবোৰ কথা জুকিয়াই একে ঠাইতে সন্নিৱিষ্ট কৰাটো মোৰ দৰে এলাপেচা লেখকৰ কাম নহয়।

পুৰাণপ্ৰসিদ্ধ প্ৰাচীন প্ৰাগজ্যোতিষপুৰ নগৰ বা বৰ্তমান অসমৰ অস্থায়ী ৰাজধানী গুৱাহাটী মহানগৰী। 'পঞ্চতীৰ্থ' নামেৰে জনাজাত অলেখ মঠ-মন্দিৰ, পীঠ-মহাপীঠ, তীৰ্থ-স্থানেৰে ভৰপূৰ এই নগৰখনি। সেয়েহে 'ফুলনি'ৰ মালী চলিহাদেৱে এদিন গাইছিল :

"উমানন্দ সন্ধ্যাচলে,
অশ্বক্লান্ত নীলাচলে
ধ্যানমগ্ন যোগীবেশে কিৰণ-তপ সানে,
( নিতে ) গিৰি-গুহা জিনি আছে
গহীন গভীৰ টানে।"

গুৱাহাটীৰ পুৰণি কথা, নতুন কথা লৈ এখন বিষয়কোষৰ সৃষ্টি হ'ব পাৰে। এই কথাবোৰৰ লগত সানপোতক হৈ থকা সাধুও অলেখ।

গুৱাহাটীক পঞ্চতীৰ্থ বোলা হয়। এই গুৱাহাটী মানে উত্তৰ গুৱাহাটী আৰু দক্ষিণ গুৱাহাটীক লৈ আগৰ দিনৰ বৰগুৱাহাটী। পঞ্চতীৰ্থৰ মাজত হাড় পেলাব পাৰিলে স্বৰ্গলাভ

হয় বুলি ধৰ্মপ্ৰাণ হিন্দুসকলে বিশ্বাস কৰে। সেই কাৰণে পঞ্চতীৰ্থৰ মাজত মৰিবলৈ আমাৰ ককা-আইতাহঁতে হামবাও কাঢ়ি আছিল। এতিয়া অৱশ্যে ঘাইকৈ বিজ্ঞানৰ কৰিংফুটা পোহৰত মানুহৰ মনৰ পৰা আগৰ ধৰ্মভাব টুটি আহিছে।

পঞ্চতীৰ্থ গুৱাহাটীত কেৱল যে পাঁচখন তীৰ্থহে আছে এনে নহয়। ইয়াত কিমান তীৰ্থ আছে সঠিকভাবে কোৱাটো টান। কালিকা-পুৰাণত কোৱা হৈছে "অন্যত্ৰ বিৰলা দেবী, কামৰূপে গৃহে গৃ'হ।" দেৱীৰ লগত অৱশ্যে দেৱতাও আছে। পঞ্চতীৰ্থৰ তীৰ্থবোৰ হৈছে: দক্ষিণপাৰৰ চিত্ৰাচল (নৱগ্ৰহ), উমাচল, ছত্ৰাকাৰ (মংগলচণ্ডী), ভস্মাচল (উমানন্দ), উগ্ৰতাৰা, শুক্ৰেশ্বৰ, বাণেশ্বৰ, নীলাচল (কামাখ্যা), সন্ধ্যাচল (বশিষ্ঠাশ্ৰম) গণেশগুৰিৰ গণেশ আৰু পাণ্ডুনাথ আদি। উত্তৰপাৰত অশ্বক্লান্ত, কদ্ৰেশ্বৰ, মণিকৰ্ণেশ্বৰ দীৰ্ঘেশ্বৰী আদি।

মাজুলিৰ চাৰিখন সত্ৰক যেনেকৈ ৰাজসত্ৰ-বোলা হয়, তেনেকৈ গুৱাহাটীৰ পাঁচখন ৰজাতীৰ্থক পঞ্চতীৰ্থ বোলা হয়। এই পাঁচখন ঘাই তীৰ্থ হৈছে: কামাখ্যা, উমানন্দ, শুক্ৰেশ্বৰ, বশিষ্ঠাশ্ৰম আৰু অশ্বক্লান্ত।

ওপৰত উল্লেখ কৰা প্ৰতিখন তীৰ্থৰে নিজা সাধু আছে। জন্ম-কাহিনীৰ মনোৰম আখ্যান, উপাখ্যান আছে। এই সাধুবোৰৰ কিছুমান সঁচা, কিছুমান মিছা আৰু কিছুমান আধা সঁচা। এই তীৰ্থভূমি গুৱাহাটীৰ কথা কালিকা-পুৰাণ, যোগিনীতন্ত্ৰ, হৰ-গৌৰী সংবাদ আদি প্ৰাচীন গ্ৰন্থবোৰত সিঁচৰতি হৈ আছে।

দূৰ অতীতৰ প্ৰাগজ্যোতিষৰ নৃপতিসকলৰ ভিতৰত ৰামায়ণ-মহাভাৰতৰ দিনৰ নৰকাসুৰ ভগদত্ত আৰু তাৰ পিছৰ কালছোৱাৰ অতি বিখ্যাত কুমাৰ ভাস্কৰবৰ্মা, শংকৰাদিৰ আদিৰ বিষয়ে যিমান জানিব লাগে, সিমান আমি নজানো। বেজবৰুৱাৰ সুৰতে সুৰ মিলাই 'বীণবৰাগী'ক ক'বৰ মন যায়:

"শুনা ঐ বৰাগী আনন্দ কাহিনী
অসমৰ যশৰাশি,
হিয়া মোৰ হেৰ বলবন্ত হ'ক
পৰাণ উঠক উলাসি।
বান ভগদত্ত নৰকাসুৰৰ
ভীমৰৰ গুণ গা,
ভাস্কৰবৰ্মাৰ কীৰিতি সুন্দৰ
শুনো হেৰ বীণ বা।
শংকৰাদিবে কেনাৰ বজাক
কেনেকৈ জিনিলে শুনা,
পাৰস্ত সম্ৰাট আক্ৰমিবাবেৰে
যুঁজিলে কেনেকৈ জনা।"

কনকলাল বৰুৱা ডাঙৰীয়াৰ Early History of Kamrup গ্ৰন্থত এই নৃপতিসকলৰ

ধাৰাবাহিক চমকপ্ৰদ বিৱৰণ দিয়া হৈছে। ভাস্কৰবৰ্মা ৰজাৰ হংসবেগ কটকীয়ে ভাৰতৰ ৰাজচক্ৰৱৰ্তী শিলাদিত্য ৰজালৈ সম্প্ৰীতি, সন্দেশ লৈ যোৱা ভেটী-ভাৰৰ তালিকালৈ চকু দিলেই সেই সময়ত প্ৰাগজ্যোতিষৰ সৌষ্ঠৱ-সমৃদ্ধিৰ আভাস পোৱা যায়। সেই সামগ্ৰীবোৰ আছিল এনে ধৰণৰ: হীৰা-মুকুতা খটোৱা বহুমূলীয়া অলংকাৰ, বেতৰ কপাৰ ভিতৰত দিয়া ধুনীয়া ধুনীয়া পাটৰ কাপোৰ, কৃষ্ণসাৰ পহুৰ ছালৰ সোণখটোৱা সঁজুলি, হৰিণা পহুৰ আকৃতিৰে সজা কোমল গাৰু, আন আন খোৱা সঁজুলি, বেতেৰে সজা বহা আসন, সাঁচি-পতীয়া পুথি, তামোল গছৰ পাতেৰে সজা টোমৰ ভিতৰত দিয়া ৰঙা, বগা, সেউজীয়া বৰণৰ ফল, সুগন্ধি আৰু মৌ মিঠা আমৰ ৰস, অগৰু, তেল, হৰিচন্দন, ক'লা অগৰু, বগা কৰ্পূৰ, মৃগনাভি কস্তুৰী, নানাবিধ ফল, লংগছৰ ফুল, জাইফল, নানাবিধ মহীচৰা আৰু ক কত কি? তদুপৰি আছিল গলত সোণৰ শিকলি লগোৱা কিন্নৰ জাতীয় এহাল মানুহ, এহাল বনমানুহ, দুটা জলমানুহ, পোৱালমণিৰ পিজৰাত এযোৰ চাকৈ-চকোৱা, মইনা, ভাটৌ আদি চৰাই, গজমুকুতা খটোৱা হাতীদাঁতৰ কুণ্ডল আদি। এইবোৰ বস্তুৰ পৰাই' সেই কালৰ কামৰূপ কেনে চহকী আছিল আৰু তাত কিমান আপুৰুগীয়া বস্তু পোৱা গৈছিল তাৰে এটা আভাস পোৱা যায়।

ধুঁৱলিকুঁৱলী অতীতৰ কথাবোৰ বাদ দি যদি আহোম যুগত সোমোৱা যায় তেন্তে এতিয়াও বুৰঞ্জীয়ে বহু কথা ক'ব পাৰে। তথাপি আমি জানো কিমান? বুটিছ অহাৰ পূৰ্বে বুৰঞ্জীৰ ভিন্ ভিন্ সময়ত এই গুৱাহাটী নগৰৰ কোন ঠাইত কোন প্ৰসিদ্ধ লোক আছিল এই কথা জানিবৰ বাবে সকলোৰে মন যায়। কিন্তু কোনে কব? ভাস্কৰবৰ্মা ৰজাৰ ৰাজচ'ৰা কোন ঠাইত আছিল? মহাবীৰ ভগদত্তৰ জীয়াৰী ভানুমতী আইদেউৰ কুঁৱৰীটোল ক'ত আছিল? মোগলবিজয়ী লাচিত বৰফুকনৰ ৰাজহাউলি কোনখিনিত আছিল? বদন বৰফুকনৰ দুজন আধাকটা পুতেক অগ্নি-পিয়লিয়ে কোন ঠাইত বলিয়া দৰ্ভাল মেলিছিল? এইবোৰ নানা কথা জানিবলৈ সকলোৰে মন যায়। প্ৰশ্ন আছে, কিন্তু সঠিক উত্তৰ নাই। উত্তৰ দিব পৰা লোকৰ সংখ্যা সময়ৰ লগে লগে টুটি আহিছে। উত্তৰ জনাৰ প্ৰতি কাৰো বিশেষ আগ্ৰহো দেখা নেযায়। তুমুল জীৱন-সংগ্ৰামত ব্যস্ত হৈ আজিৰ মানুহে আগলৈ খোজ দিবলৈহে যত্ন কৰিছে। পাছফালে উভতি চাবৰ বাবে কাৰো সময় নাই, আগ্ৰহো নাই। অতীত মৰিল গ'ল, তাৰ কথা অন্ত হ'ল।

গুৱাহাটীৰ যেনেকৈ বেটযৰা বুৰঞ্জী আছে, তেনেকৈ ভূগোলো আছে। ওপৰত উল্লেখ কৰা হৈছে যে গুৱাহাটীৰ পুৰণি নাম প্ৰাগজ্যোতিষপুৰ। বৰ্তমানে জিলিকি উঠা দিছপুৰ (দিষপুৰ) নামটো প্ৰাগ্‌জ্যোতিষপুৰ নামৰ কলপ সলনি হৈ হৈছে। কালক্ৰমত প্ৰাগ্‌-জ্যোতিষপুৰ নাম গুচি গুৱাহাটী নাম হ'ল। গুৱাৰ হাটি বা গুৱাৰ হাটী হোৱাৰ বাবে এই নাম হ'ল বুলি কোৱা হয়। গুৱাহাটীত বহুত পৰ্বত থাকিলেও উল্লেখযোগ্য গুহা নাই। সেই কাৰণে গুহাহাটীৰ পৰা গুৱাহাটী হ'ল বুলি ক'ব নোৱাৰি কিন্তু অসমীয়া মানুহৰ আগত তামোলৰ গুণ বিবৰি ক'ব নালাগে। গুৱাহাটীত ধপাতৰ বাহিৰে তামোলখনৰ উপাদান গুৱা বা তামোল, চুণচালিত চুণ, পাণবাৰীত পাণ আছে। এতেকে বৰপেটাৰ হাটীবোৰৰ দৰে

গুৱাৰ পাছত হাটী প্ৰত্যয় হোৱা লাগি গুৱাহাটী নামটো সিদ্ধ হৈছে বুলি সহজে বিশ্বাস কৰিব পাৰি। এই গুৱাহাটীৰ চাৰিসীমা সম্পৰ্কে একে ঠাইতে থকা নাই। মই ল'ৰাকালত যিখন গুৱাহাটী দেখা পাইছিলোঁ, সেই গুৱাহাটী আজিৰ গুৱাহাটী মহানগৰীৰ এটা সৰু অংশহে মাথোন। প্ৰকৃত গুৱাহাটীৰ চাৰিসীমা কি? এই বিষয়ে পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে তেওঁৰ 'ডায়েৰী'ত লিখি থৈ যোৱা টোকাৰ পৰা আভাস এটা পাব পাৰি :*

গোস্বামীদেৱে লিপিবদ্ধ কৰি যোৱা টোকাটোৰ পৰা জনা যায় যে ছিৱেনচাঙৰ দিনৰ পৰা আহোম ৰজাৰ দিনলৈকে গুৱাহাটী নগৰখন অলেখ সৰু-বৰ জলাশয়েৰে পৰিপূৰ্ণ আছিল। এই নগৰত কিমান বিল-খাল পুখুৰী-জান আছিল তাৰ লেখ নাই—অলেখ। এইবোৰে মাছপুঠিৰ যোগান ধৰাৰ উপৰিও নগৰখনৰ সৌন্দৰ্য বৃদ্ধিতো সহায় কৰিছিল। বিশুদ্ধ বায়ুৰ মুকলি বাতাবৰণো সৃষ্টি কৰিছিল। কেবাটাও ভুঁইকঁপৰ ফলত তলৰ মাটি ওপৰ হ'ল। খাল বাম হ'ল। বহুত বিল-পুখুৰীৰ চিনচাবো নাইকিয়া হ'ল। এই বিল-খালবোৰৰ লগতো ডালেখিনি বুৰঞ্জীৰ সমল লিপিট খাই আছিল। সেইবোৰতো নষ্ট হ'লেই, কোনেও ক'তো একো লিখি নৰখাৰ বাবে আজি পুৰণি বিলপুখুৰীবোৰৰ আঁতিগুৰি পাবলৈকে টান হৈছে।

মই সৰুতে গুৱাহাটীৰ পল্টন বজাৰত আৰু ছিলং আলিৰ দুয়ো দাঁতিত দুখন চলাবিল দেখা পাইছিলো। এখন বৰচলা আৰু আনখন সৰুচলা। বিল দুখনৰ মাজত পানী-দুৱাৰ আছিল। এখনৰ পানী আনখনলৈ দুৱাৰ খুলি বোৱাই দিব পৰা গৈছিল। মনত পৰে, মোৰ ল'ৰাকালত বাইহঁতে খালৈ ভৰাই মাৰি অনা চলাবিলৰ নানা জাতৰ মাছলৈ। সেই মাছবোৰ খাবলৈ যিমান ভাল লাগিছিল, চাবলৈও ভাল লাগিছিল তাতকৈ বহু গুণে বেছি। এই চলাবিল দুখন অক্ষত অৱস্থাত ৰাখি সজাইপৰাই তুলিব পৰা হ'লে মেঘালয়ৰ ৱাৰ্ডলেক, বৰপানীলেক, নগাঁৱৰ জোঙালবলহু মীনপামৰ দৰে ইও আজি দৰ্শক-পৰ্যটকক বিনামূলীয়াকৈ মনোৰঞ্জন কৰিব পাৰিলেহেঁতেন। মাটিখকুৱা মানুহে এই চলাবিলৰ অপমৃত্যু ঘটালে। মেঘদূত চিনেমাৰ পাছফালে এতিয়া ইয়াৰ নিচেই সৰু অংশ এটাই চলাবিল নামটো লৈ কান্দি আছে।

চহৰৰ মাজমজিয়াতে থাকি আজিও দীঘলী পুখুৰীটোৱে ভাবুকৰ মনত নানা চিন্তাৰ বুৰবুৰণি তুলি আছে। এই পুখুৰীৰ নিৰ্ভুল ইতিবৃত্ত কওঁতা আজি আমাৰ মাজত নাই। এটা চলিত জনবিশ্বাসমতে ভগদত্ত ৰজাৰ দিনতে হেনো এই পুখুৰীৰ জন্ম হৈছিল আৰু এই পুখুৰীৰ পাৰত হেনো দলদোপ হেন্দোলদোপকৈ ৰাজকুঁৱৰী ভানুমতীৰ সয়ম্বৰ অনুষ্ঠিত হৈছিল। এই দীঘলী পুখুৰী এসময়ত আৰু বেছি দীঘল আছিল বুলি ধাৰণা কৰিব পাৰি। দক্ষিণফালে ই ৰেলষ্টেচনলৈ আৰু উত্তৰ ফালে ব্ৰহ্মপুত্ৰৰ কাষ চাপিছিল হ'ব পায়। আমবাৰীত পোত গৈ থকা মূৰ্তিবোৰ ওপৰলৈ উঠি অহাত এই পুখুৰীৰ পাৰত এসময়ত এখন দেৱালয় থকা বুলিও ইংগিত পোৱা গৈছে। অসম ৰাজ্যিক সংগ্ৰহালয়ৰ পাছফালে বেলৰ

---

* 'স্মৃতিৰ পাপৰি ; গুৱাহাটীৰ ভূগোল' দ্ৰষ্টব্য

মাটিত কেইটামান খাল আছিল। এই খালবোৰো এসময়ত দীঘলী পুখুৰীৰে দক্ষিণ অংশ আছিল বুলি ভাবিব পাৰি।

দীঘলী পুখুৰীৰ পশ্চিমে পাণবজাৰত সৰু সৰু দুটা পুখুৰী আজিও আছে। এটা ডনবস্ক ছুলৰ উত্তৰকালে থকা নাগকটা পুখুৰীটো যথাচলতে নাগপোতা পুখুৰীহে। ইয়াক বজাৰিনীয়া পুখুৰী বুলি ঠাৱৰ কৰিও হেনো বুৰঞ্জীবিদ কনকলাল বৰুৱাৰো ধাঁধিগুৰি বিচাৰি নেপালে বৰ্তমানে ইয়াৰ চাৰিওপাৰ চেপি আনি ডাঙৰ খাল এটাত পৰিণত কৰা হৈছে। আনটো পুখুৰী পুলিচ চাহাবৰ চৌহদত থকা হাতীখাল পুখুৰী। এই পুখুৰী আহোম ৰজাই উমানন্দ মন্দিৰক উছৰ্গা কৰি দিছিল। এই পুখুৰীত বৰফুকনৰ হাতীশালৰ হাতীক গা ধুওৱা হৈছিল হ'ব পায়। সেই কাৰণেই হাতীখাল হ'ল। কালক্ৰমত বৰফুকন গ'ল। বৰফুকনৰ হাতীও গ'ল। হাতীখাল নামটোও তল পৰিল। পদুম ফুলেৰে উপচি থকাৰ কাৰণে ইয়াক আমি পদুম পুখুৰী বুলিহে জানিছিলো।

নগৰৰ পূবপ্ৰান্তত আৰু দুটা বজাদিনীয়া পুখুৰী আছে—নৱগ্ৰহ পুখুৰী আৰু উগ্ৰতাৰা পুখুৰী। শিলপুখুৰী নামেৰে জনাজাত পুখুৰীটোৱেই নৱগ্ৰহৰ পুখুৰী। নৱন গ্ৰহৰেইতাৰ প্ৰতীক স্বৰূপ শিলেৰে পাৰ বন্ধোৱা শিলপুখুৰী নচুকীয়া বা নকোণীয়া। পূৰ্বৰ উগ্ৰতাৰাৰ পুখুৰী আজিকালি যোৰপুখুৰী নামেৰেহে জনাজাত হৈ পৰিছে। বৃটিছ আমোলতহে এটা বৰপুখুৰীৰ মাজেৰে আলি কৰি দুটা পুখুৰী বা যোৰপুখুৰী কৰা হৈছিল। কিন্তু কাৰ দিনত কেতিয়া এই বিভক্তিকৰণ কৰা হৈছিল তাৰ তথ্যপাতি ক'তো সংৰক্ষিত হৈ থকা নাই। এসময়ত এই পুখুৰী লুইতৰ নাওজান আৰু লুইতপৰীয়া বজাৰৰ পদুম পুখুৰীটোৰ লগত সংলগ্ন আছিল বুলি প্ৰাচীনসকলৰ পৰা জানিব পাৰিছিলো। বজাৰৰ পুৰণি পুখুৰীটোৰ সম্প্ৰতি মৃতপ্ৰায় কলথপ কলথপ অৱস্থা। এই পুখুৰী আৰু যোৰপুখুৰীত শনিবাৰ-মঙলবাৰে আৰু মৰশাউলীৰ নিশা সোণৰ নাও ওলোৱা সাধুও শুনিছিলো।

পল্টনবজাৰৰ বেলৰ দাঁতিত (শ্ৰীজীবনানন্দ চৌধুৰীৰ ঘৰৰ সন্মুখত) সৌ সিদিনালৈকে এটা সৰু পুখুৰীয়ে হাঁহি আছিল। এতিয়া তাৰ মৃত্যু ঘটাই সেই মাটিত অগ্নিনিৰ্বাপক বাহিনীক ভোগদখল দিয়া হৈছে। এইদৰে গুৱাহাটীৰ বহু খাল-বিল, হোলা পুতি পানীৰ মাটি কৰা হৈছে। মাছ-কাছ থকা ঠাইত মানুহ থকা পকীঘৰ উঠিছে। এইদৰে কমন বিদ্যালয়ৰ পূবে থকা আমবাৰীত, শ্ৰীবেণুধৰ শৰ্মা থকা বিহাবাৰীত, মৈন তালুকদাৰ থকা শান্তিপুৰত, প্ৰেমনাৰায়ণ, লক্ষ্য চৌধুৰী থকা সোতাবিলত, 'নাৰ্চিং হোমৰ' পূবত থকা আৰ্যবিদ্যাপীঠ আৰু পুলিচ-নিবাস আদি থকা ঠাইত এসময়ত অঠাই সাগৰ আছিল।

চিৰিয়াখানা পথত অৱস্থিত কমাৰ্চ কলেজৰ কাষত এটা ডাঙৰ পুখুৰী আছে। সেই স্থানৰ প্ৰাচীন বুঢ়া মানুহৰ মতে মৈদামৰ বাবে মাটি তোলোঁতে সেই পুখুৰীৰ সৃষ্টি হৈছিল। দামুলী গৰাকী আছিল কোনো এজন বৰফুকনৰ (বদন বৰফুকন?) ৰাজপত্নী। হুঁকীৰ মৃত্যু হোৱাত তেওঁৰ শৱদেহত মাটি দি মৈদাম কৰা হৈছিল। সেয়ে আছিল দামুলীমৈদাম।

পিছত সমগ্র অঞ্চলটোৱে বামুণীমৈদাম নামেৰে জনাজাত হৈ পৰিল। ঠাইখনৰ নামটো বৈ গ'ল যদিও এতিয়া অৱশ্যে প্ৰকৃত বামুণীমৈদামটো ক'ত আছিল চিনাক্ত কৰিব নোৱাৰি।

এই বিল-পুখুৰীবোৰৰ উপৰিও গুৱাহাটী মহানগৰী পৰ্বতেৰে পৰিবেষ্টিত হৈ আছে। ইয়াৰ আশেপাশে মাজবুকতে সৰু-বৰ কিমান পৰ্বত আছে, তাৰো হিচাব নাই। পৰ্বতবোৰৰ বহুতৰ নাম আছে, বহুত আকৌ 'কৰা নক' (ক'ব নোৱাৰো) পৰ্বত। এই সকলো পৰ্বতৰ শিৰৰ কলচী কামাখ্যাৰ ভুবনেশ্বৰী। নাম জনা পৰ্বতবোৰৰ ভিতৰত নামৰ লগত অৰ্থৰ সংগতি বিচাৰি পোৱা টান। অস্বৰ পৰ্বত, কালাপাহাৰ (ক'লা পৰ্বত) নাম কিয় হ'ল জনা নেযায়। কোনো কোনো পৰ্বতৰ আকৌ কিম্বদন্তীমূলক ইতিবৃত্ত আছে। শৰণীয়া পৰ্বতৰ ওপৰত হেনো পৰ্বতীয়া গোসাঁইক তুলি কোনোবা এজন আহোম বজাই হ'কলৈ মুৰ নচপৰোৱাকৈ শৰণ লৈছিল। কইনাধৰা পৰ্বতৰ নায়িকা কোনোবা এজনী অনামিকা কইনাৰ আজি আঁতিগুৰি বিচাৰি উলিয়াব নোৱাৰি। নৱগ্ৰহ পৰ্বতৰ গাতে আউজি থকা কণ্বাচল পৰ্বতৰ নামটো আধুনিক। দৰাচলতে এই পৰ্বতৰ লগত শকুন্তলা-পিতা কণ্ব মুনিৰ কোনো সম্পৰ্ক নাই। এইজনা মুনি পূৰ্বাঞ্চললৈ অহা কোনো প্ৰমাণ বা জনশ্ৰুতিও নাই। পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ মতে এই পৰ্বতটোৰ নাম কণ্বাচল নহৈ শিৱাচলহে হ'ব লগিছিল কিয়নো এই পৰ্বতৰ টিঙত শিৱলিঙ্গ সহ নৱগ্ৰহৰ লগত সংলগ্ন এটা শিৱমন্দিৰৰ ভগ্নাৱশেষ আৱিষ্কৃত হৈছিল। নামনিত থকা গাঁৱৰ নামেৰেও কোনো কোনো পৰ্বতৰ নামকৰণ কৰা হৈছে, যেনে বোন্দা পৰ্বত, খাৰঘুলী পৰ্বত।

বৃটিছ অহাৰ পূৰ্বতে এই গুৱাহাটী নগৰ লতাশিল, ফটাশিল, কুকুৰমুতা (চেনিকুঠী, শিলপুখুৰী) উলুবাৰী, টকৌবাৰী, ভৰলুমুখ আদি বিভিন্ন অঞ্চলত বিভক্ত আছিল। বৃটিছ অহাৰ পিছত উজানবজাৰ, পাণবজাৰ, ফাঁচীবজাৰ, পল্টনবজাৰ, দলংবজাৰ আদি কেইটামান নতুন অঞ্চলেৰে নগৰখন পাশ্চাত্য ভাবধাৰা, যাত্ৰা-থিয়েটাৰ, বঙলা ভাষা, বঙলুৱা আচাৰ-বিচাৰ, পূজা-পাৰ্বন আদিয়েও নগৰখনক বজকৰা কৰাৰ উপৰিও বিজাতৰীয়া কৰি পেলালে। পুৰণিবোৰৰ কিছুমান থাকিল। কিছুমান মৰিল। কিছুমানে সময়ৰ লগত চোতে খব মাৰি মোট সলাই পৰিমাৰ্জিত হ'ল। উজানবজাৰখন আজিকালি গুৱাহাটীৰ এখন টোকোনা বজাৰ। ইয়াত আগৰ দৰে মাছ-পাচলিৰ উজান হুঠে। মানুহবো উজান হুঠে। পাণবজাৰ আৰু ফাঁচীবজাৰৰ বৰ্ণস্যা হ'লে অব্যাহত আছে। কোনো কোনো ভাষা, পণ্ডিতে 'পণ্য'ৰ পৰা 'পাণ' হৈছে বুলি আৰু ফাঁচীৰ সলনি ফেজি হ'ব লাগে বুলি ক'লে সেই কথাত পতিয়ন যাব নোৱাৰি। পল্টন বজাৰত আজি পল্টন নাই। পল্টন নামটো মানুহৰ মুখে মুখে আছে কিন্তু সেই নামেৰে বজাৰ নাই। ভৰলু দলঙৰ পূৱপাৰে থকা দলংবজাৰৰ কথা হাপুৰ দিনৰ বাপুৰ বিয়াৰ কথা। মই বিদেশী কবিৰ পৰাহে এই দলঙৰ নামটো জানিব পাৰিছিলো।

বৰফুকনৰ আমোলত গুৱাহাটীৰ লোকসংখ্যা কিমান আছিল ক'ব নোৱাৰো কিন্তু মান-বৰ্মাৰ আক্ৰমণত আৰু আন প্ৰাকৃতিক দুৰ্যোগত যে এই লোকসংখ্যা বহু পৰিমানে টুটি গৈছিল তাত সন্দেহ নাই। বৃটিছ আহি দেশত বহাৰ পিছত আন এটা দুৰ্যোগ ঘটিছিল। সেইটো হৈছে বগাবতালে আত মৰাৰ ভয়। সেই ভয়তে বা আশংকাতে গুৱাহাটীৰ দক্ষিণ-

পাৰৰ সম্ভ্ৰান্ত পৰিয়ালৰ অনেক লোক সপৰিয়ালে উঠি গৈ উত্তৰ-পাৰৰ শিলসাকো, বজাদুৱাৰ, ৰংমহল আদি ঠাইত বহিছিলগৈ। গুৱাহাটীৰ মাটিবোৰ ভেঁওলোকে এনেয়ে এৰি গৈছিল নাইবা নামমাত্ৰ মূল্যত বেচি থৈ গৈছিল। উদাহৰণ স্বৰূপে আনন্দৰাম বৰুৱাৰ মজিন্দাৰ বৰুৱাৰ বংশ প্ৰথমতে দক্ষিণ গুৱাহাটীতহে আছিল। 'মজিন্দাৰৰ মিশ' নামটোও বিলুপ্ত হ'ল।

বৰ্তমানে গুৱাহাটীৰ মানুহৰ সীমা-সংখ্যা নাই। ঘৰ-দুৱাৰৰ সীমা সংখ্যা নাই। যান-বাহনৰ সীমা-সংখ্যা নাই। মোৰ ল'ৰা কালত কিন্তু সকলো সীমাৰ ভিতৰতে আছিল। ইজনে সিজনক চিনি পাইছিল, ইঘৰে সিঘৰৰ দুখ-সুখৰ ভাগ লৈছিল। ভালৰ মানুহ বা সমাজৰ মূখিয়াল মানুহ সেই দিনত বেছি নাছিল আৰু ভেঁওলোকৰ সংখ্যা আঙুলিৰ পাৰত গণি শেষ কৰিব পৰা আছিল। সম্ভ্ৰান্তসকল 'বাবু' বুলিহে জনাজাত হৈছিল। এয়া হৈছে বঙলা ভাষাই গ্ৰাস কৰা প্ৰভাৱৰ ফল।

উনৈছ শতিকাৰ শেষ আৰু কুৰি শতিকাৰ আগৰ ফালে গুৱাহাটীত বাস কৰা জনচেৰেক মই জনা ভালৰ মানুহৰ নাম দিলোঁ: হেমচন্দ্ৰ বৰুৱা (আভিধানিক), দুলালচন্দ্ৰ চৌধুৰী (মাণিক চৌধাৰীৰ ককাক), বলোৰাম ফুকন (দশভক্তৰ দেউতাক), মাধৱচন্দ্ৰ বৰদলৈ (কৰ্মবীৰৰ দেউতাক), পদ্মাৱতী ফুকননী, কালীৰাম চৌধুৰী (ৰোহিণী চৌধুৰীৰ দেউতাক, গুৱাহাটীৰ প্ৰথম অসমীয়া উকিল), কালিৰাম বৰুৱা (কামাখ্যাৰাম বৰুৱাৰ দেউতাক), কৰ্ণেল জালহুৰ আলি (ফখৰুদ্দিন আলি আহমেদৰ দেউতাক), চৈয়দ মহম্মদ তৈয়বুল্লা, (ছাৰ ছাদুল্লাৰ দেউতাক), চিদানন্দ চৌধুৰী (প্ৰশান্তমূৰ্তিৰ দেউতাক), সোণাৰাম ৰাজমেধি (সোণাৰাম হাইস্কুলৰ প্ৰতিষ্ঠাতা, ডাঃ জ্যোতিষ দাসৰ দেউতাক)। মাণিকচন্দ্ৰ বৰুৱা, ভুবনৰাম দাস, শ্ৰীমন্ত সেন (কালী বাবুৰ দেউতাক), ললিতমোহন লাহিড়ী (জাষ্টিচ কিৰণময় লাহিড়ীৰ ককাক), মহেন্দ্ৰমোহন লাহিড়ী (সত্যেন লাহিড়ীৰ দেউতাক), লক্ষীলাল বৰুৱা, (কনকলাল বৰুৱাৰ দেউতাক), সত্যনাথ বৰা, ভোলানাথ দাস, (চিন্তাহৰণৰ কবি), ডাঃ এজাহাৰ হুছেইন, যোগেশ্বৰ কটকী (স্বামী সুৰেশানন্দ), মথুৰামোহন বৰুৱা, মহেশ্বৰ গোস্বামী, ৰাধানাথ তহচিলদাৰ (কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱাণীৰ শহুৰ), দুৰ্গানাথ তহচিলদাৰ, ছুতিৰাম দাস প্ৰভৃতি। নামমাত্ৰ গুৱাহাটী-প্ৰসংগৰ ইমানতে ইতি কৰিলোঁ।

## গুৱাহাটীৰ নাট্যসমাজ

অকপটে এই কথা স্বীকাৰ কৰিব লাগিব যে শিৱসাগৰ, তেজপুৰ, নগাঁও আদি উজনি অসম আৰু মধ্য অসমৰ আন আন ঠাইৰ নগৰৰ দৰে গুৱাহাটীত ধাৰাবাহিকভাৱে চলি থকা কোনো নাট্যানুষ্ঠান নাছিল আৰু আজিও সদৌ গুৱাহাটীৰ প্ৰতিনিধিত্ব কৰিব পৰা তেনে এখন বহল নাট্যসমাজ নাই। এসময়ত অৱশ্যে উজানবজাৰৰ কাকতিৰ নাট্য-সমিতিয়েই গুৱাহাটীৰ নাট্যসমাজ হিচাপে জনাজাত আছিল; আৰু দুয়াৰ ভালৰ নাট্যমন্দিৰেই গুৱাহাটীৰ নাকত জিলিকা বস্তুৰ আছিল। আজি অৱশ্যে সেই দিনৰ স্মৃতিবোৰ প্ৰায় নাইকিয়া হৈ গৈছে।

সম্ভৱতঃ কামাখ্যাধামৰ পাণ্ডাসকলেই পোন প্ৰথমে গুৱাহাটীৰ নাট্যকলাৰ প্ৰদৰ্শনী

জনাইছিল ; অৱশ্যে বঙলা ভাষাৰে। লাহে লাহে দিন কৰকাল হৈ আহিল। অসমীয়া নাট্য-ভাৰতীয়েও পুনৰ্জন্ম লাভ কৰি এভাসুৰি দিলে। ৰমাকান্ত চৌধুৰী, পদ্মম বৰুৱা প্ৰভৃতিৰ নেতৃত্বত গুৱাহাটীত অসমীয়া থিয়েটাৰৰ পাতনি মেলা হৈছিল। এভিন্নাৰ জিতেন বুজৰবৰুৱাৰ হাউলিত গুৱাহাটীৰ প্ৰথম নাট্যমন্দিৰটো আছিল। ১৮৯১ চনৰ বৰতুইকঁপত সেই নাট্যমন্দিৰ বিধ্বস্ত হোৱাত কেইবছৰমান অৰ্থাৎ কুমাৰ ভাস্কৰ নাট্যমন্দিৰ স্থাপন হোৱাৰ আগলৈকে ঘাইকৈ বাজহুৱা পূজামণ্ডপেই গুৱাহাটীৰ নাটশালা হৈছিল। সেই সময়তে ভৰলুমুখ অঞ্চলতো অস্থায়ী নাটঘৰত দেশনেতা ৰোহিণীকুমাৰ চৌধুৰীদেৱৰ নেতৃত্বত এখন নাট্যসমাজ গঢ় লৈ উঠিছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, ৰজনীকান্ত বৰদলৈ, কৃষ্ণচন্দ্ৰ চৌধাৰী, ৰাধানাথ ফুকন, গোপালকৃষ্ণ দে, পদ্মম বৰুৱা, ইন্দ্ৰেশ্বৰ বৰদলৈ ( লোকপ্ৰিয়ৰ ভাতৃ ) প্ৰভৃতি ভালেমানে নিজে নাট লিখি বা ভাও লৈ সেই সময়ৰ অঘৰী নাটশালাবোৰৰ লগত জড়িত হৈ পৰিছিল।

পাণবজাৰত আৰ্যনাট্যমঞ্চই আৰু উজানবজাৰত নবীন বৰদলৈয়ে দান কৰা মাটিত কুমাৰ ভাস্কৰ নাট্যমন্দিৰত কামৰূপ নাট্যসমিতিয়ে জন্ম লাভ কৰিলে। লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়া কামৰূপ নাট্যসমিতিৰ প্ৰথম সম্পাদক আৰু এজন অভিনেতাও আছিল। তেওঁ দেশসেৱাত ব্ৰতী হৈ আঁতৰি যোৱাত মাণিকচন্দ্ৰ চৌধাৰী আৰু কুমুদেশ্বৰ গোস্বামী ( নাবা গোসাঁই ) এই নাট্যসমিতিৰ যুটীয়া সম্পাদক হয়।

চৌধাৰী আৰু গোস্বামীৰ পিছত দীঘলীয়া এছোৱা কালৰ বাবে সম্পাদক হৈছিল ললিতচন্দ্ৰ চৌধুৰী। তেওঁ অতিশয় নিষ্ঠা আৰু দক্ষতাৰে নাট্যসমিতিৰ কাৰ্যনিৰ্বাহ কৰিছিল। এইছোৱা কালত কামৰূপ নাট্যসমিতিৰ কেন্দ্ৰত আছিল অভিনেতা মাণিকচন্দ্ৰ চৌধাৰী। তেওঁৰ সহযোগী অভিনেতা সকল আছিল কালিপ্ৰসাদ বৰুৱা, মীনকান্ত বৰদলৈ, মহিবুদ্দিন আহমেদ, শিশিৰকুমাৰ বৰুৱা, ত্ৰিগুণাপ্ৰসাদ বৰুৱা, অম্বিকা বৰুৱা, অম্বিকাপ্ৰসাদ গোস্বামী, ৰবিধৰ বৰুৱা, উমেশ চৌধাৰী, কামাখ্যানাথ ঠাকুৰ, শৰৎচন্দ্ৰ বৰুৱা, প্ৰেমদা ভূঞা, মহেন্দ্ৰ তালুকদাৰ, শৈলেন্দ্ৰনাথ ফুকন প্ৰভৃতি ভালেমান। স্ত্ৰী-চৰিত্ৰ ৰূপায়ণত আছিল ৰাধিকাপ্ৰসাদ বৰুৱা, ডাঃ গদাপ্ৰসাদ বৰুৱা, আনন্দচন্দ্ৰ বৰদলৈ ( চাৰু বৰদলৈৰ দেউতাক ) প্ৰবোধ দাস, নবীন শৰ্মা, নীৰদা ভূঞা প্ৰভৃতি। নৰকাসুৰৰ ভূমিকা ৰূপায়িত কৰা মহেন্দ্ৰনাথ ডেকাফুকন আৰু চানক্যৰ ভাৱৰীয়া অধ্যাপক বৰদাকান্ত শৰ্মাৰ দপ্ দপনিয়ে কুমাৰ ভাস্কৰৰ বাহিৰে ভিতৰে কঁপনি তুলিছিল। সেই সময়ত গুৱাহাটীত বঙলাৰ পৰা অনুদিত নাট্যাভিনয়ৰে প্ৰাধান্য আছিল। তাৰ মাজতে শোণিত কুঁৱৰী, বামুণী কোঁৱৰ, তাৰা, বেউলা আদি থনচেৰেক মৌলিক নাটৰ অভিনয়েও অসমীয়া কাঁহুদী থাৰলিৰ সোৱাদ বিলাইছিল। তৰ্জমাকৃত অসমীয়া অভিনয়ৰ ভিতৰত সীতা, চন্দ্ৰগুপ্ত, চাজাহান, আৰু কৰ্ণাৰ্জুনৰ অভিনয়ে বিপুল খ্যাতি আৰ্জিছিল। ৰবাচলতে সম্পাদক ললিত চৌধুৰীৰ আমোলৰ এই ছোৱা কালকে কামৰূপ নাট্যসমিতিৰ তথা গুৱাহাটীৰ নাট্যানুষ্ঠানৰ প্ৰাক্‌সোণালী যুগ আখ্যা দিব পাৰি।

এই যুগৰ পিছতে আহিছিল গৌৰবোজ্জ্বল সোণালী যুগ। এই সোণালী যুগৰ পটভূমি ৰচনা কৰি দিছিল এসময়ৰ অসমবিখ্যাত সাংস্কৃতিক অনুষ্ঠান গুৱাহাটী সখিয়া সন্মিলনীয়ে'।*

---

*বিস্তৃত বিৱৰণ 'ৰবলেখাত দ্ৰষ্টব্য।

সত্ৰিয়া সম্মিলনীয়ে গুৱাহাটী কামৰূপ নাট্যসমিতিৰ ভিতৰৰ বা-বতাহ সলাই পেলালে বুলি ক'ব পাৰি। ইতিপূৰ্বে নাট্যসমিতিৰ অভিনয় আদি এমুঠি শিল্পীৰ মাজতে সীমাবদ্ধ হৈ আছিল। সমিতিৰ বৰবুৰীয়াসকলে ইশানদিলে এনাসী কৰি বথা কেবাজনো অভিনয়শিল্পী, যন্ত্ৰশিল্পী প্ৰভৃতিয়ে সত্ৰিয়া সম্মিলনীৰ যোগেদি আত্মপ্ৰকাশ কৰিবলৈ সুবিধা পাই নিজৰ যোগ্যতা প্ৰমাণ কৰি দেখুৱালে। তাৰ সুফল অচিৰতে ফলিল। সত্ৰিয়া সম্মিলনীৰ শিল্পীসকলে এজন দুজনকৈ অনুপ্ৰবেশ কৰি কামৰূপ নাট্যসমিতিৰ শক্তি বৃদ্ধি কৰাৰ উপৰিও যশস্যাও বৃদ্ধি কৰিলে। ন-পুৰণিৰ যোমোজাত হোৱা নাট্যসমিতিৰ অভিনয়বোৰত ভালেখিনি উন্নতি পৰিলক্ষিত হ'ল। থলুৱা নাট্যকাৰ আৰু অভিনয়-শিল্পীসকলে মাৰ বাদ্ধি কুৰাৰ তাকৰ নাট্যমন্দিৰৰ অগ্ৰগতি আৰু উন্নয়নত বিশেষভাৱে অৰিহণা যোগালে। ললিতচন্দ্ৰ চৌধুৰী প্ৰথমতে দুবছৰমান সম্পাদক হৈ আছিল কিন্তু তেওঁৰ পুৰণি সহকৰ্মীসকলে লাহে লাহে নাট্যজগতৰপৰা অৱসৰ গ্ৰহণ কৰিলে। নতুনসকলে আহি দায়িত্ব কান্ধ পাতি ল'লে। এই নতুনসকল আগবাঢ়ি আহিছিল শশীকান্ত গোস্বামীৰ নেতৃত্বত। মুঠতে বৰ্তমান শতিকাৰ চতুৰ্থ আৰু পঞ্চম দশকক কামৰূপ নাট্যসমিতিৰ সোণালী যুগ বুলিব পাৰি। ইয়াৰ ভিতৰত অৱশ্যে দ্বিতীয় মহাসমৰৰ তিনিটা বছৰ বাদ দিব লাগিব। কামৰূপ নাট্যসমিতিৰ গৌৰৱময় এই কালছোৱাৰ ভিতৰতে কেবাজনো যশস্বী নাট্যকাৰ, কেবাজনো যশস্বী শিল্পী আৰু বহুতো মৌলিক অসমীয়া নাট সৃষ্টি হোৱা বুলি নিঃসন্দেহে গৌৰৱ কৰিব পাৰি। নাট্যকাৰ-সকল আছিল—অতুলচন্দ্ৰ হাজৰিকা, প্ৰবীণ ফুকন, লক্ষ্যধৰ চৌধুৰী, বদনচন্দ্ৰ শৰ্মা, সৰ্বেশ্বৰ চক্ৰবৰ্তী প্ৰভৃতি। সুখ্যাতিৰে অভিনীত হোৱা নাটবিলাক আছিল—নৰকাসুৰ, নন্দদুলাল, শ্ৰীৰামচন্দ্ৰ, মৰ্জিয়ানা, সাবিত্ৰী, কাল-পৰিণয়, অসম হলিউড, নিপীড়িতা, মণিৰাম দেৱান, লাচিত বৰফুকন, বজ্ৰকুমাৰ, সীতাহৰণ, ৰাজসিংহ, কুমাৰসম্ভৱ, অভিমান আদি। আগশাৰীৰ অভিনেতাসকল আছিল—ডাঃ সুৰেন্দ্ৰনাথ দাস (গোৱালপাৰা), প্ৰেমদাকান্ত ভূঞা, ভুবনচন্দ্ৰ চৌধাৰী, নীৰদাকান্ত ভূঞা, সুৰেন্দ্ৰনাথ দাস (সক বাবুল), যোগেন্দ্ৰনাথ বৰদলৈ, যোগেন্দ্ৰনাথ বৰকাকতী, ভুবনেশ্বৰ বুজৰবৰুৱা, বদনচন্দ্ৰ শৰ্মা, সৰ্বেশ্বৰ চক্ৰবৰ্তী, প্ৰেমধৰ চৌধুৰী, ৰমেশচন্দ্ৰ চৌধাৰী, কনকেশ্বৰ গোস্বামী, ভবানীকান্ত বৰুৱা (প্ৰাক্তন আই-জি-পি), নিত্যানন্দ বৰদলৈ প্ৰভৃতি বহুতো। আগৰ অভিনেতাসকলৰ ভিতৰত মহেন্দ্ৰনাথ ডেকাফুকন, কামাখ্যানাথ ঠাকুৰ, বৰদাকান্ত শৰ্মা, শৰৎচন্দ্ৰ বৰুৱা আদি এইচাম অভিনেতাৰ লগতো আছিল। তদুপৰি মীনকান্ত বৰদলৈ, অম্বিকা বৰুৱা, আনন্দচন্দ্ৰ বৰদলৈ আদিয়েও আগৰ দৰে তাকৰ ভাও লোৱা নাছিল যদিও ঋষি-মুনি, সভাসদ আদিৰ সৰুসুৰা ভাওত ভলাই অভিনয়ত সহযোগিতা আগবঢ়াইছিল। তিৰোতাৰ ভাও ৰূপায়িত কৰাসকলৰ ভিতৰত খাইকৈ আছিল নীৰদাকান্ত ভূঞা, সুৰেন্দ্ৰনাথ দাস, নিত্যানন্দ বৰদলৈ, হৰেশ্বৰ গোস্বামী, (দেশনেতা), লক্ষ্যধৰ চৌধুৰী, ভবানীপ্ৰসাদ বৰুৱা, অমূল্য (ৰাখিনী) বৰদলৈ, দেৱানন্দ গোস্বামী, ভদ্ৰচন্দ্ৰ বৰুৱা, অমৃতচন্দ্ৰ তালুকদাৰ, প্ৰতাপচন্দ্ৰ তালুকদাৰ বি-এল (নলবাৰী) প্ৰভৃতি। প্ৰাক্তন কংগ্ৰেছ সভাপতি দেৱকান্ত বৰুৱাও এবাৰ 'নৰকাসুৰ' অভিনয়ত ইন্দুমতীৰ চৰিত্ৰ ৰূপায়িত কৰিছিল। মঞ্চসজ্জাত খাইকৈ আছিল ঈশ্বৰপ্ৰসাদ চৌধুৰী (প্ৰাক্তন

প্ৰচাৰ সঞ্চালক), যুগলকুমাৰ দাস, দুলালচন্দ্ৰ বৰুৱা, প্ৰকাশচন্দ্ৰ গোহাঁই, মহেন্দ্ৰনাথ তালুকদাৰ, অপূৰ্ব বৰদলৈ, লক্ষীনাথ দাস প্ৰভৃতি। গান-বাজনাৰ দায়িত্বত আছিল শচীকান্ত গোস্বামী, নাৰায়ণচন্দ্ৰ বৰুৱা, ৰমেশ্বৰ বৰদলৈ, ৰমেশচন্দ্ৰ চাংকাকতী (ভিক্ৰপত), মহম্মদ ইৰাছিন আলি, মোঃ হায়দৰ আলি, প্ৰমোদচন্দ্ৰ বৰুৱা, হৰেন্দ্ৰনাথ বৰুৱা প্ৰভৃতি।

১৯৩১ চনত মহেন্দ্ৰনাথ ডেকাফুকনৰ প্ৰযোজনা আৰু পৰিচালনাত অলপ দিনৰ ভিতৰতে একেৰাহে চৈধ্যবাৰ অভিনীত হোৱা 'নৰকাসুৰ' নাটৰ অভিনয়ে গুৱাহাটীৰ নাট্যজগতত নতুন অভিলেখ প্ৰতিষ্ঠা কৰিছিল। মুঠতে সকলো ফালৰপৰা এই অভিনয় সৰ্বাংগসুন্দৰ হৈছিল। ডেকাফুকনে আখৰাত শিল্পীসকলক ভাটৌ পঢ়োৱাদি পাঠ দিছিল। দৃশ্যসজ্জা, সাজপাৰ, সংগীত আদি সকলো বিষয়ে তত্ত্বাৱধান লৈ অভিনয়ৰ কৃতকাৰ্যতাৰ বাবে তেওঁ নথৈ যত্ন কৰিছিল। নাম-ভূমিকাত নিজে ওলাই আখৰা আৰু অভিনয় চলি থকা সময়ত দানৱৰাজ নৰকাসুৰক জীৱন্ত ৰূপ দি ৰংগমঞ্চৰ বাহিৰে-ভিতৰে ত্ৰাসৰ সঞ্চাৰ কৰিছিল। পুৱতি নিশাৰ আধা পোহৰ আৰু আধা আন্ধাৰত অসুৰবিলাকে কামাখ্যাৰ খটখটী বগাৰ দৃশ্যত উদ্ভৱ হোৱা মনৰ খোকিবাখৌকি ভাব আৰু আচম্বিতে চাৰিওফালে অসংখ্য কুকুৰাৰ ডাক শুনি ওপজা মনৰ ভীষণ প্ৰতিক্ৰিয়া ডেকাফুকনে সুন্দৰভাৱে ফুটাই তুলিছিল। ঘটকাসুৰৰ ভাৱত শান্তপাল দাসে, (বিপিনপালৰ দেউতাক) ইন্দ্ৰৰ ভাৱত শৈলেন্দ্ৰনাথ ফুকনে, বিশ্বকৰ্মাৰ ভাৱত শৰৎ বৰুৱাই আৰু বসুমতীৰ ভাৱত শুভচন্দ্ৰ বৰুৱাই কৃতিত্ব দেখুৱাইছিল। নৰকাসুৰেই আছিল ডেকাফুকনৰ প্ৰধান শেষ ভূমিকা।

'কুৰুক্ষেত্ৰ' আৰু 'শ্ৰীৰামচন্দ্ৰ'ৰ অভিনয়ত ভাও দি গোৱালপাৰাৰ ডাক্তৰ সুৰেন্দ্ৰনাথ দাসে কৰ্ণ আৰু ৰাৱণৰ ভূমিকা এনে চমকপ্ৰদভাৱে ৰূপায়িত কৰিছিল যে সেই বিষয়ত পিছৰ অভিনয়বোৰত তেওঁক কোনেও চেৰ পেলাব পৰা নাছিল। ডাক্তৰ দাসৰ অমিত্ৰাক্ষৰ বচন মতাৰ ভংগী আৰু প্ৰৱেশ-প্ৰস্থানবোৰ সঁচাকৈয়ে অতুলনীয় আছিল। 'নন্দদুলাল' অভিনয়ৰ (১৯৩৩) দৈৱকীৰ বাহী দিয়া আৰু শ্ৰীৰামচন্দ্ৰ অভিনয়ৰ (১৯৩৫) সীতা-সয়ম্বৰৰ দৃশ্যত উগ্ৰতাৰা দেৱালয়লৈ অনা দেওধনীৰ নাচ দেখুৱাই ঢোলে-ডগৰে দৃশ্য দুটাত উছৱৰ হুবহু হেন্দোলনি তোলা হৈছিল। অভিনয়ৰ নৃত্য-গীতাংশতো বিশেষ মনোযোগ দিয়া হৈছিল। নন্দদুলাল নাট কুমাৰ ভাস্কৰত সফলভাৱে কেবাবাৰো অভিনীত হৈছিল। কংসৰ ভূমিকাত কামাখ্যানাথ ঠাকুৰ আৰু মদনচন্দ্ৰ শৰ্মাই সুখ্যাতি লাভ কৰিছিল। শৰ্মাই এবাৰ ভগ্ন কণ্ঠস্বৰ সত্ত্বেও কংসৰ ধ্বংসমূৰ্তি দেখুৱাই দৰ্শকক স্তম্ভিত কৰিব পাৰিছিল। অভিনয়খনৰ কলাকিটিপ আয়ত্ত কৰিব পৰাৰ বাবেই এনে কৰাটো সম্ভৱ হৈছিল। শৰ্মাই নিজৰ কেঁচুৱা ল'ৰাটিকে (শ্ৰীদিলীপ শৰ্মা) আনি কেঁচুৱা কৃষ্ণ ৰূপে বসুদেৱৰ কোচত তুলি দি অভিনয়ৰ স্বাভাৱিকতা বৃদ্ধিত সহায় কৰিছিল। কুৰুক্ষেত্ৰ (১৯৩৪) আৰু শ্ৰীৰামচন্দ্ৰ নাটৰ অভিনয়ে সেই সময়ত গুৱাহাটীত নতুন আলোড়নৰ ঢৌ তুলিছিল। তেতিয়ালৈকে ইয়াৰ মানুহৰ মনত অসমীয়া মৌলিক পৌৰাণিক নাটৰ এনে সৰ্বাংগসুন্দৰ অভিনয় হ'ব পাৰে বুলি ধাৰণা হোৱা নাছিল। ইয়াৰ আগৰ শোণিতকুঁৱৰী আৰু নৰকাসুৰ অভিনয়ে অৱশ্যে কিছু পৰিমাণে সেই ভুল ধাৰণা ভাঙিব পাৰিছিল। কুৰুক্ষেত্ৰ নাটৰ অভিনয়ত কামৰূপ নাট্যসমিতিৰ প্ৰায় সকলোবিলাক কনিষ্ঠ আৰু

সজাইপৰাই দিছিল যে বিশিষ্ট দৰ্শকসকলে অভিনয়ৰ পিছতে মঞ্চলৈ গৈ হনুমন্তবেশী বৰকাকতীক অভিনন্দন জনাইছিল। সেই কালত অভিনয়ৰ মাজে মাজে আজিৰ দৰে মাইক আৰু সস্তীয়া ৰেকৰ্ডৰ হিন্দী গীতৰ প্ৰচলন হোৱা নাছিল। অভিনয়ৰ গীত-নৃত্য আদিৰ ফালেও বিশেষ মনোযোগ দিয়া হৈছিল। অভিনেতাসকলৰ দৰেই ঐক্যতানবাদকৰ দলো-গঢ়ি উঠিছিল। 'শ্ৰীৰামচন্দ্ৰ' অভিনয়ৰ গীত-নৃত্য আদিও ওখ খাপৰ হৈছিল। বন্দিনী সীতাৰ আগত কৰা কিন্নৰীসকলৰ আবৃত্তি-নৃত্য আৰু বিশেষকৈ নাৰায়ণচন্দ্ৰ বৰুৱাৰ পৰিচালনাত হোৱা গুহক চণ্ডালৰ দৃশ্যত চণ্ডাল-চণ্ডালনীবিলাকৰ নৃত্য-গীতে অভিনয়ৰ আকৰ্ষণ বঢ়াইছিল। এই নৃত্যত চণ্ডাল হৈ ওলাইছিল—নাৰায়ণচন্দ্ৰ বৰুৱা, ঈশ্বৰপ্ৰসাদ চৌধুৰী দুলালচন্দ্ৰ বৰুৱা, দ্বিজেন্দ্ৰ নবীশ, নবীনচন্দ্ৰ শৰ্মা, ভুবনেশ্বৰ বুজৰবৰুৱা, যোগেন্দ্ৰনাথ বৰদলৈ, দুৰ্গানাথ গোস্বামী, পানীমল দাস, শৰৎচন্দ্ৰ শৰ্মা (থাপা), ইছলামুদ্দিন আহমেদ প্ৰভৃতি আৰু চণ্ডালনী হৈ ওলাইছিল কনকেশ্বৰ গোস্বামী (মৌজাদাৰ), সুৰেন্দ্ৰনাথ দাস, নিত্যানন্দ বৰদলৈ, চন্দ্ৰকান্ত ভূঞা, প্ৰেমধৰ বৰুৱা, সুৰেন্দ্ৰনাথ বৰুৱা (হাজো) প্ৰভৃতি।

সৰুসুৰা ভাও ভাগত পৰিলেও নাট্যসমিতিৰ অভিনয়ত অপৰিহাৰ্য বুলি বিবেচিত হোৱা জনদিয়েক নিনাও অভিনেতাৰ নাম এইখিনিতে উল্লেখ কৰিব পাৰি। সেইসকল হৈছে যোগেন্দ্ৰনাথ বৰদলৈ, ৰামচন্দ্ৰ গোস্বামী বি-এল, ফটিকচন্দ্ৰ বৰদলৈ, ৰমেশচন্দ্ৰ বৰুৱা (ৰাপকলি) প্ৰভৃতি। যোগেন বৰদলৈয়ে অৱশ্যে ডাঙৰ ভূমিকাও ৰূপায়িত কৰি নাম কৰিছিল। সেয়ে হ'লেও ভূত, প্ৰেত, নৰকংকাল, যোগী, বুঢ়ী, দূত, চাওদাং আদিৰ ভাও দিয়াত এইসকল শিল্পী অপ্ৰতিদ্বন্দ্বী আছিল। টিকট বেচা ৰাবটো ৰাম গোসাঁইৰ প্ৰায় একচেটীয়া হৈছিল। অভিনয়ৰ শেষ অংশতহে তেওঁ আনফালে জুমুকি মাৰিবলৈ সুযোগ পাইছিল—বাকীছোৱা টিকটঘৰতেই অতিবাহিত হৈছিল। তাৰে পৰাই সুকণ্ঠ উলিয়াই কোনো কোনো অভিনয়ৰ সৰুসুৰা ভাৰত ওলাইছিল। ফটিক বৰদলৈ বা ফটিক মাষ্টৰে চাৰিআলিৰ কেকুৰীত পহৰা দি থকা কনিষ্টবলক সেই ঠাইতে পঢ়ুৱাই মাহে আধলি এটিকৈ দৰমহা লৈ শিক্ষকতা কৰিছিল। সেইবাবেই তেওঁক ফটিক মাষ্টৰ বোলা হৈছিল। অভিনয়ৰ প্ৰতি ফটিক মাষ্টৰৰ ঐকান্তিক নিষ্ঠা আছিল। তেওঁ কোনো অভিনয়ৰে একো বচন পোৱা নাছিল যদিও অভিনয়ত ওলাবলৈ হ'লে সততে সুযোগ লাভ কৰিছিল। তেওঁৰ ভাগ্যত মিলিছিল ভূত, পিশাচ, বুঢ়ী, ৰাক্ষসী আদি নানা অবহৰ উপভোগ্য ভূমিকা। চৌৰৰৰ ভিতৰত যেয়ে তেওঁক যিভাৱে সজাইপৰাই উলিয়াব খুজিছিল তাতেই তেওঁ মাস্তি হৈছিল। অসমৰ প্ৰতি ঠাইৰ নাট্যসমাজতে ফটিক মাষ্টৰৰ নিচিনা এনে নাম নাইকিয়া অভিনেতাসকলৰ বৰঙণি উলাই কৰিব পৰা বিধৰ নহয়।

একেবাৰে বহু বছৰ সম্পাদকৰ পদত থাকি ১৯৩৮ চনৰ ১০ এপ্ৰিলৰ দিনা ললিতচন্দ্ৰ চৌধুৰীয়ে পদত্যাগ কৰাত তেওঁৰ ঠাইত শশীকান্ত গোস্বামী বি-এল কামৰূপ নাট্যসমিতিৰ সম্পাদক নিৰ্বাচিত হয়। গোস্বামী ৭।৩।৪৮ তাৰিখলৈ বহু বছৰ এই পদত একেলেঠাৰিয়ে থাকে। চৌধুৰী আৰু গোস্বামী এই দুইজনেই নাট্যসমিতিৰ সম্পাদকৰ পদত থাকি বিশেষ সুখ্যাতি আৰ্জিব পাৰিছিল। এওঁলোকে নাট্যসমিতিৰ সৰ্বাংগীন উন্নতিৰ খাৰে আন্তৰিকতাৰে

যি অৰিহণা আগবঢ়ালে, সেই কথা নাট্যসমিতিৰ বুৰঞ্জীত সোণালী আখৰেৰে লিখা থাকিব। গোস্বামীয়ে কাৰ্যভাৰ গ্ৰহণ কৰিয়েই নাট্যমন্দিৰৰ জীৰ্ণ বেৰ-দুৱাৰ, খিৰিকীবোৰৰ সংস্কাৰ সাধন কৰিবলৈ বিশেষভাৱে তৎপৰ হয়। মুঠতে সভাপতি বিষ্ণুপ্ৰসাদ দুৱৰা, সম্পাদক গোস্বামী আৰু তেওঁৰ সহযোগীবিলাকৰ আশাতীয়া প্ৰচেষ্টাত নাট্যমন্দিৰৰ পৰিবৰ্ধন আৰু আমূল পৰিবৰ্তন হৈ উঠিল। ইটাৰ দেৱালৰ বেৰ কৰা হ'ল। সমগ্ৰ মজিয়া পকা কৰা হ'ল। ওপৰত স্থায়ী ছাদ দিয়া হ'ল। মাইকী মানুহ বহা অংশটোও দুমহলীয়া কৰা হ'ল। তাতেই এতিয়া গুৱাহাটী সংগীত মহাবিদ্যালয় চলি আছে।

কেৱল নাট্যমন্দিৰৰ উন্নয়নৰ বিষয়তেই নহয়, নতুন নতুন অসমীয়া মৌলিক নাটৰ অভিনয়ৰ প্ৰসংগতো এইছোৱা কালৰ ভিতৰত সমিতিয়ে পূৰ্বৰ গৌৰৱ অক্ষুণ্ণ ৰাখিবলৈ সমৰ্থ হৈছিল। সমিতিৰ সদস্যসকলে অনুবাদিত নাটৰ অভিনয় নকৰো বুলি চতুৰ্থ দশকৰ আদিতে যি সংকল্প লৈছিল তাৰ পৰা বিৰত হোৱা নাছিল। এইখিনিতে উল্লেখ কৰিব পাৰি, তেতিয়াৰ পৰাই কামৰূপ নাট্যসমিতিৰ দ্বাৰা গুৱাহাটীত কোনো বঙলা নাট তৰ্জমা কৰি মঞ্চত তোলা হোৱা নাই। ছিৰাজদ্দৌলা, মিৰকাছিম, টিপু চুলতান আদি অভিনয় জনপ্ৰিয় বঙলা নাটবোৰেও কুমাৰ ভাস্কৰত থিয় হ'ব পৰা নাছিল। সেই বাবে নতুন লেখকসকলে নাট লিখিবলৈ অনুপ্ৰাণিত হ'ল আৰু সেই নাট অভিনীত হোৱাত তেওঁলোকে বিশেষভাৱে উৎসাহ লাভ কৰিছিল। তাৰ সুফল স্বৰূপে প্ৰতি বছৰে দুৰ্গাপূজাৰ অভিনয়ত নাটকৰ যোগান ধৰিবলৈ নতুন নতুন নাট্যকাৰ আগবাঢ়ি আহিল। প্ৰসিদ্ধ নাট্যকাৰসকলৰ উপৰিও নয়নচন্দ্ৰ শৰ্মা, দেশনেতা হৰেশ্বৰ গোস্বামী, শৈলেন্দ্ৰনাথ ফুকন, দৈৱ দাস আদি বহুজনে নাট লিখিবলৈ হাতত কাপ তুলি লৈছিল। শিশুবধ, সীতাহৰণ (বিখ্যাত সীতাহৰণ কাব্যৰ আলমত), কুমাৰসম্ভৱ, ৰাজসিংহ, দক্ষযজ্ঞ, স্বৰ্ণলংকা আদি বহুতোৰ নাট কুমাৰ ভাস্কৰত অভিনীত হ'ল আৰু তাৰে কেইখনমানে বিপুল সাফল্য লাভ কৰিছিল।

এই কালছোৱাত 'কাল-পৰিণয়', 'আসাম হলিডে', 'নিপীড়িতা' আদি সামাজিক নাট কেইখনিৰ অভিনয়ে শ্ৰীপ্ৰবীণচন্দ্ৰ ফুকনক যশস্বী নাট্যকাৰ হিচাপে প্ৰতিষ্ঠা কৰিছিল। 'কাল-পৰিণয়' অভিনয় সম্পৰ্কে তেতিয়াৰ 'অসম-সেৱক'এ ২।১।৩৮ সংখ্যা কাকতত লিখিছিল—"যোৱা ৩১।১২।৩৭ তাৰিখ শনিবাৰে গুৱাহাটী কুমাৰ ভাস্কৰ নাট্যমন্দিৰত ডেকা নাট্যকাৰ প্ৰবীণ ফুকনৰ আধুনিক আৰু সামাজিক নাট 'কাল-পৰিণয়' অভিনীত হয়। অভিনয় সৰ্বাংগসুন্দৰ হৈছিল। ইতিপূৰ্বে গুৱাহাটী সন্মিলনীৰ নিমিত্তে ফুকনে খনচেৰেক ধুনীয়া নাটিকা (আজিকালিৰ একাংকিকা) ৰচনা কৰি নাম কৰিছিল। অভিনয় চাই দৰ্শকে বিপুল আনন্দ উপভোগ কৰিছিল। দুখৰ বিষয় দৰ্শক কম দেখোন। ফুকনৰ 'বংশধৰৰ কীৰ্তি', 'কমাৰ্চিয়েল মেৰেজ' আৰু নাৰায়ণ বৰুৱাৰ 'অসম ৰয়েল টাইগাৰ', 'বাস্তৱ মন্ত্ৰ' আদি এনানি আনন্দবৰ্ধক নাটিকাৰ লেখকদ্বয়ৰ সোণটিকা সভাৰ বাবে হাতত বৰ গজিল।

'মণিৰাম দেৱান' নাটকেই নাট্যকাৰ হিচাপে প্ৰবীণ ফুকনৰ ক্ৰমবৰ্ধমান খ্যাতি সৰ্বজনীয়া কৰি তোলে। ৪২-অৰ গণ আন্দোলনৰ ফলত দেশৰ বাবে জীৱন আহুতি দিয়া

বীৰ-বীৰাংগনাসকলৰ প্ৰতি এই সময়ত ৰাইজৰ দৃষ্টি বিশেষভাৱে আকৰ্ষিত হয়। ভাৰতৰ প্ৰথম স্বাধীনতাৰ যুদ্ধত জীৱনপাত কৰা তেনে এজন জাতীয় বীৰ মণিৰাম দেৱানৰ জীৱন-আলেখ্য নাটত ৰূপায়িত কৰি ফুকনে সমগ্ৰ অসমীয়া ৰাইজৰ মনত দেশপ্ৰেমৰ ভাৱ জগাই তোলে। দ্বিতীয় মহাযুদ্ধ-ৰাহুৰ গ্ৰাস মুক্ত হৈ স্বাভাৱিক অৱস্থা ঘূৰি অহাত ১৯৪৬ চনৰ দুৰ্গাপূজাত ফুকনৰ মণিৰাম দেৱান কামৰূপ নাট্যমন্দিৰ কুমাৰ ভাস্কৰত প্ৰথমবাৰ মঞ্চস্থ কৰা হয়। সেই অভিনয়ৰ প্ৰযোজনা আৰু পৰিচালনা কৰাৰ উপৰিও নামভূমিকাত অভিনয় কৰিছিল খ্যাতনামা অভিনেতা সৰ্বেশ্বৰ চক্ৰৱৰ্তীয়ে। চাহাব দুজনৰ ভাৱত ভুবন চৌধুৰী আৰু দয়ালচন্দ্ৰ বৰুৱা, হৰনাথ দাৰোগাৰ ভাৱত গৌৰীনাথ কাকতী, কন্দৰ্পেশ্বৰসিংহৰ ভূমিকাত ৰমেশ চৌধাৰী, ললিতাৰ ভাৱত সুৰেন দাস, বেহেৰাৰ ভাৱত মফিজুদ্দিন আহমেদ আদি প্ৰায় প্ৰতিজন ভাৱৰীয়াই প্ৰশংসনীয় ভাও দি অভিনয়ৰ কৃতকাৰ্যতাত বৰঙণি যোগাইছিল। কামৰূপ নাট্যসমিতিয়ে এই নাটখনি বহুবাৰ বহু উপলক্ষত অভিনয় কৰিছিল। শ্ৰীসত্যপ্ৰসাদ বৰুৱা আৰু সৰ্বেশ্বৰ চক্ৰৱৰ্তী দুজনেই দেৱানৰ লগত নিজকে খাপ খুৱাই কৃতিত্বপূৰ্ণ অভিনয় কৰিব পাৰিছিল বুলি ক'ব পাৰি।

ফুকনৰ ৰচিত আন এখন বুৰঞ্জীমূলক নাট 'লাচিত বৰফুকন'ৰ অভিনয়ো স্মৰণীয় হৈছিল। নাট্যসমিতিৰ পক্ষে বৰ সৌভাগ্যৰ কথা যে ভাৰতলৈ অহা Indo-British Goodwill and Cultural Mission-অৰ সভ্যসকলে 'লাচিত বৰফুকন'ৰ অভিনয় আগৰপৰা গুৰিলৈ চাই এইদৰে লিখিত মন্তব্য প্ৰকাশ কৰিছিল—*** "We were most delighted to see the performance of Lachit Barphukan by the K. N. G. at Kumar Bhaskar Natya Mandir. This amateur dramatic club compares favourably with any good amateur dramatic club in England and we are much impressed by the high standard of acting by all players. The role of historical plays is very important in free India and we fervently hope that this club will fulfil a great mission." এই লাচিত বৰফুকন অভিনয়ৰ নামভূমিকাত আছিল সৰ্বেশ্বৰ চক্ৰৱৰ্তী। বলেন্দ্ৰৰাম ফুকন, ৰথীন্দ্ৰলাল বৰুৱা, কৌস্তভকান্ত মিশ্ৰ আৰু কীৰ্তিনাথ হাজৰিকাই ক্ৰমান্বয়ে ৰামসিংহ, আতন বুঢ়াগোহাঁই, চৈয়দ চানা আৰু লোশপা হীৰ ভূমিকাত সুন্দৰ অভিনয় কৰিছিল।

অসমৰ অন্যতম জনপ্ৰিয় নাট্যকাৰ শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ 'ৰক্তকুমাৰ', 'ৰামৰাজ্য', 'আলিবাবা' আদি কেইবাখনো নাটকো কৃতকাৰ্যতাৰে অভিনীত হৈছিল। ইয়াৰ ভিতৰত ৰক্তকুমাৰ অভিনয় বিশেষভাৱে উল্লেখযোগ্য। নাট্যকাৰ চৌধুৰীয়ে নিজেই ৰক্তকুমাৰ তৰণীসেনৰ ভূমিকাত অৱতীৰ্ণ হৈছিল। ৰাৱণৰ ভূমিকাত ওলাইছিল কৃতী অভিনেতা মাণিক দাস বিভীষণৰ ভূমিকাত সৰ্বেশ্বৰ চক্ৰৱৰ্তীয়ে প্ৰাণস্পৰ্শী অভিনয় কৰিছিল। ৰাৱণৰ মোমায়েক কালনেমীৰ ভাও লৈ ভুবনেশ্বৰ বুজৰবৰুৱাই দৰ্শকৰ মাজত হাঁহিৰ ৰোল তুলিছিল।

খ্যাতনামা অভিনেতা সৰ্বেশ্বৰ চক্ৰৱৰ্তীও এই কামচোৰাত নাট্যকাৰ ৰূপে পৰিগণিত হয়। চক্ৰৱৰ্তীৰ প্ৰথম নাট 'অভিমান' প্ৰযোজনা কৰিছিল সুধীন্দ্ৰনাথ শৰ্মাই। অভিনয়ত

চক্ৰৱৰ্তীয়ে এটা মূল ভাও স্বাভাৱিকভাৱে ৰূপায়িত কৰাৰ উপৰিও কৃতকাৰ্যতাৰে অভিনয় পৰিচালনা কৰিছিল। এই অভিনয়ত্বে কেৱল গুৱাহাটীতে নহয় অসমৰ ৰংগমঞ্চত প্ৰথম বাৰলৈ 'ক্ৰেছবেক' কিটিগ ( আসৰ ষ্টেজৰ ৰূপায়ণ ) প্ৰয়োগ কৰা হৈছিল। স্থানীয় আৰ্যনাট্যৰ দুজন নায়কলা বঙালী শিল্পী অতুল মজুমদাৰ আৰু নবেন ভাদুৰীৰ যোগদান এটা বিশেষত্ব আছিল। ইয়াৰ পিছতেই চক্ৰৱৰ্তীৰ 'বন্ধন' নামৰ দ্বিতীয়খন সামাজিক নাটো গুৱাহাটী শিল্পী সংঘৰ দ্বাৰা প্ৰযোজিত হৈ অভিনীত হৈছিল। এই অভিনয়ো নাট্যকাৰ চক্ৰৱৰ্তীয়ে নিজেই পৰিচালনা কৰিছিল।

এইখিনিতে এই লেখকৰ 'ৰুক্মিণী হৰণ' আৰু 'মণিৰামন'ৰ অভিনয়ৰ কথাও উল্লেখ কৰিব পাৰি। ৰুক্মিণী হৰণ অভিনয়ত অংকীয়া নাটৰ কিটিগ-কৌশলো যোগ দিয়া হৈছিল। জীৱেশ্বৰ গোস্বামী আৰু তেওঁৰ পুত্ৰ ডাঃ প্ৰসন্ন গোস্বামী আদিয়ে সূত্ৰধাৰ, ভাট আদি চৰিত্ৰৰ ৰূপ দি অভিনয়খনি বিশেষত্বপূৰ্ণ কৰি তুলিছিল। ৰুক্মিণীৰ ভাৱত ওলাইছিল কীৰ্তিনাথ হাজৰিকা ( দৈনিক অসমৰ সম্পাদক ) আৰু কৃষ্ণৰ ভাৱত সুৰেন্দ্ৰনাথ দাস। ৰুক্মবীৰ, শিশুপাল, বেদনিধি আৰু উগ্ৰতাৰাৰ ভাও দক্ষতাৰে ৰূপায়িত কৰিছিল যথাক্ৰমে শৈলেন্দ্ৰনাথ ফুকন, ডাঃ তাৰিণীমোহন বৰুৱা, ভুৱনেশ্বৰ বুজৰবৰুৱা আৰু নিত্যানন্দ বৰদলৈয়ে। দৃশ্যসজ্জা আৰু সংগীত পৰিচালনা কৰিছিল নাৰায়ণচন্দ্ৰ বৰুৱাই। দৃশ্যসজ্জাৰ আৱশ্যকীয় ঠাইত বৰুৱাই মেজিকৰ কৌশলো প্ৰয়োগ কৰিছিল। বিশিষ্ট দৰ্শকৰ শাৰীত অভ্যাগতসকলৰ উপৰিও লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ডাঃ ভুৱনেশ্বৰ বৰুৱা আৰু সিদ্ধিনাথ শৰ্মাও আছিল। নৃত্যগীতেৰে ভৰপুৰ 'মণিৰামন' নাটৰ অভিনয় আৰু নৃত্য-গীত পৰিচালনা কৰিছিল প্ৰবীণ ফুকনে। মণিৰামনৰ ভাও গোলাঘাটৰ অভিনেতা শ্ৰীহৰিশ্চন্দ্ৰ গোস্বামী বি-এছ-চি আৰু আখ্‌ৰাৰ ভাও নিজেই ফুকনে নাচ-গীতৰ মাজেদি ফুটাই তুলি দৰ্শকক বৰ আমোদ দিছিল। শৈলেন্দ্ৰনাথ ফুকনে ৰঙ্গচৰ্চাৰ কালাপাহাৰৰ ভূমিকাত আৰু যোগেন্দ্ৰনাথ বৰদলৈয়ে মুটিয়াৰ বাবা মুতাকাৰ ভূমিকাত সুখ্যাতি আৰ্জিছিল। মাসিবাবা আৰু কাচিম হৈ ওলাইছিল ভুৱনেশ্বৰ বুজৰবৰুৱা আৰু যোগেন্দ্ৰনাথ বৰকাকতী।

এই কালছোৱাৰ ভিতৰত অৰ্থাৎ বৰ্তমান শতিকাৰ পঞ্চম দশকত কামৰূপ নাট্যসমিতিৰ আগশাৰীৰ অভিনেতাসকল আছিল—সৰ্বেশ্বৰ চক্ৰৱৰ্তী, সত্যপ্ৰসাদ বৰুৱা, ভুৱনচন্দ্ৰ চৌধাৰী, মাণিকচন্দ্ৰ দাস, ৰমেশচন্দ্ৰ চৌধাৰী, প্ৰবীণ ফুকন, লক্ষ্যধৰ চৌধুৰী, গৌৰীনাথ কাকতী, জীৱেশ্বৰ চক্ৰৱৰ্তী, পদ্ম বৰকাকতী, ললিতচন্দ্ৰ ৰখা, গিৰিশ চৌধুৰী প্ৰবোধ দাস ( জ্যেষ্ঠ ), বুদ্ধীন্দ্ৰনাথ শৰ্মা আদি। তিৰোতাৰ ভাৱত আছিল—কীৰ্তিনাথ হাজৰিকা, অখিল চৌধুৰী, হৰিশ গোস্বামী, শিৱনাথ ফুকন, উপেন্দ্ৰনাথ দাস ( প্ৰাক্তন মন্ত্ৰী ), অমৃতচন্দ্ৰ তালুকদাৰ প্ৰভৃতি ভালেমান।

নগাওঁ নাট্যসমাজে ১৯৩৭ চনৰ ৩/১ ডিচেম্বৰৰ দুনিশা গুৱাহাটী কুমাৰ ভাস্কৰ নাট্যমন্দিৰত তেওঁলোকৰ জনপ্ৰিয় 'পিয়লি ফুকন' নাটকৰ অভিনয় প্ৰদৰ্শন কৰি দৰ্শকসকলক সন্তোষ দিয়াৰ উপৰিও এটা নব আদৰ্শ স্থাপি কৰিছিল। বৰ্তমানে সৰকাৰী পৃষ্ঠপোষকতাত

এনে ধৰণৰ সাংস্কৃতিক দলে বিভিন্ন ঠাইত, আনকি আন ৰাজ্যতো গৈ নৃত্য-গীত প্ৰদৰ্শন কৰাৰ ব্যৱস্থা কৰা হৈছে, বাৰ্ষিক নাট মহোৎসৱ পতা হৈছে আৰু বিভিন্ন ঠাইত সদৌ অসম একাংকিকা নাট্যাভিনয়ৰ প্ৰদৰ্শন হৈছে। তেতিয়াৰ দিনত হ'লে এইবোৰ নতুন কথা আছিল অৰ্থাৎ সেই সময়ত অবৈতনিক দলে ব্যয়বহুল পূৰ্ণাংগ নাটৰ অভিনয় এঠাইৰ পৰা আন ঠাইলৈ গৈ দেখুৱাটো সহজ কথা নাছিল।

অনুৰূপভাৱে শিৱসাগৰৰ সেউজীয়া সমাজৰ প্ৰায় ডেৰশ শিল্পীয়ে অধ্যক্ষ শ্ৰীপৰাগধৰ চলিহাৰ নেতৃত্বত কুমাৰ ভাস্কৰত প্ৰদৰ্শন কৰা 'চাৰিহাজাৰ বছৰৰ অসম' নামৰ আলেখ্য-খনিয়েও মধুৰ আলোড়নৰ সৃষ্টি কৰিছিল। চাৰিহেজাৰ বছৰৰ এই নাটকৰ লেখকো চলিহাই। চাৰিহেজাৰ বছৰৰ এই সুবিশাল কালছোৱাত ঘটি যোৱা দিনবোৰৰ কাহিনী বোলছবিৰ চিত্ৰৰদৰে নিমাতী ভাওনাৰ যোগেদি, এখিলাৰ পিছত আনখিলা বুৰঞ্জীৰ পাত লুটিয়াই দেখুৱা হৈছিল। ভাৱৰীয়াবিলাকৰ মুখত কোনো বচন দিয়া হোৱা নাছিল যদিও আঁৰৰ যন্ত্ৰসংগীত আৰু সূচকৰ সহায়তেই অভিনয় জীৱন্ত কৰি তোলা হৈছিল। গুৱাহাটীৰ বাইজৰ পক্ষৰপৰা কামৰূপ নাট্যসমিতিৰ অন্তৰ্ভুক্ত তেতিয়াৰ বিয়লি চ'ৰাই এখনি ৰাজহুৱা সভা আৰু চাহমেলৰ আয়োজন কৰি সেউজীয়া শিল্পীদলক সম্বৰ্ধনা জনাইছিল। সেই সভাত বক্তৃতা দি নলিনীবালা দেৱী, ৰঘুনাথ চৌধাৰী, অতুল হাজৰিকা, হেম বৰুৱা আৰু সত্যপ্ৰসাদ বৰুৱা প্ৰভৃতি গুৱাহাটীৰ বিশিষ্ট লোকসকলে সেউজীয়া সমাজক সদৌ অসমীয়া সমাজৰ আদৰ্শ প্ৰতিনিধি স্বৰূপে অভিহিত কৰি ওলগ যাচিছিল।

আমি সংগ্ৰহ কৰিব পৰা মতে এতিয়ালৈকে তলত দিয়া অনুসৰি কামৰূপ নাট্যসমিতিৰ বিষয়ববীয়াৰ নাম জনা গৈছে। সভাপতিসকল: ৰাধানাথ ফুকন, ভোলানাথ দাস, শম্ভু সিংহ, বিষ্ণুপ্ৰসাদ চুতৰা, মহেন্দ্ৰলাল বৰুৱা, ৰঘুনাথ চৌধাৰী, অতুলচন্দ্ৰ হাজৰিকা, শশীকান্ত গোস্বামী, শৈলেন্দ্ৰনাথ ফুকন, সুৰেন্দ্ৰনাথ দত্ত (মেজৰ) আৰু কৃষ্ণকান্ত হাজৰিকা প্ৰভৃতি। এইসকলৰ উপৰিও বিশেষ অধিবেশন, বছেৰেকীয়া অধিবেশন আৰু কাৰ্যনিৰ্বাহক সভাত শ্ৰীনাথ চক্ৰবৰ্তী, মোক্ষদাকান্ত ভূঞা, উমেশচন্দ্ৰ চৌধাৰী, গিৰিশচন্দ্ৰ বৰদলৈ, খগেন্দ্ৰনাথ ভূঞা, প্ৰভৃতিয়েও সভাপতিত্ব কৰিছিল। প্ৰধান সম্পাদকসকল: গোপীনাথ বৰদলৈ, কুমুদেশ্বৰ গোস্বামী, মাণিকচন্দ্ৰ চৌধাৰী, ললিতচন্দ্ৰ চৌধুৰী, শশীকান্ত গোস্বামী, প্ৰমথনাথ (তিলক) দাস, নৃপেন্দ্ৰকুমাৰ ভট্টাচাৰ্য, প্ৰবীণ ফুকন, লক্ষ্যধৰ চৌধুৰী, ললিতচন্দ্ৰ বৰা কনকেশ্বৰ গোস্বামী প্ৰভৃতি।

খণ্ডমূলকৈ গুৱাহাটী নাট্যসমাজৰ সোণালী যুগৰ এয়ে হৈছে এটি চমু ইতিবৃত্ত আমাৰ এই ইতিবৃত্ত সমূলি নিৰ্ভুল বা সম্পূৰ্ণ হৈছে বুলি মই নকওঁ; কিয়নো বিশেষকৈ সম্পাদক শশীকান্ত গোস্বামীৰ কাৰ্যকালৰ আগৰ সময়ছোৱাৰ কোনো লিখিত বিৱৰণ সংৰক্ষিত নোহোৱাৰ বাবে আৰু পুৰণি কথা আঁত লগাই কব পৰা বয়সিয়াল লোকসকল লাহে লাহে নাইকিয়া হৈ যোৱাৰ বাবে এই ইতিবৃত্তৰ আৱশ্যকীয় সমল যোগোৱাত বিশেষ আহকাল পাবলগীয়া হৈছিল। মানুহৰ স্মৃতিশক্তি দুৰ্বল। সেই কাৰণে প্ৰাচীনসকলৰ মুখৰ পৰা শুনি গোটোৱা কথাবোৰত যে অ'ত ত'ত কেৰা লগা নাই তেনে নহয়। তথাপি গোৱাবিনি

সাৱধানেৰে গ্ৰহণ কৰিবলৈ যত্ন কৰা হৈছে আৰু বাদ দিব পৰা বহু অপ্ৰিয় কাহিনী বৰ্জন কৰা হৈছে।

ওপৰত খুলমূলভাৱে ১৯৪৯ চনৰ আগলৈকে গুৱাহাটীৰ নাট্যানুষ্ঠানৰ আদি জন্ম বিৱৰণ দিয়া হ'ল। ইয়াৰ পিছত অৰ্থাৎ ১৯৪৯ চনত এই নাট্যধাৰাৰ এটা নতুন যুগ আৰম্ভ হৈছে। সহ-অভিনয়, একাংকিকা, অনাতাঁৰ, বিজুৰ বৈদ্যুতিক সা-সুবিধা, অভিনয়ৰ নতুন নতুন আংগিক আদি আৰু বিশেষকৈ যুগসন্ধিৰ লগে লগে মানুহৰ ৰুচিৰ পৰিবৰ্তনে নাট্যধাৰাৰ মোট সলাই দিছে বুলি ক'ব পাৰি।

ইয়াৰ পিছৰ পৰাই আৰম্ভ হ'ল সহ-অভিনয়ৰ জয়যাত্ৰা। সুন্দৰসেৰী সমাজৰ পৰিয়ালৰ ঘৰুৱা নাট্যাভিনয়বোৰৰ কথা লেখত নাধৰিলে গুৱাহাটীৰ প্ৰথম সহ-অভিনয়ৰ নাট আছিল অনিল চৌধুৰী ৰচিত 'প্ৰতিবাদ'। সূৰ্য ভূমিকাত আছিল শ্ৰীমতী ৰত্না মুখাৰ্জী (চৌধুৰী), নাট্যকাৰ অনিল চৌধুৰী আৰু তেওঁৰ ককায়েক দিহিং চৌধুৰী। প্ৰতিভাবান নাট্যশিল্পী ধানপুৰীয়া কাল পাতৰ তলত থকাৰ হবে আন এজন খ্যাতিমান শিল্পী কমলনাৰায়ণ চৌধুৰীকো পাহৰিব নোৱাৰি। ইয়াৰ পিছত অগাপিছাকৈ গুৱাহাটীৰ ৰংগমঞ্চত বহুতো বুৰঞ্জীমূলক আৰু সামাজিক নাট বিভিন্ন সংঘই মঞ্চস্থ কৰে। গুৱাহাটীৰ বাজহুৱা ৰংগমঞ্চত এই নাটকবোৰ মঞ্চস্থ হৈ থকা কালছোৱাৰ ভিতৰতে আনন্দিনে শ্ৰীসত্যপ্ৰসাদ বৰুৱাৰ নেতৃত্বত সুন্দৰসেৰী সংঘই ভালেমান বাছকবনীয়া নাট মঞ্চত তোলে। তাৰে ভিতৰত উল্লেখযোগ্য নাট্যাভিনয় হৈছে 'খনা' প্ৰবীণ ফুকনৰ 'শক্তিকাৰ বান', সত্যপ্ৰসাদ বৰুৱাৰ 'জ্যোতিৰেখা', 'বনহংসী', জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী', 'লভিতা' আদি। এই অভিনয়বোৰত বিভিন্ন সময়ত শ্ৰীমতী (সকল) নিৰুপমা বৰুৱা, মিনতি ৰাজখোৱা, লীলাৱতী দেৱী, কল্যাণী ফুকন, নন্দিতা বৰুৱা, ৰত্না মুখাৰ্জী (চৌধুৰী), বীৰেন ফুকন, অমিয় বৰুৱা, ভুবনেশ্বৰ বুজৰবৰুৱা, সুৰেন দাস, মাণিক দাস, গৌৰী কাকতী, ৰবীন্দ্ৰলাল বৰুৱা, হীৰেন চৌধুৰী আদিয়ে ভাও লৈছিল।

গুৱাহাটীৰ কেইটামান নাট্যমোদী পৰিয়ালৰ চমু কথাৰে এই আলচৰ মোখনি মৰা যাওক।

প্ৰথমতে কব লাগিব, কুমাৰ ভাস্কৰৰ উত্তৰে এটা চাৰিআলিৰ অন্তৰত থকা চৌধুৰী পৰিয়ালৰ কথা। এই চৌধুৰী পৰিয়ালৰ লগত গুৱাহাটীৰ নাট্য-সমাজৰ চাৰিপুৰুষীয়া সম্পৰ্ক। প্ৰথম পুৰুষ ৰমাকান্ত, চতুৰ্থ পুৰুষ ভুবনচন্দ্ৰ-ৰমেশচন্দ্ৰ। অসমৰ বৰ্তমান নাট্য-আন্দোলনৰ এমাত্ৰিমা অৱস্থাতে এই বংশৰ 'অভিমন্যু বধ' প্ৰণেতা ৰমাকান্ত চৌধুৰীয়ে লিখা 'সীতা-হৰণ' আৰু 'ৰাৱণ-বধ' নাটক গুৱাহাটীত নাট্যকাৰৰ পৰিচালনাত মঞ্চস্থ হৈছিল। ৰমাকান্ত নিজেও এজন অভিনেতা আছিল।

ৰমাকান্তৰ ককায়েক দুলালচন্দ্ৰ চৌধাৰীৰ পুত্ৰ ৰায়বাহাদুৰ কৃষ্ণচন্দ্ৰ চৌধাৰীও তেতিয়াৰ ফুকনীয়া নাট্যসমাজৰ এজন লেখৰ অভিনেতা আছিল। জিতেন বুজৰবৰুৱাৰ চোতালত থকা অসম ক্লাবত অনুষ্ঠিত সম্ভৱতঃ 'জয়মতী' অভিনয়ত তেওঁ মঞ্চত নাচি নাচি হেম গোস্বামী ৰচিত ভজন গীতটো গাই দৰ্শকক বৰ আমোদ দিছিল:

মজাসে পেটুৱা পেট ভৰি খা
বহৰ দাইল, আলু ভজা
খাইতে মজা পকা খৰিচা।

ৰমাকান্ত আৰু কৃষ্ণচন্দ্ৰৰ সমসাময়িক জনচেৰেক জনপ্ৰিয় নাট্যশিল্পী আছিল ভুৱনেশ্বৰ বুজৰবৰুৱাৰ দেউতাক ৰূপেশ্বৰ বুজৰবৰুৱা, ৰবীন্দ্ৰনাথ বৰুৱাৰ দেউতাক দণ্ডীৰাম বৰুৱা গোপালকৃষ্ণ দে, ৰজনীকান্ত ৰৰদলৈ, শিশিৰ বৰুৱাৰ দেউতক অন্নদা বৰুৱা আৰু পদুম বৰুৱা প্ৰভৃতি। কৃষ্ণচন্দ্ৰৰ পুত্ৰ মাণিকচন্দ্ৰ চৌধৰী আছিল কামৰূপ নাট্য সমিতিৰ প্ৰাক্ সোণালী যুগৰ মধ্যমণি। তেওঁ আন বহুতৰ দৰে স্ত্ৰী-চৰিত্ৰ ৰূপায়ণেৰে অভিনয়-জীৱনৰ পাতনি মেলিছিল। কুমাৰ ভাস্কৰৰ জন্মৰ আগতে পাণবজাৰ আৰ্য নাট্যমঞ্চত অভিনীত দুৰ্গেশ্বৰ শৰ্মাৰ 'চন্দ্ৰাৱলী'ত মাণিকচৌধাৰীয়ে নায়িকা চন্দ্ৰাৱলী আৰু ৰোহিণী চৌধুৰীয়ে নায়ক পুৰুৰৰ ভাও দিছিল। অলপ দিনৰ পিছতে মাণিকচন্দ্ৰই পুৰুষ চৰিত্ৰলৈ প্ৰমোছন পালে আৰু কুমাৰ ভাস্কৰৰ প্ৰায়বোৰ অভিনয়তে তেওঁ নায়কৰ ভূমিকাত অৱতীৰ্ণ হৈছিল। মাণিকচন্দ্ৰৰ দুইপুত্ৰ ভুবনচন্দ্ৰ চৌধাৰী আৰু শ্ৰীৰমেশচন্দ্ৰ চৌধাৰীও অসমৰ মঞ্চ-জগত আৰু বোলছবি-জগতত সুপৰিচিত। আন এজন পুত্ৰ শ্ৰীঅপূৰ্ব চৌধাৰী 'মণিৰাম দেৱান' আৰু 'ললিতা' চিত্ৰনাট্যৰ নিৰ্মাতা। মাণিকচন্দ্ৰৰ দুই ভাগিন সুদক্ষ ছেক্ৰেটেৰী ললিতচন্দ্ৰ চৌধুৰী আৰু সঙ্গীত-কবি উমেশচন্দ্ৰ চৌধাৰীৰো কামৰূপ নাট্য সমিতিৰ লগত আছিল নিবিড় সম্পৰ্ক।

নৈৰ পাৰৰ গোস্বামী-পৰিয়ালেও সুদীৰ্ঘ এছোৱা কাল কামৰূপ নাট্য-সমিতিৰ লালন-পালনৰ দায়িত্ব বহন কৰিছিল। ললিত চৌধুৰীৰ আগৰ জন সম্পাদক আছিল কুমুদেশ্বৰ গোস্বামী ( নাবা গোসাঁই )। এওঁ এবাৰ 'তাৰা' অভিনয়ত নায়িকা হৈ ঘৰতে সাজপাৰ কৰি ঘোঁৰা-গাড়ীত উঠি আহি পোনেই কুমাৰ ভাস্কৰৰ চোঁ-ঘৰত সোমাইছিল। পাণ্ডৱ-শিবিৰত মহাদেৱ দুৱৰী হোৱাৰ দৰে তেওঁৰ ভায়েক খৰ্গেশ্বৰ গোস্বামী ( অৰুণ গোসাঁই ) নাট্য মন্দিৰৰ দুৱৰী হোৱাৰ উপৰিও অভিনয়ৰ স্থায়ী মহাদেৱ আছিল। নাবা গোসাঁইৰ দুই পুত্ৰ মোজাদাৰ কণকেশ্বৰ গোস্বামী ( শুক গোসাঁই ) আৰু দেশনেতা হৰেশ্বৰ গোস্বামীকো কুমাৰ ভাস্কৰে কোলাত লৈছিল। হৰেশ্বৰ গোস্বামীৰ 'ৰাজসিংহ' নাটো মঞ্চস্থ কৰা হৈছিল। গোসাঁই পৰিয়ালৰ জোঁৱাই সঙ্গীতসাধক শশীকান্ত গোস্বামী সঙ্গীত সম্মিলনী আৰু কামৰূপ নাট্য সমিতিৰ সোণালী যুগৰ কৃতী সম্পাদক আছিল।

নৈৰ পাৰৰ বৰুৱা-পৰিয়ালৰ প্ৰায় আটাইকেইজন ভাই-ককায়ে কামৰূপ নাট্য-সমিতিৰ অভিনয় জীৱনত জড়িত হৈ পৰিছিল। ৰৱজন গুৰুপ্ৰসাদ বৰুৱা ( জন চাহাব ) এবাৰ তেজপুৰৰ বাণমঞ্চৰ চাজাহানত দাৰাৰ ভাও লৈছিল। তেওঁৰ পুত্ৰ নাট্যকাৰ শ্ৰীসত্যপ্ৰসাদ বৰুৱাৰ কথা পিছত কোৱা হব। বৰুৱা ভাই-ককাইসকলৰ কালিপ্ৰসাদ বৰুৱা মাণিক চৌধাৰীৰ সহযোগী খাই অভিনেতা আছিল। বহুত অভিনয়ত বিভিন্ন ৰূপত তেওঁক দেখা পোৱা গৈছিল। বৰ্তমান তিনিভাই ৰাধিকাপ্ৰসাদ বৰুৱা ( আহানাৰা, অহল্যাবাঈ, উষা ), তাৰুণ গঙ্গাপ্ৰসাদ বৰুৱা ( হেলেন, চিত্ৰলেখা ) আৰু শ্ৰীভবানীপ্ৰসাদ বৰুৱাৰ ( সংযুক্তা, সীতা, বিভাৱতী ), স্ত্ৰী-চৰিত্ৰৰ ৰূপায়ণ অতুলনীয় আছিল।

নাওজানৰ ফুকন পৰিয়াল আৰু চক্ৰৱৰ্তী-পৰিয়ালৰ লগতো কুমাৰ ভাস্কৰৰ মিত্ৰিয়ালি আছিল। বহুমুখী প্ৰতিভা সম্পন্ন মহেন্দ্ৰনাথ ডেকাফুকনৰ কথা ক'বই নেলাগে, কুমাৰ ভাস্কৰত তেওঁৰ বনকান্তৰ অভিনয়ে অভিলেখ স্থাপন কৰিছিল। ডেকাফুকনৰ ভায়েক যোগেন্দ্ৰনাথ ফুকনকো (যোগী) কুমাৰ ভাস্কৰত এটিগোনাছৰ ভাওত দেখা পোৱা মনত পৰে। আনজন ভাই শৈলেন্দ্ৰনাথ ফুকনো কামৰূপ নাট্য সমিতিৰ যশস্বী অভিনেতা আছিল।

চক্ৰৱৰ্তী-পৰিয়ালৰ ৰবজন যোগেশ্বৰ চক্ৰৱৰ্তীৰ ভৰ ডেকা বয়সতে মৃত্যু হয়। অভিনয়-জীৱনৰ পাতনিতে তেওঁ কৃতিত্বৰ বেঙনি দেখুৱাইছিল। পৰিয়ালত আৰু অসমৰ অন্যতম শ্ৰেষ্ঠ নাট্যশিল্পীজন আছিল 'অভিযান' নাট্যমঞ্চৰ সৰ্বেশ্বৰ চক্ৰৱৰ্তী। মঞ্চজগত আৰু বোলছবি জগতৰপৰা তেওঁ কৃতকাৰ্যতাৰ শিখৰৰপৰা অভিমান কৰি গুচি গ'ল। অবৈতনিক নাট্যশালাত সৰ্বেশ্বৰ চক্ৰৱৰ্তী আৰু ৰজনীকান্ত শৰ্মাৰ দৰে সাধক-শিল্পী বিৰল। সৰ্বেশ্বৰ চক্ৰৱৰ্তীৰ সুযোগ্য ভাতৃ শ্ৰীজীৱেশ্বৰ চক্ৰৱৰ্তী আৰু ককায়েক মহেশ্বৰ চক্ৰৱৰ্তীৰ দুই পুত্ৰ নীলু চক্ৰৱৰ্তী আৰু অৰূপ চক্ৰৱৰ্তীয়েও আজি পৰ্যন্ত গুৱাহাটীৰ মঞ্চজগতলৈ সক্ৰিয় অৱিহণা আগবঢ়াই আহিছে। নীলু চক্ৰৱৰ্তী গুৱাহাটী আকাশবাণীৰ অন্যতম কৃতী নাট-প্ৰযোজক।

উজানবজাৰ জাহাজঘাটৰ শৰ্মা-পৰিয়ালেও কামৰূপ নাট্য-সমিতিৰ অভিনয়বোৰৰ লগত লিপিট খাই পৰিছিল। ৰবজন শিতবন্ধু নবীন শৰ্মাই পুৰুষ আৰু স্ত্ৰী-চৰিত্ৰত সমানে নাম কৰিছিল। ভায়েক 'কুমাৰ সম্ভৱ'ৰ নাট্যকাৰ মদন শৰ্মায়ো গুৱাহাটী আৰু নগাঁও নাট্যসমাজত আগশাৰীৰ অভিনেতা হিচাপে পৰিগণিত হৈছিল। নবীনচন্দ্ৰৰ পুত্ৰ উপেন্দ্ৰজিৎ শৰ্মা আৰু মদনচন্দ্ৰৰ পুত্ৰ দিলীপ শৰ্মাৰ গাত আজিকোপতি অভিনয়ৰ বায়ু লাগি আছে। এই বংশৰ উজ্জ্বল ৰত্ন ৰজনীকান্ত শৰ্মা এজন অসমবিখ্যাত অভিনেতা। তেওঁৰ সাধনালব্ধ চানক্যৰ ভাও আছিল অবিস্মৰণীয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে অসমৰ অবৈতনিক ৰঙ্গমঞ্চত চানক্যৰ ভাও দি বৈ বৈ যোৱা খ্যাতি অৰ্জা অভিনেতা কেইজন আছিল তেজপুৰৰ বোধনাথ পটৰীয়া, যোৰহাটৰ ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, নগাঁৱৰ জগতচন্দ্ৰ মেধবৰুৱা আৰু গুৱাহাটীৰ ৰজনীকান্ত শৰ্মা প্ৰভৃতি।

কামৰূপ নাট্য সমিতি আছিল আমাৰ মনত এটা ডাঙৰ পৰিয়াল। ওপৰত উল্লেখ কৰা সকলো পৰিয়াল কেইটাৰ উপৰিও ব্যক্তিগতভাৱে আৰু বহুতৰ লগত ইয়াৰ নিবিড় সম্পৰ্ক স্থাপন হৈছিল। পৰলোকগত স্মৰণীয়সকলৰ কথা ভাবিলে আজিও মোৰ মনটো ভাল লাগি যায়, লগতে বুকু হম্ হম্ কৰে।

সি যি নহওক চাওঁতে চাওঁতে সৰু গুৱাহাটী ৰব গুৱাহাটী হ'ল। ৰব গুৱাহাটী মহানগৰ হ'ল। আৰ্য নাট্যমঞ্চ গুৱাহাটী মেডিকেল কলেজৰ পেটত সোমাই আহ গ'ল। কুমাৰ ভাস্কৰ নাট্যমন্দিৰত কামৰূপ নাট্যসমিতিৰ তেতিয়া ভিতা লাওখলা নাই যদিও বৰা চাকি জ্বলিছে। আজিকালি প্ৰায় সকলোবোৰ নাট্যাভিনয় ৰবীন্দ্ৰ ভৱন আৰু জিলা পুথিভঁৰালৈ স্থানান্তৰিত হৈছে। মাজেসময়ে চৰকাৰী অভিযোগো হৈছে। বাহিৰৰপৰা আহি ভ্ৰাম্যমাণ দলবোৰেও নিজৰ অস্থায়ী ব্যৱস্থাপূৰ্ণ নিজা নিজা নাট্যমঞ্চত অভিনয় দেখুৱাই সৰ্বাধিক দৰ্শকৰ মনোৰঞ্জন কৰিবলৈ সমৰ্থ হৈছে।

মোৰ জীৱনত বাৰ বছৰ অতিবাহিত হৈছিল স্কুল-শিক্ষক হিচাপে, বাৰ বছৰ কলেজৰ অধ্যাপক হিচাপে আৰু নিবন্ধুৱা হৈ থকা প্ৰায় বাৰ বছৰ পাৰ হৈছিল নাটশিল্পী হিচাপে গুৱাহাটীৰ কুমাৰ ভাস্কৰৰ বাহিৰে-ভিতৰে। সাহিত্য-সেৱা চলি আছিল আৰু চলি আছে গোটেই জীৱনে। তেজপুৰৰ বাণমঞ্চ, গুৱাহাটীৰ কুমাৰ ভাস্কৰ আৰু সমগ্ৰ অসমৰ বিভিন্ন নাটশালবিলাকৰ পৰা পোৱা প্ৰচুৰ অনুপ্ৰেৰণাইহে মোৰ নাট্যজীৱনৰ সাফল্যৰ মুখ দেখুৱাইছিল। সেইবিলাক মধুৰ স্মৃতিবাশি ৰোমন্থন কৰি আজিও মোৰ জীৱন সন্ধিয়াৰ সেমেকা মনত আনন্দৰ শিহৰণ উঠে।

শেষ হ'ল অভিনয়, থাকি গ'ল বেশ

স্মৃতিৰ সৌৰভ মাথো অৱশেষ।

## গুৱাহাটীৰ পূজা

অসমৰ জাতীয় উৎসৱ ৰঙালী বিহু আৰু বৰ্জা উৎসৱ ফাকুৱা বা দেউলৰ দৰে এই শতিকাৰ আগলৈকে দুৰ্গাপূজা তেনে এটা দেশত লবলগীয়া ডাঙৰ উৎসৱ নাছিল। সেয়ে হলেও আজিকালি যে কামাখ্যাৰ দেশ কামৰূপতো দুৰ্গাপূজাৰ প্ৰসাৰ ব্যাপকভাৱে বৃদ্ধি হৈছে, সেই কথা দুই কৰিব নোৱাৰি। মৃন্ময়ী দুৰ্গাপূজা অসমলৈ অহা দুশবছৰৰ বেছি হ'ল। সেই কাৰণে এতিয়া আৰু প্ৰতিমাত পূজা খোৱা দুৰ্গাদেৱীক বিদেশিনী বুলি কোনেও বহিষ্কাৰ কৰিব নোৱাৰে।

মই গুৱাহাটীৰ মানুহ। গুৱাহাটীৰ দুৰ্গাপূজাৰ কথাহে অলপ অচৰপ জানো। সেই কাৰণে এই আলচত তাৰেই দুখুৰীয়া স্মৃতি ৰোমন্থন কৰিবলৈ লৈছো। দুৰ্বল স্মৃতিৰ কাৰণে কৰবাত কেনা লাগিলে মই নিৰুপায়।

আজিকালি গুৱাহাটীত শতাধিক দুৰ্গাপূজা অনুষ্ঠিত হয়। কিমান হয় সঠিককৈ কোৱাটো টান। মোৰ মনত পৰা পুৰণি দিনত এই সংখ্যা আঙুলিৰ পাবতে লেখি শেষ কৰিব পৰা গৈছিল। নগৰখন আছিল সৰু। মানুহো আছিল কম। পূজাও আছিল সীমিত। তেতিয়াৰ পূজাবোৰ আছিল অনাড়ম্বৰ আৰু সাধাৰণ। জাকজমক কম। দৰ্শক কম। আইসকল গৈছিল আবুৰ ৰাখি পূজা চাবলৈ। পূজা চোৱা ৰতা-ভিৰোতা আলেঙে আলেঙে আছিল। পূজাঘৰত টিমিক টামাক মাটিতেলৰ চাকি আৰু মমবাতি জ্বলিছিল। পূজা মণ্ডপত জ্বলিছিল ভলা-লেম। লাহে লাহে পেছৰ চাকি আৰু পেট্ৰোমাক্স লেমেও দেখা দিছিল। সেই দিনত আজিকালিৰ দৰে চিকমিক বিজুলীৰ পোহৰ নাছিল। খুবচান্দৰ দুৱাৰমুখৰ টৌমুৰীয়া অসুৰটো নাছিল। বিজ্ঞা-মটৰ একোৰে একোটো নাছিল। আৰু এটা কথা উল্লেখযোগ্য—তেতিয়াৰ পূজাবোৰৰ নাস্তিকতাতকৈ আস্তিকতা আছিল বেছি। তেতিয়াৰ পূজা অসমীয়া সংস্কৃতিৰো পূজা আছিল বুলি ক'ব পাৰি। সেই পূজাত ঢুলীয়া আছিল। কালীয়া আছিল। ওজাপালি আছিল। দেওধনী আছিল। আজিকালি এইবোৰৰ ভেটিত ভিতা লাও গজিবৰ উপক্ৰম হৈছে। তেতিয়া কামাখ্যা আৰু উগ্ৰতাৰা দেৱালয়ত তিনিদিনীয়াকৈ পূজা হৈছিল। আজিও হয়। এই পূজাত আবাহন নাই, বিসৰ্জন নাই, প্ৰতিমা নাই। পীঠত হোৱা এই পূজা আমদানীকৃত নহয়।

মই ল'ৰা কালতে ( ১ম, ২য় দশক ) এখন ডাঙৰ দুৰ্গাপূজা দেখা পাইছিলোঁ, মোৰ ঘৰৰ পদূলিৰ বিপৰীতে থকা যোৰপুখুৰীপৰীয়া পৰ্বতীয়া গোসাঁইৰ চৌহদত। এইখনেই গুৱাহাটীৰ অন্যতম প্ৰাচীন দুৰ্গাপূজা। এই পৰ্বতীয়া গোসাঁয়েই গুৱাহাটীৰ জগদ্ধাত্ৰী পূজাৰো প্ৰবৰ্তক আছিল। প্ৰায় সমসাময়িকভাৱে উজানবজাৰৰ নৈৰ দাঁতিৰ ৰাজবাৰীতো দুৰ্গাপূজা হৈছিল। সেই সময়ত সেৰেঙা বসতিৰ ভৰলুমুখত দুৰ্গাপূজা হোৱা নাছিল। কোনো কোনোৱে ভৰামতে ফুকনৰ টোলত দুৰ্গাপূজা হোৱা নাছিল, ডাঙৰ কাহুৱাহে হৈছিল।

তাৰ কিছুদিনৰ পিছত পাণবজাৰৰ ৰাজবাৰীত এখন ডাঙৰ দুৰ্গাপূজা দেখা পোৱা চকামকাকৈ মোৰ মনত পৰে। এই পূজা আছিল কোনো এজন ৰাজেন বাবুৰ। তেওঁৰ পুলি-পোখা আজি ক'ত আছে ক'ব নোৱাৰোঁ। এইখন পূজাৰ অসুৰটো আছিল দেখাত দেৱীতকৈ অধিক বলৱন্ত। এসময়ত কাঁচীবজাৰৰ বালিত পতা পূজাৰ অসুৰটোৰ দৰে টেলটেলকৈ তাৰ চকু দুটা। বৃহৎ দাবা সিংহৰ দৰে। এইখন পূজাৰ যাত্ৰাত এবাৰ অসমীয়া বঙালীৰ অপ্ৰীতিকৰ খৰিয়াল হয় আৰু তাৰ ফলতেই অসমীয়াবিলাকেও উজানবজাৰত নিজৰ বৰীয়াকৈ বাৰোৱাৰী ( ৰাজহুৱা ) দুৰ্গাপূজা পাতিবলৈ লয়। লোকৰ মাটিত পূজা পতা অসমীয়াৰ দুৰ্গাপূজাখনে বৰ্তমানে কটিক-কুটিৰৰ বিপৰীতে নিজা মাটিত প্ৰতিষ্ঠিত হোৱাৰ আগতে অথৰা আছিল। এবাৰ অ'ত, এবাৰ ত'ত ভলাৰ বগৰী হৈ দেৱীয়ে এই পূজা খাইছিল, যোৰপুখুৰীৰ পাৰত কৰ্মবীৰ বৰদলৈৰ মাটিত, সিদ্ধি শৰ্মাৰ ওচৰৰ বলী মেধিৰ মাটিত, কুমাৰ ভাস্কৰৰ ওচৰত ৰংপুৰীয়া হাজৰিকা-পৰিয়ালৰ মাটিত আৰু উজানবজাৰৰ বজাঘৰৰ পূজাৰ লগত চামিল হৈ দুৰ্গা দেৱীয়ে সুবিধামতে অসমীয়া ৰাইজৰ পৰা তেওঁৰ বছেৰেকীয়া পূজাভাগ লৈছিল। এই পূজাত কোনো কোনো বছৰত নাট্যাভিনয়ো হৈছিল। কৰ্মবীৰৰ 'গৃহলক্ষ্মী', দুৰ্গেশ্বৰ শৰ্মাৰ 'পাৰ্থপৰাজয়' আৰু বৃন্দাবন গোসাঁইৰ 'ঠাহু বাপু'ৰ নাম এই সম্পৰ্কত উল্লেখ কৰিব পাৰি।

পাণবজাৰৰ সনাতন ধৰ্মসভা বা হৰিসভাতো এখন বাৰোৱাৰী পূজা হৈ আহিছে। আজি অলপ দিন আগলৈকে এই পূজাৰ চাবিকাঠী বঙালীসকলৰ হাতত আছিল। কালিবাবু যোৱাৰ পিছৰেপৰা বঙালী প্ৰভুত্বও গৈছে। আজিকালি এইগৰাকী গোসানীয়ে শাৰীৰ সলনি মেখেলা-চাদৰ পিন্ধিবলৈকে শিকিছে। এইখন পূজাত এসময়ত নামজলা কলিকতীয়া যাত্ৰাৰ দলে গীতাভিনয় মানুহক দেখুৱাই মুগ্ধ কৰিছিল। সেই সময়ত পাণবজাৰেই গুৱাহাটীৰ-পূজা কেন্দ্ৰ আছিল। আজিকালি এই পূজা-কেন্দ্ৰ ৰেলৰ আলিৰ উত্তৰৰপৰা দক্ষিণলৈ গৈছে। পল্টনবজাৰ অঞ্চলতহে আজিকালি পূজাৰ দলদোপ হেন্দোলদোপ অধিক।

পানবজাৰৰ কালিচৰণ সেনৰ দুৰ্গাপূজাৰ প্ৰতিমাৰ বিশেষত্ব তাহানিৰপৰা আজিও অব্যাহত আছে। আন সকলোবিলাক প্ৰতিমাত গণেশ আৰু লক্ষ্মীদেৱী থাকে দেৱীৰ বাঁহাতে, কাৰ্তিক আৰু সৰস্বতী থাকে দেৱীৰ সোঁহাতে। কিন্তু কালিবাবুৰ প্ৰতিমাত ওলোটা ব্যৱস্থাহে দেখা যায় অৰ্থাৎ লক্ষ্মী আৰু গণেশৰ স্থান সোঁফালে, কাৰ্তিক, সৰস্বতীৰ স্থান বাঁফালে। তদুপৰি দেৱীৰ লগত যুদ্ধ কৰি থকা অসুৰটোৰ ওপৰৰ ছোৱাহে দেখা পোৱা যায়। কঁকালৰপৰা তলৰ ছোৱা থাকে মহৰ পেটত।

এইখিনিতে উল্লেখ কৰিব পাৰি যে দূৰ অতীতৰ দুৰ্গা, অসুৰ আৰু সিংহ, কেৱল এই ত্ৰিমূৰ্তিহে দুৰ্গাপ্ৰতিমাত আছিল। আজিকালি এনে প্ৰতিমা বিৰল। হেমচন্দ্ৰ ৰোডৰ দক্ষিণে থকা যোৰপুখুৰী পাৰৰ ত্ৰিপুৰা পণ্ডিতে এনে এখন 'মিনি' প্ৰতিমাৰ পূজা পাতিছিল। অসমৰ প্ৰাচীন শিলামূৰ্তিবোৰতো সম্প্ৰসাৰিত দেৱী প্ৰতিমা দেখা পোৱা নেযায়।

এইখিনিতে দুৰ্গা প্ৰতিমা আৰু পূজাৰ চমু ইতিবৃত্ত দিয়া যাওক। পুৰাণিকালত দশভূজা আৰু মহিষাসুৰৰ মাজত যিখন প্ৰলয়ঙ্কৰ যুদ্ধ হৈছিল তাৰ নায়িকা আছিল স্বয়ং দুৰ্গাদেৱী আৰু বিৰোধী নায়ক আছিল ত্ৰিলোকবিজেতা মহিষাসুৰ। দুৰ্গাদেৱী শক্তিৰ প্ৰতীক আৰু মহিষাসুৰ হিংসাৰ প্ৰতীক। দুৰ্গাদেৱীৰ লগত তেওঁৰ বাহন সিংহটোৱেও সেই মহাসমৰত সক্ৰিয় অংশ লৈছিল। যদি এই তিনিজনেই নিবন্ধন হয়, তেন্তে এন্দুৰৰ পিঠিত গণেশ, ময়ূৰৰ পিঠিত কাৰ্তিক, ফেঁচাৰ পিঠিত লক্ষ্মী আৰু ৰাজহংসৰ পিঠিত সৰস্বতীয়ে প্ৰতিমাত স্থান লাভ কৰিলে কেনেকৈ? এইসকলৰ কাৰো যুদ্ধত কোনো ভাগ নাছিল। এয়া হৈছে দুৰ্গাপ্ৰতিমাৰ আধুনিক সম্প্ৰসাৰিত ৰূপ; এতিয়াও বছৰি প্ৰতিমাৰ সৌন্দৰ্য বৰ্দ্ধন কৰিবলৈ প্ৰচেষ্টা চলিয়েই আছে। ই যেন এক সৌন্দৰ্যৰ প্ৰতিযোগিতাহে। পিছে তালেমান বছৰ আগতেই এই সৌন্দৰ্য প্ৰতিযোগিতাৰ পাতনি মেলিছিল নদিয়াৰ ৰজা কৃষ্ণচন্দ্ৰই। এই কৃষ্ণচন্দ্ৰ বৰ ধাৰ্মিক আৰু প্ৰজাৰঞ্জক ৰজা আছিল। তেওঁ অতি অনাড়ম্বৰেৰে আৰু ৰাজকীয় পয়োভৰেৰে বছৰি দুৰ্গোৎসৱ পাতিছিল। তেওঁ বোলে ভাবিলে, দুৰ্গাদেৱীৰ প্ৰতিমাখনত দুৰ্গা, অসুৰ আৰু সিংহ লঠংঠং এই তিনিটা মূৰ্তি। ইয়াৰ সৌন্দৰ্য বৃদ্ধি কৰিবলৈ তেওঁ চিন্তা কৰিবলৈ ধৰিলে। ভাবি ভাবি তেওঁ পালে যে গোঁসানীৰ দুই পুতেক কাৰ্তিক-গণেশকো প্ৰতিমাৰ যথাস্থানত বহুৱাই ৰাখিলে বেয়া নহব। লগতে যদি দশভূজাৰ দুয়ো কাষে দুই ধনৰ দেৱী লক্ষ্মী আৰু বিদ্যাৰ দেৱী সৰস্বতীৰ মূৰ্তি ৰখা হয় তেন্তে সোণত সুৱগা চৰিব। প্ৰতিমাখন বহু গুণে চকুত লগা আৰু মনত লগা হ'ব। যেনে কথা তেনে কাম। ৰজাৰ মনৰ পৰিকল্পনা বাস্তৱত ৰূপায়িত কৰা হ'ল। ৰজাৰ পৰিকল্পিত নতুন প্ৰতিমাত আজিকালিৰ দশঅস্ত্ৰধাৰিণী দশভূজাৰ লগতে কাৰ্তিক, গণেশ, লক্ষ্মী আৰু সৰস্বতীয়েও স্থান লাভ কৰিলে। পাছফালৰ পৰ্বতখনত মহাদেৱকো অঙ্কিত কৰা হ'ল। এইদৰে দুৰ্গা প্ৰতিমাক সপৰিয়ালে দেখা পাই দৰ্শক মুগ্ধ হ'ল, ৰজা ধন্য হ'ল। কৃষ্ণচন্দ্ৰৰ এই ৰাজসিক পূজাই সমগ্ৰ ৰাজ্যত উছৰৰ আলোড়ন উঠিল। প্ৰজাৰ কাৰণে ৰজাই পূজা নহয় যেনিবা দানযজ্ঞহে পাতিলে। খোৱাই খালে, পোৱাই পালে। চানাই শঙ্খধ্বনি, দোকান-পোহাৰ, বিবিধ সাজসজ্জা। পূজাৰ কেইদিন নদীয়াৰ সকলো প্ৰজাই ঘিউৰে-মৌৰে, মাছে-মঙহে উপাৰি উপাৰি খাইছিল। এইসকলৰ মাজত এজন মাথোন মানুহ উপবাসে থাকি দেৱীমূৰ্তিৰ আগত কৰযোৰে দণ্ডায়মান হৈ আছিল। দেৱীমূৰ্তিৰ ৰূপ-লাৱণ্য চাই চাই তেওঁ ভক্তিত গদগদ হৈ ভোক, পিয়াহ পাহৰি আছিল। সেইজনেই আছিল স্বয়ং ৰজা কৃষ্ণচন্দ্ৰ। তেতিয়াৰ পৰাই দুৰ্গাদেৱীৰ নতুন প্ৰতিমাৰ প্ৰচলন হ'ল।

ইতিবৃত্ত এৰি পুনৰ জোৰহাটৰ পূজালৈ আহোঁ। কালিবাবুৰ পূজাৰ লগতে পাণবজাৰৰ নাগপোতা পুখুৰীৰ বিপৰীতে পতা চুনীলাল দেৱ পূজাখনেও এসময়ত সমগ্ৰ জোৰহাটৰ

ৰাইজক চুম্বকৰ দৰে আকৰ্ষণ কৰিছিল। আজিকালিৰ মানুহে চুনীবাবুৰ পূজা আৰু বৰদা বিষয়াৰ পূজাৰ ভাব-ভক্তিৰ কথা উপলব্ধি কৰা টান। সেই দিনৰ আৰু এটা মন কৰিবলগীয়া কথা আছিল এয়ে যে যি সময়ত 'বাপেৰভজুৰা হৈ নগৰখনত অসমীয়া বৰঢোলৰ মাত আপুৰুগীয়া বস্তু হৈ আহিছিল সেই সময়তে চুনীবাবু আৰু কালিবাবুৰ পূজামণ্ডপত অসমীয়া বৰঢোলৰ গুমগুমনিয়ে আকাশ-বতাহ ৰজনজনাই দিছিল। বাৰীৰ বাঁহে গোহালিৰ গৰু বাহি নাহে। আজিৰ গুৱাহাটীত শ্ৰীক্ষীৰদা বিষয়াকহে বৰঢোলৰ পিতৃ আখ্যা দিব পাৰি। পূজাঘৰ, উগ্ৰতাৰা দেৱালয় আদিতো আজি আগৰ দৰে বৰঢোলে নেমাতে। দেওধনীয়ে নেনাচে। ওজাপালি হুঠে, উঠিলেও চায় বা শুনে কেইজনে ?

চুনীবাবুৰ পূজাৰ লগত ফেৰ মাৰিব পৰা আৰু এখন পূজা ভাব-ভাবৰিৰে পাতিছিল ক্ষীৰদাকান্ত বিষয়াৰ দেউতাক বৰদাকান্ত বিষয়াই নৈৰ দাঁতিৰ হেমচন্দ্ৰ ৰোডৰ কাষত খালী হৈ থকা ভুবন বাবুৰ মাটিত। পিছৰ কালত তেওঁৰ সৰস্বতী পূজাইহে গুৱাহাটীবাসীক চমক খুৱাইছিল। বিষয়াৰ সৰস্বতী প্ৰতিমা কলিকতাৰ পৰা উৰাজাহাজত উৰি আহিছিল। এই পূজাৰ বিশেষত্ব আছিল নাৰ্জিফুলৰ প্ৰাচুৰ্য, ধূপধুনাসজ্জিত নৈবেদ্যৰ বৰ বৰ বাটি আৰু আকাশত আতচবাজী। আজি পৰ্যন্ত ক্ষীৰদা বিষয়াৰ পূজাত অসমীয়া বৰঢোলকেইটাই জীপ পাই নমৰি জীয়াই আছে। বৰদা বিষয়াৰ পূজা-মণ্ডপৰ মাটি তিলক দাসৰ ককাক ৰায়-বাহাদুৰ ভুবনৰাম দাসে কিনি লোৱাৰ পূৰ্বে ৰাধানাথ চহচিলদাৰৰ সম্পত্তি আছিল। এওঁ কাব্যভাৰতী কিনি লোৱাৰ পূৰ্বে এই মাটি ৰাধানাথ চহচিল দাৰৰ সম্পত্তি আছিল। এওঁ কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱীৰ শহুৰ। ৰাধানাথ চহচিলদাৰেও বছৰি দুৰ্গাপূজা পাতিছিল বুলি আইহঁতে কোৱা শুনিছিলো। মোৰ সেই পূজা দেখা মনত নপৰে। পূজা এৰিলে বৰ পৰে বুলি এটা জনবিশ্বাস আছে। ৰাধানাথ চহচিলদাৰৰ পূজাৰ বন্তি নুমাল আৰু পুতেক দুৰ্গানাথৰ (দাস তালুকদাৰ কোম্পানীৰ প্ৰতিষ্ঠাতা) বংশৰ এটা ঠালৰো বন্তি নুমাল।

তাহানি আৰু এখন দৃষ্টি আকৰ্ষণমূলক পূজা পাতিছিল পণ্ডিত হেম গোসাঁইৰ শহুৰেক কেশৱ বৰুৱা বা কেশী বৰুৱাই। এওঁৰ নামটো আজি একমাত্ৰ ভৰলুমুখ শ্মশানৰ পশ্চিমত থকা কেশী আশ্ৰমে সোঁৱৰাই আছে। কেশী বৰুৱাৰ মৃত্যুৰ পিছত তেওঁৰ দুৰ্গাপূজাযো চিলিম চিপিছিল। দীৰ্ঘবিৰতিৰ পিছত এইখন পূজা পুনৰ আৰম্ভ কৰি তুলিছে তেওঁৰ ভায়েক মথুৰামোহন বৰুৱাৰ (এড্‌ভোকেট অব আসাম'ৰ সম্পাদক) পুত্ৰদ্বয় শ্ৰীক্ষেত্ৰচন্দ্ৰ বৰুৱা আৰু ডাঃ তাৰিণীমোহন বৰুৱাই। গোসাঁনীয়ে বৰুৱা ভাতৃদ্বয়ক মোৰ বুলিছে।

ওচৰতে পূবকালৰ এখন চাৰিপুৰুষীয়া বহেবেকীয়া পূজাৰ বন্তি আজিও টিমিক টামাককৈ জ্বলি আছে। এইখন পূজাৰ প্ৰতিষ্ঠাতা সত্যপ্ৰসাদ বৰুৱাৰ আজোককাক প্ৰাণেশ্বৰ শৰ্মা। বৰ্মসত ই হীৰক-জয়ন্তী পালন কৰিবৰ হৈছে যদিও ইয়াৰ বৈ বৈ যোৱা খ্যাতি কেইবছৰমান 'মুক্তৰসেৱী সংঘ'ই প্ৰযোজনা কৰা সহ-অভিনয়ৰ বাবেহে। আইকৈ পৰিয়ালৰ ডেকা গাভৰুবিলাকে অংশ গ্ৰহণ কৰা এই নাট্যানুষ্ঠানে এদিন দেশতকে হুকনকো উৎফুল্লিত কৰিছিল। সুখৰ বিষয় নাট্যকাৰ সত্যপ্ৰসাদ বৰুৱাই মুক্তৰসেৱীৰ নাট্যধাৰাটো একক প্ৰচেষ্টাৰে আজি পৰ্যন্ত জীপ দি জীয়াই ৰাখিছে। বৰুৱা আজীৱন নাট্যশিল্পী।

কালক্ৰমত ভবলুমুখত চুচুৰীয়াকৈ পতা দুৰ্গাপূজাখনলৈকো মোৰ মনত পৰে। পিছত কুমাৰপাৰাৰ পূজা এখনো যোগ হ'ল। বছৰবোৰ বাগৰি যোৱাৰ লগে লগে ঘৰুৱা আৰু বাৰোৱাৰী পূজাৰ সংখ্যা বাঢ়ি আহিবলৈ ধৰিলে। পুলিচ বিভাৰ্গৰ পূজা, হনুমান মন্দিৰৰ পূজা, সঘনে স্থানান্তৰিত হৈ থকা ফাঁচীবজাৰৰ নৈ-কাষৰীয়া পূজা আকাৰত ডাঙৰ হলেও বয়সত নাবালক। য'তে বঙালী, তাতে পূজাই গজালি মেলে। আদাৰ সেখি কেতুৰীৰ গা উঠাৰ দৰে অসমীয়াবিলাকৰো গা উঠে।

পুৰণি দিনৰ গুৱাহাটীৰ দুৰ্গাপূজাৰ আটাইতকৈ আকৰ্ষণীয় আছিল বিজয়া বা দশমীৰ দিনটো। উল্লেখযোগ্য যে আজিকালিৰ দৰে সেইদিনৰ পূজাত হুলস্থুলীয়া পৰিবেশ সমূলি নাছিল। সিংহবাহিনী গোসাঁনীজনাকো ট্ৰাকবাহিনী কৰা নহৈছিল। তেওঁ মানুহৰ কান্ধত উঠিহে সমদলে কাছাৰীঘাটলৈ গৈছিল ব্ৰহ্মপুত্ৰত নাৱনাৱত উঠিবলৈ।

সেই উপলক্ষে কাছাৰী চৌহদত বিজয়াৰ মেলা বহিছিল। তেতিয়া দুৰ্জয় কাছাৰী ঘৰটো সজা হোৱা নাছিল। বহু ঠাই খালী হৈ পৰি আছিল। বহুদূৰৰ পৰা সেই অঞ্চলটো মানুহ আৰু দোকান-পোহাৰেৰে ভৰি পৰিছিল। গাঁও-ভূঁইৰ পৰাও মানুহ ভাগি আহিছিল। চাৰ্চ ফিল্ডত নাগৰ-দোলা ঘূৰিছিল। সেইটো আছিল ৰৰজাপিৰ যুগ। আইসকল আঁৰ-বেৰ নোহোৱাকৈ বাজলৈ নোলাইছিল। একালে মুকলি, তিনিফালে আঁৰকাপোৰে আগুৰা মোৰৰ মাজত নৈমুৱা হৈ বহি তেওঁলোক পূজা চাইছিল। নৈৰ বুকুত নাৱত তুলি প্ৰতিমা ফুৰোৱা হৈছিল। নাৱতো মানুহ অজস্ৰ। কাছাৰীৰ সেই বিজয়া-মেলাত হৰেক-ৰকমৰ বস্তু ওলাইছিল উভৈনদী। টকাত কুৰি-ডেৰকুৰিটা নাৰিকল। কিচিমে কিচিমে মিঠাই। কটা নাৰিকল, নাৰিকলৰ লাৰু, গৰম জিলাপী, খাবলৈ মজা চানাচুৰ ভজা, সিজাই থোৱা কণী, চোতা-লিমনেড আৰু যে কত কি! তদুপৰি আছিল পেঁপা, অসমীয়া কমাৰে সজা দা-কটাৰী, অসমীয়া কমাৰে সজা আঙঠুৰা পুতলা আৰু কুঁহিলাৰ চৰাই আদি খেলনা।

আজি সেই ৰামো নাই, সেই অযোধ্যাও নাই। পুৰণি দিনৰ দুৰ্গাপূজা নাই, বিজয়াৰ মেলাও নাই। আজিকালিৰ ভেজাল পূজাত অসুৰটোহে বেছি ভেজাল।